আদান-প্ৰদান

# অলীক মানুহ

চৈয়দ মুস্তাফা চিৰাজ

অনুবাদ

হৰিনাথ ঠাকুৰীয়া



নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

Hatred is one of the passions that can master a life, and there is a temperament very prone to it, ready to see life in terms of vindictive melodrama, ready to fine stimulus and satisfaction in frightful demonstrations of 'justice' and 'revenge'.

**H. G. Wells**

# ভূমিকা

গদ্যসাহিত্যৰ অন্তৰ্গত উপন্যাসসাহিত্য হৈছে এনে এক ক্ষেত্ৰ যাৰ সাৰ্থকতা নিৰ্ভৰ কৰে বহুদূৰপ্ৰসাৰিত মানৱ জীৱনৰ গতিময় স্বৰূপটোক হৃদয়সংবেদ্য অভিনব কোনো আঙ্গিকে ধাৰণ কৰাৰ ওপৰত। বাংলা সাহিত্যৰ ক্ষেত্ৰত এনে সাৰ্থকতা পোনতে লাভ কৰা হৈছিল বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ ৰচনাত। ইয়াৰ কাৰণটো এই যে তেৱেঁই প্ৰথমতে জাতীয় জীৱনৰ প্ৰসাৰ্যমান কেন্দ্ৰবিমুখিতাক ধৰ্মীয়, ঐতিহাসিক, সামাজিক আৰু দেশাত্মবোধৰ প্ৰেক্ষাপটত গদ্যৰ সাজত ধুনীয়াকৈ সজাব পাৰিছিল। 'কপালকুণ্ডলা' (১৮৬৬), 'বিষবৃক্ষ' (১৮৭৩), 'কৃষ্ণকান্তেৰ উইল' (১৮৭৮), 'আনন্দ মঠ' (১৮৮২), 'দেবী চৌধুৰাণী' (১৮৮৪) ইত্যাদি সৰু-ডাঙৰ চৈধ্যখন উপন্যাসৰ মাজেৰে বঙ্কিমচন্দ্ৰই স্বদেশৰ ধ্ৰুপদী ঐতিহ্যৰ বিকাশৰ যি ৰূপ ফুটাই তুলিলে সেয়া অৱশ্যে ৰোমাঞ্চধৰ্মিতাত আপ্লুত আৰু পৌত্তলিকতাত আশ্ৰিত।

এই সীমাবদ্ধতাৰ ওৰ পৰিল ৰবীন্দ্ৰনাথৰ বিশ্বমুখিতাত। বাংলা উপন্যাসৰ দ্বিতীয় অধ্যায়টোৱে তেওঁৰ হাতত বিশিষ্টতা লাভ কৰে অন্তৰ্জগতৰ বিমূৰ্ত্ত ভাবনাত ব্যক্তিসত্তাৰ প্ৰসাৰণত, কেন্দ্ৰাভিমুখী স্বদেশমুখিতাৰ ঠাইত সত্য আৰু সুন্দৰসন্ধানী আন্তৰ্জাতিকতাত। সমষ্টিগত অনুশাসনতকৈ আত্ম-আনুগত্য প্ৰতিষ্ঠাৰ মাধ্যমেৰে ৰবীন্দ্ৰনাথে ভক্তিবাদী সনাতন পন্থাৰ পৰা বাংলা উপন্যাসক তুলি আনিলে যুক্তিবাদী আধুনিক পথলৈ। কিন্তু তেওঁৰ 'চোখেৰ বালি' (১৯০৩), 'গোৰা' (১৯১০), 'ঘৰে-বাইৰে' (১৯১৬), 'চতুৰঙ্গ' ১৯১৬), 'শেষেৰ কবিতা' (১৯২৯), 'চাৰ অধ্যায়' (১৯৩৪) ইত্যাদি তেৰখন উপন্যাসৰ মাজত জীৱনৰ বাস্তৱতাৰ পৰিচয় সিমান দলৈকে পোৱা নাযায় যিমানখিনি পোৱা যায় ঊনৈশ শতিকাৰ আৰম্ভণিতে ইউৰোপীয় উপন্যাসত। তত্ত্বগত ভাবধৰ্মিতাত মগ্ন থকাৰ হেতুকে বাংলা উপন্যাস তেতিয়াও বস্তুতান্ত্ৰিকতাৰ বিপৰীত মেৰুত আত্মমুখী হৈ থাকিল।

বাংলা উপন্যাসত বিষয়মুখিতাৰ সাৰ্থক ৰূপ প্ৰথমে ৰূপায়িত হয় শৰৎচন্দ্ৰৰ ৰচনাত। জনজীৱনৰ প্ৰত্যক্ষ অভিজ্ঞতা, হৃদয়বত্তা আৰু ফলপ্ৰসূ কলানৈপুণ্যেৰে পৰিপুষ্ট শৰৎচন্দ্ৰৰ উপন্যাস হৈ পৰিল সাধাৰণ পাঠকৰ অতিকৈ আপোন। 'পল্লীসমাজ' (১৯১৬), 'শ্ৰীকান্ত' (১৯১৭-১৮-২৭-৩৩), 'চৰিত্ৰহীন' (১৯১৭), 'গৃহদাহ' (১৯২০), 'শেষ প্ৰশ্ন' (১৯৩১) ইত্যাদি ষোলখন উপন্যাসত যি পৰিমণ্ডল

গঢ় লৈ উঠিছে সেয়া ব্ৰাহ্মণ্যসমাজব্যৱস্থানিয়ন্ত্ৰিত হলেও ক্ষয়িষ্ণু সামন্ত সমাজৰ অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিবাদী আৰু লাঞ্ছিত নাৰী সমাজৰ স্বাধিকাৰৰ প্ৰশ্নত উদ্বেল।

কুৰিৰ দশকৰ চতুৰ্থ পৰ্যায়ত আৱিৰ্ভাৱ হয় ক্লেদাক্ত নেতিবাচক দেহাত্মবাদী এদল কথা সাহিত্যিকৰ। তেওঁলোকৰ জীৱনবোধ জাতীয় ঐতিহ্যৰ পৰা গজালি নেমেলা কাৰণে তেওঁলোক সফল হ'ব নোৱাৰিলে। সেই বোকাপানী অতিক্ৰম কৰি সদৰ্থক জীৱনৰ তীৰভূমিত স্বকীয় বৈশিষ্ট্যেৰে ভাস্বৰ যি তিনিগৰাকী মহাৰথীৰ কলমত বাংলা উপন্যাসৰ উত্তৰণ সাধিত হ'ল তেওঁলোক কেউজনেই আছিল বন্দোপাধ্যায়। বিভূতিভূষণ বন্দোপাধ্যায়ৰ প্ৰথম উপন্যাস 'পথেৰ পাঁচালী' প্ৰকাশ হয় ১৯২৯ চনত। আধুনিক মননৰ শ্ৰেণী চেতনাই তেওঁৰ ৰচনাত প্ৰাধান্য নাপালেও প্ৰকৃতিৰ ৰহস্যময়তা, সৌন্দৰ্য আৰু শৰীৰী উপস্থাপন আৰু গ্ৰামবাংলাৰ নিঃস্ব জনজীৱনৰ নিৰুদ্ধ আশা-আকাঙ্খা, দুখ-বেদনাই তেওঁৰ 'অপৰাজিত' (১৯৩২), 'আৰণ্যক' (১৯৩৭), 'আদৰ্শ হিন্দু হোটেল' (১৯৪০), 'অশনি সংকেত' (ৰচনা কাল ১৯৪৪-৪৬, গ্ৰন্থাকাৰত ১৯৫৯), 'ইছামতী' (১৯৫০) ইত্যাদি চৈধ্যখন উপন্যাসত অভিব্যক্তি লাভ কৰিছে। তাৰাশঙ্কৰ বন্দোপাধ্যায়ৰ লেখনী কিন্তু লাঞ্ছনা-বঞ্চনাৰ মৌন অভিব্যক্তি নহয়। তেওঁ সমাজ সচেতন। ক্ষয়িষ্ণু সামন্ততন্ত্ৰৰ অবক্ষয়ৰ চেহেৰা আৰু পশ্চিমবঙ্গৰ পশ্চিমাঞ্চলৰ চাওতাল, বাউৰী, কহাৰ, বাউল, বৈৰাগী ইত্যাদি নিম্নশ্ৰেণীৰ জীৱনচৰ্যাৰ লোকসাহিত্যমূলক কাহিনী আৰু অস্তগামী সামন্ত সমাজৰ শূন্য প্ৰভুত্বৰ ইন্দ্ৰধনুচ্ছটা বিন্যাসৰ মাজেৰে তেওঁ এনে কেইখনমান উপন্যাস সৃষ্টি কৰিলে যিবোৰৰ কাহিনীভাগ তীব্ৰ আৰু চৰিত্ৰবোৰ আদিম প্ৰাণশক্তিৰে বীৰ্যবান। তেওঁৰ প্ৰথম উপন্যাস 'চৈতালী-ঘূৰ্ণি' (১৯৩১) আৰু ইয়াৰ পিছৰ 'ধাত্ৰী দেৱতা' (১৯৩৭), কালিন্দী' (১৯৪০), 'কবি', 'গণদেৱতা' (১৯৪২), 'হাসুলী বাঁকেৰ উপকথা' (১৯৪৭), 'নাগিনীকন্যাৰ কাহিনী' (১৯৫২) ইত্যাদি সাতাৱনখন উপন্যাসৰ যোগেদি তেওঁ প্ৰতিনিধিত্ব কৰিলে ক্ষয়িষ্ণু সামন্ত সমাজৰ আৰু একে সময়তে ৰূপদান কৰিলে অৱহেলিত পিছপৰা শ্ৰেণীৰ স্থবিৰ সমাজব্যৱস্থাৰ গোষ্ঠীগত বান্ধোন আৰু সেই বান্ধোনৰ পৰা মুক্তিৰ দ্বন্দ্ব, সিহঁতৰ হাঁহি-কান্দোন আৰু নৃত্য-গীতেৰে ভৰা জীৱন।

মাণিক বন্দোপাধ্যায়ে তেওঁৰ প্ৰথম উপন্যাস 'দিবাৰাত্ৰিৰ কাব্য'ৰ (১৯৩৫) জৰিয়তে ঘোষণা কৰিলে যে মানবসমাজৰ শ্ৰেণীসংঘাতপূৰ্ণ জীৱনধাৰাৰ বিষয়ে তেওঁ সচেতন। সাহিত্যিক জীৱনৰ প্ৰথমছোৱাত তেওঁ ধনিক আৰু পেটিবুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থান্ধতা, লোভ, লক্ষ্যহীনতা, নিষ্ঠুৰতা, যৌন বিকৃতি, আত্মৰতি ইত্যাদি পৰিপূৰ্ণ ৰূপত ফুটাই তুলিলে 'জননী' (১৯৩৪), 'পুতুল নাচেৰ ইতিকথা' (১৯৩৬), 'অহিংসা' (১৯৪২), 'চতুষ্কোণ' (১৯৪২) উপন্যাসৰ পাতত। কৃষক-শ্ৰমিক-নিম্নবিত্তৰ জীৱন সংগ্ৰামৰ জীয়া চিত্ৰ পোন প্ৰথমে জিলিকি উঠে তেওঁৰ ৰচনাসমূহতেই। 'পদ্মানদীৰ মাঝি' (১৯৩৬), 'সহৰতলী' (১৯৪০), 'দৰ্পণ' (১৯৪৫) , 'চিন্তামণি' (১৯৪৬), 'চিহ্ন' (১৯৪৭), 'সোণাৰ চেয়ে দামী' (১৯৫১), ইত্যাদি আটাইবোৰ মিলি ছয়ত্ৰিশখন উপন্যাসত তেওঁ অৰ্থনৈতিক ভেটিৰ সৈতে সম্পৰ্কিত

মানুহৰ জীৱন-সংগ্ৰামৰ জটিল স্বৰূপটো যুক্তিবাদী ভাষাৰে দাঙি ধৰিলে।

ত্ৰিশ, চল্লিশ আৰু পঞ্চাশৰ দশকৰ উপন্যাসসাহিত্যৰ ক্ষেত্ৰখন এই তিনি গৰাকী লেখকে প্ৰধানকৈ দখল কৰিলেও বিষয়গত বৈচিত্ৰ্য আৰু আঙ্গিকৰ পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে আৰু ভালেমান লেখকে বাংলা উপন্যাসক বহুমুখী ব্যাপ্তি দান কৰিলে। যুক্তি তৰ্ক প্ৰধান মননশীলতা, জীৱনৰ খণ্ডিত মুহূৰ্ত্তবোৰৰ অন্তৰ্বৃত অনুবৰ্তন, ৰাজনৈতিক চাকনৈয়াত ব্যক্তি-সমষ্টিৰ দ্বন্দ্ব, মাৰ্ক্সবাদী ধ্যানধাৰণাত শ্ৰেণীসংগ্ৰামভিত্তিক সামাজিক সংঘাটৰ ৰূপায়ণ, ঐতিহাসিক প্ৰেক্ষাপটত কাহিনীপ্ৰধান ৰোমাণ্টিকতাত হৃদয়বৃত্তিৰ উন্মোচন, বাঙালী সামাজিক চৰিত্ৰৰ দোষ-গুণ নাইবা ৰহস্য ৰোমাঞ্চৰ লঘু বিনোদন—এক কথাত কবলৈ গ'লে বিশ্ব প্ৰেক্ষাপটত আধুনিক জীৱন-মননৰ সকলো ধৰণৰ প্ৰতিফলনত বাংলা উপন্যাসে পৰিপূৰ্ণতা অৰ্জন কৰিলে। পঞ্চাশৰ দশকত আৱিৰ্ভূত ঔপন্যাসিক সমৰেশ বসু হৈছে এনে সদৰ্থক সৃষ্টিকৰ্মৰ সবাতোকৈ সফল কাৰিকৰ।

কিন্তু পঞ্চাশৰ দশকৰ আৰম্ভণিৰ পৰাই সমগ্ৰ বিশ্বৰ দাৰ্শনিক চিন্তা-ক্ষেত্ৰত প্ৰকট হৈ উঠে এক নঞৰ্থক জীৱনদৰ্শন যাৰ আঁৰত কাৰণ হিচাপে নিহিত আছে মানৱ সভ্যতাৰ অস্তিত্ব কঁপাই তোলা দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকা। সত্তাজিজ্ঞাসাৰ প্ৰায় দুই শতিকা জোৰা যুক্তিসমন্বিত নিৰ্ভৰতা পৰমাণু যুদ্ধৰ তেজস্ক্ৰিয়তাৰ মাজত পোত খালে, আৰু ইয়াৰ পচনক্ৰিয়াত হেৰাই গ'ল প্ৰেম-প্ৰীতি-বিশ্বাসত মগন মানুহৰ অমিয় সঙ্গীত। ইয়াৰ লগতে যোগ হ'ল কমিউনিষ্ট বিশ্বৰ বিভাজন; ১৯৫৬ খৃঃত চোভিয়েট দেশত নিঃস্তেলিনীকৰণৰ চৰম প্ৰতিক্ৰিয়াৰ ফলত আন্তৰ্জাতিক কমিউনিষ্ট সংহতিত মাৰাত্মক জোকাৰণি লাগিল। এনে বিধ্বংসী পৰিস্থিতিৰ ছাঁ পৰিল বাংলা সাহিত্যতো।

স্বাধীনতাৰ মূল্যস্বৰূপ বঙ্গ বিভাজনৰ ফলত বাঙালীৰ জাতীয় জীৱনলৈ চৌপাশৰ পৰা যি দুৰ্যোগ নামিছিল তাৰ সতে যোগ হৈছিল আন্তৰ্জাতিকতাৰ স্বৰ্গপতনৰ বিষাদময় ঘটনা। ভাবৰ জগতত মানুহ যেন দেউলিয়া হ'ল। ইয়াৰ পৰিণাম বাংলা উপন্যাসত পৰিস্ফুত হবলৈ ধৰে সেই দশকৰেই শেষৰ পিনে। যুক্তিবিমুখ আৰু অতিযৌক্তিক (irrational) অস্তিত্ববাদী জীৱনদৰ্শন আৰু বেসুৰা তালমাত্ৰাহীন উদ্ভট অযৌক্তিক (Theory of absurdity) তত্ত্বক খামুচি ধৰি বাঙালী লেখকসকলেও লেকাম নোহোৰা জীৱনধাৰাত জপিয়াই পৰিল। অস্তিত্বসংকটে প্ৰবল ৰূপ ধাৰণ কৰিলে, খণ্ডিত সত্তাৰ প্ৰতিফলনৰ চেষ্টা কৰি লেখকসকলে 'নতুন ৰীতি'ত নিৰালম্ব হৈ চেতনা প্ৰবাহৰ চাকনৈয়াত হাবাথুৰি খাবলৈ ধৰিলে, স্কিজোফ্ৰেনিক অসঙ্গতিৰে উপচি পৰিবলৈ ধৰিলে সাহিত্যৰ প্ৰেক্ষাপট। অহংবোধ খণ্ড-বিখণ্ড হ'ল, চৰিত্ৰবোৰ হৈ পৰিল বায়ুভূত, পজিটিভ নায়ক উপহাসৰ পাত্ৰ হ'ল, নেতিবাচকতাই হৈ পৰিল জীৱনৰ শেষ কথা।

ষাঠিৰ দশকৰ পৰা এইবোৰ কাৰণতে বাংলা উপন্যাসৰ দাৰ্শনিক ভেটিত ক'তোৱেই সমন্বয়ৰ ভূমিকা পাবলৈ নাইকিয়া হ'ল। সমষ্টিগত প্ৰচেষ্টা হাস্যকৰ হৈ

পৰিল। ৰ'ল মাথোন সৰ্বব্যাপি অনন্বয়, সকলো ধৰণৰ উদ্যমৰ অসাৰতা। এনে এক আত্মঘাতী অৱস্থাৰ মাজত তিষ্ঠি থাকিল মাথোন ব্যক্তিৰ সহজাত সততা, আদিম মানুহৰ দৰে প্ৰচণ্ড আশঙ্কাৰ মাজত থাকি সত্যক খেপিয়াই ফুৰাৰ চেষ্টা। আমি জীয়াই আছো কিন্তু এনে নিৰাশাৰ মাজত আশ্ৰয়হীন হৈ জীয়াই থকাৰ কোনো ভিত্তি নাই, দুষ্টস্বাৰ্থৰ সঙ্ঘবদ্ধ আক্ৰমণৰ বিৰুদ্ধে পলাতক অৱস্থাত সংগ্ৰামস্পৃহ ব্যক্তিৰ নিজৰ বিৰুদ্ধে নিজৰ ৰণ—ফলত আত্মসত্তাৰ বিখণ্ডীকৰণ। এনে অৱস্থাত মাথোন পাশৱিক প্ৰবৃত্তিৰহে উত্থান সম্ভৱ। সামাজিক জীৱনত পঁয়া লাগিল। বাংলা উপন্যাসৰ নায়কবোৰ হৈ পৰিল পলাতক সৈনিক।

বাংলা উপন্যাসসাহিত্যৰ জগতত মুস্তাফা চিৰাজৰ প্ৰৱেশ এনে এক পৰিপ্ৰেক্ষিততে, ষাঠিৰ দশকত।

কিতাপ অধ্যয়ন বা মননক্ৰিয়াৰ পৰা নহয়, মাটি আৰু হৃদয়ক্ৰিয়াৰ দিশৰ পৰা বাংলাউপন্যাস জগতত খ্যাতিমান লেখক হিচাপে প্ৰথমে প্ৰৱেশ কৰে শৰৎচন্দ্ৰ; তাৰ পিছত বিভূতিভূষণ আৰু তাৰাশঙ্কৰ; অৱশেষত সমৰেশ বসু। কিন্তু পৰিতাপৰ কথা এইখিনিতে যে সৃষ্টিকৰ্মত চিৰন্তনতা অৰ্জনৰ লগে লগে এওঁলোক আটায়ে মাটিৰ পৰা ছিন্নমূল হৈ মস্তিস্কগত প্ৰজ্ঞাত স্থিতি ল'লে, কলমৰ শক্তিক্ষমতা থকা সত্ত্বেও স্বভাৱধৰ্মৰ স্বৰ্গৰ পৰা খহি পৰা কাৰণে এওঁলোক কেউজনে শেষত ত্ৰিশঙ্কু অৱস্থাত পৰি ৰ'ল। ষাঠিৰ দশকতে মাটিৰ বুকুত জনম লোৱা আৰু ভালেকেইগৰাকী ঔপন্যাসিক লগ পাওঁ। এওঁলোকৰ মাজত সবাতোকৈ শক্তিশালী হৈছে শ্যামল গঙ্গোপাধ্যায়, প্ৰফুল্ল ৰায় আৰু চৈয়দ মুস্তাফ চিৰাজ। কেইখনমান অসাধাৰণ উপন্যাস লিখি চিৰস্মৰণীয় হোৱাৰ পিছত এওঁলোকেও মহাজনপন্থা অনুসৰণ কৰাৰ লক্ষণ ইতিমধ্যে দেখুৱাইছে।

চিৰাজৰ প্ৰথম উপন্যাস 'কিংবদন্তীৰ নায়ক' তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস 'নীল ঘৰেৰ নটী' (১৯৬৬ আৰু ১৯৯২ চনত প্ৰকাশিত দ্বিতীয় সংস্কৰণত যিখনৰ নতুন নামাকৰণ হৈছে 'নটী-নয়নতাৰা) আৰু আন পাঁচখন উপন্যাসৰ পিছত প্ৰকাশ হৈছে ১৯৬৯ খৃঃত। ১৯৭০ চনত 'তৃণভূমি' প্ৰকাশ হোৱাৰ আগৰ কালছোৱাক তেওঁৰ প্ৰস্তুতিপৰ্ব বুলি কব পাৰি। জড় আৰু জীৱ জগতৰ যিবোৰ স্বভাবৰ লগত যি সময়ত তেওঁ নিজকে যুক্ত কৰিবলৈ উন্মুখ হৈ পৰিছিল সেইবোৰৰ ভিতৰত অন্যতম আছিল জিঘাংসা। প্ৰকৃতিৰ আদিম আকৰ্ষণত ভূতগ্ৰস্ত হোৱা আৰু নাগিন-বাঁহীৰ মাতে সৃষ্টি কৰা ইন্দ্ৰজালৰ মাজত জীৱনৰ ছন্দ অনুসন্ধান কৰা। তেওঁৰ পঞ্চম আৰু ষষ্ঠ উপন্যাস 'নিশিলতা' আৰু 'হিজলকন্যা' (১৯৬৭) এনে চৰিত্ৰৰ। 'তৃণভূমি'ত তেওঁ সফলতা লাভ কৰিলে এই প্ৰবৃত্তিবোৰৰেই বাস্তৱ সত্তা ৰূপায়ন কৰি। পশ্চিমবঙ্গৰ মুৰ্চিদাবাদ জিলাৰ দ্বাৰকা নৈৰ অববাহিকা অঞ্চলৰ জলাহ্ আৰু তৃণভূমি অঞ্চলৰ বিস্তীৰ্ণ উলূৱনি আৰু কহুৱানিৰ পটভূমিত স্বাধীনতা উত্তৰ গ্ৰামবাংলাৰ দেশবিভাজনৰ ফলত জীৱনধাৰাৰ আকস্মিক আৰু নিষ্ঠুৰ ৰূপান্তৰৰ প্ৰতিফলন হোৱা 'তৃণভূমি' এখন অনুপম উপন্যাস।

তেওঁ যে প্ৰথম যৌৱনতে, কুৰি বছৰ বয়সত লোকনাট্য-আন্দোলনত জড়িত হৈছিল, পদ্মা-গঙ্গা-অজয়-ময়ূৰাক্ষীৰ বিশাল অববাহিকা অঞ্চলৰ গাঁৱে-ভূঞেঁ-হাটে-বজাৰে ছয় বছৰ ধৰি 'ওস্তাদ চিৰাজ-মাষ্টাৰ' হৈ ৰাইজৰ মন মুহিছিল, বাঁহৰ বাঁহী বজাই হাবি বননিৰ দুৰ্গম ৰহস্যময় প্ৰাকৃতিক স্বাধীনতাৰ মাজত ঘূৰি ফুৰিছিল, সেয়া সমাজৰ অৱহেলিত শ্ৰেণীটোৰ দুখ-দুৰ্দশাৰ সতে মাথোন পৰিচিত হ'বলৈ নহয়; তাৰ লগতে তেওঁৰ উদ্দেশ্য আছিল তেওঁলোকৰ প্ৰাণশক্তিৰো উৎস সন্ধান কৰা। চিৰাজৰ ভাষাত—"সৌন্দৰ্য্য আৰু পাপ, অমৃত আৰু বিষ বিনাদ্বিধাই মই পাণ কৰি থাকিলোঁ। নীলকণ্ঠ শিৱৰ দুঃসাহসত!" তেওঁৰ এই জীৱনৰ অপৰূপ বৃত্তান্ত মূৰ্ত্ত হৈ উঠিছে তেওঁৰ ঊনবিংশতম উপন্যাস 'মায়ামৃদঙ্গম'ত (১৯৭২)। তেওঁ লিখিছে, "প্ৰকৃতিৰ বুকুৰ এই স্বাধীনতাৰ সোৱাদে মানুহক প্ৰেমিক কৰে, দাৰ্শনিক কৰে, আকৌ যোদ্ধাবেশধাৰী হত্যাকাৰীও কৰে। ...............আৰু মানুহ প্ৰকৃতিৰ সন্তান কাৰণে তাৰ বাবে শ্লীলতা-অশ্লীলতাৰ কোনো কথা নাই। মাথোন আছে জীৱন— মুকলি উদ্দাম জীৱন। হয়তো নিজৰ অজ্ঞাতেই মোৰ আটাইবোৰ উপন্যাসত সেয়েহে ইমান স্বাধীনতা, হত্যাকাণ্ড আৰু মৃত্যু, অকপট কামনাৰ চোকা প্ৰয়োগ হৈছে। সম্প্ৰতি মোৰ ৰহস্য-উপন্যাস লিখাৰ প্ৰবণতাকো একেটা উৎসৰেই আন এক স্থূল পৰিণতি বুলি কব পাৰি।"

চিৰাজৰ জন্ম হয় ১৯৩০ চনত। ঔপন্যাসিক হিচাপে তেওঁৰ আত্মপ্ৰকাশ হয় ১৯৬৬ চনত, অৰ্থাৎ ছয়ত্ৰিশ বছৰ বয়সত। ঔপন্যাসিক হিচাপে পলমকৈ আত্মপ্ৰকাশ কৰিলেও কিন্তু তাৰ পিছৰ পৰাই তেওঁ ধুমুহা বেগেৰে হাবি-বন ভাঙি আগবাঢ়িছে। চাব্বিশ বছৰত সৰু-ডাঙৰ মিলি মুঠ উপন্যাস প্ৰকাশ হৈছে এশ পঁচিশখন। সংখ্যাৰ দিশৰ পৰা মন কৰিলে ই বিস্ময়কৰ। ইয়াৰ মাজতে কিশোৰ আৰু বয়স্কসকলৰ বাবে লিখা ৰহস্যকাহিনীৰ সংখ্যা অৰ্দ্ধশতাধিক। অৰ্থাৎ লেখকে অৰ্দ্ধসত্তা দান কৰিছে কিশোৰ কল্পনা আৰু বয়স্কসকলৰ অৱসৰ-বিনোদনৰ বাবে। তাৰ অধিকাংশই, সেইবোৰ যিমানেই সুলিখিত নহওক কিয় (যেনে 'অন্ধত্ৰাস' ১৯৯৩), এই কথা নকৈ নোৱাৰি যে এই ক্ষেত্ৰত তেওঁ নিজকে সাধাৰণৰ শাৰীলৈকে অৱনমিত কৰিছে। পিছে মহৎ শিল্পীৰ বেলিকাও এইখিনি আত্মশ্লথন, ধ্ৰুপদী সৃষ্টিকৰ্মৰ সুদীৰ্ঘ জাগৰণৰ পৰা এনেকুৱা অব্যাহতি হয়তো অনিবাৰ্য।

বঙ্কিমচন্দ্ৰৰ দৃষ্টিত প্ৰকৃতি হৈছে সৎ মানুহৰ ৰক্ষাকৰ্ত্ৰী। ৰবীন্দ্ৰনাথৰ দৃষ্টিত আনন্দৰ ঋণ পৰিশোধ কৰাৰ তপস্যাত সকলো শক্তিৰে সকলো ত্যাগ কৰি প্ৰকৃতিয়ে মানুহৰ মন সেউজীয়া ঐশ্বৰ্যেৰে ভৰাই দিছে আৰু মানুহক আনন্দৰ লগতে আত্মদান কৰিবলৈ উদ্বুদ্ধ কৰিছে। শৰৎচন্দ্ৰই প্ৰকৃতিৰ মাজত উগ্ৰৰূপা মহাকালীৰ ৰূপৰ সন্ধান পাইছিল যিয়ে মানুহক উদ্দামতাৰ পিনে লৈ যায়, মৃত্যুভয়ৰ পৰা মুক্ত কৰে আৰু আড়ম্বৰহীন ভাবে মানুহক হৃদয়বান কৰে।

বিভূতিভূষণে প্ৰকৃতিৰ পৰা পাইছিল উন্মুক্ত বন্যজীৱনৰ মুক্তি আৰু আনন্দউল্লাস যিয়ে মানুহক সুন্দৰ আৰু সত্যৰ পৰশেৰে শিশুৰ দৰে নিষ্পাপ কৰে; তাৰাশঙ্কৰে

প্ৰকৃতিৰ মাজত দেখিবলৈ পাইছিল মাতৃকাশক্তিৰ তান্ত্ৰিক ৰূপৰ লগত হ্লাদিনীশক্তিসম্পন্না বৈষ্ণৱী ৰূপৰ সমন্বয়, সেয়ে প্ৰকৃতিয়ে কেতিয়াবা মানুহক ৰুদ্ৰ শক্তিৰে আত্মাহাৰা কৰে কিন্তু পিছমুহূৰ্ত্ততেই মানুহক ফুলৰ দৰে কোমল কৰে; মাণিক বন্দোপাধ্যায়ে সাহিত্যিক জীৱনৰ প্ৰথম অধ্যায়ত প্ৰকৃতিৰ মাজত বিচাৰি পাইছিল প্ৰাকঐতিহাসিক হিংস্ৰ জৈৱ অস্তিত্ব যিয়ে মানুহক কৰি তোলে সৰ্পিল, আততায়ী আৰু কামপীড়িত; কিন্তু কমিউনিষ্ট হোৱাৰ পিছত তেওঁ প্ৰকৃতিৰ বুকুত বিজ্ঞানসিদ্ধ যুক্তিসমন্বিত ৰূপৰ বাহিৰে আন একো পোৱা নাই।

বাংলা উপন্যাসৰ পিছৰ অধ্যায়ত প্ৰকৃতি ধ্বংসপৰ্ব প্ৰকট হোৱাত নগৰায়ণৰ অত্যধিক প্ৰদূষণত পাত্ৰ-পাত্ৰীসকলেও জীৱনৰ ভাৰসাম্য হেৰুৱাই পেলায়। কিন্তু দুখৰ কথা এইটোৱেই যে সমৰেশ বসুৰ পৰা মুস্তাফা চিৰাজলৈকে চলি থকা লেখনীৰ ধাৰাটোৱেই এতিয়ালৈকে বাংলাউপন্যাসপ্ৰবাহিনীৰ মূল ধাৰা যিটো কালসমুদ্ৰৰ লগত যুক্ত, আৰু তাত এতিয়াও প্ৰকৃতিয়েই মাতৃজঠৰ ৰূপে স্বীকৃত। ফলস্বৰূপে সমৰেশ-শ্যামল-প্ৰফুল্ল-চিৰাজ প্ৰমুখ্যে লেখকসকলৰ সৃষ্টিকৰ্মৰ মাজতেই বাংলা উপন্যাসে এতিয়াও মানুহৰ পূৰ্ণাঙ্গ ৰূপটোৰ আধাৰ হৈ আছে।

চিৰাজে লিখিছে, "প্ৰকৃতিক বুজি পাইছিলোঁ কৰুণাময়ী মাতৃ বুলি। ইয়াৰ পিছত মোৰ দৃষ্টিত প্ৰকৃতি হৈ পৰিল ভয়ঙ্কৰী। মোৰ মনৰ মাজত সকলো মিষ্টিচিজমৰ মৃত্যু হ'ল। অভিমানত মই প্ৰকৃতিৰ পৰা দৃষ্টি আঁতৰাই আনিলোঁ। হিংসা আৰু ৰক্তপাতক ঘিণ কৰিলোঁ। জীৱন আৰু মৃত্যুৰ সকলো ৰহস্যৰ উৎস প্ৰকৃতি—অথচ জীৱনৰ প্ৰতি যেন প্ৰকৃতিৰ নাই কৰুণা, মৃত্যুৰ বাবে নাই এধানিও শোক। প্ৰকৃতিৰ ওচৰত মানুহ যে কিমান অসহায়! প্ৰকৃতি নিজে দ্বন্দ্বহীনা—অথচ মানুহৰ সকলো দ্বন্দৰ মূলতে প্ৰকৃতি।"

প্ৰথম যৌৱনতে লেখক হোৱাৰ চেষ্টা কৰি গাঁওত থাকোতে চিৰাজে 'ইবলিচ' ছদ্মনাম লৈ মফস্বলৰ কাকত-আলোচনীত কেইটিমান চুটিগল্প লিখিছিল। 'ইবলিচ' মানে চয়তান। সেই 'চয়তান'টোৱে মাথোন হিংসা আৰু হত্যাৰ সন্ধানতেই নহয়, তাৰ ল গতে সন্ধান কৰিছিল 'ৰাখালদেৰ স্বৰ্গৰাজ্য' (গৰখীয়াহঁতৰ স্বৰ্গৰাজ্য), ইনসান বা মানুহৰ যুঁজ, ৰক্তপাত আৰু কান্দোনৰ। এনেকৈয়ে তেওঁ উপলব্ধি কৰিলে, 'মানুহৰ পাপ সুন্দৰ, পুণ্য সুন্দৰ। মানুহৰ তেজ, চকুপানী, সুখ, দুখ সকলো সুন্দৰ।'

'উত্তৰ জাহ্নবী' (১৯৭৪), 'নীল শূন্য', 'পাপ-পুণ্য' (১৯৭৫), 'সীমাণা পেৰিয়ে' (১৯৮০), 'নিৰ্জন গঙ্গা' (১৯৮১), 'ৰাজপুত্ৰ-মন্ত্ৰীপুত্ৰ', 'নদীৰ মতন'(১৯৮৪), 'হেমন্তেৰ বৰ্ণমালা' (১৯৮৮), 'নিষিদ্ধ অৰণ্য' (১৯৮৯), 'জানমাৰি' (১৯৯১) ইত্যাদি সৰু-ডাঙৰ অসংখ্য উপন্যাসত বিচিত্ৰ পৰিবেশত তীব্ৰগতিময় প্ৰাণৱন্ত ভাষাত বিধৃত হৈছে এই উপলব্ধিবোৰ। 'নদীৰ মতন' উপন্যাসত 'পঞ্চাতদিদি'ক কেন্দ্ৰ কৰি গ্ৰামবাংলাৰ ৰূপান্তৰ, 'সীমানা পেৰিয়ে'ৰ পাতত ভাৰত-বাংলাদেশ সীমান্তত 'বৰ্ডাৰ দেৱতা' আৰু পদ্মাৰ বুকুত নোমেন্‌চ্‌লেণ্ডত পীৰৰ চৰৰ ইতিবৃত্ত, 'নিৰ্জন গঙ্গা'ত ভাগীৰথীৰ পাৰৰ দুখনি গাওঁ কলাবেড়িয়া আৰু নিষাদবাগৰ

গাওঁবাসীৰ হিন্দী-বাংলাৰ মিশ্রণত উদ্ভূত ভাষাৰ যাদুৱে বাংলা সাহিত্যত চিৰন্তনতাৰ দাবী কৰিব পাৰে।

'অলীক মানুষ' প্ৰকাশ হয় ১৯৮৮ চনত। ই মাথোন চিৰাজৰেই নহয়, আজিলৈকে লিখা বাংলা উপন্যাসৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস। উনৈশ শতিকাৰ মাজভাগৰ পৰা কুৰি শতিকাৰ মাজভাগলৈ এশ বছৰৰো অধিক কালৰ বাঙালী জীৱনৰ সামাজিক ইতিহাসৰ প্ৰেক্ষাপটত হিন্দু-মুছলমানৰ ধৰ্মীয় খিয়লা-খিয়লি, আকৰ্ষণ-বিকৰ্ষণ, মিল-অমিল আৰু বৃটিছ শাসনৰ দাবাখেলৰ গুটি হিচাপে হিন্দু-মুছলমানক ব্যৱহাৰ কৰাৰ জৰিয়তে সুবিধাবাদী নৰমপন্থীসকলৰ তৈলাক্ত আৰু নৈৰাজ্যবাদী চৰমপন্থীহঁতৰ ৰক্তাক্ত ইতিবৃত্ত এই উপন্যাসখনত সজীৱ হৈ উঠিছে। এয়া সম্ভৱ হৈছে কোনো মিঠা ভাষাৰ বৰ্ণনাত বা গঁতবন্ধা আৰোপিত কাহিনীবৃত্তৰ মাধ্যমত নহয়, আটাইবোৰ জীয়া চৰিত্ৰৰ পৰিপূৰ্ণ বাস্তৱতাতহে। ৰবীন্দ্ৰনাথৰ 'গোৰা' উপন্যাসত যি বিষয়বস্তু অতীন্দ্ৰিয় ভাষাৰ গভীৰতা সত্বেও অৱশেষত তত্ত্বগত আৰু বিমূৰ্ত্ত হৈ আছে, এই উপন্যাসখনত সি ব্যাপকতৰ পৰিসৰত তেজ-মাংস-মেদ-মজ্জাৰে নিপোটল আৰু মূৰ্ত্ত হৈ উঠিছে। 'অলীক মানুষ'ত লেখকৰ আঙ্গিকৰ ব্যৱহাৰো অভিনৱ—প্ৰথম পুৰুষৰ বিৱৰণৰ সৈতে উত্তম পুৰুষৰ আত্মকথন মিশ্ৰণৰ পুৰণি পদ্ধতিৰ লগত ইয়াত ব্যক্তিগত দিনলিপি, সংবাদপত্ৰিকাৰ উদ্ধৃতি, বিশ্বৰ অনেক দাৰ্শনিক-কবি-লেখকৰ ৰচনাৰ উদ্ধৃতিৰ জৰিয়তে বাঙালী জীৱনচৰ্যাৰ লগত বিশ্বজনীন অন্বয়, লৌকিক-অলৌকিক, পৌৰাণিক আৰু কিংবদন্তীমূলক বাস্তৱতা-পৰাবাস্তৱতাৰ মায়াজাল—সকলো মিলি সুনিপুণ মিশ্ৰণ আৰু অৱলেপনৰ মাজেৰে যি অবয়ব আৰু ৰূপ লেখকে ফুটাই তুলিছে সেয়া বৌদ্ধিক দুৰ্জ্ঞেয়তাৰে মস্তিস্কবিলাসী হৈ পৰা নাই, সাধাৰণ হৃদয়বান পাঠকৰ কাৰণেও সি হৈ পৰিছে সহৃদয়হৃদয়সংবাদী।

উপন্যাসখনৰ নায়ক চফিউজ্জামানৰ পিতাক মুছলমানসকলৰ এজন ডাঙৰ ধৰ্মগুৰু, শিষ্যসকলৰ বিশ্বাস মতে তেওঁ মোজেজাদৰ্শী অৰ্থাৎ দিব্যশক্তিৰ অধিকাৰী এজন অভিজ্ঞ আৰু বয়স্ক পীৰ, যদিও তেওঁৰ নিজৰেই জেহাদ আছিল পীৰতন্ত্ৰৰ বিৰুদ্ধে। তেওঁ ৱাহাবি আন্দোলনৰ দৃঢ় সমৰ্থক আৰু গোড়া ফৰাজি। তেওঁৰ সম্পূৰ্ণ নামটো হৈছে বদি-উজ-জামান আল-হুচায়নি আল-খুৰাচানি। ধৰ্মান্ধতাই এনে এজন মানুহক অৱশেষত পীৰতন্ত্ৰৰ বুজৰুকিত আত্মসমৰ্পণ কৰালে আৰু তেওঁৰ মন্ত্ৰপূত পানী নিবলৈ, তেওঁৰ পাগুৰি চুই তওবা কৰিবলৈ মছজিদ লোকে লোকাৰণ্য হবলৈ ধৰিলে—সেই ধৰ্মান্ধতাই তেওঁৰেই কণিষ্ঠ পুত্ৰ চফিক ক্ৰমাগত ভাৱে ধৰ্মবিদ্বেষী কৰি তুলিলে। ইংৰাজী শিক্ষাৰে শিক্ষিত নাস্তিক মুক্তবুদ্ধি প্ৰকৃতিপ্ৰেমিক বাৰুচাচাৰ প্ৰভাৱত ধৰ্মীয় বান্ধোনৰ পৰা মুকলি হৈ চফিয়ে ইংৰাজী শিক্ষা আৰু মুক্ত প্ৰকৃতিৰ বুকুৰ পৰা স্বাধীন বোধবুদ্ধিত সমৃদ্ধ হৈ ভয়ঙ্কৰ এক মানসিক বিপৰ্যয়ৰ চিকাৰ হৈ পৰিল। কৈশোৰ আৰু যৌৱনৰ সন্ধিস্থলত হৰিণী সদৃশ কিশোৰী ৰুকুৰ সৈতে তাৰ হৃদয় বিনিময় হৈছিল, তাইৰ লগতে তাৰ বিয়াৰ প্ৰস্তাবো হৈছিল, কিন্তু বাল্যবিবাহবিৰোধী বাৰুচাচাই তাতে হেঙাৰ দিলে। তেওঁ বিচাৰিছিল ৰুকু-চফি

উপযুক্ত যৌৱনপ্ৰাপ্ত হওক, চফিয়ে শিক্ষা সাং কৰক; কিন্তু ক্ৰোধান্ধ দেউতাকৰ ইচ্ছানুসৰি ফুলৰ দৰে কোমল সেই কিশোৰী সমৰ্পিত হ'ল জন্মপ্ৰতিবন্ধী অৰ্দ্ধমানৱ-অৰ্দ্ধপশু তেওঁৰেই মাজু পুতেকৰ কামাতুৰতাৰ গ্ৰাসত। এই ভয়ঙ্কৰ অমানবিকতাই চফিক জ্বলাই তুলিলে। সমাজ সংসাৰ এৰি সি পলাল। চফিয়ে মানব সমাজৰ অন্ধকাৰ পাপৰ বৃত্তবোৰৰ সৈতে পৰিচিত হ'বলৈ ধৰিলে আৰু সেইবোৰ সংহাৰ কৰাৰ বাবে সি শক্তিৰ উৎস হিচাপে বিচাৰি পালে প্ৰকৃতিকেই। 'বিদ্ৰোহৰ ধাতুনিৰ্মিত এটি সত্তা'ৰ 'শীতল চাৱনি' যুক্ত এই নায়কজন কৈশোৰত আছিল 'প্ৰকৃতিৰ দাস', কিন্তু যৌৱনত আত্মসত্তাৰ বিদাৰণৰ ফলত অলীক মানুহলৈ ৰূপান্তৰিত হৈ নিৰ্মম ঘাতকত পৰিণত হ'ল; বঙ্গৰ পশ্চিম অঞ্চলৰ চৰিত্ৰহীন জমিদাৰবোৰ আৰু বিবেকহীন বৃটিছ চৰকাৰৰ বাবে সি হৈ পৰিল এক আতঙ্ক। প্ৰকৃতিৰ স্বাধীনতা সোঁতে এনেদৰে চফিক ৰূপান্তৰিত কৰিলে নীট্‌চে-কথিত চুপাৰমেনলৈ, অনেক হত্যাৰ-আচামী হিচাপে তাৰ ফাঁচি হোৱাৰ আগেয়ে জনমানসত সি হৈ পৰিছিল কিংবদন্তীৰ পুৰুষ, দৰিদ্ৰজনৰ ত্ৰাণকৰ্ত্তা।

—সত্যপ্ৰিয় ঘোষ

## এক

# ক'লা আৰু বগা জিনৰ কাহিনী

ছেহ্বন জজে ফাঁচিৰ হুকুম দিয়াৰ লগে লগে আচামী চফিউজ্জামানৰ মনত পৰিল এজন ক'লা আৰু এজন বগা মানুহৰ কথা। এই দেশৰ গাঁও অঞ্চলৰ শিশুসকলে চৌপাশে অসংখ্য ক'লা মানুহ দেখি দেখিয়েই ডাঙৰ-দীঘল হয় আৰু সিহঁত নিজেও ক'লাই হয়। কিন্তু এজন বগা মানুহ, যাৰ নোম, চকুৰ চেলাউৰি আৰু চুলিও বগা, দেখিলে সিহঁত হতভম্ব হয়।

ইয়াৰ আগেয়ে চফিউজ্জামানক এজন 'বিপজ্জনক ব্যক্তি' বুলি ঘোষণা কৰা হৈছিল। এবাৰ তাক সাত বছৰৰ কাৰণে জিলাৰ পৰা নিৰ্বাসন দিয়া হৈছিল। ইংৰাজৰ আইনেও একো একোটা সময়ত বৰ অদ্ভুত ৰূপ লয়।

কিন্তু চফিউজ্জামান আছিল তাতোকৈ অদ্ভুত। তাৰ পিতাক আছিল এজন মুছলমান ধৰ্মগুৰু। যদিও পীৰতন্ত্ৰৰ বিৰুদ্ধে তেৱেঁই গাঁৱে গাঁৱে জেহাদ ঘোষণা কৰি ফুৰিছিল, শিষ্যসকলে আকৌ তেওঁকেই বুজুৰ্গ পীৰ বুলি মানিছিল। তেওঁৰ সম্পূৰ্ণ নামটো বৰ দীঘল। চৈয়দ আবুল কাচেম মুহম্মদ বদি-উজ-জামান আল্ হুচায়নি আল্ খুৰাচানি। বদিউজ্জামান এফালে যেনে অমায়িক, মিঠামুখীয়া আৰু ভাবপ্ৰৱন, আনফালে তেনে একাচেকা ধৰণৰ, জেদী আৰু হঠকাৰী। সঘনে ইঠাইৰ পৰা সিঠাইলৈ ঘৰ-গৃহস্থি তুলি নি বসতি কৰা তেওঁৰ স্বভাৱ। চফিউজ্জামানৰ জন্ম হৈছিল পদ্মানদীৰ পাৰৰ কাটালিয়া নামৰ এখন গাৱঁত। তাৰ তিনি বছৰ বয়সত পিতাক বদিউজ্জামানে ঘৰ-গৃহস্থি তুলি নিয়ে পোখৰালৈ। চফিৰ পাঁচ বছৰ বয়সত পোখৰাৰ পৰা বিনুটি-গোবিন্দপুৰ, দহ বছৰ বয়সত নৱাৱগঞ্জ, বাৰ বছৰ বয়সত কুতুবপুৰ, যোলত খৈৰাডাঙ্গা আৰু তাৰ পিছৰ বছৰ মৌলাহাট। চফিৰ জন্মৰ আগেয়েও এনেকৈ বহুবাৰ ঠাই সলাইছে বদিউজ্জামানে। চফিৰ মাক চাইদ-উন-ন্নিচাই (সংক্ষেপে চাইদা) সেইবোৰ কাহিনী ভালেখিনি ৰহন সানি চফিক শুনাইছিল। প্ৰথম ভাঁপ-জাহাজ দেখা, হাবিৰ মাজত বাঘৰ মুখামুখি হোৱা ইত্যাদি ৰোমাঞ্চকৰ কথা। এবাৰ চৈ-দিয়া গৰু-গাড়ীত উঠি ক'ৰবালৈ যাওঁতে গাড়ীত বহি থাকিয়েই ৰাস্তাৰ দাঁতিৰ ওলমি থকা কেঁচা আম ছিঙিছিল। সেই আম -খাওঁতে খাওঁতে শেষত হাগনি হ'ল। বুজুৰ্গ গিৰিয়েকে দিয়া পানী-জৰা খাইহে ৰক্ষা! হাগনি ভাল নহ'ব পাৰেনে? মৌলানাৰ

লগত দলিজঘৰত দেখা কৰিবলৈ আচমানৰ পৰা দোভাগৰাতি জিনবোৰ নামি আহিছিল। খিড়িকীৰে বাহিৰলৈ ছিটিকি পৰিছিল উজ্জ্বল পোহৰ। জিনবোৰৰ মাত গ্ৰামোফোন ৰেকৰ্ডৰ দৰে, অৰ্থাৎ ধাতৱ আৰু সুৰীয়া। চাইদাই সিহঁতৰ ভাষা নুবুজে। শান্তুৱেকে চাইদাক মাজৰাতি টোপনিৰ পৰা জগাই দি ফুচফুচাই কয় যে তেওঁ জিনৰ লগত চলি থকা বদুৰ কথা-বতৰা শুনিব খোজে। চাইদা হেনো তেতিয়াও বালিকা। গিৰিয়েকৰ বয়স তেওঁতকৈ আঢ়ৈগুণ বেছি। চাইদাই কয়, এবাৰ জিন দেখুৱাবলৈ খাটনি ধৰাত গিৰিয়েকে খণ্ডত এসপ্তাহ 'ইত্তেকাফ' লৈছিল।

ইত্তেকাফ মানে হৈছে নিৰ্জনতাত মৌনভাৱে আল্লাহৰ চিন্তা কৰা। কিন্তু বদিউজ্জামানেতো পাহাৰ বা অৰণ্যত বাস কৰা নাছিল যে পাহাৰৰ গুহা বা অৰণ্যত কুটিৰ সাজি ধ্যানত বহিব! তেওঁ ইত্তেকাফ লবলৈ গৈছিল মছজিদলৈ। মছজিদৰ ভিতৰত দক্ষিণ-পূব কোণত আঠুৱা তৰি সোমাই থাকিছিল। শিষ্যহঁতে সেই কেইদিন যথাসম্ভৱ মনে মনে নামাজ পঢ়িছিল। সাধাৰণতে মছজিদৰ ভিতৰতেই নামাজৰ অন্তত বিভিন্ন সামাজিক বিষয় লৈ আলোচনা সভা হৈছিল। কেতিয়াবা মেলো বহিছিল। সেইবোৰত খুব হাই উৰুমি হয়। পিছে হুজুৰে ইত্তেকাফ ব্ৰত পালন কৰা সময়ত কোনো ধৰণৰ হাই-উৰুমি কৰা দূৰৰে কথা শিষ্যসকলে তেওঁক নানা ধৰণে সাহায্যহে কৰিছিল। মছজিদৰ এলেকাত ডাঙৰকৈ কথা কোৱাও তেওঁলোকে নিষেধ কৰিছিল।

এখন ক'লা আঠুৱাৰ তলত দেউতাক লুকাই থকা দেখি শিশু চফি খুব আচৰিত হৈছিল। তাৰ ককায়েক নুৰুজ্জামান সুদূৰ দেওবন্দ মাদ্ৰাছাত তালেব-উল আলিম—শিক্ষাৰ্থী। সৰু ককায়েক মণিৰুজ্জামান জন্মৰ পৰাই বোবা। মুখেৰে অনবৰতে লালটি বৈ থাকে। টিকা চোঁচৰাই চোতালৰ পৰা পিৰালি, পিৰালিৰ পৰা ঘৰৰ ভিতৰ আৰু শেষত ৰান্ধনিঘৰলৈ গৈ মাকৰ পিঠিত উঠেগৈ। সেইকাৰণে পিতাকৰ ভাত-আঞ্জাখিনি চফিয়েই লৈ গৈ মছজিদত দি আহিব লাগিছিল। এনেয়ে মছজিদৰ ভিতৰখন ঘোপ মৰা, তাতে আকৌ ক'লা আঠুৱা। ভাত-আঞ্জাখিনি বিচনাৰ কাষত থৈ চফিয়ে তীক্ষ্ণ দৃষ্টিৰে আঠুৱাৰ ভিতৰখন চাবলৈ চেষ্টা কৰিছিল। পিতাকৰ লগত মাত-বোল কৰা বাৰণ। মাতিলেও কোনো উত্তৰ নিদিব। কিন্তু চফিৰ ইচ্ছা হয়, আঠুৱাখন এবাৰ সাউৎকৈ দাঙি ধৰি চায়েই লৰ মাৰিব নেকি। ভিতৰত বাৰু পিতাকে কি কৰি আছে? আঠুৱাৰ তলত কোনোবা জিনো সোমাই থকা নাইতো? অথবা, ভিতৰত পিতাক আছেনে? ঘনে ঘনে তাৰ মনত এইবোৰ প্ৰশ্নই উকমুকাইছিল। কেতিয়াবা অজান ভয়ত তাৰ শৰীৰৰ নোমবোৰ থিয় হৈছিল। এনে মুহূৰ্তবোৰত তাৰ ইচ্ছা হয় সি খুব জোৰকৈ চিঞৰি দিব। বৰ কষ্টেৰেহে চফিয়ে তাৰ ইচ্ছা দমন কৰিছিল। তাৰ পিছত কোনোবা এজন শিষ্যই আহি তাক দেখি ভুৰু কুঞ্চিত কৰি, জিভা উলিয়াই, মূৰ জোকাৰি জোকাৰি তাৰ এখন হাতত ধৰি বাহিৰলৈ উলিয়াই লৈ গৈছিল। চেপা মাতেৰে তাক বকিছিল। চফিয়ে সুধিছিল, কাঁহী-বাতিবোৰ লৈ যাব নালাগিব নেকি? সেইবাবেহে ৰৈ আছোঁ। শিষ্যজনে কৈছিল, সেইটো মোৰহে দায়িত্ব। আপুনি যাওঁকচোন। ঘৰলৈ যাওঁক।

ধৰ্মগুৰুৰ ল'ৰা বাবেই শিশুটোকো মানুহে আপুনি বুলি সম্বোধন কৰিছিল। সেয়া দেখুওৱা ভক্তি নহয়। শিশু চফিয়ে সকলো সময়তে বিভিন্ন ঠাইৰ মানুহে হুজুৰক দেখা কৰিবলৈ অহা দেখিছে। টকা-পইচা, ভাৰ-ভেটিৰে হুজুৰৰ ওচৰলৈ আহে। কোনোবাই গৰু-গাড়ীৰে ফলমূল কঢ়িয়াই আনিছে। দলিজ ঘৰৰ বাৰান্দাত ধান, মাহ, সৰিয়হ আদিৰ বস্তা। শাক-পাচলিৰ দ'ম। পুখুৰীৰ মাছ। কুকুৰা। খাহী ছাগলী। কোৰবাণি পৰ্বৰ সময়ততো দলিজঘৰৰ কাষৰ খেজুৰজোপাৰ তলতেই বয়-বস্তুৰ দ'ম হৈছিল। মাংসৰ একোখন পাহাৰ হয়। পাহাৰেই। চফিতকৈ ওখ।

দয়ালু মৌলানাই কিন্তু ভালেখিনি বয়-বস্তু গৰীব-দুখীয়াসকলক বিলাই দিছিল। দলিজঘৰৰ ওচৰে পাজৰে নিতৌ মগনীয়া, ফকিৰ, মুছাফিৰৰ ভীৰ। তাৰ ভিতৰত আটাইবোৰ মুছলমান নহয়। হিন্দু সমাজৰ অতি দুখীয়া, খাবলৈ নথকাবোৰো আহিছিল। কুনাইপাৰাৰ এচকুৱা সৰলা বুঢ়ী, যাক মাকৰ হুকুমমতে চফিয়ে সল্লাপেহী বুলিবলৈ বাধ্য হৈছিল, ঈদ বা কোৰবাণিৰ দিনাখন, তাই দোকমোকালিতেই আহি দলিজঘৰৰ ওচৰত হাজিৰ। পুৱাৰ চৰাই-চিৰিকতিয়ে তেতিয়াও মতাই নাই। বদিউজ্জামানে দলিজঘৰৰ ভিতৰতেই নৈশ যাপন কৰিছিল। তামৰ ডাঙৰ বদনা আৰু ময়ুৰমুখী লাঠিডাল লৈ মছজিদত ফজৰৰ নামাজ পঢ়িবলৈ যাবলৈ বুলি দুৱাৰ খুলিলেই, 'এই বাবা'। সৰলাবুঢ়ীয়ে সঁহাৰি দিয়াৰ সেয়াই নিয়ম। তাই যে আহিছে তাকে জনোৱাৰ কাৰণে হঠাতেই মেকুৰীয়ে 'মেঁও' কৰাৰ নিচিনা সেই দুটি শব্দৰ উচ্চাৰণ। নিজম দুপৰীয়া খোৱা-বোৱাৰ পিছত চাইদাই মজিয়াত বহি সুৰ লগাই বঙালী পুথি পঢ়িছে। শাহুৱেক কামৰুন্নিচাই চকু মুদি কাণ পাতি শুনিছে। দুৱাৰমুখত চুবুৰীৰ এজাক জীয়ৰী-বোৱাৰীয়ে জুম বান্ধিছে। শুনি থাকোতেই দুই এজনীয়ে কলমটিয়াবলৈ ধৰিলে। ভাদুৰ মাকতো পিৰালিতেই শুই পৰিল। সিফালে ভাদুৱে পথাৰৰ পৰা আহি গোটেই চুবুৰীটোত আই-আই কৰি চিঞৰিব লাগিছে আৰু ইফালে বাদশ্বাহ নমৰুদে খাটিয়াৰ ওপৰত মাংসৰ টুকুৰা ওলোমাই তিনিটা শগুণক লোভ দেখুৱাই আচমানত উঠিছে। হাতত ধনু-কাঁড়! খোদাৰ বুকুত কাঁড় মাৰিব। আৰু খোদাই মিচিকিয়া হাঁহি মাৰি ফেৰেস্তাক কৈছে, বেচেৰা নমৰুদক সন্তুষ্ট কৰা। সি মাৰি পঠোৱা কাঁড়ৰ আগত তেজ সানি ঘূৰাই পঠোৱা। তেতিয়া ফেৰেস্তাহঁতে তেজ বিচাৰি লৰা-ঢপৰা কৰিছে। অৱশেষত মাছে তেজ দিলে। তেতিয়া খোদাই ক'লে, হে মাছ আজিৰ পৰা মৰা অৱস্থাতো তুমি হাৰাম বুলি গণ্য নহ'বা। সেই সময়তেই হঠাৎ 'এই বাবা'! ভাদুৰ মাকে ধহ্মহ্কৈ উঠি খোপা বান্ধিবলৈ ধৰিলে। পদুৰ ঘৈণীয়েকৰ তন্দ্ৰা আঁতৰিল। মুখেৰে বৈ অহা লালটি মচিব ধৰিলে। বাকী জীয়ৰী-বোৱাৰীহঁতে তাকে দেখি গিৰ্জ্জনি মাৰি হাঁহিলে। কামৰুন্নিচাইও সোলা মুখেৰে হাঁহি হাঁহি ক'লে, চাওঁ গুচ্ গুচ্। চাও সল্লাকাণীক। চাইদাই চেপা মাতেৰে ধমকি দিলে, চুপ্ চুপ্। হাই নকৰিবা। শুনিলে বকিব।

বদিউজ্জামান দলিজঘৰত। সেয়েহে এই সাৱধানবাণী। চফিয়ে মাকৰ শাৰীৰ আচল টানি ক'লে, আম্মা! ক'কচোন, তাৰ পিছত কি হ'ল? কাঁড়ডালত তেজ সানি কি কৰিলে?

চাইদাই চকু পকাই ক'লে, তেজ নহয়, খুন।

কিয় আম্মা?

হিন্দুসকলেহে তেজ বোলে।

এইবোৰ কুতুবপুৰত থকা দিনৰ ঘটনা। গাঁওখন ডাঙৰ। হিন্দু-মুছলমান প্ৰায় সমান সমান। মাজত 'নো মেনচ্ লেণ্ড'ৰ নিচিনা এখন এৰাবাৰী। নিম গছৰ হাবি। কি হুজুগত জানো বদিউজ্জামানে তেওঁৰ সৰু পুতেকক আদ্য পণ্ডিতৰ পাঠশালাত নাম লগাই দিছিল। নিমগছৰ হাবিৰ মাজেৰে মানুহ অহা-যোৱা কৰা এটা লুংলুঙীয়া বাট। চ'ত মাহত নিমগছৰ ফুলৰ গোন্ধত গোটেইখন আমোলমোলাইছিল। এতিয়াও ক'ৰবাত নিমৰ ফুলৰ গোন্ধটো পোৱাৰ লগে লগেই চফিৰ নাকত লাগেহি আদ্য পণ্ডিতৰ ধপাতৰ গোন্ধ। যেন এটা গোন্ধৰ পিছত আনটো গোন্ধ ওচৰতেই ৰৈ থাকেহি। এটা ক'লা মানুহৰ পিছত যেনেকৈ এটা বগা মানুহ।

মানুহে বাৰীখনক মাণিকৰ বাৰী বোলে। বোধহয় মাণিক নামৰ কোনোবা আছিল। মাণিকৰ বাৰী পাৰ হ'লেই পাঠশালাখন। বহিবলৈ সৰু সৰু একোখন তালপাতৰ কঠ ল'ৰাহঁতে নিজৰ ঘৰৰ পৰা লৈ যায়। চাইদাই নিজ হাতেৰে চফিক এখন বৈ দিছিল। চফিয়ে কঠৰ তালপাতবোৰ চিঙি কামুৰিছিল। তাৰ শ্ৰেণীৰ ল'ৰাবোৰৰ প্ৰায়ভাগেই তাতকৈ বয়সত ভালেখিনি ডাঙৰ। সিহঁতৰ ভীৰৰ মাজত সি যেন চেপা খাইহে থাকে।

চফিৰ বৃত্তি-পৰীক্ষাৰ আগেয়ে বদিউজ্জামানে কুতুবপুৰ এৰিবলৈ টালি-টোপোলা বান্ধিলে। খৈৰাডাঙ্গাৰ মুছলমান জমিদাৰে তেওঁক থাকিবলৈ এটি পকীঘৰৰ বন্দোবস্ত কৰি দিছিল। মিনাৰ আৰু গম্বুজ থকা বিৰাট মছজিদ। কাষতেই মাদ্ৰাছা, তালেবুল আলিমহঁতৰ শাৰী শাৰী থকা ঘৰ। চোতালত ফোৱাৰা। ফুলৰ বাগিছা। দুনিয়াৰ বুকুত যেন বেহেস্তৰ এধানি প্ৰতিবিম্বহে।

নামাজৰ শেষত প্ৰতি সন্ধিয়া জমিদাৰবাৰীৰ প্ৰৱেশদ্বাৰত নহবত বাজিছিল। জমিদাৰ আছৰাফ খান চৌধুৰীয়ে হুজুৰৰ কথা অনুসৰি নহবত বন্ধ কৰিছে। তেখেতে ফৰাজি মতে দীক্ষা লৈছে। গান-বাজনাক হাৰাম বুলি ঘোষণা কৰা হৈছে। পৰ্দা মানি চলাৰ কঢ়া হুকুম জাৰি কৰা হৈছে। খোৱাপীৰৰ থানত ধূপ ধূণা জ্বলোৱা, শৰাই আগবঢ়োৱা, কবৰত মূৰ লগাই প্ৰণাম কৰা, জেঠ মাহৰ শেষৰ ৰবিবাৰে আবেলি মেলা পতা— সকলো বন্ধ এতিয়া। পীৰৰ খাদিম বা সেৱসকলে (যিসকলৰ মূৰত জঁটা আছিল, গেৰুৱা বসন পিন্ধিছিল, জৰা-ফুকা কৰিছিল, মাদুলি আদি দিছিল) ঘটনা বিপৰীতে দেখি সদৰলৈ পলাল। উৰা বাতৰি ওলাইছিল যে বদু মৌলানাই এশ মানুহ লগত লৈ থান ভাঙিবলৈ আহিছে। সদৰৰ আবু-তোৰাব উকীলৰ জীয়েকৰ কান্ধৰ পৰা এটা হাৰামজাদা জিন এজন খাদিমে ধৰি আনি এটা বটলৰ ভিতৰত বন্দী কৰি নি গঙ্গাত পেলাই দিছিল। শুনা কথা, কৃতজ্ঞ উকীলজনে হেনো সেই খাদিমজনৰ সপক্ষে আদালতত আবেদন কৰিছে। আবেদন কৰক বাৰু। বদু মৌলানাই গঙ্গাৰ পৰা সেই বটলত বন্দী হৈ থকা জিনটো উদ্ধাৰ কৰিব। তাৰ পিছত কি হ'ব সেয়া সহজে অনুমেয়।

এনেবোৰ কথাও বদিউজ্জামানে শুনিছিল। কিন্তু এইবোৰলৈ মন-কাণ নিদিছিল। তেওঁ ফৰাজি ধৰ্মগুৰু। পূৰ্ববঙ্গৰ প্ৰখ্যাত ফৰাজি আন্দোলনৰ প্ৰবক্তা হাজী চৰিয়তুল্লাৰ মুৰিদ— শিষ্য। প্ৰচণ্ড পিউৰিটান। হাত নাভিৰ ওপৰত থৈ নামাজ পঢ়ে। চুৰা ফাতেহা আবৃত্তিৰ পিছত উচ্চ কণ্ঠে 'আমিন' বুলি কয়। প্ৰাৰ্থনা ৰীতি আৰু ধৰ্মীয় আচৰণৰ ক্ষেত্ৰত অইন তিনিটা মযহাব বা সম্প্ৰদায়ৰ লগত এনে ধৰণৰ বহুত পাৰ্থক্য মানি চলে। কিন্তু জিনৰ ক্ষেত্ৰত তেওঁৰ আপত্তি থকাৰ কাৰণ নাই। কিয়নো পৱিত্ৰ কোৰাণত স্বয়ং আল্লাহে কৈছে, মই জিন আৰু ইন্চান্ (মানুহ) সৃষ্টি কৰিছোঁ। জিন সৃষ্টি কৰা হৈছে জুইৰ পৰা আৰু মানুহ মাটিৰ পৰা। জিনবোৰ অগ্নিজাতক। সিহঁত পোহৰৰ মানুহ। সাতখলপীয়া আচমানৰ কোনোবা এটা খলপত সিহঁত থাকে। (আধুনিক জ্যোতিৰ্বিজ্ঞানৰ ভাষাত অইন এটা গেলেক্সিত)। গতিকেই জিন আছে। জিন থাকিলে পৃথিৱীত সিহঁতক কোনে বাধা দি ৰাখিব পাৰে?

আদ্য পণ্ডিতৰ পাঠশালা এৰিবলৈ পাই চফিয়ে পেটে-পেটে ভালেই পাইছিল। কথাই কথাই পণ্ডিতৰ বেতৰ কোব! চফি খুব আচৰিত হৈছিল। তাক চুবুৰীৰ দাড়ি-চুলি পকা বুঢ়াবোৰেও আপুনি সম্বোধন কৰে। চফিৰ এনেহেন ধাৰণাও আছিল যে সিহঁতৰ ঘৰৰ মানুহবোৰ অমৰ। কুতুবপুৰত থাকোতে তাৰ এজন ভায়েক উপজিছিল। জন্মৰ এবছৰ পিছত এদিন স্কুলৰ পৰা ঘূৰি অহাৰ পথত ভায়েক মৰা খবৰটো শুনি তাৰ খুব খং উঠিছিল। এয়া যে অসম্ভৱ কথা! ঘৰলৈ আহি কন্দা-কটা শুনি সি থৰ লাগিছিল। তাৰ পিছত প্ৰায়েই সি কবৰখানালৈ গৈ কেঁচা মাটিৰ সৰু কবৰটোলৈ চাই চাই সম্মুখৰ শাওৰা গছজোপালৈ চপৰা দলিয়াইছিল। খং আৰু দুখত সি ভেঁ-ভেঁকৈ কান্দিছিল।

পণ্ডিতৰ বেতৰ কোব খোৱা কথা চফিয়ে ঘৰৰ মানুহৰ পৰা লুকাই ৰাখিছিল। ভাগ্য ভাল, মুছলমান চুবুৰীটোৰ কোনো ল'ৰা পাঠশালাত নাছিল। কিন্তু ধৰ্ম-শিক্ষা মুছলমানৰ বাবে খুব আৱশ্যকীয়। সেই কাৰণে কণ-কণবোৰে মছজিদত এজন ওস্তাদৰ ওচৰলৈ আৰবী পঢ়িবলৈ গৈছিল। হুজুৰৰ নিৰ্দেশ মৰ্মেই ওস্তাদক নিযুক্ত কৰা হৈছিল। তেওঁ এসময়ত হুজুৰৰ বস্তু-বাহানি কঢ়িওৱা 'তালেবুল আলিম' আছিল। ছোৱালীহঁতে পঢ়িছিল চাইদাৰ ওচৰত। চোতালত জুম বান্ধি সিহঁতে পঢ়ে ঃ আলেফ জবৰ আ। বে জবৰ বা। তে জবৰ তা।

কুতুবপুৰ এৰি যোৱাৰ কথা শুনি শিষ্যসকলৰ কি যে কান্দোনৰ ৰোল! এনে মুহূৰ্তবোৰত বদিউজ্জামানৰ এটা চিৰাচৰিত আনুষ্ঠানিক ৰীতি আছিল। মছজিদত নামাজৰ পিছত ভাষণ দিছিল ঃ বেৰোদানে ইছলাম— ইছলামৰ ভাইহঁত! আল্লাহে মোক জিন্দেগি-ভৰ ৰাহি মুছাফিৰ কৰি স্ৰজিছে। যদি সোধে, আপোনাৰ দেশ কোনখন? মই কওঁ মোৰ কোনো নিৰ্দিষ্ট দেশ নাই, ভাইসকল। সমগ্ৰ দুনিয়াখনেই মোৰ দেশ।

ইয়াৰ পিছত হুজুৰে গাঁওবাসীৰ প্ৰতি আবেগবিহ্বল কণ্ঠে কৃতজ্ঞতা প্ৰকাশ কৰিছিল। সৰু-বৰ প্ৰতিটো ঘটনাৰ কথা উল্লেখ কৰি বুকুত হাত থৈ কৈছিল, এই

সকলোবোৰ কথাই মোৰ অন্তৰৰ নিভৃতত গাঁথা থাকিল। পাহৰা নাই। নাপাহৰিম কাহানিও। কিন্তু মোৰ আকৌ সময় হৈছে, 'উঠো মুছাফিৰ, কদম বাঢ়াও, আগেমে এক মঞ্জিল হেয়।'

শিষ্যসকলে সমস্বৰে চিঞৰি উঠিছিল, হুজুৰ! হুজুৰ! এয়া কি ক'লে! এয়া যে আমাৰ মূৰত সৰগ ভাগি পৰিল! (প্ৰবল কান্দোনৰ ধ্বনি)

হুজুৰ ঃ ভাইসকল! আল্লাহে কৈছে, দুনিয়াত একোৱেই চিৰস্থায়ী নহয়। কোনেও কাকো বান্ধি ৰাখিব নোৱাৰে। সেয়েহে আল্লাহে কৈছে, কোনো ক্ষেত্ৰতেই শোক কৰা হাৰাম। মৃতকৰ বাবে শোক কৰা হাৰাম। কিবা নষ্ট হৈ যোৱাৰ কাৰণে শোক কৰা হাৰাম। কোনো সম্পদ হেৰুওৱাৰ কাৰণে শোক কৰা হাৰাম। যিজন তোমাৰ কাষৰ পৰা আঁতৰি গৈছে, তাৰ বাবে শোক কৰা হাৰাম। (কান্দোনধ্বনি হুমুনিয়াহলৈ ৰূপান্তৰ। চাৰিওফালে নাক উজোৱা শব্দ)

চৰ্দাৰ শিষ্য ঃ (ৰুমালেৰে চকু মোহাৰি) এইবাৰ আপোনাৰ মঞ্জিল ক'ত?

হুজুৰ ঃ (বিষণ্ণ হাঁহি মাৰি) খৈৰাডাঙ্গা।

চৰ্দাৰ শিষ্য ঃ (নাক মোহাৰি) ঠাইডোখৰ ভাল। জমিদাৰজন মুছলমান। কিন্তু আমি যে অনাথ হ'লোঁ, হুজুৰ!

হুজুৰ ঃ (চকুলো মচি) আপোনাসৱক আল্লাহৰ হাতত গটাই যাবলৈ ওলাইছোঁ। লক্ষ্য ৰাখিব যাতে কোনো ঔৰৎ বেপৰ্দা নহয়। গান-বাজনা যাতে শুনা নাযায়। গাঁওত যাতে মহৰমত তাজিয়া জুলুচ নোসোমায়। কোনোৱেই যাতে পীৰৰ থানত নৈবেদ্য নিদিয়ে। কোনোবাই নামাজলৈ নাহিলে জৰিমণা কৰিব। দ্বিতীয়বাৰৰ কাৰণে তাকেই কৰিলে সাত হাত মজিয়াত নাক ঘঁহোৱা শাস্তি দিব। তৃতীয়বাৰ কৰিলে পঁচিশটা চাবুকৰ কোব মাৰিব। আৰু তাৰ পিছতো কৰিলে সেই চয়তানজনক গাৱঁৰ পৰাই খেদি দিব।

হুজুৰ গুছি যোৱাৰ পিছত সেইবোৰ একো কৰা নহয়। কিয়নো তেনে কৰিবলৈ গ'লেই দলা-দলি আৰু মাৰ-পিট হোৱাৰ আশঙ্কা। তিৰোতাবোৰে আকৌ বেপৰ্দা হৈ জলপান লৈ পথাৰলৈ যায়। বিয়াত আগৰ দৰেই ঢোল বজাই গান গায়, নাচে, কৌতুক অভিনয় কৰে। চুবুৰীয়া গাৱঁৰ হানাফি সম্প্ৰদায়ৰ ডেকাহঁতে মহৰমৰ শোভাযাত্ৰা উলিয়াই গাৱঁত সোমোৱাৰ অনুমতি বিচাৰে আৰু অনুমতিও পায়। বৰমূৰীয়া ফৰাজিসকলে সকলো দেখিও নেদেখাৰ বা শুনিও নুশুনাৰ ভাও জুৰি আঁতৰত বহি থাকে। বাংলা পুথি সুৰ লগাই পঢ়ে ঃ 'লাখে লাখে মৰে লোক কাতাৰে কাতাৰ। শুমাৰ কৰিয়া দেখি পঞ্চাশ হাজাৰ।'

সেই তাহানিতে ইৰ্‌ফান্ মৌলবীয় বাংলা মক্তব খুলিছিল। তেতিয়াই কিছুমানে যি অলপ-অচৰপ বাংলা শিকিছিল। ফলিত ডাঙৰ ডাঙৰকৈ 'অ, আ।' নাঙলৰ মুঠি আৰু এছাৰি ধৰোতে ধৰোতে হাতৰ ছাল ডাঠ হৈ গৈছে। ভূঁই ৰোওঁতে ভৰি-হাতত ঘাঁ হৈ গৈছে।

খৈৰাডাঙ্গাত এবছৰ পূৰ নৌহওঁতেই বদিউজ্জামানে পুনৰ টালি-টোপোলা

বান্ধিলে। জমিদাৰ চাহাবে হুজুৰক দেখি চকীৰ পৰা উঠি প্ৰতিনমস্কাৰ নজনালে। সেইদিনা সন্ধিয়াই কেইজনমান অনুগত শিষ্যক মাতি আনি জনালে, সন্ধ্যাৰ নামাজৰ পিছতেই তেওঁ চেকেন্ডালৈ গুছি যাব। কেইখনমান গৰু-গাড়ী এই মুহূৰ্ততে সাজু কৰিব লাগে।

বদিউজ্জামানৰ সংসাৰ সকলো সময়তে সাজু হৈয়েই থাকে, যিকোনো মুহূৰ্ততে হুকুম হ'ব পাৰে, সাজু হোৱা, বয়-বস্তু সামৰি লোৱা। খৈৰাডাঙ্গাতেই প্ৰথম পাইছিল থকাৰ বাবে পকী-ঘৰ। নিজাকৈ এটা কুঁৱা। চফিৰ বয়স তেতিয়া প্ৰায় ষোল বছৰ। চৌপাশৰ পৰা লাহে লাহে কুঁৱলিবোৰ আঁতৰিব লাগিছে, প্ৰথম বন্ধুত্বৰ সোৱাদ পাইছে, যৌনতা বুজিছে। খৈৰাডাঙ্গা এৰিব লগাত তাৰ বৰ কষ্ট হৈছিল। ইয়াৰ ছোৱালীবোৰ তাৰ চকুত পৰী হৈ জিলিকিছিল।

চাইদাই মৃদু আপত্তি কৰিছিল। কিন্তু খঙাল বদিউজ্জামানে গৰ্জি উঠিল, খামোচ, বুৰ্বক ঔৰৎ!

কামৰুন্নিচাৰ সেই সময়ত খোজ কাঢ়িব নোৱৰা অৱস্থা। হাতত ধৰি থিয় কৰাব লাগে, ভাত খুৱাই দিব লাগে। অৰ্দ্ধাঙ্গত পক্ষাঘাত। মাথোন সুধিছিল, কিয় বোপা? বদিউজ্জামানে একো উত্তৰ নিদিলে। চোলাৰ হাত কোঁচাই কিতাপ-পত্ৰ সামৰি থাকিল। এনেবোৰ সময়ত তাবেদাৰ (আজ্ঞাবাহী) জিনবোৰ মানুহৰ ৰূপত উপস্থিত হয়হি। অলপ সময়ৰ ভিতৰতে সিহঁতৰ বাহিৰে অইন কোনেনো বয়-বস্তুবোৰ সামৰিব পাৰে?

দেউতাকে খৈৰাডাঙ্গা এৰাৰ কাৰণবোৰ বহু দিন পিছতহে চফিয়ে বুজিব পাৰিছিল। খোৰা পীৰৰ প্ৰতি নৱদীক্ষিত ফৰাজিসকলৰ মনত গুপুত ভক্তি ভাব আছিলেই। তেওঁলোকে বাহ্যিকভাৱে ফৰাজি হ'লেও ভিতৰি ভিতৰি হানাফিয়েই। তদুপৰি মাদ্ৰাছাৰ আলেমবোৰে বদিউজ্জামানৰ একাধিপত্য সহ্য কৰিব পৰা নাছিল। তাতোকৈ ডাঙৰ কথা, তেওঁলোকে ফৰাজি মত মানিব পৰা নাছিল। আনকি 'বাহাছ', অৰ্থাৎ প্ৰকাশ্য তৰ্কযুদ্ধৰ বাবেও আহ্বান কৰিছিল। জমিদাৰচাহাবে বিব্ৰত বোধ কৰিছিল। বহু ক্ষেত্ৰত তেওঁ বদিউজ্জামানৰ মইমতালি দেখি বিৰক্ত হৈছিল। ভদ্ৰলোক আছিল সঙ্গীতৰ ভক্ত। বাংলাউপন্যাস ভাল পাইছিল। আবেলি আৰামী চকীত বহি মাদ্ৰাছাৰ পৰা পাল অনুসৰি একোজন পঢ়ুৱৈয়ে আহি পঢ়া উপন্যাস শুনিছিল। এনেকি ৰূপৰ গুড়গুড়ি হোকাত ধপাত খোৱা তেওঁৰ আজীৱন অভ্যাস। কিন্তু ফৰাজি হোৱাৰ পিছত ধূমপান হাৰাম বুলি গণ্য হ'ল। বদিউজ্জামানে হেনো তেওঁৰ কাষলৈ গ'লে ধপাতৰ গোন্ধ পাইছিল। আৰু সেয়ে তেওঁ ধৰ্মগুৰুসুলভ ভৰ্ৎসনা, অৰ্থাৎ 'নচিহত' কৰিছিল। মানুহৰ সম্মুখত এই শাস্ত্ৰীয় ভৰ্ছনা জমিদাৰ চাহাবে সহজে হজম কৰিব পৰা নাছিল।

চ'ত মাহ। ভালকৈ বৰষুণ হোৱা নাই। ৰাস্তা-ঘাট শুকান, খট্‌খটীয়া। বাৰ ক্ৰোশ (এক ক্ৰোশত দুমাইলৰ অলপ অধিক) দূৰৈৰ চেকেন্ডালৈ যাবলৈ চমু বাটেই বাচি লোৱা হৈছিল। শীতল গাৱঁৰ কাষেৰে বৈ যোৱা মৌৰালা নদী পাৰ হ'লে তিনি ক্ৰোশ

দীঘল এখনি অনাবাদী মুকলি পথাৰ। দৰাচলতে এইখন পথাৰ নহয়, উলুৰনি আৰু কহুৱা বনৰ হাবিহে। শীতৰ শেষত তাৰ মাজেৰে গৰু-ম'হৰ গাড়ী অহা-যোৱা ৰাস্তা হয়। ৰাস্তা মানে কহুৱা বন ভাঙি গাড়ীৰ চকাৰ দুটি দীঘল একা-বেঁকা দাগ। তাৰ পিছত আকৌ উচ্চ ভূমিৰ খেতি পথাৰ। তাত আকৌ স্থায়ী ৰাস্তা। চেকেড্ডা পাওঁতে পিছদিনা আবেলি হ'ব।

এইবাৰ টালি-টোপোলা বন্ধাৰ সময়ত হুজুৰে আনুষ্ঠানিক ৰীতি নামানিলে। তথাপি খবৰ পোৱাত এটি সৰু-সুৰা ভীৰ হ'ল। গহীন হুজুৰে দুই এটা কথাৰ কৈফিয়ৎ দিলে। কিন্তু আন্ধাৰত কোনো ধৰণৰ কান্দোন শুনা নগ'ল। কোনেও হুমুনিয়াহ নাকাঢ়িলে। সাতখন গৰুগাড়ী। তাৰে দুখন চৈ দিয়া। পিছৰ পাঁচখনত ঘৰৰ বস্তু-বাহানি। শেষৰ গাড়ীখনৰ পিছফালে বাজী গাই মুন্নীক ভালকৈ বান্ধি দিয়া হৈছিল। এই নিঃসন্তান প্ৰাণীটো আছিল বৰ বৈৰাগী স্বভাৱৰ। পঘা ছিঙাৰ চেষ্টা কৰিছিল। বাৰে বাৰে নিৰুদ্দেশ হৈ চফিক কমখন যাতনা নিদিছিল।

ছাগলী কুলচুম আৰোহী হৈছিল দ্বিতীয়খন গাড়ীত। তাইৰ দুদিন বয়সৰ পোৱালি দুটাক এজন শিষ্যই পিছৰ খোলা গাড়ীত বহি কোলাত লৈ গৈছিল। বেচেৰাই ওৰেটো নিশা শুব পৰা নাছিল। খৈৰাডাঙ্গাৰ শিষ্যসকলৰ ভিতৰত সিয়েই আছিল হুজুৰৰ আটাইতকৈ অনুগতজন। পুণ্যৰ লোভ তাৰেই আছিল আটাইতকৈ অধিক। ৰাতিপুৱা যেতিয়া এই অদ্ভুত কেৰাভান গৈ শীতল গাৱঁৰ ওচৰৰ নৈখনৰ কাষ পালেগৈ, তেতিয়া তাৰ মাৰ্কিন কাপোৰৰ লুঙি আৰু চোলা হালধীয়া হৈ গৈছে। গোটেইখন দুৰ্গন্ধময়। শীৰ্ণ নৈখনৰ শুকান বালিচৰত গাড়ীকেইখন ৰখাৰ লগে লগে সি ছাগলী পোৱালি দুটা লৈ জঁপিয়াই গাড়ীৰ পৰা নামিল। পোৱালি দুটাক তাতে এৰি দি নৈৰ আঁঠুৱনীয়া পানীত উবুৰি হৈ পৰিলগৈ।

পোৱালি দুটাই জঁপিয়াই জঁপিয়াই মাকক মাতিছিল। মাককো পোৱালি দুটাৰ কাষলৈ যাবলৈ গাড়ীৰ পৰা নমাই দিয়া হৈছিল। তাই পিছ ঠেং দুখন মেলি গাখীৰ পীবলৈ দি পোৱালি দুটাৰ সৰু সৰু নেজ দুডাল মুখ ঘূৰাই ঘূৰাই শুঙিবলৈ ধৰিলে।

বদিউজ্জামানে চটি জোতাযোৰ খুলি নৈখনৰ শীৰ্ণ জলধাৰাৰ ফালে ধীৰ পদক্ষেপে গৈ তামৰ বদনাটোত পানী বুৰালে। পাৰত বহি নামাজৰ বাবে প্ৰক্ষালন 'ওজু' কৰিলে। সাতখন গাড়ীৰ সাতজন গাৰোৱান আৰু তিনিজন শিষ্যই নৈতেই ওজু কৰিলে। তাৰ পিছত সিহঁত গৈ হুজুৰৰ পিছফালে থিয় হ'ল। চকচকীয়া বালিৰ ওপৰত ফজৰৰ নামাজ আৰম্ভ হ'ল। সম্মুখত্ হুজুৰৰ ময়ূৰমুখী লাঠিডাল বালিত থিয়কৈ পুতি থোৱা।

ঠিক সেই সময়তে নৈখনৰ পশ্চিমৰ সামান্য ওখ পাৰটোত দোকমোকালিৰ ধূসৰ পোহৰত এটি ছায়ামূৰ্তি জিলিকি উঠিল।

দ্বিতীয়খন চৈ-দিয়া গাড়ীৰ ভিতৰত আছিল চাইদা, তেওঁৰ শাহুৱেঁক আৰু কিশোৰ চফি। চাইদাই গাড়ীৰ আঁৰ লৈ হাতত বদনা লৈ নামিছিল। প্ৰাৰ্থনাকাৰীসকল অইনফালে থকা দেখি ভালেই পালে। তাৰ পিছত অইন দিশবোৰলৈ চকু ফুৰাই

কোনোবা বেগানা (অচিন/অনাত্মীয়) পুৰুষ মানুহ আছেনে চালে। কাকো নেদেখি সংশয়মুক্ত হৈ নৈৰ পিনে খোজ ললে। এনে মুহূৰ্তবোৰত তেওঁক বাহৰ পৰা নামি অহা চৰাই যেন লাগে। অস্থিৰ খোজ। বাহিৰৰ পৃথিৱীত খোজ কাঢ়িবলৈ তেওঁৰ যেন কষ্ট হয়। বহুদিন ধৰি পাতৰ তলত ঢাক খাই থকা ঘাঁহৰ নিচিনা বিবৰ্ণ তেওঁৰ দেহৰ বৰণ। সামান্য দূৰত থকা এটি কন্থৰাৰ জোপোহা তেওঁৰ লক্ষ্য। কিন্তু তালৈ যেন কোনোপধ্যেই যাব নোৱাৰিব। গোটেই নিশা গাড়ীৰ জোকাৰণিত দেহ অৱশ হৈ পৰিছে। গাঁঠিয়ে গাঁঠিয়ে বিষ। আৰু এয়া কোমল বালিত খোজ কঢ়া। চাইদাই খুব বিব্ৰত বোধ কৰিছিল। এতিয়াই যে বেলি ওলাব! গাখীৰৰ ওপৰত ওপঙি থকা পাতল সৰৰ নিচিনা মেঘৰ চামনিখিনি ক্ৰমশ ৰঙচুৱা হৈ পৰিছে। চাইদাই যেন পয়গম্বৰ ইব্ৰাহিমৰ পৰিত্যক্তা নিৰ্বাসিতা পত্নী বিবি হাজেৰাৰ দৰে বিশাল মৰুভূমিৰ বুকুত পানী বিচাৰি ফুৰিছে।

চফিয়ে ওৰেটো নিশা শুব পৰা নাছিল। খেৰাডাঙ্গাই তাক যেন আঁকোৱালিহে ধৰিছিল। কেবাবাৰো তাৰ ইচ্ছা হৈছিল, মনে মনে গাড়ীৰ পৰা নামি পলাই যাব। চিলমিলিয়া টোপনিত অলপ আগেয়ে সি এটা সপোন দেখিছিল। মাদ্ৰাছাৰ পিছফালে থকা বটজোপাৰ তলত মৌলবী নাচিৰুদ্দিনৰ জীয়েক জন্থৰা থিয় দি আছে। হঠাতে তাৰ সপোন ভাগিল। নিৰবচ্ছিন্ন সোঁ-সোঁ, ঘচ্-ঘচ্ শব্দ শুনি সি উঠি বহিল। পৰ্দা দাঙি দেখে বালিৰ ওপৰেৰে গাড়ী গৈ আছে।

গাড়ী থামিলত সি জাপ মাৰি নামিল। নৈখনৰ শীৰ্ণ সুঁতিটো দেখাৰ লগে লগে তাৰ সপোনৰ কষ্ট আঁতৰিল। দৌৰি গৈ সি পানী চুলে। তেনেতে দেউতাকে মাতিলে, চফিউজ্জামান!

সঁহাৰি দি ক'লে, জী!

ওজু কৰ বেটা! আমি ইয়াতেই ফজৰৰ নামাজ পঢ়িম।

নামাজৰ কাৰণে থিয় হৈ নদীৰ সিপাৰে লক্ষ্য কৰিয়েই চফি উচপ খাই উঠিল। গাত ছাই সনা ক'লা মূৰ্তি এটা স্থিৰ ভাবে থিয় হৈ সিহঁতৰ পিনে চাই আছে। চফিৰ এনে ভাব হ'ল সি যেন মূৰ্তিটোৰ চকুহালিও দেখিবলৈ পাইছে। চকুহালি জন্তুৰ দৰে নেকি? এহালি চকচকীয়া নীলা চকু। সেই চকুহালিৰে মূৰ্তিটোৱে মাথোন চফিকেই যেন চাইছে। চফিৰ গাৰ নোমবোৰ থিয় হ'ল।

হাতযোৰ কৰি মোনাজাত কৰাৰ সময়তো আঙুলিৰ ফাঁকেৰে চফিয়ে মূৰ্তিটোৰ ফালে চাইছিল। সি আগৰ দৰেই থিয় হৈ আছে।

নামাজ শেষ হোৱাৰ পিছত এজন গাৰোৱানে তাক চিঞৰি সুধিলে, হেৰা ভাই! খেৰণীৰ মাজেৰে বাট ওলাইছেনে?

মানুহটোৰ কণ্ঠ শুনি চফি আকৌ এবাৰ উচপ খাই উঠিল। মানুহৰ এনে অদ্ভুত কণ্ঠ থাকিব পাৰেনে?

সি সিপাৰৰ পৰা চিঞৰি উত্তৰ দিলে, ওলাইছে!

গাৰোৱানে তথাপি সুধিলে, ওলাইছে?

এৰা, এৰা, ওলাইছে। তথাপি........

তথাপি মানে?

সৰু নৈ। বুকুখন ঠেক। বতাহ্ বলা নাছিল। লাহেকৈ কথা ক'লেও সিপাৰে শুনে। কিন্তু গাৱঁলীয়া মানুহৰ চিঞৰি কথা কোৱা অভ্যাসেই। ইতিমধ্যে সিপাৰৰ মানুহজন স্পষ্ট হৈ পৰিছে। তাৰ পিন্ধনত এডুখৰি ফটা কাপোৰ। দীঘল, ঘন চুলিখিনি ফটাকানিৰে বন্ধা। কিন্তু সি যে চাওতাল নহয় তাৰ কথাৰ পৰাই বুজা গৈছিল। খুব স্পষ্ট আৰু বলিষ্ঠ উচ্চাৰণ। মুকলি আকাশৰ তলত তাৰ মাতটোৱে ডবাৰ শব্দৰ দৰে গমগমনি তুলিছিল; যেন ধ্বনি নহয়, প্ৰতিধ্বনিহে।

গাৰোৱানে আকৌ চিঞৰি সুধিলে, তথাপি মানে?

সি অলপ ঘূৰি হাত দাঙি ক'লে, আহঁত গছজোপাৰ কাষেৰে গৈ সোঁফালৰ লিকেৰে গাড়ী ঘূৰাব লাগিব। নহ'লে—

নহ'লে?

বাওঁফালেৰে গ'লে গুপিডাঙ্গাৰ নামনিত কেওঁলিৰ বিল। পিচে, যাবানো ক'লৈ?

চেকেড্ডা-মখদুমলগৰলৈ।

বিৰভূঁই (বিৰভূম) জিলাত, নহয়নে?

এৰা।

হঠাতেই মানুহজন লৰালৰিকৈ গুছি গ'ল। ঠিক অদৃশ্য হোৱাৰ নিচিনাকৈ। চফিৰ বুকুখন চিৰিংকৈ গ'ল। চকু দুটি বহলকৈ মেলি আকাশৰ বিশালতাৰ পিনে ভেবা লাগি চাই ৰ'ল। মানুহজনে যেন আকাশখন বৰ শূন্য কৰি থৈ গ'ল। এজন ৰহস্যময় ক'লা মানুহ। কোন সি?

চফিয়ে কেৰাহিকৈ দেউতাকলৈ চালে। মাকে কৈছিল, জিন দুবিধ— ভাল জিন আৰু বেয়া জিন। ভাল জিনৰ গাৰ বৰণ ধকধকীয়া বগা কফিন কাপোৰৰ দৰে আৰু বেয়া জিনৰ চৰুৰ তলিৰ ছাঁইৰ দৰে মেদমেদীয়া ক'লা। বদিউজ্জামানে তেওঁৰ কিতাপ বোজাই দিয়া গাড়ীখনৰ কাষত থিয় হৈ তেতিয়াও তচবিহ (জপমালা) জপিছে। মুখেৰে লালটি ওলাই থকা মণিৰুজ্জামানে গাড়ীৰ ভিতৰৰ পৰা মুখ উলিয়াই আঙুলি চুহিছে আৰু খেক্‌খেকাই হাঁহিছে। চাইদাই গাড়ীৰ আঁৰে আঁৰে মাজু পুতেকৰ খবৰ লবলৈ আহিল। এটাই ভয়— ওঠৰ বছৰীয়া এই ল'ৰাটোৱে এতিয়াও শেতেলীত মূতে। পৱিত্ৰ গ্ৰন্থবোৰ বস্তা আৰু কাপোৰেৰে ভালকৈ বন্ধা থাকিলেও, একো ঠিকনা নাই। চাইদাই ফুচফুচাই সুধিলে, ইস্তেঞ্জা (মূত্ৰত্যাগ) কৰিবি বোপা? চাইদাৰ মাত শুনি বদিউজ্জামানে তচবিহ জপা বন্ধ কৰি ক'লে, খোৱা-বোৱাৰ দিহা কৰা। চাইদাই নিজৰ গাড়ীখনৰ ফালে গ'ল। গাড়ীৰ তলেৰে চফিয়ে লক্ষ্য কৰিলে মাকৰ অস্থিৰ খোজ আৰু ৰঙা চেণ্ডেলযোৰ।

দেউতাকৰ কোনো ভাবান্তৰ নেদেখি চফি অবাক হৈছিল। নিশ্চয় ক'লা জিন এটা আহিছিল। সেইজন মানুহ হ'বই নোৱাৰে।

অলপ পিছত হাই-হুই কৰি গাড়ীকেইখন নৈখন পাৰ কৰা হ'ল। চফি আকৌ

এবাৰ শিয়ৰি উঠিল। এয়া ক'লৈ আহিল সিহঁতে? চকুৱে মণিব পৰালৈকে ধূসৰ কহুৱা বননি। নৰমনিচহীন এক নিজম পৃথিৱী। এনে এখন ঠাইত ক'লা মানুহৰ কথা ভাবিলেই বুকুখন দুৰদুৰকৈ কঁপি উঠে। এই আদিম ভূখণ্ডত মানুহৰ খোজৰ চিন এটা বিচাৰি পোৱা নাযাব। সাতখন গাড়ী শাৰী পাতি গৈ আছে। সাতযোৰ চকাৰ বিৰামহীন ঘচ্-ঘচ্ কেচ্-কেচ্ শব্দ। তাৰ লগতে কহুৱা আৰু উলূ বনত ঘঁহনি লাগি শোঁ-শোঁ চন্-চন্ ধাৰাবাহিক শব্দ। বিস্তীৰ্ণ তৃণভূমিত ইতিমধ্যে বেলিৰ হেঙুলী আভা বিয়পি পৰিছে। একেবাৰে সন্মুখত ছাগলী কুলচুমক টানি লৈ আগবাঢ়িছে এজন প্ৰবীন শিষ্যই। পোৱালি দুটাক এক অদ্ভুত দক্ষতাৰে বুকুত সাৱটি লৈছে সি। মুন্নী একেবাৰে পিছৰখন গাড়ীৰ পিছফালে আগৰ দৰেই বন্ধা। চফিয়ে গাড়ীৰ পৰা জাঁপ মাৰি নামিল। চাইদাই পৰ্দা আঁতৰাই দেখিয়েই চিঞৰি দিব খুজিছিল। বলধটোৰ পিঠিৰ ওপৰেৰে এনেদৰে জঁপিয়াই নামিছে! এতিয়াই বুকুৰ ওপৰেৰে চকা উঠি যোৱা হ'লে তাৰ কলিজা ফাটি নগ'লহেঁতেন নে? গাৰোৱানজনে হো-হোকৈ হাঁহিব ধৰিলে।

চফি অকলশৰীয়া হ'ব খুজিছিল। এক প্ৰত্যাহ্বানৰ ভাবে তাৰ মনৰ ভিতৰত খোপনি পুতিছিল। শেষৰ গাড়ীখনৰ পিছলৈ গৈ সি এটা জোপোহাৰ পৰা গছৰ ডাল এটা ভাঙি আনিলে। কেঁচা ডালটো জোৰকৈ খামুচি ধৰি সেই তৃণভূমিৰ চৌপাশে দৃষ্টি ঘূৰাই ক'লা জিনটো বিচাৰিলে।

আচলতে ভয় খাইহে চফিয়ে তেনে কৰিছিল। এদিন সন্ধিয়া কবৰস্তানৰ কাষেৰে গৈ থাকোতে খুব ভয় খাই সি হঠাতে তেনেকৈ থিয় হৈ ৰৈছিল, ভঙা মাতেৰে চিঞৰি প্ৰত্যাহ্বান জনাইছিল, আহচোন এবাৰ চাই লওঁ। পিছত সি নিজে নিজে খুব লাজ পাইছিল। কোনোবাই শুনিলে তাক বাৰু বলিয়া বুলি নাভাবিব নে? মজাৰ কথা হ'ল ইয়াৰ কিছুদিন পিছত মেহেদি নামৰ মানুহজনে তাক এদিন সুধিছিল, সিদিনা কবৰস্তানত কাৰ লগত কাজিয়া কৰিছিল বাৰু? চফিয়ে কৈছিল, নাই, কোনো নহয় চাচা! কোনো নহয়।

সুবিশাল দিগন্তত সূৰ্যোদয়ৰ মোহনীয় ৰূপ দেখি সি ক'লা জিনৰ কথা পাহৰি গ'ল। ক্ৰমশঃ সি এখন নতুন পৃথিৱীৰ বুকুত সোমাই পৰিল। বুজিলে, এয়া মানুহৰ দেশ নহয়। বনৰ ফৰিংবোৰে কিৰ্ কিৰ্কৈ চিঞৰিছিল। নানান অচিন চৰায়ে গীত জুৰিছিল। কাঁইটীয়া গছৰ ফুলবোৰৰ পৰা উৰি অহা জাঁক জাঁক পখিলাই কহুৱা ফুল চুই উৰি ফুৰিছিল। এঠাইত শহা পহু এটা দেখি গাৰোৱানকেইজনে হৈ হৈ ধৰ্ ধৰ্ লগালে। এজনে হুজুৰক সুধিলে, শহা পহু হালাল নে হাৰাম। হুজুৰে ক'লে, নিশ্চয় হালাল। ইতিমধ্যে শহাই পলাই পত্ৰং দিলে। চফিয়ে এটা শিয়াল দেখিলে। শিয়ালটো তাৰ দুভৰিৰ মাজেৰেই লৰ মাৰিলে। ঢোৰা সাপ এডাল দৌৰি ঘাঁহনিত সোমাল। চফিয়ে গছৰ ডালটো জোৰকৈ খামুচি ধৰি সতৰ্ক হৈ গৈ থাকিল। মাজে মাজে অকাৰণতেই সি মুন্নীৰ পিঠিত দুই এচাট মাৰিছিল। বিচিত্ৰ পোক-পতঙ্গৰ চিঁ চিঁয়নি, চৰাইৰ মাত, সাতখন গৰুগাড়ীৰ একেসুৰীয়া কেচ্-কেচ্ শব্দ, কহুৱা বননিৰ সোঁ-সোঁ চন্-চন্ শব্দৰ মাজেৰে চফি গৈ আছে। মাজে মাজে বতাহ জোৰকৈ বয়। কহুৱা

ফুলবোৰ উলাহতে হালিছে জালিছে। কিমান যে বিচিত্ৰ শব্দ। ৰ'দৰ তীব্ৰতা কমাত চফিয়ে টুপিটো খুলি পাঞ্জাবিৰ জেপত ভৰালে।

তাৰ পিছত হঠাতে চক্ খোৱাৰ নিচিনাকৈ সাতোখন গাড়ী ৰৈ গ'ল। কিনো হ'ল বুলি চাবলৈ চফি আগলৈ দৌৰ মাৰিলে। সি থমকি ৰ'ল। সম্মুখত পানী।

বদিউজ্জামানে অবাক হৈ চাই আছে। সম্মুখৰ মানুহজনো হতভম্ব। কুলচুমে এই সুযোগতে ৰছীডাল ঢিলা পাই আঁঠু ভাজ কৰি পানী খাইছে। গাৰোৱানকেইজনে চিঞৰি উঠিল, হায় আল্লাহ! কেইমুহূৰ্তমান স্তব্ধতা। তাৰ পিছতহে মানুহবোৰৰ মুখৰ মাত ওলাল। এজনে চিঞৰি ক'লে, হাৰামী! নাফৰমান!

সেই ক'লা মানুহজনে যে তেওঁলোকক বিভ্ৰান্ত কৰিছে সেইটো আটায়ে বুজিলে। গাৰোৱানহঁতে তাক উদ্দেশ্যি গালি পাৰিব ধৰিলে। সিহঁতৰ মনৰ ভিতৰত তীব্ৰ আৰু জঘন্য গালি-শপনি। কিন্তু হুজুৰৰ সম্মুখত অশ্লীল মাত মতা নচলে। চফিয়ে দেউতাকক পুনৰ লক্ষ্য কৰিলে। বদিউজ্জামানৰ নিষ্পলক দৃষ্টি পানীৰ ওপৰত। চকুৰ চেলাউৰি ঈষৎ কুঞ্চিত। হাতৰ জপমালা স্থিৰ। ওঁঠযুৰি অলপ মেল খাই আছে। চফিয়ে মনৰ ভিতৰতে ক'লে, আব্বা! কথাটো মই জানিছিলো!

সি ঘূৰি দ্বিতীয়খন গাড়ীৰ ফালে চালে। গাড়ীখনৰ পৰ্দাৰ ফাকেৰে মাকৰ এটি চকু দেখা গৈছে। মাকৰ কাষলৈ গৈ ক'লা জিনটোৰ বিষয়ে কথা পতাৰ ইচ্ছা হৈছিল তাৰ। কিন্তু কোনেও কথাটো নপতা দেখি তাৰ অলপ দ্বিধা হ'ল। তাৰ মনৰ ভিতৰত পাকঘূৰণি খাই থাকিল 'মই জানিছিলোঁ' এই শব্দ দুটি।

এজনে পানীত নামিয়েই লৰালৰিকৈ পাৰলৈ উঠি আহি ক'লে, সৰ্বনাশ হুজুৰ, বৰ গভীৰ। আন এজনে সুধিলে, এইটো খাগড়িৰ সুঁতি নহয়নে?

এৰা সেইটোৱেই।

কিন্তু ইমান পানীতো থাকিব নালাগিছিল।

তাকেইতো, বৰ আচৰিত কথা।

এজনে দূৰৈত ইফালে সিফালে চাই ক'লে, ক'ৰবাত মানুহে নৈত বান্ধ দিছে যেন পাওঁ। বৰোধান ৰুইছে।

এৰা, এৰা। সৌৱা সঁজাল ধাননি পথাৰ! চোৱা অচিমুদ্দিন!

অচিমুদ্দিনে ডিঙি মেলি চালে। সিয়ে আটাইতকৈ বয়সিয়াল লোক। কঁকালত চুটি লুঙি আৰু গাত সাধাৰণ পাঞ্জাবি এটা। মূৰত তালপাতৰ টুপি। সি গহীন মাতেৰে মাতিলে, হুজুৰ পীৰচাহাব!

জী! বদিউজ্জামানে লাহেকৈ সঁহাৰি দিলে।

চয়তানে আমাক বিপদত পেলালে।

জী!

হুজুৰ! এই বিপদৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় আপোনাৰ হাতত। আপুনি কিবা এটা কৰক! মানুহজনে কি ক'ব খুজিছিল, চফিয়ে বুজিলে। উত্তেজনাত সি চঞ্চল হৈ উঠিল। ক'লা জিনৰ চক্ৰান্ত সিহঁতে তৰ্কিব পাৰিছে! কিন্তু আব্বা নিশ্চুপ কিয়?

জিনবোৰেতো তেওঁৰ কথা শুনে! এনেতে চফিয়ে মাকৰ উচুপনি শুনিলে। লগে লগে দেউতাকে গৰ্জি উঠিল, বে অকুফ নাদান ঔৰৎ! বেচৰম কাহেকা!

অচিমুদ্দিনে মাতিলে, হুজুৰ!

চফিৰ মাকে কান্দোন এৰিছে। বদিউজ্জামানে চকু মুদিছে। ওঁঠ কঁপিছে। নাকৰ পাহি ফুলি উঠিছে। তাৰ পিছত সুৰ লগাই উচ্চাৰণ কৰিলে, আউজুবিল্লাহে চয়তান-ইৰ ৰাজিম। বিচমিল্লাহে ৰহমান-ইৰ ৰহিম।

বদিউজ্জামানৰ কণ্ঠ বলিষ্ঠ, উদাত্ত। জমিদাৰী মছজিদৰ মিনাৰত উঠি কোনো কোনো দোকমোকালি তেওঁ নিজেই আজান দিছিল। সমগ্ৰ খেৰাডাঙ্গাৰ মানুহৰ টোপনি ভাগিছিল। মিঠা মাতেৰে কোৰাণ পাঠ কৰাজনক কাৰি আৰু কোৰাণ মুখস্থ থকাজনক হাফিল বুলি কোৱা হয়। বদিউজ্জামান আছিল কাৰি আৰু হাফিল দুয়োবিধেই।

তেওঁ কোৰাণৰ চুৰা ইয়াচিন আবৃত্তি কৰিছিল। বিপদৰ সময়ত এই চুৰা আবৃত্তি কৰা হয়। চ'ত মহীয়া ধূসৰ নীলা আকাশৰ তলত সেই উদাত্ত ধ্বনি চৌপাশে বিয়পি গৈছিল। বলধকেইটাইও যেন নিশ্বাস এৰিব পাহৰি গৈছিল। চৌদিশৰ কহুৱানিত বতাহৰ সোঁ-সোঁৱনি, বিচিত্ৰ পোক-পতঙ্গৰ চিঁ-চিঁয়নি, কাকতি ফৰিঙৰ তীক্ষ্ণ মাত, তাৰ মাজত সঙ্গীতময় সেই পবিত্ৰ ঐশী-ধ্বনি। খাগড়িৰ সুঁতিৰ সিপাৰত বগা বগলী এহাল মৰ্মৰ মূৰ্তি হৈ ৰ'ল।

অলপ পিছতেই অলৌকিক ঘটনাটো ঘটিল। ইয়াকেই বোলে বুজুৰ্গৰ মোজেজা— দিব্যশক্তিৰ নিদৰ্শন। পিছত চেপা মাতেৰে মানুহকেইজনে কোৱা-কুই কৰা চফিয়ে শুনিছিল, এয়া মোজেজাই হয়। হুজুৰৰযে অসাধ্য বুলিবলৈ একোৱেই নাই।

বহু বছৰ পিছত চফিয়ে ইংৰাজ চাহাব দেখিছিল। কিন্তু নৈৰ সিপাৰে কহুৱানিৰ মাজত যাক দেখিছিল তাৰ লগত ইংৰাজ চাহাবৰ কোনো তুলনাই নহয়। তাৰো পিছত সি প্ৰথমবাৰৰ কাৰণে ধতুৰা ফুলৰ আকৃতিৰ প্ৰকাণ্ড চুঙাৰ গ্ৰামোফোন যন্ত্ৰ দেখিছিল আৰু ৰেকৰ্ডত 'জন্মাষ্টমী' নাটক শুনিছিল। সেই ধাতব কণ্ঠস্বৰ তাৰ চিনাকি চিনাকি লাগিছিল— যেন আগেয়ে ক'ৰবাত শুনিছে। কিন্তু মনত পৰা নাছিল। তেতিয়া চফিৰ মন ভাৰাক্ৰান্ত, মগজুত আন এখন জগতৰ ধুমুহা বৈছিল।

ভৰা সুঁতিৰ সিপাৰৰ বগলীজাক হঠাতে উৰি যোৱাত আটাইৰে দৃষ্টি সেইফালে গৈছিল। ওখ কহুৱা বনৰ মাজৰ পৰা হঠাৎ ওলাই আহিল এজন অদ্ভুত বগা মানুহ। দিনৰ উজ্বল পোহৰত তাৰ বগা চুলি, বগা চেলাউৰি, বগা চকুৰ পতা স্পষ্টকৈ দেখা গৈছিল। মুখত দাড়ি-গোঁফ নাছিল। সি চিঞৰি কৈছিল, পথ ভুল হৈছে! তাৰ পিছত হাত দাঙি সুঁতিটোৰ বাওঁফালে দেখুৱাই ক'লে, পাৰে পাৰে গৈ থাকক।

বদিউজ্জামানে আবৃত্তি বন্ধ কৰা নাই। মাতটোহে সৰু কৰিছিল। অচিমুদ্দিনে ক'লে, এইফালে দেখোন লিক (গৰু বা ম'হৰ গাড়ীৰ চকাৰ দাগ) নাই, ভাইজান!

সিপাৰৰ বগা মানুহজনে ক'লে, তাতে কি হ'ল? গাড়ী এৰি দিয়ক। মই ইপাৰেৰে লগে লগে গৈ আছোঁ বাৰু। গাড়ীকেইখন ঘূৰোৱা হ'ল। কহুৱা বন ভাঙি সুঁতিৰ সমান্তৰালভাৱে গৈ থাকিল। এতিয়া খোজ কঢ়া মুস্কিল। আটায়ে গাড়ীত উঠিল।

ৰাতিৰ দৰে কুলচুমক চাইদাৰ গাড়ীত তুলি দিয়া হ'ল। চফি বহিল তাৰ মাক উঠা গাড়ীখনৰ গাৰোৱানজনৰ ঠিক পিছতেই। চাইদাই পৰ্দাৰ ফাঁকেৰে সোঁফালে সুঁতিৰ সিপাৰৰ বগা মানুহজনলৈ চাই গৈছিল। চকুৰ চাৰনিত বিস্ময়। চফিয়ে লাহেকৈ মাতিলে, আম্মা!

কি বেটা?

চফি মনে মনে থাকিল। সি জিনৰ কথা ক'ব খুজিছিল। কিন্তু তাৰ কথা শুনিলে যদি বগা জিনটো অদৃশ্য হৈ যায়, দেউতাকে তাক খুব বকিব।

বগা মানুহজনেও এডুখৰি ফটা কাপোৰ পিন্ধিছে। বগা চুলিবোৰ ঠৰঙা। চুলিবোৰ বন্ধা নাই। সি মাজে মাজে জোপোহাৰ আঁৰ হৈছিল। তেতিয়া অচিমুদ্দিনে তাক চিঞৰি মাতিছিল, ভাইজান!

মুহূৰ্ততে সি কহুৱাৰ পৰ্দা ফাক কৰি সঁহাৰি দিছিল, আছোঁ, আছোঁ, বলক, বলক! তাৰ বগা দাঁত দুপাৰি ৰ'দত তিৰ্‌বিৰাইছিল।

অলপ দূৰ যোৱাৰ পিছত সঁচা-সঁচিকৈ এটা বান্ধ দেখা গ'ল। বান্ধৰ সিপাৰত সুঁতিৰ বুকুত ডাঠ সোণালী ৰঙৰ বালিৰ গড়া। বগা মানুহজনে ক'লে, এইখিনিৰে পাৰ হৈ আহক। সেই যে সমীথ গছবোৰ দেখিছে, সেইখিনি পালেই আকৌ লিক পাব। পিছে আপোনালোক যাব ক'লৈ?

চেকেড্ডা-মখদুমনগৰ।

গাড়ীত তেখেত কোন বাৰু?

হুজুৰ পীৰচাহাব।

মানুহজনে কপালত হাত লগাই বদিউজ্জামানক উদ্দেশ্যি ক'লে, চালাম হুজুৰ! তাৰ পিছত সি কহুৱানিৰ ভিতৰত সোমাল। অলপ পৰ তাৰ বগা মূৰটোহে দেখিবলৈ পোৱা গ'ল। তাৰ পিছত সি সম্পূৰ্ণ অদৃশ্য হৈ গ'ল।

অচিমুদ্দিনে মিচিকিয়া হাঁহি মাৰি ক'লে, সকলো হুজুৰৰ কেৰামতি। আমিন! ৰব্বুল আলামিন!

উলুৱনিৰ মাজত এজন ক'লা মানুহে বিপদত পেলাইছিল, এজন বগা মানুহে আহি সিহঁতক সেই বিপদৰ পৰা উদ্ধাৰ কৰিছিল। সদৰত ছেছন জজৰ আদালতত ফাঁচিৰ হুকুম শুনাৰ ঠিক পিছতেই চফিউজ্জামানৰ চকুত ভাঁহি উঠিছিল চ'ত মাহৰ সেই আচৰিত দিনটোৰ ঘটনাৰাজি। সকলো ধৰণৰ খুটিনাটিৰ সমষ্টি এক আশ্চৰ্য্যজনক সময়। এটি প্ৰাচীন মোজেজা। আব্বা যদি আজি বাচি থাকিলহেঁতেন!.....

## দুই

# বিম্ব আৰু প্ৰতিবিম্ব

সেই ক'লা আৰু বগা জিনৰ কাহিনী পৰৱৰ্তী সময়ত ফুলে-পাতে জাতিষ্কাৰ হৈ দূৰ দূৰণিলৈ বিয়পি যায়। আকৌ যি পীৰতন্ত্ৰৰ বিৰুদ্ধে ফৰাজি মৌলানা বদিউজ্জামানে জেহাদ ঘোষণা কৰি ফুৰিছিল, লাহে লাহে প্ৰকাৰান্তৰে তেওঁ সেই পীৰতন্ত্ৰৰ ওচৰতেই আত্মসমৰ্পণ কৰে। তেওঁ জৰা পানী নিবলৈ দূৰ দূৰণিৰ মানুহে ভীৰ কৰিবলৈ ধৰিলে। জুম্মাবাৰত তেওঁৰ পাগুৰি চুই 'তওবা' কৰিবলৈ মছজিদৰ ভিতৰৰ পৰা বাহিৰলৈ মানুহৰ লানি লাগে। পিছলৈ তওবা অনুষ্ঠানৰ ৰেহ-ৰূপ দেখি তেওঁ পাগুৰিটো খুব দীঘল কৰিব লগা হৈছিল। মূৰৰ পাগুৰিটো দেখিবলৈ ঈষৎ বিসদৃশ হ'লেও উপায় নাছিল। ইছলামী তওবা পদ্ধতিটো খৃষ্টান ধৰ্মীয় 'কন্‌ফেচন'ৰ দৰেই। নিজৰ পাপ কৰ্ম স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰা। তওবা কৰাৰ সময়ত মানুহবোৰে এনে দীৰ্ঘৰাৱ জুৰিছিল যে এদিন হৰিণমাৰাৰ দাৰোগা মুকুন্দ সিঙে মছজিদৰ কাষেৰে গৈ থাকোতে চক্ খাই থমকি ৰৈছিল। তেওঁ ভাবিছিল যে তাত কটা-কটি মৰা-মৰিৰ নিচিনা কিবা এটা হোৱাটো খাটাং। চাইদা বেগমে তেওঁৰ দুপৰীয়াৰ আড্ডাত এই কাহিনীটো বেচ ৰহন সানি শুনাইছিল। জিন দুটাৰ কাহিনীতকৈয়ো ডাৰোগা বাবুৰ কাহিনীটোত ছোৱালীহঁতে বেছি ৰস পাইছিল।

ক'লা আৰু বগা জিনৰ কাহিনী জনপ্ৰিয় হোৱাৰ গুৰিত চাইদাৰ লগতে আন এজন হ'ল সেই অচিমুদ্দিন। দুয়োজনেই গল্পৰ বীজ সিঁচিছিল। চাইদাই জীয়ৰী-বোৱাৰীহঁতৰ মনত আৰু অচিমুদ্দিনে পুৰুষসকলৰ মনত। তাতোকৈ ডাঙৰ কথা, চেকেড্ডা-মখদুমনগৰলৈ বুলি যাত্ৰা কৰা বদিউজ্জামানে আধাবাটতে বাদশ্বাহী আলিৰ দাঁতিতে লগা মৌলাহাটতেই ৰৈ যাব লগা হৈছিল। তাৰ আঁৰতো জিন দুটাৰ কিবা ষড়যন্ত্ৰই আছিল।

চাইদা আৰু অচিমুদ্দিন দুয়োজনেই তেনেকৈয়ে বিশ্বাস কৰে। চ'ত মাহৰ সেই দিনটোত দুবাৰ মোজেজা বা দিব্যশক্তিৰ নিদৰ্শন পোৱা গৈছিল। উলুবনি পাৰ হৈ সাতখন গৰু গাড়ীৰ অদ্ভুত শাৰীটো যেতিয়া গৈ বাদশ্বাহী আলিত উঠিল, তেতিয়া দলটোৰ প্ৰতিজন মানুহেই আনন্দত জপিয়াই উঠিছিল। এইবাৰ যিকোনো বিঘিনিৰ

বিপক্ষে যুঁজি জান কোৰবান কৰি শ্বহীদ হ'বলৈকো তেওঁলোক সাজু হৈছিল। চফিয়ে গছৰ ডালটো পেলাই দিয়া নাই। সি ঘনে ঘনে সন্দিগ্ধ দৃষ্টিৰে পিছলৈ ঘূৰি চাইছিল, যদি কোনোবাটো জিনে সিহঁতক অনুসৰণ কৰি আহি আছে! সি ক'লা নে বগা? আৰু অচিমুদ্দিনে চেপা মাতেৰে লগৰীয়াবোৰক কৈছিল সি খাগড়িৰ সুঁতিটো পাৰ হৈ কহুৱানিৰ মাজত জুই শিখাৰ দৰে একা-বেঁকা এটা ৰেখা দেখি আহিছে। তাৰ বিশ্বাস বগা জিনটো আকাশৰ পৰা নামি অহা সি নিজ চকুৰে দেখিছিল। সি ভাবিছিল দিনৰ বেলিকা আকাশৰ 'তৰা খহি পৰা' সম্ভৱ হয় নে নহয় বাৰু? স্বৰ্গচ্যুত চয়তানে আকাশত অনুপ্ৰৱেশ কৰিবলৈ সুৰুঙা বিচাৰি ফুৰা দেখি স্বৰ্গৰ সতৰ্ক প্ৰহৰী ফেৰেস্তাই তালৈ নক্ষত্ৰৰ ফৰ্মুটি দলিয়ায়। চয়তানে প্ৰাণৰ ভয়ত পৃথিৱীলৈ পলায়। ৰাতিৰ আকাশত সেয়াই দেখা যায়। তাৰ পিছত অচিমুদ্দিনে হাতেৰে দেখুৱাই কৈছিল, সৌৱা মৌলাহাট! সেইবাৰ খৰাং। তাৰ পৰাই ধান কিনি নিছিলোঁ। ক'তোৱেই খেতি বাতি হোৱা নাছিল। কিন্তু মৌলাহাটত হৈছিল। শ্বেৰৰ পুখুৰীৰ পাৰ। পুখুৰীটোৰ তলি নাই। সেই পুখুৰীৰ পানীৰে খেতি কৰা হৈছিল। আৰু সৌখনি নৈ। নৈখনৰ নাম বাম্ভণী। নামটো কেনেকৈ হ'ল জানানে? কওঁ শুনা।

চফি অচিমুদ্দিনৰ লগ লৈছিল। ইতিমধ্যে সি বুজি পাইছে মানুহজন সাধু কোৱাত বৰ পাকৈত। এজন বামুণ আৰু এজন পীৰৰ অলৌকিক যুঁজৰ কাহিনী শুনি সি বিস্ময়ত হতবাক হৈছিল। কাহিনীটো কিছু অশালীন, হয়তো কিবা তাৎপৰ্য্য আছিল যাক চফিয়ে বুজিব পৰা নাছিল। বামুণে কৈছিল, মই পেচাব কৰি নৈৰ সৃষ্টি কৰিব পাৰোঁ। পীৰে কৈছিল, সেই নৈৰ সোঁত মই ৰোধিব পাৰোঁ। নৈৰ সৃষ্টি হ'ল আৰু পীৰেও শিল পেলাই ৰোধ কৰিলে নৈৰ সোঁত। দুয়োৰে মাজৰ যুঁজখন যেতিয়া তীব্ৰ হৈ উঠিল তেতিয়া মীমাংসাৰ কাৰণে উপস্থিত হ'ল দেৱৰাজ ইন্দ্ৰ আৰু হজৰত আলি। মীমাংসা হ'ল যে শিলৰ বান্ধটো থাকিব কিন্তু নৈখন বৈ যাবৰ বাবে বান্ধটোত পাঁচটা ফুটা থাকিব। মৌলাহাটৰ সিমূৰে নৈৰ ওপৰত সাকোঁ বুলি যিটো বস্তু আজিও আছে সেইটোৱেই পীৰৰ বান্ধ। কাহিনীটো শুনি আটায়ে হাঁহিব ধৰিলে। অচিমুদ্দিনে চকুৰে হাঁহি সুধিলে, এতিয়া কোৱাচোন কোন জিকিল আৰু কোন হাৰিল? একো ঠিক কৰিব নোৱাৰি বাকী আটায়ে ক'লে, দুয়োজনেই সমান। মাথোন চফিয়ে ক'লে, বামুণ। অচিমুদ্দিনে হাঁহি ক'লে, আমি মুছলমানবোৰ আচলতে হেবাং। আমাৰ মাথোন গাৰ বলখিনিহে, বুদ্ধিৰ সঁচ বুলিবলৈকে একো নাই। এইবাৰ অচিমুদ্দিনে ভৰিৰ তলৰ ৰাস্তাটো দেখুৱাই আন এটা কাহিনী শুনালে। বাদশ্বাহী আলিৰ কাহিনী। সেইটোও হিন্দু মুছলমানৰ গল্পই।

উত্তৰ দেশৰ বাদশ্বাহ দক্ষিণ দেশলৈ যাত্ৰা কৰিলে। দক্ষিণ দেশত হিন্দুৰ ৰাজত্ব। তাত এশটা মন্দিৰ। বাদশ্বাহে মন্দিৰ ভাঙি উভতিব লাগিছে। এটি মন্দিৰৰ ব্ৰাহ্মণে বাদশ্বাহক অভিশাপ দিলে, ঘৰলৈ উভতি গৈয়ে তুমি মৃত্যুৰ মুখত পৰিবা। অচিমুদ্দিনে দীঘলকৈ হুমুনিয়াহ কাঢ়ি ক'লে, 'ঘৰলৈ গৈয়েই মোৰ মৰণ হ'ব?' বাদশ্বাহ বৰ বিমোৰত পৰিল। গভীৰ চিন্তাত পৰিল। এনেতে আহক এজন ফকিৰ। ফকিৰজনে

মিচিকিয়া হাঁহি মাৰি ক'লে, হেৰা বাদশ্বাহ! যদি সেয়াই হয়, উভতি যোৱাৰ পথে পথে আলি বন্ধাবা। ঠায়ে ঠায়ে পুখুৰী খন্দাবা। পুখুৰীৰ পাৰত মছজিদ সজাবা। ৰাজমহল পোৱা মানে তোমাৰ দাড়ি-চুলি পকিব, দাঁত সৰিব আৰু তুমি আলৰ বুঢ়া হবাগৈ। বামুণৰ অভিশাপ আচল অৰ্থত বিফলে যাব। চাব্বাচ! অচিমুদ্দিনে খিক্‌খিক্‌কৈ হাঁহিব ধৰিলে। এই যে আমি খোজ কাঢ়ি গৈ আছো, এইটোৱেই সেই ৰাস্তাটো। আৰু সৌটোয়ে দেখিছা, সেই পুখুৰী। পুখুৰীৰ পাৰৰ হাবিৰ মাজত সেইটো কি দেখিছা? গম্বুজ। মছজিদৰ গম্বুজ। অচিমুদ্দিনে খৰাং বতৰত ধান কিনিবলৈ আহোতে সেইটো দেখিছিল। পৰিত্যক্ত সেই মছজিদটোত এতিয়া শিয়ালৰ বাহ। তাত বাদুলিৰ বিষ্ঠা। দেখিলে দুখ লাগে।

অচিমুদ্দিন! হুজুৰে মাতিলে। কণ্ঠস্বৰ বৰ গহীন। সন্মুখৰ গাড়ীখনত গাৰোৱানৰ পিছতে তেওঁ বহিছে। হাতত জপমালা। অচিমুদ্দিনে ছাগলী পোৱালি দুটা কাদিৰ আলিৰ কোলাত গুজি দি দীঘল দীঘল খোজ পেলাই আগুৱাই গ'ল। মোক মাতিছে হুজুৰ?

অচিমুদ্দিন, আমি শ্বেৰৰ পুখুৰীৰ ঘাটতে খোৱা-বোৱা কৰিম। জোহৰৰ নামাজ পঢ়িম। তাৰ পিছত আকৌ যাত্ৰা আৰম্ভ কৰিম।

প্ৰধান শিষ্যই কথাটো আটাইকে জনালে। সকলোৱে ক'লে, ইনচাল্লাহ। গাৰোৱানহঁতেও ক'লে, লিকেৰে গাড়ী টানি গৰু কেইহালেও ভাগৰি পৰিছে। সিহঁতেও সোনকালে ক'ৰবাত গাড়ী ৰখাৰ কথা ভাবিয়ে আছিল। সাহস কৰি ক'বহে পৰা নাছিল। নকিব গাৰোৱানে কৰুণ হাঁহি মাৰি ক'লে, লৰালৰিৰ কোবত গাড়ীৰ ধুৰাত তেল দিয়াই নহ'ল। সেইবাবে গাড়ীখনে বৰ কেৰ্ কেৰ্ কৰিছে। এতিয়া গাড়ী ৰখাই তেল দিব লাগিব। নহ'লে কোনোবা মুহূৰ্তত মৰাৎকৈ ভাঙি যাব।

অলপ পিছত সি ভয় কৰা ঘটনাটোৱেই ঘটিল। পুখুৰীৰ পকী ঘাটটোৰ কাষত এজোপা প্ৰকাণ্ড বট গছ। সেইজোপাৰ তললৈ বুলি সাতোখন গাড়ী যেনি তেনিকৈ যাবলৈ লওঁতেই নকিবৰ গাড়ীৰ ধুৰাটো সঁচাকৈ মৰাৎকৈ ভাঙি থাকিল। ভাগ্য ভাল, সেইখনত বয়-বস্তু কিছুমানহে আছিল। তথাপিও এয়া এক ধৰণৰ বিঘিনিয়েই বুলিব লাগিব। ধুৰাটো বেয়াকৈ ভাঙিল, জোৰাতাপলি মৰাৰ উপায় নাই। লৰালৰিকৈ ওলাই অহা বাবে কোনোৱে এডালো অতিৰিক্ত ধুৰা আনিব নোৱাৰিলে! মৌলাহাটত নতুন এডাল হয়তো পোৱা যাব। কিন্তু বিচাৰ-খোঁচাৰ কৰোতে সময় লাগিব। গাড়ীৰ ধুৰা বন্ধা কামটোও বৰ উজু নহয়।

মানুহবোৰৰ মুখকেইখন আকৌ এবাৰ সেমেকি গ'ল। সিহঁত যে পুনৰ ক'লা জিনৰ হাতত পৰিছে সেই বিষয়ে কাৰো সন্দেহ নাই। আটায়ে নকিবৰ গাড়ীৰ বয়-বস্তুবোৰ আজৰাই বটজোপাৰ তলত দ'মাই থলে। নকিব আৰু ফজলে ধুৰা বিচাৰি গাৱঁৰ ফালে খোজ ল'লে। চফিয়ে তাৰ বুজুৰ্গ পিতাকৰ ফালে চাইছিল। বদিউজ্জামানে গছৰ ছাঁত অলপ পৰ থিয় হৈ পিছফালে ঘূৰি পুখুৰীৰ ওখ পাৰটোলৈ চালে। ঘন গছ-গছনি আৰু জোপোহাৰ মাজত সম্ভৱতঃ তেওঁ মছজিদৰ গম্বুজটো

দেখিছিল। গম্বুজটোত এটা ফাঁট মেলিছে। চফিয়ে মন কৰিলে দেউতাকে নিজৰ লাঠিডাল লবলৈ গাড়ীৰ ফালে আহিছে। লাঠিডাল লৈ ধীৰ খোজেৰে তেওঁ পুখুৰীৰ পাৰলৈ উঠি গ'ল। জোপোহাৰ মাজত তেওঁৰ বগা আলখেল্লা জিলিকিছে। চফিক যেন কিহবাই খুচিহে দিলে। আকৌ কিবা আচৰিত ঘটনা ঘটিব এতিয়া। কি ঘটিব তাকেহে সি বুজিব পৰা নাই। আব্বাই বগা জিনটো দেখিছে নেকি বাৰু? চাইদা আৰু কামৰুন্নিচাৰ গাড়ীখন বটজোপাৰ গুৰিত আঁৰত ৰখা হৈছিল। সেইখিনিতে অচিমুদ্দিনে আন এখন গাড়ীৰ চৈৰ লগত এখন শাৰী আঁৰি দি এটি জেনানা-মহল সাজি দিলে। সেই পৰ্দাৰ ফাঁকেৰে চফিয়ে মাকৰ ভৰি দুখন দেখিছিল। দৌৰি গৈ মাকৰ আগত দেউতাকৰ এই ৰহস্যময় গমনৰ কথা ক'বলৈ তাৰ ইচ্ছা হৈছিল। এনেতে পুখুৰীৰ ঘাটলৈ তাৰ দৃষ্টি গ'ল। সি পানীত শব্দ শুনিলে। দুজনী ছোৱালীয়ে পুখুৰীৰ কজলা পানীত সাতুৰিব লাগিছে। দুজনীৰেই বুকুৰ মাজত উবুৰিকৈ লোৱা দুটা পিতলৰ কলহ। কলহ দুটা আঁকোৱালি সিহঁতে উপৰমুৱা হৈ সাতুৰিছে। কজলা পানী বগা হৈ ছিটিকিছে। এজনীৰ গাত বেছিকৈ পানী পৰাত আপত্তি কৰিবলৈ লওঁতে তাই চফিক দেখিলে আৰু কলহটো এৰি দি পানীৰ মাজত থিয় হৈ ৰ'ল। চফিৰ ফালে তাই অবাক হৈ চাইছিল। আনজনীয়েও ইতিমধ্যে চফিক দেখিলে। তায়ো সিজনীৰ দৰেই থিয় হৈ চফিলৈ চাই থাকিল। চফিও অবাক। দুয়োজনী ছোৱালীৰেই মুখৰ গঢ় অবিকল একেই। কুতুবপুৰত থাকোতে চফিয়ে যঁজা ল'ৰা দেখিছিল। এই ছোৱালী দুজনীও যঁজা নেকি? সিহঁত যঁজা হয়নে নহয় ওচৰৰ পৰা চাবলৈ তাৰ মন গৈছিল। পিছে অচিনাকি ছোৱালী, তাতে আকৌ শাৰী পিন্ধা। সিহঁতৰ ওচৰলৈ যোৱা উচিত হ'বনে? সি বুজিব পৰা নাছিল। তেনেতে তাৰ মনত এটি বুধি খেলিলে। সি দৌৰ মাৰি মাকৰ পৰা তামৰ বদনাটো খুজি লৈ পোনে পোনে ঘাটলৈ নামি গ'ল। ঘাটৰ চিৰিবোৰ অ'ত ত'ত ভঙা। ভঙা ঠাইবোৰত শেলুৱৈ গজিছে। সি তলমূৰকৈ ঘাটলৈ নামিছিল। ছোৱালী দুজনীয়ে খিলখিলাই হাঁহিলে। এজনীয়ে ক'লে, ভৰি পিছলিব! অইনজনীয়ে তাইলৈ ঘোপাকৈ চালে। অচিনাকি ল'ৰা এজনৰ লগত মুখ-চুপতি কৰাত তাইৰ আপত্তি। চফি সাৱধানে নামি পানী ভৰাবলৈ ধৰিলে। তাক সাৱধান কৰি দিয়াজনীয়ে সুধিলে, তোমালোকৰ ঘৰ ক'ত হেঁ?

চফিয়ে ক'লে, আমি চেকেড্ডালৈ যাম।

প্ৰথমজনীয়ে খিল্‌খিলাই হাঁহিলে। সুধিলোঁ ঘৰ ক'ত, কয় চেকেড্ডালৈ যাব।

আনজনীয়েও এইবাৰ নাহাঁহি নোৱাৰিলে।

চফিয়ে বুজিলে তাৰ উত্তৰটো শুদ্ধ নহ'ল। অলপ হাঁহি ক'লে, আমি খৈৰাজোলৰ পৰা আহিছোঁ।

প্ৰথমজনীয়ে ক'লে, খৈৰাজোলত ঘৰ! আমি তালৈ গৈছোঁ। পুহ মাহত পীৰৰ থানত মেলা হয়। মেলালৈ গৈছোঁ।

চফিয়ে ক'লে, এতিয়া আৰু তাত মেলা নহয়।

দ্বিতীয়জনীয়ে অলপ আচৰিত হৈ সুধিলে, মেলা নহয়? কিয় নহয় কোৱাচোন?

চফিয়ে গহীনাই উত্তৰ দিলে, আমাৰ আব্বাই পীৰৰ থান ভাঙি পেলাইছে!

প্ৰথমজনীয়ে বেঁকা হাঁহি মাৰি সুধিলে, কোননো তোমাৰ দেউতাৰা? ইচ্! থান ভাঙি দিছে! বৰমতাটো ওলাল!

ছোৱালী দুজনীৰ বয়স বাৰ-তেৰ বছৰৰ বেছি নহয়। সিহঁতে তাক তুমি বোলাত তাৰ গাত লাগিছে। সি মুখ তুলি ক'লে, আমাৰ আব্বা এজন ডাঙৰ মৌলানা।

দ্বিতীয়জনীয়ে ক'লে, মৌলানা হ'ল বুলি থান ভাঙিব লাগেনে? এনে কথাতো কাহানিও শুনা নাই। ৰুকু, ল'ৰাজনে কি কৈছে শুনচোন। ৰুকুৱে মুখ টিপি হাঁহিছিল। পানী কুলি কৰি ওপৰলৈ মাৰি ক'লে, থানো কোনোবাই ভাঙেনে? সি আমাৰ লগত ধেমালি কৰিছে। চফিয়ে বদনাত পানী ভৰাই থিয় হ'ল। গহীন হৈ ক'লে, আমি থান-চান নামানোঁ। আমি ফৰাজি। দুয়োজনী আচৰিত হৈ সুধিলে, কি ক'লা?

আমি ফৰাজি।

সিহঁতে আকৌ খিল্‌খিলাই হাঁহিলে। ৰুকুৰ মুখ চোকা। তাই ভেঙুচালি কৰিলে ঃ

ফৰাজিৰ নামাজ পঢ়া

ঢেকীৰ দৰে মূৰ লৰা।

চফিৰ কাণ-মূৰ ৰঙা পৰিল। অনেক ঠাইত হানাফি সম্প্ৰদায়ৰ ল'ৰাবোৰে এনেদৰে ভেঙুচালি কৰি তাক অতীষ্ঠ কৰিছে। খঙত জ্বলি-পকি সি চপৰা বা শিল দলিয়াই সিহঁতক খেদিছিল। ইহঁত ছোৱালী নোহোৱাহেঁতেন সি হয়তো হাতৰ বদনাটোৱেই মাৰি পঠালেহেঁতেন! কিন্তু ইহঁত যে ছোৱালী! তদুপৰি ইহঁত দুজনী যে যঁজা সি বুজিব পাৰিছে। চফিয়ে কথাটো আওকাণ কৰিলে। হাতত বাল্টি লৈ গাৰোৱান কেইজন ঘাটৰ ফালে আহিল। তাকে দেখি ছোৱালী দুজনীয়ে ওৰণি টানিলে। তাৰ পিছত লৰালৰিকৈ কলহত পানী বুৰাই ঘাটৰ একাষেৰে লাহে লাহে ওপৰলৈ উঠিল। ঘাটৰ ওচৰত মানুহৰ ভীৰ দেখি সিহঁত খন্তেক থমকি ৰ'ল। তাৰ পিছত সেইফালেৰে নগৈ পুখুৰীৰ পাৰে পাৰে তিতা কাপোৰৰ চৰপ্ চৰপ্ শব্দ কৰি পলাই যোৱাৰ দৰে গুছি গ'ল। সিহঁত মছজিদটোৰ সিকাষে জোপোহাৰ আঁৰ হোৱাৰ পিছত চফি বটজোপাৰ তললৈ আহিল। খঙত সি অস্থিৰ হৈ আছে। জীৱনত প্ৰথমবাৰৰ বাবে সি ছোৱালীৰ দ্বাৰা অপমানিত হ'ল!

ইয়াৰ পিছতেই হুজুৰ পীৰ বদিউজ্জামানৰ দ্বিতীয় মোজেজা দেখা গৈছিল। ইয়াক মোজেজা বুলি নকৈ কি বুলি ক'ব বাৰু? নকিব আৰু ফজল গাৱঁলৈ গৈছিল গাড়ীৰ ধুৰা বিচাৰি। সিহঁত উভতি অহাৰ সময়ত লগত এশমান মানুহ। মানুহবোৰৰ চকু-মুখত ঐশী নিদৰ্শন অনুসন্ধানৰ গভীৰ আকুলতা। সিহঁতৰ দৃষ্টি নিবদ্ধ হৈছিল আকাশত। চিত্ৰাৰ্পিত মানুহৰ দৰে সিহঁত স্থিৰ, শব্দহীন। সেই জনতাক দেখি অচিমুদ্দিনৰ কিন্তু প্ৰথমতে ভয় লাগিছিল। সেই সময়ত ফৰাজিসকলৰ ওপৰত কোনো কোনো ঠাইত আক্ৰমণ হৈছিল। সি লৰালৰিকৈ হুজুৰক বিচাৰিবলৈ গৈ ঘটনা দেখি বিচূৰ্ত্তি খালে। সি অভিভূত হ'ল। ওঁঠ দুটি কঁপি উঠিল। গোটেই দেহ ৰোমাঞ্চিত হৈ উঠিল। পুখুৰীৰ ওখ পাৰত মছজিদৰ কাষত এডোখৰ শিলৰ ওপৰত থিয় হৈ

আছে বদিউজ্জামান। সেইডোখৰ মুকলি ঠাই; গছ-লতা একো নাই। চ'ত মাহৰ নীলা ধূসৰ আকাশৰ পটভূমিত শুকুলা আলখেল্লা আৰু শুকুলা পাগুৰি পিন্ধা মূৰ্তিটো দেখি মনত এনে ভাব হয় তেওঁ যেন এই মৰ্ত্যলোকৰ মানুহ নহয়। অচিমুদ্দিনে বুজিলে যে এতিয়াই আন এটা মোজেজা হ'বগে। তেওঁ বিৰবিৰালে, আলহামদুলিল্লাহ! হে আল্লাহ সকলো প্ৰশংসা মাথো তোমাৰ বাবে। মৌলাহাটৰ সেই জনতাও অভিভূত। এক তন্দ্ৰালস কণ্ঠেৰে মানুহবোৰে প্ৰতিধ্বনি তুলিলে, আলহামদুলিল্লাহ! আলহামদুলিল্লাহ! তাৰ পিছত তেওঁলোক সম্ভ্ৰমেৰে সেইফালে আগুৱাই গ'ল। পয়গম্বৰ ইশাই মানুহক ভেৰাৰ পালৰ উপমা দিছিল। মৌলাহাটৰ এই মানুহবোৰেও ভেৰাৰ পালৰ দৰেই পুখুৰীৰ পাৰলৈ উঠি গৈছিল। মানুহবোৰে ফাৰ্চি হৰফ খোদিত ক'লা গ্ৰেনাইট শিলটোৰ সম্মুখলৈ যোৱাত বদিউজ্জামানে সম্ভাষণ জনালে, আচ্চালামু আলাইকুম। মানুহবোৰে প্ৰতিসম্ভাষণ জনালে, ওৱা আলাইকুম আচ্-চালাম। ইয়াৰ পিছত বদিউজ্জামানে তেওঁৰ সুবিশাল হাত দুখন মেলি আলিঙ্গনৰ ভঙ্গীমাৰে ক'লে, বেৰাদানে ইছলাম!

তাৰ পিছত বদিউজ্জামানে যিটো ভাষণ দিলে, মৌলাহাটৰ মুছলমানসকলৰ কাৰণে সি এক মধুৰ স্মৃতি হৈ ৰ'ল। তেওঁলোকে কৈছিল, হুজুৰে আমাৰ কাণত তপত সীহৰ নিচিনা কিছুমান শব্দ ঢালি দিছিল। তাৰ পিছত আমি আৰু অইন একো কথা নুশুনা হ'লোঁ। আমাৰ কাণৰ দুৱাৰ যে বন্ধ হৈ গ'ল।

কিশোৰ চফিয়ে বটজোপাৰ তলত থিয় দি দৃশ্যটো চাই আছিল। পৰ্দাৰ ফাঁকেৰে চাইদায়ো জুমি চাইছিল। অচিমুদ্দিনৰ দৰে চাইদাও প্ৰথমতে খুব উদ্বিগ্ন হৈ পৰিছিল। তেওঁ ভাবিছিল, মানুহবোৰ নিশ্চয় হানাফি; ফৰাজি ধৰ্মগুৰুক হয়তো মাৰপিট কৰিবলৈকে আহিছে। ৰুগীয়া কামৰুন্নিচাই সুধিছিল, কি ঘটনা বোৱাৰী? ইমান মানুহ কিয় আহিছে? বদুৰ কিবা বিপদ হৈছে নেকি? কামৰুন্নিচা উত্তেজিত হৈ উঠিছিল।.... বোৱাৰী! তুমি নামাতা কিয়? চাইদাৰ বুকুখন দুৰ্‌দুৰ্‌কৈ কঁপিছিল। শাহুৱেক ইতিমধ্যে বিৰক্ত হৈছিল। একেই উদ্বিগ্ন দৃষ্টিৰে চাইদাই বিচাৰিছিল চফিকো। চফিয়ে পৰ্দাৰ ভিতৰত মাকৰ ওচৰলৈ আহিলেই নিৰাপদ। কিয়নো তেওঁলোকে তিৰোতা মানুহৰ গাত হাত নিদিব। চফিক দেখা মাত্ৰেই তেওঁ ছৰিয়তি অনুশাসন উলাই কৰি অলপ উচ্চ কণ্ঠেৰেই চফিক মাতিলে, চফি! চফি! পৰ্দাবেহুৰ ফাঁকত তেওঁৰ শেঁতা, কোমল হাতখনি লৰচৰ কৰিলে। হাতত তিনিপাত কাঁচৰ খাৰু। খাৰুৰ শব্দত বটৰ তলত সৰগ পৰা মানুহৰ দৰে থৰ লাগি থকা অচিমুদ্দিন সঁচকিত হ'ল। সি মৃদু হাঁহি মাৰি অনুচ্চ কণ্ঠে ক'লে, আল্লাহ আমাৰ সহায়। ভয় নাই মা। বোপা চফিউজ্জামান, সোনকালে আহক, আম্মাজানে তলব কৰিছে।

চফিয়ে কাণ নিদিলে। সি পুখুৰীৰ পাৰৰ শিলচটাত থিয় দি থকা দেউতাক আৰু তেওঁৰ সমুখত বহি থকা মানুহবোৰ নিৰীক্ষণ কৰি আছিল। দৃশ্যটো চাই চাই সি অলপ আগেয়ে লগ পোৱা যঁজা ছোৱালীহালৰ কথাই ভাবিছিল। সিহঁতে যদি এই দৃশ্য দেখিলেহেঁতেন! তাৰ ৰাগ-দুখ-অপমানবোধ আঁতৰিল। মনটো এতিয়া ফৰকাল। সি মনে মনে ছোৱালীদুজনীক ক্ষমা কৰিলে। অচিমুদ্দিনে চেঁপা মাতেৰে তাক সুধিলে,

কি চাইছে বাপজান? সমগ্ৰ মৌলাহাট ফৰাজি হৈ যাব। আলাহামদুলিল্লাহে ৰব্বুল আলামিন! অকল গাৰোৱান কেইজনেহে এইবোৰ একোৱেই মন কৰা নাছিল। সিহঁতে নিঃশব্দে পুখুৰীৰ পৰা পানী কঢ়িয়াই বলধকেইটাক দানা খুৱাইছিল। নকিবে তাৰ ভঙা ধূৰাটো বাৰে বাৰে হাত বুলাই চাইছিল। পিছত সি কৈছিল, হুজুৰ চাহাবৰ কথা শুনা মাত্ৰেই মোৰ ধূৰাৰ কথা তল পৰিল। কেউপিনে উদুলি-মুদুলি, চিঞৰ-বাখৰ, আহ ঐ আহ, বদুপীৰ আহিছে! বদুপীৰ আহিছে! চিঞৰি চিঞৰি এক ধুমুহাৰ সৃষ্টি কৰিলে। ফজলে কৈছিল, ধূৰ, নকুৰ কথা নুশুনিবা। ঘটনা কিবা এটা আৰু সি কয় আন কিবা এটা! আচল কথাটো হৈছে, হাটখোলাত এখন বিচাৰ সভা বহিছিল। বহুত মানুহ গোট খাইছিল। মই এজনক একাষৰীয়াকৈ মাতি আনি ক'লা জিন আৰু বগা জিনৰ কাণ্ডবোৰ ক'লোঁ! হুজুৰৰ কোৰামতিৰ কথাও ক'লোঁ। আৰু তেতিয়াহে—।

সিদিনা কিবা এটা ঘটিছিল। আচল কথাটো আজি এতিয়া আৰু খান্দি উলিয়াব পৰা নাযায়। মাথো ইমানকে ক'ব পাৰি, মৌলানা বদিউজ্জামান মৌলাহাট অঞ্চলত বদুপীৰ নামে জনাজাত হৈছিল আৰু তেওঁক কেন্দ্ৰ কৰি অনেক কাহিনীৰ সৃষ্টি হৈছিল। যেনে, জিনবোৰে তেওঁৰ লগত ধৰ্ম আলোচনাত বহিছিলহি। কবৰস্তানৰ মৃতকসকলে তেওঁৰ সম্ভাষণৰ সমিধান দিছিল প্ৰতিসম্ভাষণেৰে। তাতোকৈ ডাঙৰ কথা, মৌলাহাটৰ ব্ৰাহ্মণী নৈৰ সাঁকোখনিয়ে যুগ যুগ ধৰি পীৰতন্ত্ৰৰ মহিমাই প্ৰচাৰ কৰি আহিছিল। বংশানুক্ৰমিক ভাবে মৌলাহাটৰ মানুহে প্ৰতীক্ষা কৰিছিল এক অলৌকিক শক্তিধৰ পুৰুষৰ। আৰু চ'ত মাহৰ সেই দুপৰীয়া ৰ'দভৰা আকাশৰ পটভূমিত শুকুলা বসন পৰিহিত গৌৰবৰ্ণৰ সেই পাহোৱাল পুৰুষজনক দেখাৰ লগে লগে তেওঁলোকে বুজিলে, এইজনেই সেই মোজেজাসম্পন্ন পুৰুষজন যাৰ কথা তেওঁলোকৰ পিতৃ পিতামহই কৈ আহিছে। মানুহবোৰে যেতিয়া মিছিল কৰি বদিউজ্জামানক লৈ গ'ল, তেতিয়া ৰাস্তাৰ দুকাষে মানুহৰ দীঘল শাৰী। তিৰোতাসকলে ঘৰৰ দুৱাৰ খিড়িকীৰ ফাঁকেৰে নাইবা দেৱালত মৈ লগাই সাৱধানে উঠি জুমি জুমি চাইছিল। কোনো কোনো লজ্জাহীনাই পুৰুষৰ লগত একেলগে ভীৰৰ মাজত থিয় হৈছিল। পুৰুষবোৰে ডাবি-ধমক দি সিহঁতক ঘৰ সুমুৱাইছিল।

ক'বলৈ গ'লে মৌলাহাটৰ মুছলমানসকলৰ কাৰণে সিদিনাৰ দিনটো আছিল এক গৌৰৱপূৰ্ণ দিন। এক উৎসৱমুখৰ পৰিৱেশ হৈছিল। বদিউজ্জামানে পোনে পোনে গৈ মছজিদত সোমাইছিল। বিশাল মছজিদটো পকী। মছজিদৰ সম্মুখত এটা কুঁৱা। জোহৰৰ নামাজত মানুহৰ ইমানেই ভীৰ হৈছিল যে ৰাস্তালৈকে ঢাৰি পাৰি দিব লগা হৈছিল।

আৰু সেই সময়ত পুখুৰীৰ ঘাটত বটৰ তলত থিয় হৈ আছিল মাথোন দুখন গৰুৰ গাড়ী। এখন চাইদা আৰু তেওঁৰ শাহুৱেকৰ। আনখন বেচেৰা নকিবৰ। বাকী গাড়ীকেইখন গাঁৱৰ মানুহে আহি গাৱঁলৈ লৈ গৈছে। চাইদাৰ পৰ্দাৰ আনটো মূৰ বটজোপাৰ ওলমি থকা শিপাত গাঁথি দি থোৱা আছে। চাইদাই তেওঁৰ বোবা পুতেকক গুড় আৰু মুড়ি খুৱাইছিল। চফি নকিবৰ কাষত থিয় দি আছিল। অলপ পিছত

কেইজনীমান তিৰোতাই ওৰণি লৈ আহি থকা তেওঁ লক্ষ্য কৰিলে। তিৰোতাকেইজনী চাইদাৰ কাষলৈ আগবঢ়া দেখি নকিবে ম্লান হাঁহি মাৰি ক'লে, আম্মাজানহঁতৰ ব্যৱস্থা হ'ল। এতিয়া মোৰো কিবা এটা হ'লে ৰক্ষা পৰোঁ।

এগৰাকী প্ৰৌঢ়াই চাইদাৰ ওচৰৰ পৰা এইবাৰ পোনে পোনে নকিবৰ কাষলৈ গ'ল। ওৰণিৰ আঁৰৰ পৰাই তাই নকিবক ক'লে, বিবিজীহঁতৰ গাড়ীখন লৈ ব'লা বোপা!

নকিবে ক'লে, সেইটো বাৰু হ'ব। পিছে এইখনৰ যে ধুৰা ভঙা! ইমানবোৰ বয়-বস্তু ইয়াত পৰি থাকিবনে?

তিৰোতাজনীয়ে চফিক দেখি মিঠা হাঁহি মাৰি ক'লে, এই ল'ৰাজন থাকিব। তুমি আহা বোপা! বিবিজীহঁতে ক'লে, নামাজৰ সময় উকলিবৰে হ'ল। খৰ্‌ধৰ্‌ কৰা।

চাইদাহঁতক লৈ গাড়ীখন গুছি গ'ল। সেইখন গাড়ীৰ প্ৰকৃত গাৰোৱানজনে তেতিয়া গাৱঁৰ মছজিদত নামাজ পঢ়িছে। চফিয়ে তাৰ ওপৰত পৰম বিৰক্ত হৈ বহি থাকিল। সি ইয়াত থকা হ'লে অন্ততঃ নকিব তাৰ লগত থাকিলহেঁতেন। নিৰ্জন বটজোপাৰ তলত দানা খাই থকা এহাল বলধ, এখন ভঙা গাড়ী আৰু বয়-বস্তু পহৰা দিবলৈ তাক অকলে এৰি থৈ আটায়ে গুছি গ'ল। অভিমানত সি গহীন হৈ থাকিল।

বসন্তৰ পৰশত বটজোপাই কুঁহিপাত মেলিছে। মটীয়া ৰঙৰ এজাক চৰায়ে গীত জুৰিছে। বাদশ্বাহী আলিত ধূলি উৰিছে। মাজে মাজে উদং পথাৰৰ পৰা ঘূৰ্ণি বতাহজাকে খেৰ-কুটা, গছৰ শুকান পাত আৰু ধূলিৰ ৰূপ লৈ ৰাষ্টা পাৰ হৈ সিকাষৰ হাবিত হুলস্থূল কৰিছিল। ক'ৰবাত বান্দৰে খেক্‌খেকাইছিল। চফিয়ে গছৰ ডালটো ভালকৈ খামুচি ধৰি বান্দৰৰ জাকটো বিচাৰিবলৈ ধৰিলে। তাৰ খুব অস্বস্তি অনুভৱ হৈছিল। তাক অকলশৰীয়া পাই ক'লা জিনটোৱে যদি তাক আক্ৰমণ কৰিবলৈ এপাল বান্দৰ মেলি দিয়ে! পুখুৰীৰ ঘাটলৈ ইতিমধ্যে এজনী দুজনীকৈ জীয়ৰী-বোৱাৰীবোৰ গা ধুবলৈ আহিব লাগিছে। তাক দেখি ওৰণি টানি সিহঁতে কিবা কোৱা-কুই কৰিছিল। সিহঁতক দেখি চফিৰ অস্বস্তি নাইকিয়া হ'ল। সি চৰাইবোৰৰ পিছত লাগিল। এইবাৰ এটা কেৰ্কেটুৱাৰ পিছত লাগিল। আচলতে প্ৰকৃতিৰ এই সৰু-সুৰা বস্তুবোৰে মুহিব পৰা বয়স তাৰ পাৰ হৈছে। অকলশৰীয়াকৈ এৰি যোৱাত হোৱা তাৰ অভিমানবোধ আঁতৰাবলৈহে সি এইবোৰ কৰিছিল। ভাবি আচৰিত হ'ল, তাৰ মাকেও তাক একো নোকোৱাকৈ অকলে এৰি থৈ গুছি গ'ল! তাৰ কথা আটায়ে পাহৰিলে কিয়?

হয়তো সেই শেষ বসন্তৰ দিনাখনেই চফি এই বিশাল পৃথিৱীৰ বুকুত প্ৰথমবাৰৰ কাৰণে অকলশৰীয়া হৈছিল, দল হেৰুৱাই পিছ পৰি ৰৈছিল— তাৰ পিছত বাকী সমগ্ৰ জীৱনটো সি নিঃসঙ্গ হৈয়েই কটাইছিল। জীৱনত বহুবাৰ অস্থিৰতাৰ মাজত ক্ৰুদ্ধ, উন্মাদ হৈ পৰা চফিউজ্জামানৰ আজি খুব আচৰিত ধৰণে মনলৈ আহিছে মৌলাহাটৰ দক্ষিণ মূৰত ছাহী মছজিদৰ কাষৰ বিয়াগোম বটজোপাৰ তলত সিদিনা অকলশৰীয়া হৈ পৰা সেই ঘটনাটো। সিদিনা আটায়ে যেন তাক পাহৰি গৈছিল। আৰু সিদিনাৰ পৰা তাক পাহৰিয়েই থাকিল।

গা-পা ধুই ছোৱালী আৰু তিৰোতাবোৰ গাৱঁলৈ উভতিব লাগিছে। তাৰ মাজৰে এজনী থমকি ৰ'ল। এগৰাকী বৃদ্ধা। দুখোজমান আগুৱাই আহি তাই চফিলৈ চালে। সোলা বুঢ়ীয়ে হাঁহি মাৰি ক'লে, বৰ ঠউগা ল'ৰাচোন। কোননো বোপা? গাভৰু এজনীয়ে খিল্‌খিলাই হাঁহিলে। আইতা, পছন্দ হৈছে নেকি?

বুঢ়ীয়ে কৃত্ৰিম খং দেখুৱাই ক'লে, মৰতী, ৰহ তোক! মন খাইছে যদি তয়েই বিয়া কৰ।

গাভৰুজনীও আগুৱাই আহিল। সুধিলে, পীৰচাহাবৰ লগত আহিছা বোধহয়?

চফিয়ে গহীন হৈ ক'লে, মই পীৰচাহাবৰ ল'ৰা।

লগে লগে বুঢ়ীয়ে পিন্ধি থকা তিতা কাপোৰখনৰ আচলেৰে মূৰ ঢাকিলে। গাভৰুজনীয়ে কিন্তু কেৰেপকে নকৰিলে। তাই সুধিলে, তুমি ইয়াত কি কৰি আছা? তোমাৰ মাৰাইঁত দেখোন দৰিবুবুৰ ঘৰত উঠিছেগৈ। তোমাক কোনোৱে মাতি নিয়া নাই? চফিয়ে বিৰক্ত হৈ ক'লে, দেখা নাই গাড়ীৰ ধুৰা ভাঙি পৰি আছে?

গাভৰুজনীয়ে ভঙা গাড়ী, গৰুহাল, বয়-বস্তুৰ দ'ম দেখি ক'লে, ওঁ, বুজিলোঁ! তেতিয়া হ'লে তুমি আমাৰ লগত ব'লা। ব'লা, ব'লা। কিমান পৰ হ'ল, পেটত খুদকণ এটাও পৰা নাই ছাগে। ব'লা। চফিয়ে ক'লে, নাযাওঁ।

সেইটো আকৌ কেনে কথা? গাভৰু গৰাকীয়ে হাঁহিলে। কুটা এগছো চুৰি নহয়। আমাৰ মৌলাহাটত চোৰ নাই। তদুপৰি পীৰচাহাবৰ বস্তুত কোনোবাই হাত দিলে তাৰ হাত পুৰি নাযাবনে? তুমি ব'লা আমাৰ লগত। বুঢ়ীয়েও ক'লে, হয়, হয়, ব'লক। একো চুৰি নহয়, বোপা। আপুনি আইমণিৰ লগতে যাওঁক। আইমণি বাচাটোক লৈ যা। ইচ্ মুখখন শুকাই টেমি যেন হৈছে। আইমণি, লৈ যা আই!

আইমণিয়ে নিঃসংকোচে চফিৰ কান্ধত ধৰি টানিলে। তাইৰ হাতত ভালেকেইপাত ৰঙ-বিৰঙৰ কাঁচৰ খাৰু। তাইৰ তিতা হাতৰ স্পৰ্শই চফিক আড়ষ্ট কৰিলে। সি খোজ পেলালে। আইমণিয়ে তাৰ কান্ধৰ পৰা হাত নাতঁৰালে। মূল পথ এৰি পথাৰৰ মাজৰ ঠেক আলিটোৱে গৈ থাকোতেও তাই পিছফালৰ পৰা চফিৰ কান্ধত ধৰি গৈছিল।

হাল বাই থোৱা মাটি কেইডৰা এৰি এখন পাতল বননি। কেঁএগ্ৰা বন আৰু সৰু সৰু জোপোহাৰ মাজেৰে এটি লুংলুঙীয়া বাট। চফিৰ সম্মুখত তিনিগৰাকী সদ্যস্নাতা তিৰোতাই খোজ কাঢ়িছিল। আটাইৰে পিছত বুঢ়ী। কেঁএগ্ৰা বনৰ ভিতৰত সোমাই সম্মুখৰ তিৰোতাকেইগৰাকীয়ে বাৰে বাৰে চফিলৈ ঘূৰি ঘূৰি চাইছিল। বননিখন পাৰ হোৱাৰ পিছত গাৱঁৰ শ্ৰেণী ঘৰবোৰ। একাষৰীয়াকৈ ফাটি যোৱা এটা ঠেক বাটেৰে গৈ এটা টিনৰ ঘৰৰ পদূলি মুখত আগৰকেইজনী ৰৈ গ'ল। আইমণিয়ে লাহেকৈ আগবাঢ়ি চফিৰ সম্মুখত থিয় হৈ ক'লে, ব'লা। ঘৰৰ সম্মুখৰ সৰু চোতালখনত এপাল কুকুৰা চৰি আছিল। আইমণিয়ে কুকুৰাবোৰ খেদিলে। তাৰ পিছত চফিক আকৌ ক'লে, ব'লা ভিতৰলৈ।

বাৰাণ্ডাৰ চালপীৰা এখনত বহি এজন আদবয়সীয়া মানুহে বাংলা কিতাপৰ পাত লুটিয়াই আছিল। মানুহজন হৃষ্টপুষ্ট। উদং গা। পিন্ধনত লুঙি এখন। মুখত একোচা

দাঢ়ি। মানুহজনে অবাক হৈ চফিৰ ফালে চালে। আইমণিয়ে মৃদু হাঁহি মাৰি সুধিলে, পিতা, ল'ৰাজন কোন ক'চোন বাৰু?

মানুহজনে ঈষৎ হাঁহিলে। ....কোন অ'ʻআইমণি? মই দেখোন ধৰিব পৰা নাই। আইমণিয়ে সাঁথৰ ভাঙি দিয়াৰ ভঙ্গিমাৰে ক'লে, তহঁতৰ পীৰ চাহাবৰ ল'ৰা। ঘাটৰ গুৰিত বটজোপাৰ তলত বেচেৰাই অকলে ৰৈ আছিল— একো খোৱা বোৱা নাই। মাতি আনিলোঁ।

আইমণিৰ পিতাক সম্ভ্ৰমেৰে থিয় হ'ল। আহক, আহক! কি যে কাণ্ড হ'ল! সেইফালে আটায়ে পীৰ চাহাবক লৈ মত্ত আৰু এইফালে কোনোৱে মনেই কৰা নাই। এই মাত্ৰ মছজিদৰ পৰা আহিছোঁহে। ছেঃ আগেয়ে জনা হ'লে—

আইমণিয়ে ক'লে, পিতা! সোনকালে বটৰ তললৈ যাচোন। ধূৰা ভাঙি গাড়ী এখন পৰি আছে। বস্তু-বাহানিবোৰো আছে। কাৰো খবৰেই নাই। তই চাচোন গৈ, কিবা ব্যৱস্থা কৰিলে নে নাই।

আইমণিৰ পিতাকে বাৰাণ্ডাৰ আলনাডালৰ পৰা ফটোৱাটো (এঙ্গা চোলা) টান মাৰি আনি খৰ্ধৰকৈ পিন্ধিলে। মূৰত তালপাতৰ টুপিটোও পিন্ধিবলৈ নাপাহৰিলে। তাৰ পিছত ওলাই গ'ল। চফিক বাৰাণ্ডাৰ চালপীৰাতে বহিবলৈ কৈ কাপোৰ সলাবলৈ আইমণি ভিতৰ সোমাল। চফিয়ে চালপীৰাখনত পৰি থকা কিতাপখনৰ নামটো চালে, 'কাছাছল আম্বিয়া।' পয়গম্বৰ আৰু বুজুৰ্গপুৰুষসকলৰ কাহিনী। আইমণিয়ে নিকা কাপোৰ এসাজ পিন্ধি পিতলৰ বদনাত পানী আনিলে। ক'লে, মুখ-হাত ধোৱা। এতিয়া আৰু গা ধুব নালাগে।

ওখ বাৰাণ্ডাখনতে বহি চফিয়ে মুখ-হাত ধুই উঠাত আইমণিয়ে তালৈ গামোছা এখন আগবঢ়াই দিলে। অলপ পিছত চলপীৰাখনৰ ওপৰতে এচলা কাঠ আৰু তাৰ ওপৰত গছ-লতা-পাতৰ নক্সা থকা এখনি ফুলাম দস্তৰখান পাৰি দি আইমণিয়ে চফিক ভাত খাবলৈ দিলে। কাষত বহি বিচনীৰ বা দি দি তাই ক'লে, তোমাক ভাত খুৱাবলৈ আমাৰ ভাগ্য হ'ব বুলি জানিছিলোঁ নে? জনা হ'লে কুকুৰা এটাকে মাৰিলোহেঁতেন। কথাবোৰ কৈ কৈ তাই হাঁহিছিল। কোনোমতে বান্ধি ৰখা তাইৰ তিতা চুলিকোচাৰ পৰা টপ্ টপ্কৈ পানী পৰি পিঠিৰ ফালৰ কাপোৰ তিতি গৈছিল। আইমণিয়ে ক'লে, মাৰাহঁতৰ কথা চিন্তা কৰিব নালাগে। তেওঁলোক দৰিবুবুৰ ঘৰত আছে। সৌ যে তাল গছজোপা দেখিছা তাতেই দৰিবুবুহঁতৰ ঘৰ। সিহঁত ডাঙৰ মানুহ। আদৰ যত্নৰ হেৰ-ফেৰ নহয়। এতিয়াই তালৈকে মই খবৰ পঠাম, তোমাৰ নামটো কি?

চফিয়ে লাহেকৈ ক'লে, চফিউজ্জামান।

আইমণিয়ে আকৌ হাঁহিলে। ইমান টান নাম মোৰ মনত নৰয়। মই চফি বুলিহে মাতিম পিছে। কি কোৱা?

চফিয়ে এখন আঞ্জা চুই চাই সুধিলে, কিহৰ আঞ্জা? আইমণি আকৌ এবাৰ হাঁহিত বাগৰি পৰিল। শেলুক খোৱা নাই কেতিয়াও? ৰূপমতী বিলৰ পৰা পোহাৰীয়ে আজি

বেচিবলৈ আনিছিল। বিলৰ পানী শুকাইছেতো। বিলখনত অকল পদুম আৰু পদুম। দেখিলে আচৰিত হৈ যাবা। এনে লাগিব, দুনিয়াৰ চব পদুম ৰূপমতীৰ বিলতেই খোদাই ৰুইচে নেকি বাৰু? সেই পদুমৰ শিপাৰ তলত থাকে শেলুক। কিছুমানে 'মৃণাল' বুলিও কয়। চোবাই চোৱাচোন, কেনে মিঠা, কি তাৰ সোৱাদ! মইতো কেঁচাই খাওঁ। চফি, তুমি এইবোৰ চোৱাই নাই দেখোন! খোৱা। খাই কোৱাচোন এইখন কিহৰ আঞ্জা? হুঁ, নোৱাৰিলা নহয়? চেঙেলি মাছৰ কাঁইটবোৰ গুচাই মাছখিনি মচুৰ দাইলৰ লগত বটি বৰা ভাজিছোঁ। তুমি আমৰ সুঠি খোৱা নে? আমৰ সুঠিৰে পুঠি মাছৰ আঞ্জা পালে মোকতো আৰু আন একোৱেই নালাগে।

আমৰ সুঠি, তেতেলি আদি কেনেকৈ জোগাৰ কৰিছিল সেইবোৰ কাহিনী আইমণিয়ে অনৰ্গল বকি থাকিল। সেইপিনে এটা পুখুৰী আছে। নাম জোলাপুখুৰী। সেইপিনে জোলাহঁতৰ পাৰা— সেই সিহঁত অ', কাপোৰ বয় যে। বাৰু, সেই পুখুৰীটোৰ পাৰত বহুত তেতেলি গছ আছে। বান্দৰে গছত উঠি তেতেলি খায়। তুমি এটা চপৰা সিহঁতলৈ দলিয়াই দিলে, সিহঁতে কি কৰিব জানা? তোমাৰ গালৈ সিহঁতে তেতেলি দলিয়াব। আৰু তেতিয়া তোমাক যিমান লাগে কোচ ভৰাই বুটলি থাকা। হাঁহিচম্পা আইমণিৰ তিতা চুলিটাৰি হাঁহিৰ কোবত খুলি গ'ল। ক'লে, চফি, তুমিতো পীৰচাহাবৰ ল'ৰা। কিমান যে ভাল ভাল বস্তু খোৱা! আমি গাৱঁলীয়া, দুখীয়া মানুহ। তোমাক শুশ্ৰূষা কৰিবলৈ আমাৰনো আছে কি ?.......কথাখিনি কৈ আইমণি আকৌ ভাত আনিবলৈ ভিতৰলৈ গ'ল। চফিৰ খুব ভোক লাগিছিল। তদুপৰি আমৰ সুঠিৰে ৰন্ধা পুঠিমাছৰ আঞ্জাখনো হৈছিল মুখত লগা। তেতিয়া আৰু তাৰ কোনো অভিমান নাছিল। সি মাথোন আইমণিক চাইছিল। ভাব হৈছিল মানুহজনী বৰ ছৌখিন। তাইৰ কাণত সোণৰ কাণফুলিযোৰ দেখি তাৰ মনত পৰিল, তাৰ মাকৰ কাণত তেনে এযোৰ কাণফুলি নাই। সৰু সৰু বাখৰ খটোৱা দুটা দুল। চাইদাই হাতৰ খাৰুবোৰো শাহুৱেকৰ জোৰতহে পিন্ধিছে। নহ'লে বদিউজ্জামানে মৃদু নচিহৎ কৰিলেহেঁতেন। তেওঁৰ মতে অলঙ্কাৰপ্ৰিয়জনক চয়তানে হাঁহে। সেয়েহে চয়তানক ইহঁাৰ সুযোগ দিয়া অনুচিত। হদিছ চৰিফত লিখা আছে, পয়গম্বৰৰ বালিকা পত্নী আয়েছাৰ ছৌখিনতা দেখি পয়গম্বৰে তিৰস্কাৰ কৰি কৈছিল, সেই বাহ্যিক সৌন্দৰ্য কোনো সৌন্দৰ্য নহয়। কিয়নো মৃত্যুৰ পিছত সি তোমাক অনুসৰণ নকৰে। মৃত্যুৰ পিছত যি তোমাৰ অনুগামী হ'ব, সেয়া হ'ল তোমাৰ আত্মাৰ সৌন্দৰ্য। বিবি আয়েছাই এবাৰ কাণৰ দুল হেৰুৱাই কেনেদৰে যে লটিঘটি হৈছিল! দুল বিচাৰি ওলাইছে, আৰু এইফালে পয়গম্বৰে সদলবলে যাত্ৰা আৰম্ভ কৰিছে। যিটো উটৰ পিঠিৰ তাঞ্জামত আয়েছাই উঠে সেইটো পৰ্দাৰে আবৰা। গতিকে চালকে আয়েছা থকা নথকা গমকে নাপালে। দৈবাৎ যেনিবা এজন সাধু লোকে আয়েছাক পাই নিজৰ উটটোৰ পিঠিত তুলি পয়গম্বৰৰ ওচৰত হাজিৰ কৰালেহি। পৰিণামত টুটকীয়াহঁতে ৰটনা কৰাৰ সুযোগ এটা পায়। আৰু ঈশ্বৰৰ প্ৰত্যাদেশ ঘোষিত হয়। টুটকীয়াসকলৰ ওপৰত লানৎ (অভিশাপ) বৰ্ষণ হয়। পৱিত্ৰ কোৰাণত এই বিষয়ে এটি চুৰা আছে। চাইদা, তুমি সাৱধান! হুজুৰ পয়গম্বৰ

চালেল্লাহ আলাইহেচচাল্লামে বিবি আয়েছাক মাথোন এটা শিক্ষা দিছিল।

চফি শেষ গৰাহ ভাত মুখত লৈ থমকি ৰ'ল। নিজৰ চকুহালকো সি যেন বিশ্বাস নকৰিব। চোতালত থিয় হৈ মিচিক-মাচাককৈ হাঁহি তাৰ পিনে চাই আছে সেই যঁজা ছোৱালীহালে! এজনী আনজনীৰ যেন প্ৰতিবিম্বহে। চফিৰ দেহ মুহূৰ্ততে কঠিন হৈ পৰিল। আইমণিয়ে সিহঁতক মাতিলে, আহ ৰুকু! ৰোজি আহ! এয়া চাচোন, কাক ধৰি আনিছোঁ? অ' চফি চোৱা, ইহঁত হৈছে দৰিবুবুৰ জীয়েক। দিলৰুখ আৰু দিলআফৰোজ। আমি মাতো ৰুকু আৰু ৰোজি বুলি।

ৰুকু বাৰাণ্ডাত উঠিল। ৰোজি ৰান্ধনিঘৰলৈ আইমণিৰ কাষলৈ গ'ল। ৰুকুৱে অলপ হাঁহি চফিক সুধিলে, তেতিয়া বাৰু তুমি আমাৰ ওপৰত খং কৰিছিলা নেকি?......

# তিনি

# নতুন ঘৰ

চফিয়ে ভাবিলে, ৰোজি-ৰুকু কোন বাৰু, আইমণিয়ে সিহঁতক কেনেকৈ চিনি পায়? দুয়োজনীয়ে একে ৰঙৰ তাঁতত বোৱা কাপোৰ পিন্ধিছে। সিহঁতৰ চোলাও একে ৰঙৰ। গা ধুই অহা কাৰণে সিহঁতৰ নিমজ গাল ৰ'দত জিলিকিছে। দুয়োজনীৰ গাৰ বৰণ বগা। চাইদা বেগমৰ দৰে শেঁতা বগা নহয়, ঈষৎ ৰঙচুৱা। কৃষকৰ ঘৰৰ ছোৱালীয়ে চোলা পিন্ধা চফিয়ে কাহানিও দেখা নাই। তদুপৰি কৃষকৰ ছোৱালীৰ কণ্ঠৰ ৰুক্ষতা ও ৰোজি-ৰুকুৰ নাই। চফিৰ সন্দেহ হৈছিল, ইহঁত নিশ্চয় কোনোবা বৰলোকৰ ঘৰৰেই হ'ব। কিন্তু বৰলোকৰ শাৰী পিন্ধা জীয়ৰীয়ে ৰাজহুৱা পুখুৰীৰ ঘাটত গা ধুবলৈ বা পানী আনিবলৈ যোৱা কথাটোওটো ভাবিব নোৱাৰি। চফি মস্কিলত পৰিল।

এইফালে ৰুকুৱে অনৰ্গল বকি আছিল। তাই কিবাকিবি জানিব বিচাৰে। আইমণি ভাত খাই উঠি ৰোজিৰ লগত বাৰাণ্ডালৈ অহাত চফিৰ আড়ষ্টতা আঁতৰিল। তেনেতে ৰুকুৱে আইমণিক ক'লে, তোমালোকৰ পীৰচাহাবৰ ল'ৰা বেঙা, আইমণি পেহী! কথাষাৰ কৈ তাই হাঁহিব ধৰিলে। এটা কথাৰো উত্তৰ নিদিয়ে। কেৱল মুখ মেলি চাইহে থাকিল।

আইমণিয়ে বাৰাণ্ডাত মাটিত ভৰি মেলি বহি তামোলৰ বটাটোত তামোল-পাণ কাটি সজাব ধৰিলে। তাইৰ ওঁঠৰ কোণত হাঁহিৰ ৰেখা। ৰোজি-ৰুকুৱে কাষত বহি ক'লে, পীৰচাহাবৰ  ল'ৰাই আমাৰ ওপৰত খং কৰি পকা আঙঠাটো হৈ আছে।

আইমণিয়ে সুধিলে, কিয় বাৰু?

তেতিয়া ঘাটত সেই গীতটো গাইছিলোঁ, ফৰাজিৰ নামাজ পঢ়া

ঢেঁকীৰ দৰে....'

ৰুকুৱে ৰোজিৰ মুখখন হাতেৰে চেপা মাৰি ধৰি ক'লে, বৰ দুষ্ট অ'! আকৌ জোকাইছ কিয়?

আইমণিয়ে সন্দিগ্ধ দৃষ্টিৰে চাই দেখে চফিয়ে অকণমান হাঁহিছে। সি লাহেকৈ মুখ খুলিলে, এতিয়া পিছে তোমালোকে ঢেঁকীৰ দৰে মূৰ লৰাব লাগিব। আব্বাৰ হাতত পৰিছা, চাবা কি হ'ব?

ৰুকুৱে তৎক্ষণাৎ কৈ উঠিল, কিডাল হ'ব কোৱাছোন? ৰোজিয়ে ক'লে, মই কওঁ শুন। এতিয়া আৰু কোনোৱেই ঘৰৰ বাহিৰ হ'ব নোৱাৰিব। সকলোতকৈ বেছি অসুবিধা হ'ব আইমণিপেহীৰ।

মুখত তামোলখন ভৰাই উঠি আইমণিয়ে ক'লে, মোৰ একোডাল নহয়। তহঁতৰ নিজৰ কথাহে ভাব। বৰঘৰৰ ছোৱালী হৈয়ো তহঁত দুজনীয়ে দেখোন পিত্‌পিতাই ঘূৰি ফুৰ। বিয়া দিয়া হ'লে, ইমানদিনে ল'ৰা-ছোৱালীৰ মাকেই হ'লিহেঁতেন। কৃত্রিম ভৰ্ৎসনাৰ ভঙ্গীত চকু পকাই আইমণিয়ে আকৌ ক'লে, 'তহঁতৰ ভৰিত ৰছী লগাবলৈ ক'ম ৰহ দৰিবুবুক। পাবি মছলা!'

ৰুকুৱে মুখ বিকটাই ক'লে, ইচ্! ইম্মান সহজ! মই ফৰাজি নহওঁৱেই। ৰোজিয়ে ক'লে, শুনিলানে? পীৰচাহাব গধূলি আমাৰ ঘৰলৈকে আহিব। গাৱঁৰ সকলো ছোৱালীকে তওবা কৰাব।

তাৰ মানে? ৰুকু স্তম্ভিত হ'ল। তাই চফিৰ ফালে ঘূৰিলে। অ'ই ল'ৰা, তওবা বস্তুটোনো কি নোকোৱা কিয়?

আইমণিয়ে বুজাই ক'লে। তাই শহুৰেকৰ গাৱঁত এবাৰ তওবা অনুষ্ঠান দেখিছিল। পৰ্দাৰ আঁৰত ছোৱালীহঁতে মৌলবী চাহাবৰ পাগুৰিৰ আঁচলটো ধৰি আছিল। মৌলবীয়ে কৈ যোৱা কথাবোৰ ছোৱালীহঁতে লাহে লাহে আওৰাইছিল। অৱশ্যে সেই মৌলবীজন আছিল হানাফি সম্প্রদায়ৰ। ফৰাজিৰ বেলিকা কেনেকুৱা, সেইটো আইমণিয়ে নাজানে। তাই কাহিনীটোৰ ৰসাল বিবৰণ দি উঠি চফিক সুধিলে, তোমালোক ফৰাজিসকলৰ কেনে ধৰণৰ কোৱাচোন, চফিভাই?

চফিয়ে ক'লে, একেই।

ৰোজিয়ে সুধিলে, পীৰ চাহাবে ছোৱালীহঁতৰ মুখ চিনি ৰাখেনে?

চফিয়ে আচৰিত হৈ ক'লে, নাৰাখে।

আইমণিয়ে ক'লে ৰাখে। নাৰাখিলে কেনেকৈ হ'ব? তওবা কৰি এজনী এজনীকৈ মাতি মুখ চিনি লয়। তেতিয়াহে নিতৌ কেয়ামতৰ পিছত হাচৰৰ ময়দানত পীৰচাহাবে সিহঁতক মূৰিদ (শিষ্যা) বুলি চিনিব পাৰিব! তেতিয়া আল্লাহ আৰু নবীচাহাবক ক'ব, ইহঁতক দোজখলৈ নিনিব। ইহঁত মোৰ মূৰিদ।

চফিয়ে হাঁহিলে।.... বাজে কথা। আব্বাই শুনিলে দাং খাই উঠিব।

কিয় তোমাৰ দেউতাৰাওতো পীৰ চাহাব।

ৰুকু ৰোজিৰ কথাৰ ওপৰতে চফিয়ে ক'লে, খৈৰাজোলৰ পীৰৰ থান ভাঙি দিছে।

পীৰে জানো কেতিয়াবা থান ভাঙে?

ৰোজিয়ে মুখ বিকটাই ক'লে, বাজে কথা! থানত হাত দিলে হাত পুৰি নাযাবনে?

চফিয়ে ক'লে, আব্বাৰ হাত পোৰা নাই।

আইমণিয়ে কৌতুক কৰি ক'লে, মছজিদৰ খিড়িকীয়েদি ভুমুকি মাৰি এবাৰ চাই আহচোন হাতখন।

ৰোজিয়ে কথালৈ কাণ নিদি ক'লে, হাটখোলাৰ কাষৰ খোৱাপীৰৰ থানত

কোনোবাই এবাৰ হাত দি চাওকচোন। কাজী চাহাবৰ কি দশা হৈছিল, মনত নাইনে? থানৰ পৰা মনে মনে পইচা বুটলি আনিব গৈছিল, আৰু মজা পাই গ'ল! হাত এখন কোঙা হৈ গ'ল। চফিয়ে বীৰদৰ্পে থিয় হৈ ক'লে, মই হাত দিম, ব'লা, চাবা মোৰ একো নহয়। তাৰ স্পৰ্দ্ধা দেখি ৰোজি ভেবা লাগি তাৰ ফালে চাই ৰ'ল।

ৰুকুৱে অলপ হাঁহি ক'লে, তোমাৰ কিয় হ'ব? তুমি যে পীৰ চাহাবৰ ল'ৰা।

গৰ্ববোধত চফিৰ বুকুখন ফুলি উঠিল। ৰুকুক তাৰ ভাল লাগি গ'ল। তাই আহিয়েই যেতিয়া ক'লে, তুমি আমাক খং কৰিছিলা, তেতিয়াই সি তাইক ভাল পাবলৈ আৰম্ভ কৰিছে। তাৰ মনৰ মাজত ঘনে ঘনে প্ৰতিধ্বনি হৈছিল তাইৰ সেই কথাষাৰ। এতিয়া আকৌ তাৰেই প্ৰতিধ্বনি হ'ব লাগিছে। পুখুৰীৰ ঘাটত তাইক বৰ একাচেকা বিধৰ ছোৱালী যেন ধাৰণা হৈছিল। কিন্তু এতিয়া বুজিছোঁ তাই আচলতে শান্ত, বুদ্ধিমতীও। চফি আকৌ বহিল।

কোনো অনাত্মীয় ছোৱালীৰ লগত এনে ঘনিষ্ঠ ভাৱে মিলা-মিচা কৰাৰ সুযোগ সি কেতিয়াও পোৱা নাছিল। সকলো ঠাইতে মৌলানা বদিউজ্জামানৰ ল'ৰা হিচাপে সি যেন এখন পৰ্দাৰ আঁৰতহে ইমানদিন ধৰি লুকাই আছিছে। মৌলাহাটৰ কথা অলপ অইন ধৰণৰ। ইয়াৰ ছোৱালীবোৰ যে বাহিৰত ঘূৰা-পকা কৰে, সেয়া তাৰ কাৰণে একো নতুন কথা নহয়। কিন্তু তাৰ লগত মুখামুখিকৈ বহি ছোৱালীয়ে কথা পতা, তৰ্ক কৰা, এইবোৰ খুব নতুন কথা।

ৰোজি থম্‌থম্‌কৈ বহি আছিল। অলপ পিছতে ঘপহকৈ উঠি তাই গুছি গ'ল। ৰুকুৱে তাইক মাতিলে। কিন্তু উভতি অহা নেদেখি ৰুকুৱে বিষণ্ন মনেৰে ক'লে, যাওঁ আইমণি পেহী। তাৰ পিছত চফিৰ ফালে ঘূৰি অকণমান হাঁহি ক'লে, যাওঁ। ৰাতি আমাৰ ঘৰলৈ ভাত খাবলৈ আহিবা। লগ পাম।

আইমণিয়ে সুধিলে, জেৱাফৎ নেকি অ' ৰুকু? ৰুকুৱে মূৰটো সামান্য লৰাই গুছি গ'ল। চফিৰ এনে লাগিল যেন ইমান পৰে সি এটা মধুৰ সপোন দেখি আছিল। হঠাতেই সপোনটো ভাগি গ'ল। ঘৰটো শূন্য হৈ পৰিল।

আইমণিয়ে ক'লে, যঁজা বাই-ভনী। দুই মিনিট অগা-পিছাকৈ জন্ম। প্ৰথমে ৰোজি, পিছত ৰুকু। সেইবাবে এজনীও অকলে থাকিব নোৱাৰে। ৰোজি যে ওলাই গৈছে, তুমি তাইক গুছি যোৱা বুলি ভাবিছা নেকি? মুঠেই নহয়। বাহিৰত ক'ৰবাত ৰৈ আছে। ৰুকু গ'লেহে তাইৰ শান্তি। কোনোৱে কাকো এৰি থাকিব নোৱাৰে।

চফিয়ে আনমনা হৈ সুধিলে, সিহঁত মিঞা ঘৰৰ ছোৱালী নেকি?

তুমি ঠিকেই ধৰিছা। আইমণিয়ে হাঁহিব ধৰিলে। পিছে দোমচাও বুলিব পাৰা।

দোমচা মানে?

আইমণিয়ে সৰু মাতেৰে ক'লে, সিহঁতৰ বাপেক আছিল মিঞা চাহাব। মাক মোৰ নিচিনাই, খেতিয়কৰ জীয়ৰী। নানগা-কণকপুৰত ঘৰ। তাতে স্কুল আছে। চৌধুৰীৰ পুতেকে তালৈ পঢ়িবলৈ গৈছিল। পিছে পঢ়া-শুনা এৰি দৰিবুবুক লৈ গুছি আহিল। সেয়া এক ডাঙৰ খিট্‌কাল। মই তেতিয়া সৰু। কথাবোৰ এতিয়া ভালকৈ মনতেই নপৰে। আৰু তোমাকনো সকলো কথা কওঁ কেনেকৈ?

চফিয়ে অলপ পৰ মনে মনে থাকি সুধিলে, সিহঁত জানো ডাঙৰ মানুহ?

ক'ব পাৰা। মৌলাহাটৰ মিঞা বুলিলে সেই দুঘৰেই। চৌধুৰীহঁত আৰু কাজীহঁত। কাজীহঁত সৰ্বস্বান্ত হৈ গৈছে। চৌধুৰীহঁতো হ'লহেঁতেন। দৰিবুবু খেতিয়কৰ ঘৰৰ জীয়ৰী বুলিহে। মাটিৰ মোল বুজে। মাটি এৰি দিয়া নাই।

ৰোজি-ৰুকুৰ দেউতাক নাই?

নাই, তামোলৰ পিক পেলাই আইমণিয়ে ক'লে। সিহঁত এই অঞ্চলৰ ডাঙৰ মানুহ আছিল। পিতাৰ মুখত শুনা কথা, মৌলাহাটৰ যে বানুক আছে— মানে ৰেছমৰ ফেক্টৰী, জানানে? সিহঁত সেই বানুকৰ মালিক আছিল। পাঁচকুৰি শাল— এলাপেচা কথা নহয় দেই। ভাবি চোৱাচোন, ৰাতিয়ে দিনে এশখন শালৰ এশটা মাকো চলিছে খটাখট্-খটাখট্.. খটাখট্।

আইমণিয়ে মাকো চলাৰ ভঙ্গিমা দেখুৱালে। তাই পিছে নিজে সেই মাকোৰ শব্দ শুনা নাই। তেতিয়া তাইৰ জন্মই হোৱা নাছিল। ৰেছমৰ কাৰবাৰ পৰি যোৱাৰ পিছত চৌধুৰীহঁতৰ একমাত্ৰ ভাৰসা আছিল মাটিখিনি। ৰোজি-ৰুকুৰ দেউতাক তোফাজ্জুল হুছেন চৌধুৰী আছিল খুব খৰচী আৰু বিলাসী। বাউৰিপাৰালৈ গৈ মনে মনে তাড়ি-মদ খাইছিল। দৰিয়াবানুৰে গিৰিয়েকক হাতত ধৰি প্ৰকাশ্য ৰাজপথেৰে ঘৰলৈ টানি আনিছিল। ছোৱালীদুজনী জন্মাৰ পিছত কিয় জানো তোফা চৌধুৰী বৰ সংযমী হৈছিল। আবু ওস্তাজি নামৰ এজন মুছাফিৰ ধৰণৰ মানুহে মছজিদৰ কাষতে এখন মক্তব খুলিছিল। তাৰ অধীনতে ছোৱালী দুজনীক পঢ়িবলৈ দিছিল। তাৰ পিছত হঠাতেই এদিন ৰাতি ওস্তাজি ক'ৰবালৈ গুছি গ'ল। আইমণিৰ মতে, আচলতে ওস্তাজি মানুহজন আছিল এজন সাধক পুৰুষ। কিবা উদ্দেশ্যত মৌলাহাটলৈ আহিছিল।

আইমণিয়ে মৌলাহাটৰ নানান কাহিনী শুনাইছিল। আৰু চফিয়ে ভাবিছিল, সিহঁত যদিহে মৌলাহাটত থাকিবলগীয়া হয়, তাৰ খুব ভালেই লাগিব। কিন্তু সিতো দেউতাকক হাড়ে হাড়ে জানে। য'তে ত'তে থাকিব জানো? চেকেড্ডালৈ বুলিহে টালি-টোপোলা বান্ধি ওলাই আহিছে। যেতিয়ালৈকে লক্ষ্য স্থান নাপায় তেতিয়ালৈকে তেওঁৰ যে শান্তি নহ'ব।

কথাৰ মহলাৰ মাজতে আইমণিয়ে দুই এবাৰ উঠি গৈ কুকুৰাকেইটাক চোতালত আবেলিৰ খুদকণ দি আহিল। চোতালৰ তাঁৰত মেলি দিয়া কাপোৰবোৰ চপালে। চফিয়ে বুজিলে, আইমণি বৰ কামিলা তিৰোতা। এবাৰ চফিক অলপ পৰৰ কাৰণে এৰি থৈ গৈ ক'ৰবাৰ পৰা বটগছৰ কুমলিয়া ডাল এটি লৈ আহিল। ছাগলীজনীক সেইটো খাবলৈ দিলে। মৰম কৰিলে। ছাগলীজনী কেতিয়া জগিব, তাৰ পকা হিচাব তাইৰ আছে। কথা শুনি চফিয়ে তাৰ মাকৰ আদৰৰ ছাগলী কুলচুম আৰু গাই মুন্নীজনীৰ প্ৰসঙ্গ উলিয়ালে।

আইমণিয়ে পুখুৰীৰ ঘাটত মুন্নী আৰু কুলচুমক লক্ষ্য কৰিছিল। তাই ক'লে, পিতাই সেইফালে গৈছে যেতিয়া একো চিন্তা নাই। এতিয়া মানে সিহঁতে খাই-বই পেটবোৰ ঢোল যেন কৰিলে নিশ্চয়। মৌলহাটত সিহঁতৰ ঘাঁহৰ আকাল নহ'ব। কিয় জানা?

চফিয়ে নাজানে।

আইমণিৰ চকুহালি উজ্বল হৈ উঠিল। ক'লে, পুখুৰী! পুখুৰীৰ পাৰত ঘাঁহৰ অভাৱ নাই। আৰু সৌৱা নৈখন। নৈৰ দুয়ো পাৰত ঘাঁহেই ঘাঁহ। বেচেৰীহঁতে খুব খাব পাৰিব। চিন্তাই নকৰিবা।

চফিয়ে হাঁহিলে।.... আমি যে চেকেড্ডালৈ যাম।

আইমণিয়ে কপাল কোঁচাই সুধিলে চেকেড্ডালৈ? তালৈ কিয়?

মই সেইবোৰ নাজানোঁ। আব্বাৰহে কথা।

যোৱাব ৰ'বা! আইমণিয়ে ক'লে। গাৱঁৰ মানুহে তোমাৰ দেউতাৰাৰ বাট ভেটিলে। ৰোজিয়ে কি কৈ গ'ল নুশুনিলানে? ওমৰৰ ঘৰটো খালি হৈ আছে। সেইটোতে তোমালোক থাকিবা। তাৰ পিছত মাটি-বাৰী দি ঘৰ সাজি দিব।

# স্তম্ভ আৰু নাৰী

তেতিয়া মৌলাহাটৰ মছজিদৰ ভিতৰত সেইবোৰ কথাই পাতি আছিল। মৌলানা বদিউজ্জামানৰ মুখলৈ চাই তেওঁৰ কথা শুনাৰ কাৰণে মানুহবোৰে গভীৰ উৎসুক্যৰে অপেক্ষা কৰিছিল। মৌলানাই কৈছিল, আছৰৰ (আবেলিৰ) নামাজ পঢ়ি লওঁচোন। তাৰ পিছত কম বাকু।

নামাজ শেষ হোৱা পিছতো বদিউজ্জামানে মুখ খোলা নাই। হুজুৰৰ মতিগতি দেখি কোনো কোনোৱে কান্দি পেলালে। এনে প্ৰশান্ত, দিব্য অথচ উদাসীন, কঠিন মুখ সিহঁতে আগতে কেতিয়াও দেখা নাই। মৌলাহাটলৈ অনেক মৌলবী আহিছে। সিহঁতৰ ওচৰত দফাই দফাই তওবা কৰি মুৰিদ হৈছে। কিন্তু চিৰকালৰ বাবে গুৰু হৈ থাকিব পৰা বিধৰ মৌলানা পোৱা নাই। সকলো গুৰুৰেই আগমণ হয় শীতকালত, খেতি চপোৱাৰ পিছত। গাড়ী ভৰাই ধান-মাহ, টকা-সিকা লৈ তেওঁলোকে ভুৰুং কৰে। শিষ্যহঁতে বুজি পায়, ধানৰ লোভতহে সেইবোৰ গুৰুৰ আগমণ হয়। হঠাৎ অবতৰত যে কোনোজন অহা নাই তেনে নহয়। কিন্তু তেওঁও অভাৱগ্ৰস্ত গুৰুহে। টকা-পইচা লবলৈহে তেওঁৰো আগমণ। সেইবোৰ গুৰুৰ চকু-মুখত কোনো স্বৰ্গীয় আভাৰ চিন দেখা নাযায়। কিন্তু বদুপীৰৰ মুখমণ্ডলত যেন জলমল কৰিছে দূৰ আচমানৰ পৰা ছিটিকি অহা আলোক ৰশ্মি। ঈষৎ গহীন সেই মুখনিত যেতিয়াই মৃদু হাঁহিৰ ৰেখা দেখা যায়, তেতিয়াই বুকুৰ ভিতৰখন কঁপি উঠে। কিবা এক মোজেজাৰ নিদৰ্শন বুলি ধাৰণা জাগে।

আবেলিৰ নামাজৰ পিছত হুজুৰে ক'লে, তেওঁৰ ক'বলগীয়াখিনি সন্ধিয়াৰ নামাজৰ পিছত ক'ব। তাৰ পিছত তেওঁ মছজিদৰ ভিতৰৰ পৰা বাহিৰ চোতাললৈ ওলাই আহিল। হাতত ময়ূৰমুখী লাঠিডাল। খৈৰাজোলৰ অচিমুদ্দিনক লাহেকৈ কিবা

এটা ক'লে। অচিমুদ্দিনে হুজুৰৰ কথাখিনি জনাবলৈ চোতালৰ কুঁৱাৰ পাৰৰ এডোখৰ শিলত থিয় দিলে।.....মৌলাহাটৰ মোমিন-মুছলমান ভাইসকল! এতিয়া হুজুৰক অকলে থাকিবলৈ দিয়ক। হুজুৰে কৈছে, তেখেতে সেই পীৰৰ সাঁকোলৈ যাব। অনুগ্ৰহ কৰি আপোনালোকৰ কোনোৱে তেখেতক আমনি নকৰিব। সন্ধ্যাৰ নামাজৰ পৰত আপোনালোক মছজিদলৈ আহক।

তাৰ পিছত মৌলানা বদিউজ্জামানক অকলে বাদশ্বাহী আলিয়েদি খোজ কাঢ়ি যোৱা দেখা গ'ল। চ'ত মাহৰ ৰিঙা ৰিঙা লগা পথাৰখনত সূৰ্যাস্তৰ নিস্তেজ পোহৰত ক'লা ৰূপ লৈ থিয় হৈ আছিল কেইটামান প্ৰাচীন স্তম্ভ। স্তম্ভবোৰ শিলৰ। স্তম্ভবোৰৰ কাষেৰে বৈ গৈছে নৈখনৰ পানীৰ সুঁতিটো। বদিউজ্জামানে ৰাস্তাৰ পৰা নামি স্তম্ভকেইটাৰ কাষলৈ আগুৱাই গ'ল। গাৱঁৰ পৰা অনেকেই দৃশ্যটো বিস্মিত নেত্ৰে লক্ষ্য কৰিছিল। আশা কৰিছিল, কিবা এক অলৌকিক ঘটনা ঘটিব যাক দেখি তেওঁলোক ধন্য হ'ব আৰু বংশানুক্ৰমিক সেই কাহিনী বাগৰি থাকিব। অচিমুদ্দিনেও মছজিদৰ সম্মুখৰ দেৱালত আউজি নিষ্পলক দৃষ্টিৰে চাইছিল।

আচলতে বদিউজ্জামানে ঠাণ্ডা মগজুৰে কথাটো জুকিয়াই চাইছিল, তেওঁ কি কৰা উচিত হ'ব—মৌলাহাটত থাকিব নে চেকেণ্ডাৰীলৈ গুছি যাব। প্ৰথম অৱস্থাততো সকলোৱে এনেদৰে খাতিৰ বাতিৰ কৰেই। পিছতহে দিন গৈ থাকে মানে সেমেকি আহে সকলো উচ্ছাস। তাতোকৈ ডাঙৰ কথা, মৌলাহাটৰ খা-খবৰ তেওঁ আগৰ পৰাই অলপ-অচৰপ শুনিছে। ইয়াৰ জীয়ৰী-বোৱাৰীবোৰ হেনো উদণ্ডীয়া স্বভাৱৰ। ফৈজু মৌলবীয়ে এবাৰ তেওঁক মৌলাহাটৰ কথা কৈছিল। গতি-গোত্ৰ দেখি তেওঁ হেনো এবেলা থাকিয়েই তাৰ পৰা টোপোলা বান্ধিছিল। ফৈজুদ্দিন হানাফি সম্প্ৰদায়ৰ মৌলবী। তেওঁৰ ক্ষেত্ৰতেই যদি তেনেকুৱা, বদিউজ্জামানৰ ভাগ্যত বা আকৌ কি ঘটে! ফৈজুদ্দিনে কৈছিল, ছোৱালীবোৰ বৰ নিলাজী, ভাই চাহাব! আবুৰ নাৰাখি মুকলিত গা ধোৱে। মৌলবী-মৌলানাক জোৰাই গান উলিয়ায়। এনে ঠাই ভূ-ভাৰতত়েই নাই।

নৈৰ বালিচৰত থকা স্তম্ভকেইটাৰ কাষলৈ গৈ বদিউজ্জামান থমকি ৰ'ল। এটা স্তম্ভৰ গুৰিত কুঁজা হৈ তিৰোতা এজনীয়ে কিবা কৰি আছিল। তেওঁক দেখি মানুহজনী পোন হৈ থিয় হ'ল। তাইৰ চুলিবোৰ তিতা। পিন্ধা শাৰীখনো তিতা। নৈত গা ধুই পীৰৰ সাঁকোত নৈবেদ্য আগবঢ়াইছে। দৃশ্যটো দেখি বদিউজ্জামানৰ খঙে চুলিৰ আগ পালেগৈ। গহীন কণ্ঠেৰে সুধিলে, কোন তুমি? ইয়াত এইবোৰ কি কৰিছা?

তাই নিৰ্বিকাৰ ভাবে ক'লে, নৈবেদ্য দিছোঁ।

তুমি থাকা ক'ত? নাম কি?

কিয়? জনাৰ প্ৰয়োজন কি?

তুমি হিন্দু নে মুছলমান?

তিৰোতাগৰাকীৰ মুখ বৰ চোকা। তাই ক'লে, যিয়েই নহওঁ কিয়, আপোনাৰ কি হ'ল?

তাইৰ স্পৰ্দ্ধা দেখি বদিউজ্জামান অবাক। দেখিলে, স্তম্ভটোৰ গুৰিত এগছি চাকি জ্বলাইছে। কেইটামান সৰু সৰু মাটিৰ ঘোঁৰা ৰাখিছে। তাৰ পিছত কপালখন লগাই সেৱা কৰিলে। প্ৰণাম-ভঙ্গী দেখি বদিউজ্জামানৰ ধাৰণা হ'ল যে তাই নিশ্চয় হিন্দু। গতিকে তাইৰ লগত আৰু কথা নাপাতিলে। অইনফালে মুখ ঘূৰাই থিয় হৈ থাকিল। সেৱা কৰি উঠি তিৰোতাজনী আকৌ পানীলৈ নামি গ'ল। একাঠু পানী। তাই ভৰি মেলি বহি আপোনমনে পানীৰ লগত খেলিলে। তাইৰ বয়স বিছ-বাইছ বছৰ। কপালত সেন্দুৰ নেদেখি বদিউজ্জামানে তাইক অবিবাহিত বুলি ধৰি ল'লে। অলপ পিছত তাই বদিউজ্জামানৰ কাষেৰে পাৰ হৈ মৌলাহাটৰ পিনেই পোনাইছে। মৌলাহাটত হিন্দু আছে নেকি?

তাই বাদশ্বাহী আলিত উঠাৰ পিছত বদিউজ্জামান স্তম্ভকেইটাৰ কাষলৈ গ'ল। চটি জোতাৰে চাকিগছ উবুৰিয়াই দিলে। মাটিৰ ঘোঁৰাবোৰ লঠিয়ালে। তাৰ পিছত স্তম্ভৰ গাত সেন্দুৰৰ ফোট দেখি জোতাৰে সেইবোৰ মোহাৰি খং গুচালে। স্তম্ভটো ভাঙি পেলোৱাৰ কথা চিন্তা কৰি বদিউজ্জামান গাৱঁলৈ বুলি উভতিলে।

সেই মুহূৰ্তত তেওঁ মৌলাহাটৰ পৰা গুছি যোৱাৰ সিদ্ধান্ত স্থিৰ কৰি লৈছে। মছজিদৰ ওচৰ পোৱাত অচিমুদ্দিন আৰু কেইজনমান আগুৱাই আহি তেওঁক অভ্যৰ্থনা জনালে। বদিউজ্জামানে মৃদুকণ্ঠে মৌলাহাটৰ এজনক সুধিলে, সাঁকোৰ থানত হিন্দুসকলে পূজা কৰে নেকি?

জী, মুছলমানসকলেও নৈবেদ্য আগবঢ়ায়।

অলপ আগেয়ে তিৰোতাজনীক পূজা কৰা দেখিলোঁ। এই গাৱঁত হিন্দু মানুহ আছে নেকি?

জী হুজুৰ, কেইঘৰমান বাউৰি আছে। বাকী আটাইখিনি মুছলমান।

অইন এজনে অলপ হাঁহি ক'লে, অলপ আগেয়ে তিতা কাপোৰ পিন্ধি গ'ল যে? হুজুৰ, তাই আব্দুলৰ ঘৈণীয়েক।

স্তম্ভিত বদিউজ্জামানে ক'লে, কি?

জী হুজুৰ। তাই হাৰামজাদী ডাঙৰ-সৰু কাকোৱেই নামানে। তাইৰ বৰ তেজ।

আব্দুল ক'ত? মাতা তাক।

আন এজনে ক'লে, হুজুৰ সি ঘূৰা-পকা কৰিব নোৱাৰে। কুষ্ঠ ৰোগী। কাজী পৰিয়ালৰ বৰ কাজী চাহাব সন্ধিয়াৰ নামাজলৈ আহিছিল। তেওঁক দেখি বদিউজ্জামান আগুৱাই গ'ল। মৌলাহাটৰ মুৰব্বী বুলিলে তেৱেঁই। পীৰৰ সাকোঁৰ বিষয়টো তেওঁৰ লগতেই পাতিব লাগিব।

# আকস্মিক সংবাদ

সিদিনা ৰাতি চফি ৰোজি-ৰুকুহঁতৰ ঘৰলৈ খাবলৈ আহিলত চাইদা বেগমে সুধিলে, দিনটো ক'ত আছিলি তই? কিমানবাৰ যে কিমানক তোৰ খবৰ কৰিবলৈ ক'লোঁ।

ৰুকুৱে উত্তৰ দিলে, তেওঁ আইমণিপেহীৰ ঘৰতহে আছিল। আমি গৈ মাতি আনিলোঁ।

আইমণি? তেওঁনো কোন?

কাছেমৰ জীয়েক। জানে আম্মা? আইমণিপেহীৰ গিৰিয়েকৰ ঘৰ— ৰোজিৰ চিকুট খাই ৰুকু সিমানতে চুপ হ'ল। ৰোজিয়ে ফুচফুচাই ক'লে, আহি আছে। আম্মাৰ লগত কথা পাতিছে।

দৰিয়াবানু ওৰফে দৰিবুবুৰে মতা শুনি ৰোজি-ৰুকু গুছি গ'ল। চাইদা চফিৰ কাষত বহিল। মূৰত হাত বুলাই পুতেকক সুধিলে, দুপৰীয়া ক'ত খালি?

আইমণিপেহীৰ ঘৰত।

চাইদাই হাঁহিলে।...পেহী পাতি ললিয়েই নে?

চফিয়ে লাহেকৈ সুধিলে, আব্বাই কি ঠিৰাং কৰিলে গম পালা নেকি আম্মা? তলমূৰ কৰি হাত মোহাৰি চাইদাই ক'লে, চেকেড্ডালৈ যোৱা নহয়। ক'ৰবাত খালি ঘৰ এটা যোগাৰ কৰাৰ কাৰণে সন্ধিয়া নামাজৰ পাছত মছজিদত আলোচনা হোৱা বুলি শুনিছোঁ।

দুই বাইভনীয়ে বিছনাত বহি খোৱাৰ কাৰণে দস্তৰখান লৈ আহিল। সেইখন পাৰি থৈ সিহঁত আঁতৰি যোৱাত চাইদাই সৰু মাতেৰে ক'লে, নুৰু ঘৰলৈ অহাৰ কথা আছিল। খৈৰাজোললৈ গ'লে দেখিব আমি তাৰ পৰা গুছি আহিছো, আৰু চেকেড্ডালৈ বিচাৰি গৈও আমাক নাপাব। খুব হাৰাশাস্তি হ'ব!

চফিয়ে সুধিলে, ডাঙৰ ককাই আহিব?

আহিব। তই নাজান নেকি?

মোক কৈছা জানো? কি কথানো মোক কোৱা?

চাইদাই পুতেকক গাৰ কাষলৈ অলপ টানি আনি মৰম কৰি ক'লে, সিদিনা নকি মৌলবী দেওবন্দৰ পৰা আহিছে। তেওঁৰ হাতত নুৰুৱে চিঠি দিছে। দেওবন্দ জানো ওচৰৰ ঠাই? ৰেলগাড়ী, পানী জাহাজ, তাৰ পিছত ঘোঁৰাগাড়ীত যাব লাগে। দহ দিনৰ বাট। পিছে এইবাৰ সি আহিলে তাক আৰু যাবলৈ নিদিওঁ। তহঁতৰ আব্বাই যি কৰে কৰিব।

আইমণি আহিল। মুখ টিপি হাঁহি ক'লে, বিবিজী চালাম। আপোনাৰ ল'ৰাটো বৰ গুণী, বিবিজী। গোটেই বেলা বহি কিমান যে কথা পাতিলোঁ। এনে লাগিল যেন কোনোবা জনমৰ সোদৰৰ ভাইহে। নিজেই ক'লে, ৰোজি-ৰুকুৰ দৰে ময়ো তোমাক পেহী বুলি মাতিম। ক'লো, ঠিক আছে, মাতিবা তোমাৰ যদি তেনে মন গৈছে।

চাইদাই আইমণিৰ ফালে চালে। অলপ পিছত সুধিলে, ল'ৰা-ছোৱালী কেইটা?

জী? ল'ৰা-ছোৱালী? হাঁহিটো চেপি ৰাখিবলৈ আইমণিয়ে শাৰীৰ আচলেৰে মুখ ঢাকিলে।

ৰোজি-ৰুকুৱে পোলাওৰ কাঁহী, কোৰ্মাৰ বাটি আনিলে। কথাযাৰ ৰুকুৰ কাণত পৰিছিল। তাই ক'লে, আইমণি পেহীৰ ল'ৰা-ছোৱালী নাই নহয় আম্মা। কিয় নাই, সোধকচোন।

চাইদাই সুধিলে, কিয় হেৰা?

আইমণিৰ মুখখন ৰঙা পৰিল। ঈষৎ হাঁহি ক'লে, সেইবোৰ দুখৰ কথা, অইন এদিন কম বিবিজী। ল'ৰা মানুহৰ আগত সেইবোৰ কথা নপতাই ভাল। ৰোজি-ৰুকু, তহঁত বৰ নিলাজী।

দুইজনীয়ে মুখ ভেঙুচাই গুছি গ'ল। চফিয়ে হাঁহি মুখে ক'লে, পেহী! আমি সঁচাসচিকৈ তোমালোকৰ গাৱঁতে থাকি গ'লোঁ, জানানে?

থাকিবই লাগিব। তুমি ইমান ভাল! তোমাক যাবলৈ দিম বুলি ভাবিছিলা নেকি?

চাইদাই হাঁহি ক'লে, কোন ভাল ল'ৰা? চফি? তুমি চিনাই নাই। পিছতহে গম পাবা।

চফিয়ে তলমূৰ কৰি খাই থাকিল। চাইদাই আইমণিক তাৰ দুষ্টামিৰ কথা ক'বলৈ ধৰিলে। অলপ পিছত মছজিদৰ পৰা খবৰ আহিল যে মৌলানা বদিউজ্জামানে নিশাটো মছজিদতেই কটাব।

খবৰটো শুনি চাইদা চক্ খাই উঠিল।.......

## চাৰি

# দেৱান চাহাবৰ আৱিৰ্ভাৱ

বদিউজ্জামানে মাজে সময়ে মছজিদতেই ৰাতি কটাইছিল। তেতিয়া তেওঁক দূৰৰ কোনোবা অচিনাকি মানুহ যেন লাগিছিল। স্বাভাৱিকভাৱেই তেওঁৰ চেহেৰাত ব্যক্তিত্বৰ আভা জিলিকিছিল। গাম্ভীৰ্যই তেওঁৰ সুঠাম দেহটোক দান কৰিছিল এক অপাৰ্থিব ব্যঞ্জনা। মানুহৰ ধাৰণা, তেওঁ এই ধূলিৰ পৃথিৱীৰ লোক নহয়। চফিয়েও আঁতৰৰ পৰাই বিমুগ্ধ দৃষ্টিৰে দেউতাকক মাজে মাজে লক্ষ্য কৰিছিল। মৌলাহাটৰ মছজিদত প্ৰথমটো নিশা কটোৱাৰ পিছত মাকৰ আদেশ মৰ্মে চফিয়ে পিছদিনা পুৱা দেউতাকক লগ ধৰিবলৈ গৈছিল। কিন্তু তেওঁ যেন চফিক দেখিও নেদেখিলে। শিষ্যসকলৰ দ্বাৰা পৰিবেষ্টিত বদিউজ্জামানে গম্ভীৰ কণ্ঠে কিবা কথা পাতি আছিল। অলপ আঁতৰত কিছুপৰ থিয় হৈ থাকি বিষণ্ণ মনেৰে উভতি আহিল।

ওমৰৰ ঘৰত চফিহঁতৰ থকাৰ বন্দোবস্ত হোৱাৰ পিছতো বদিউজ্জামান মছজিদবাসী। তাতেই আহাৰ-নিদ্ৰা, তাতেই বাস। অৱশ্যে নতুনকৈ এঠাইত ঘৰ পতা কামত চাইদা বেচ পাকৈত। দৰিয়াবানুয়ো তেওঁক সহায় কৰিছিল। কেইদিনমানৰ পিছতেই ঘৰটোৰ চেহেৰা সলনি হৈ গ'ল। ঘৰৰ কাষতেই এটি সৰু হাঁহ চৰা পুখুৰী। পুখুৰীটোৰ তিনিটা পাৰত বাঁহনি। বাঁহনিৰ আগেৰে খোৱা পীৰৰ মাজাৰত থকা বিশাল বট গছজোপাৰ আগটো দেখি। এদিনাখন ৰুকু-ৰোজিৰ প্ৰৰোচনাত পৰি চফি মনে মনে গৈ তাত উপস্থিত হ'ল। ৰোজিয়ে পুৰণি প্ৰসঙ্গটো উলিয়ালে। থানৰ পৰা সেই পইচাটো আনিব পাৰিবানে চফি? ৰোজিয়ে সুধিলে।

ইটাৰে গঢ়া ওখ কিন্তু জীৰ্ণ এটি মাজাৰ। সৰু সৰু গছ আৰু ঘাঁহেৰে ভৰা। তাৰে তলত এচটা ক'লা শিলৰ ওপৰত তামৰ পইচাটো পৰি আছিল। চফিয়ে হাত মেলিব লওঁতেই ৰুকুৱে ভয় খাই তাৰ হাতখন খামুচি ধৰিলে। ৰুকুৰ মুখমণ্ডলত এক অদ্ভুত যন্ত্ৰণাৰ চাপ দেখি চফি অবাক হৈছিল। ৰোজিয়ে ৰুকুলৈ ঘোপাকৈ চালে। তাইৰ চকুৰ ভাষা ৰুকুৱে বুজিলে। অপ্ৰস্তুত হৈ পৰা ৰুকুৱে চফিৰ হাতখন এৰি দিলে।

ছোৱালীৰ হাতৰ স্পৰ্শত চফিও ৰোমাঞ্চিত হৈ উঠিছিল। বিশেষকৈ ৰুকুৰ হাতৰ স্পৰ্শত। আৰু অলপ পৰ হাতখন ধৰি থকা হ'লে! সেই লোভতেই সি পুনৰ হাত

মেলিব লৈছিল। কিন্তু ইতিমধ্যে ৰোজিয়ে ভনীয়েকক একাষে টানি আঁতৰাই নিলে। ৰোজিৰ নাকৰ পাহিদুটি ফুলি উঠিছে। চফিৰ এই মৰসাহ দেখি তাই ক্ষুব্ধ। অৱশ্যে মাজাৰৰ পৰা পইচা বুটলিব পাৰা নোৱৰাৰ তৰ্কখন তায়েই জুৰিছিল।

চফিয়ে বুজিলে যে সি সঁচাসচিকৈ পইচাটো বুটলি লোৱাটো ৰোজিয়ে নিবিচাৰে। ঘটনাৰ সূত্ৰপাত হ'লেই যেতিয়া তাৰ সামৰণি হোৱাও দৰকাৰ। জেদী মনৰ চফিয়ে হাত মেলিব লওঁতেই আন এটা বাহ্যিক বাধা আহিল।

মাজাৰৰ অইনটো ফালৰ পৰা হঠাতেই এজনী গাভৰুৰ আৱিৰ্ভাৱ হ'ল। তাইৰ হাতত এখন কটাৰী। চফি থমকি ৰ'ল। দুই বাই-ভনীয়ে তাইক দেখি অপ্ৰস্তুত হ'ল। সিহঁতে হাঁহিবলৈ চেষ্টা কৰিলে। গাভৰুজনীয়ে চকুৰ ঠাৰেৰে চফিক দেখুৱাই সুধিলে, তোমালোকৰ পীৰ চাহাবৰ ল'ৰা নেকি?

ৰোজি-ৰুকুৱে মূৰ দুপিয়াই চফিক তাতে এৰি বাঁহনিৰ মাজেৰে পলাল। ক্ষুব্ধ হৈ সি সিহঁত যোৱাৰ ফালে চাইছিল।

গাভৰুজনীয়ে সুধিলে, কি ভাইটি, তোমাৰ নাম কি?

চফিয়ে লাহেকৈ ক'লে, চফিউজ্জামান।

বৰ কঠিন নাম অ'। গাভৰুজনীয়ে হাঁহিব ধৰিলে।

তোমালোকে ইয়াত কি কৰি আছিলা?

চফিয়ে ক'লে, পীৰৰ থানৰ পইচা নিলে হেনো হাত পুৰি যায়, তাৰেই প্ৰমাণ চাবলৈ আহিছিলোঁ। যুৱতীয়ে ঘপহকৈ শিলচটাৰ ফালে চাই পইচাটো দেখা মাত্ৰেই চোঁ মাৰি বুটলি আঁচলৰ কোণত বান্ধি ল'লে। তাইৰ মুখত দুষ্টামিৰ হাঁহি। চেপা মাতেৰে ক'লে, পীৰচাহাবৰ ল'ৰা, কথাটো কাকো নকবা দেই। শপত খালা কিন্তু!

এইজনীয়েই যে কুষ্ঠৰোগী আব্দুলৰ ঘৈণীয়েক, সেইটো চফিয়ে পিছতহে জানিছিল। তাইৰ নাম ইকৰা। কোনো কোনোৱে ইকৰাতন বুলিও মাতে। মজলিছত তাইৰ বিচাৰৰ ডাক পৰিছিল। সিদিনা তাইক ইকৰাতন বুলি মতা সি শুনিছিল। অৱশ্যে সেইবোৰ বহু পিছৰ কথা। সিদিনা খোৱাপীৰৰ মাজাৰত ইকৰাক তাৰ খুব ভাল লাগিছিল। উভতি গৈ ৰুকু-ৰোজিৰ আগত ইকৰাই থানৰ পৰা পইচা বুটলি নিয়াৰ কথাখিনি খুব জোৰ দি সি কৈছিল। ইকৰাৰ হাততো পুৰি নগ'ল।

ৰোজিয়ে ক'লে, ইকৰা যে ডাইনী। আইমণিপেহীক সুধিবাচোন। ইকৰাই দোভাগ ৰাতি গছ চলাই উৰি গুছি যায় কোনোবা অজান দেশলৈ। দোকমোকালি আজান দিয়াৰ আগে আগে তাই উভতি আহে।

কোনজোপা গছ ইকৰাই উৰাই লৈ যায় তাকো দূৰৰ পৰাই ৰোজিয়ে দেখুৱালে। ইকৰাহঁতৰ ঘৰৰ পিছফালে এজোপা শাওৰা গছ আছে। দোভাগ ৰাতি ইকৰাই উলঙ্গ হৈ চুলি মেলি সেইজোপাত উঠে। মন্ত্ৰ জপে। আৰু গছজোপা উভাল খাই আকাশৰ ফালে উঠি যায়। তাৰ পিছত শূন্যত ভাঁহি ভাঁহি দূৰ-দূৰণিলৈ গুছি যায়।

চফিয়ে প্ৰথমে হাঁহি উৰাই দিছিল। পিছত মনতে ভাবিলে ঘটনাটো সঁচা হ'বও পাৰে। জিন যেতিয়া আছে, ডাইনীও থাকিব পাৰে। সি এক অদ্ভুত ৰোমাঞ্চ অনুভৱ কৰে। ইকৰাৰ কথা ঘনে ঘনে তাৰ মনলৈ আহে।

বাৰীৰ পুখুৰীৰ ঘাটত বহি দুই বাই-ভনীয়ে চফিক ডাইনীৰ কাহিনী শুনায়। ঘাটত চাইদাই আপোনমনে কাপোৰ ধোৱে। পুখুৰীটো গাৱঁৰ এমূৰত কাৰণে বৰ জয়াল। পীৰ পৰিয়ালৰ কাৰণেই পৰাপক্ষত কোনো মতা মানুহ পুখুৰীৰ কাষলৈ নাযায়। বাঁহ কাটিবলগীয়া হ'লে আগে ভাগে জনাই দিয়ে। হঠাতে কোনোবাই কিবা কাৰণত সেইফালে যাব লগা হ'লে জোৰকৈ কাহ মাৰে বা গল খেকাৰি মাৰে। ঘাটৰ আড্ডাত কেতিয়াবা কেতিয়াবা আইমণিয়েও যোগ দিয়ে। তেতিয়া তায়েই বক্তা। ইহঁত তিনিজন শ্ৰোতা। কাপোৰ আছাৰি আছাৰি মুখ ঘূৰাই চাইদাই মাতে, চফি, অ' চফি! তই এতিয়াও বহিয়ে আছ? ক'লোঁ নহয় কাজেমৰ দোকানলৈ গৈ কথাষাৰ কৈ আহিবলৈ?

চফিয়ে কয়, গৈছোঁ ৰ'বা।

সেই সময়ত আইমণিয়ে চেপা মাতেৰে আগনিশা মছজিদৰ ওপৰত পোহৰ দেখাৰ গল্প আৰম্ভ কৰিছে। মছজিদত ৰাতি বদুপীৰ থাকিবলৈ লোৱাৰে পৰা গাৱঁত এই কথা মানুহৰ মুখে মুখে। ৰাতি হেনো আচমানৰ পৰা জিনবোৰ নামি আহে তেওঁৰ সৈতে ধৰ্মালোচনা কৰিবলৈ। জিনবোৰৰ গাৰ উজ্বল জেউতি নিজ চকুৰে দেখা মানুহৰো অভাৱ নাছিল। লাহে লাহে জনমানসত বদিউজ্জামানৰ বুজুৰ্গ সাধক খ্যাতি অধিক গজগজীয়া হ'বলৈ ধৰিলে। বজাৰবাৰৰ দিনা মানুহৰ মুখে মুখে এইবোৰ কথা বাগৰি বহু দূৰলৈ যাবলৈ ধৰিলে।

ইকৰাই বাঁহনি বা খোৰাপীৰৰ মাজাৰত ঘূৰি ফুৰাৰ কাৰণ আছে। তাই হাবিৰ পৰা কিবাকিবি বন দৰব তুলি সেইবোৰ অইন গাৱঁৰ তিৰোতা মানুহৰ ওচৰত বিক্ৰী কৰে। তাৰ বিনিময়ত চাউল-দাইল, হাঁহ-কুকুৰাৰ কণী পায়। কেতিয়াবা শাক-পাচলি, এটা কোমোৰা বা দুই চাৰিটা বেঙেনা। তাইৰ কুষ্ঠৰোগী গিৰিয়েকে ওৰে দিনটো ঘৰৰ বাৰাণ্ডাত পৰি খোনাই খোনাই কিবা কিবি গান গায়।

এদিন চফি খোৰাপীৰৰ মাজাৰৰ কাষত অকলে থিয় দি আছিল। ৰোজি-ৰুকুৰ ওপৰত আগতকৈ শাসন বাঢ়িছে বাবে সিহঁতে আগৰ দৰে যেনি তেনি পিতৃপিতাই ফুৰিব নোৱাৰে। চফিয়ে আচলতে তালৈ গৈছিল ডাইনীজনী চাবলৈ। ভালেমান পৰ ঘূৰাঘূৰি কৰিও সি তাইক নেদেখিলে। অন্যমনস্ক ভাবে গৈ গৈ সি বাঁহনিখনৰ সিমূৰ পালেগৈ। এনেতে কেতেকীৰ জোপোহা এটাৰ আঁৰত এটা খেৰীঘৰ তাৰ চকুত পৰিল। জৰাজীৰ্ণ ঘৰ। উৱলি যোৱা চাল। চালখনত ঠায়ে ঠায়ে টকৌ পাত গুজি দিয়া আছে। ঘৰৰ চাৰিওফালে জেওৰা নাই। তাৰ সলনি কাঁহিকীয়া জোপোহা ৰুই দিয়া আছে। কোনোবাই খোনাই খোনাই গান গোৱা চফিৰ কাণত পৰিল। বুকুখন তাৰ চিৰিংকৈ গ'ল। সি তৎক্ষণাৎ মনে মনে এফাঁকি দোৱাও আওৰালে। সাহস কৰি ডিঙি মেলি চাই দেখে, ঘৰটোৰ বাৰাণ্ডাত এখন লেতেৰা বিচনাত এজন কুষ্ঠৰোগী চিৎ হৈ শুই আছে। বীভৎস চেহেৰা তাৰ। হাত-ভৰিবোৰ কোঁচাই আছে। ক্ষত-বিক্ষত শৰীৰেৰে সি গান গাই থকা দেখি চফি বিস্মিত হ'ল। ইয়েই তেনেহ'লে ইকৰাৰ গিৰিয়েক আব্দুল, চফিয়ে মনতে ভাবিলে।

আব্দুলে তাক দেখি গান গোৱা বন্ধ কৰিলে। সিও কেইমুহূৰ্তমান চফিৰ ফালে অবাক হৈ চাই ৰ'ল। তাৰ পিছত কৰ্কশ মাতেৰে সি সুধিলে, কোন তুমি?

চফিয়ে ক'লে, মই পীৰচাহাবৰ ল'ৰা।

আব্দুলে থৰক্ বৰ্ককৈ উঠি ঘৰৰ বেৰত আউজি বহিল। তাৰ কুৎসীৎ মুখত হাঁহি। চালাম বাপ চালাম! আহক, দয়া কৰি ভিতৰলৈ আহক। আপোনাৰ মুখখন ভালকৈ চাই লওঁ।

চফি চোতাললৈ গ'ল। সৰু মধুৰিআমগছজোপাৰ ছাঁত থিয় দি সি সুধিলে, তুমি আব্দুল নে?

হয় দেউতা। ময়েই। আব্দুলে চফিক প্ৰশংসা কৰিবলৈ ধৰিলে। আহা হা! পীৰ চাহাবৰ ল'ৰাৰ কথা ইমান দিনে শুনিহে আছিলোঁ। বাঃ কি সুন্দৰ নাক, মুখ! কি চমৎকাৰ চেহেৰা! দেখিলে এই দুনিয়াৰ মানুহ যেন নালাগেই। দেউতা, আপোনাক দেখাৰ লগে লগেই মোৰ দেহৰ বিষ-যন্ত্ৰণা নোহোৱা হ'ল! সি হঠাতেই হুৱাও-ৱাওকৈ কান্দিব ধৰিলে। চফিয়ে সুধিলে, তুমি কান্দিছা কিয়? আব্দুলে ক'লে, মনৰ আনন্দত দেউতা! কোনোৱেই মোক ইয়ালৈ চাবলৈ নাহে। কিন্তু মোৰ যে আজি কি ভাগ্য! আপুনি, পীৰ চাহাবৰ ল'ৰা হৈও আহিছে। আজি এই দিন দুপৰত আব্দুলৰ ঘৰলৈ আচমানৰ তৰা খহি আহিছে। হায়, হায়! এনেহেন মানুহজনক মই আজি ক'ত ঠাই দিওঁ?

বদুপীৰৰ দোৱা বিচাৰি আব্দুল নিৰাশ হৈছে। পীৰ চাহাবে কৈছে, আগেয়ে তাৰ ঘৈণীয়েকে বোত-পৰস্তি (মূৰ্তি পূজা) এৰিব লাগিব। তেওঁৰ ওচৰত তওবা কৰিব লাগিব। পাঁচ ওৱাক্ত নামাজ পঢ়িব লাগিব। তাৰ পিছতহে তাইৰ গিৰিয়েকৰ প্ৰতি বিবেচনা কৰা হ'ব। আব্দুলে বৰ দুখ মনেৰে কথাবোৰ কৈ গ'ল। তাৰ কথা শুনি চফি গহীন হৈ ক'লে, মই আব্বাক কম বাৰু। অথচ সি জানে, সেই ক্ষমতা তাৰ নাই। তাৰ মাকৰো নাই। দেউতাকৰ লগত সাধাৰণ কিবা এটা পতাটোৱেই এক কষ্টসাধ্য কাৰবাৰ। ককায়েক নুৰুজ্জামানৰ কথা অৱশ্যে সুকীয়া।

অলপ পিছত আব্দুলৰ কথা শুনি চফি খুব আচৰিত হৈছিল। নিজৰ হাতদুখন চাই চাই আব্দুলে কৈছিল, এই দুখন হাতেৰে বহুত পাপ কাম কৰিছিলোঁ। তাৰেই ফল, দেউতা!

কি পাপ, আব্দুল? চফিৰ জনাৰ আগ্ৰহ হৈছিল। আব্দুলে তাৰ প্ৰশ্নৰ কোনো সমিধান নিদিলে। চফিয়েও তাক জোৰ নকৰিলে। সি ডাইনী তিৰোতাজনীক লগ পাবলৈ গোটেই সময়ছোৱা ইফালে সিফালে চকু ফুৰাইছিল। কিন্তু তাইৰ বিষয়ে আব্দুলক সুধিবলৈ তাৰ দ্বিধা হৈছিল। এটা সময়ত সি আব্দুলৰ একঘেঁয়া বিৰক্তিকৰ কান্দোন আৰু কৰ্কশ কণ্ঠ শুনি শুনি অতীষ্ঠ হৈ গুছি আহিল।

ইয়াৰ কেইদিনমান পিছত ৰোজিহঁতৰ ঘৰলৈ গৈ সিহঁতৰ দলিজঘৰৰ বাৰাণ্ডাত চফিয়ে এজন অচিনাকি মানুহ দেখিলে। এখন আৰামী চকীত বহি খৈৰাদাঙ্গাৰ জমিদাৰৰ দৰে মানুহজনে কিবা এখন কিতাপ পঢ়িছে। চেহেৰা দেখি মানুহজন হিন্দু যেন লাগিছিল তাৰ। মুখত দাড়ি নাই। ধক্ধকীয়া ছাফা কাপোৰ পিন্ধিছে। কাষত বেৰত আউজাই থৈছে এডাল লাঠি। তাৰ ফালে এবাৰ চকু ঘূৰাই মানুহজন আকৌ পঢ়াত মগ্ন হ'ল।

ৰোজিহঁতৰ ঘৰলৈ চফিৰ অবাধ আহ-যাহ। সি মানুহজনলৈ কেৰাহিকৈ চাই চাই জপনা খুলি ভিতৰ সোমাল। বৰ ঘৰৰ বাৰাণ্ডাত থিয় হৈ দুই বাই-ভনীয়ে কথা পাতিছে। চফিক দেখিয়েই সিহঁত পৰস্পৰে অভ্যস্ত ভঙ্গীত চকু টিপিয়ালে। তাৰ পিছত ৰোজিয়ে অকণমান হাঁহি চেপা মাতেৰে সুধিলে, চফি, দলিজ ঘৰৰ বাৰাণ্ডাত কাকো নেদেখিলানে?

চফিয়ে মূৰ দুপিয়ালে। ৰুকুৱে ক'লে, বাৰুচাচাজী আহিছে। জানা? বৰ ডাঙৰ মানুহ। ইংৰাজী পাছ। নবাব বাহাদুৰৰ কাচাৰীৰ দেৱান চাহাব। ৰোজিয়ে ক'লে, তোমাৰ কথা চাচাজীক কৈছোঁ। অ' ৰুকু, যাচোন, চফি অহা বুলি চাচাজীক ক'গৈ।

ৰুকুৱে খবৰ দিবলৈ দৌৰ মাৰিলে। দৰিয়াবানুৱে আনটো ঘৰৰ বাৰাণ্ডাত থিয় হৈ এজন দুৰ্বল দেহৰ মানুহক কিবা বকি আছিল। চফিৰ ফালে ঘূৰি চাই ক'লে, কি অ' ল'ৰা! আজিকালি ছাঁটোও নেদেখা হ'লোঁ যে? বিবিজীয়ে কৈছে, দিনৰ দিনটো হেনো টলৌ-টলৌকৈ ঘূৰি ফুৰা? পীৰ চাহাবৰ ঘৰ-সংসাৰত মন-কাণ নাই বাবে তুমিও উৰি ফুৰিছা! কথাখিনি কৈ দৰিয়াবানুৱে হাঁহিব ধৰিলে। দুৰ্বল মানুহজনে এই সুযোগতে তাৰ কিবা এটা অসুবিধাৰ কথা ক'বলৈ চেষ্টা কৰিলে। দৰিয়াবানুৱে চকু পকাই ধৰিলে, ওলা, শগুনে খোৱা, এতিয়াই বাহিৰ ওলা। দুবিঘা মাটিত কুৰিমোন ধান ফলাব নোৱাৰ আৰু বৰ বৰ কথা! এইবাৰ কুঁজাৰপীঠৰ মধুৱে সেই মাটিত খেতি কৰিব।

সেই বয়সত চফিৰ সকলো বিষয় জনাৰ আগ্ৰহ আছিল খুব বেছি। কথাটো আগ-গুৰি বুজি পোৱাৰ আগতেই চটি জোতাৰ শব্দ কৰি ৰোজি-ৰুকুৰ সেই বাৰুচাচাজীজনে আহি সুধিলে, ক'ত অ', ক'ত তহঁতৰ পীৰ চাহাবৰ ল'ৰা?

দুই বাই-ভনীয়ে চফিক কপালত হাত লগাই আদাব দিবলৈ ইঙ্গিত দিলে। কিন্তু চফিৰ দেউতাকৰ শিক্ষা, আল্লাহৰ অবিহনে কাৰো ওচৰত তেনে কৰা নিষেধ। সি লাহেকৈ ক'লে, আচচালাম আকাইকুম।

বাৰু মিঞাই হো-হোকৈ হাঁহিলে। একেবাৰে খাঁটি মৌলানা। কি নাম তোমাৰ?

ৰুকুৱে ক'লে, চফিউজ্জামান।

আমি চফি বুলি মাতো, ৰোজিয়ে লগে লগে ক'লে।

বাৰু মিঞাই ক'লে, আহাচোন, তোমাৰ লগত কথা পাতো। আহা বাৰাণ্ডালৈ আহা।

চফিয়ে সংকোচ কৰা দেখি বাৰু মিঞা নিজেই তললৈ নামি আহিল। হাঁহি হাঁহি ক'লে, মোৰ নাম চৌধুৰী আব্দুল বাৰি। এতিয়া আহাচোন, তুমিনো কিমান কি জনা হৈছা কথা পাতি বুজ লওঁ।

দৰিয়াবানুৱে ওৰণি টানিছিল। জিভা কামুৰি ক'লে, হ'ল এতিয়া। এইবাৰ পীৰ চাহাবৰ ল'ৰাৰ মূৰত বোত-পৰস্তি সুমুৱাই দিয়ক ভাইজান।

বাৰু মিঞাই ক'লে, তোমালোকে বাৰু মোক কি বুলি ভাবাহে দৰিয়াবানু? হেৰা ভাইটি, তিৰোতা মানুহৰ কথাত কাণ নিদিবা। আহা।

বাৰু মিঞাৰ কাষলতিত লাঠিডাল আৰু হাতত কিবা এখন কিতাপ। দলিজঘৰৰ

মাজেৰে চফিক লৈ গ'ল। বাহিৰৰ বাৰাণ্ডাত এখন বেঞ্চ পাৰি থোৱা আছিল। চফিক হাতত ধৰি নি তাতে বহুৱাই দি তেওঁ তাৰ কাষতে বহিল।

পিছে চফিউজ্জামান, তোমাৰ পঢ়া-শুনা কিমান দূৰ হ'ল?

চফিয়ে লাহেকৈ ক'লে, চতুৰ্থ শ্ৰেণীত পঢ়িছিলোঁ।

কোন স্কুলত?

খৈৰাডাঙ্গাত।

বাৰু। তাৰ পিছত ইয়ালৈ আহি সময় নষ্ট কৰি আছা, নহয় জানো? দেউতাৰাক সোধা নাই তোমাৰ পঢ়া-শুনাৰ কি ব্যৱস্থা হ'ব?

চফি মনে মনে থাকিল। ইমান দিনে সি এইটোৱেই বুজি আহিছে যে তাৰ ভৱিষ্যত তাৰ দেউতাকৰ হাততহে।

বাৰু মিঞাই ক'লে, পীৰ, মৌলানাসকল বুজুৰ্গ সাধু পুৰুষ। তেওঁলোকৰ লাইনেই বেলেগ। অথচ তোমাক ইংৰাজী পঢ়িব দিছিল। কিন্তু দিও হিচাবেই ৰখা নাই যে তোমাৰ এটা বছৰ নষ্ট হ'ল। কি হেঁ? মাথোন চাৰিমাইল আঁতৰত হৰিণমাৰাত হাইস্কুল আছে। নিতৌ অহা-যোৱা কৰাটো অসুবিধা, কিন্তু তাত কাৰোবাৰ ঘৰত থকা-মেলাৰ দিহা কৰা টান নহ'ব। আজিয়েই পীৰ চাহাবৰ লগত কথাটো পাতিব লাগিব। কথাখিনি কৈয়েই বাৰু মিঞাই ফিচিক্‌কৈ হাঁহিলে। পিছে খোলাখুলিকৈ কৈছোঁ বোপাই, মোৰ সেই পীৰ বুজুৰ্গত বিশ্বাস নাই। তুমি নাস্তিক মানে কি বুজি পোৱা নে?

চফিয়ে বাৰু মিঞাৰ চকুলৈ চালে।

নাস্তিক মানে যিজনৰ আল্লাহ-খোদাত বিশ্বাস নাই। মই তোমালোকৰ সেইবোৰ বুজুৰুকিত বিশ্বাস নকৰোঁ। আল্লাহখোদা বুলি জগতত ক'তো একো বস্তু নাই। মানুহ হৈছে নেচাৰৰ সৃষ্টি। নেচাৰ মানে কি জানা?

এনে উদ্ভট কথা চফিয়ে আগে কাহানিও শুনা নাই। সি বিব্ৰতভাৱে ইফালে সিফালে চাইছিল। ৰোজি-ৰুকুৱে দুৱাৰমুখলৈ আহি ভুমুকিয়ালে। সিহঁতৰ মুখ শেঁতা। জানি-শুনিও চফিক বাৰু মিঞাৰ কাষলৈ ঠেলি দি সিহঁতে যেন ডাঙৰ অপৰাধহে কৰিলে।

বাৰু মিঞাই ঘপহ্‌কৈ থিয় হৈ ক'লে, ব'লা দুয়োজনে নদীৰ পাৰৰ ফালে এপাক মাৰি আহোঁ। তোমাৰ মুখত কিবা যেন মায়া আছে। দেখিলেই বৰ আপোন আপোন লাগি যায়।

চফিয়ে হয়তো তৰ্ক কৰাৰ কাৰণেই সিদিনা বাৰু মিঞাৰ আবেলিৰ ভ্ৰমণ-সঙ্গী হৈছিল। অথচ মানুহজনক হঠাতেই তাৰ খুব ভাল লাগি গৈছিল।

বহুদিন পিছত চফিৰ ধাৰণা হৈছিল, জগতত এনে কিছুমান মানুহ লগ পোৱা যায়— যি সকলক লগ পোৱাৰ লগে লগেই এনে লাগে যেন বহুত দিনৰ চিনাকি, বৰ আপোন। ভাব হয় তোমাৰ সকলো কথাই মানুহজনে জানেই। অসহায় ভাৱে তেওঁৰ ওচৰত ধৰা পৰি যাব লগা হয়। অথবা এক গভীৰ বিশ্বাসত মানুহজনৰ ওচৰত তুমি আত্মসমৰ্পণ কৰিব লগা হয়।

বাদশ্বাহী আলিয়েদি খোজ কাঢ়ি গৈ থাকোতে বাৰু মিঞাই অনৰ্গল যিবোৰ কথা তাক বুজাবলৈ চেষ্টা কৰিছে, সেইবোৰ সি স্কুলৰ পাঠ্য-পুথিত পঢ়িছে। পঢ়িব লাগে কাৰণেই পঢ়িছে। কিন্তু মন দি পঢ়া নাই, অৰ্থ হৃদয়ঙ্গম কৰা নাই। দিন, মাহ, ঋতু পৰিৱৰ্তন, সূৰ্যোদয়, সূৰ্যাস্ত, নক্ষত্ৰমণ্ডল ইত্যাদি আটাইবোৰ আল্লাহৰ হুকুমত চলা বুলিহে সি বিশ্বাস কৰি আহিছে। এজন ফেৰেস্তাই সূৰ্যক পৃথিৱীৰ আকাশেৰে টানি লৈ যায়। আন এজন ফেৰেস্তাই তেনেদৰে জোনবাইক টানি লৈ ফুৰায়। সি জানে, মৃত্যুৰ সময়ত ফেৰেস্তা আজৰাইল আহি মানুহৰ প্ৰাণটো 'কব্জা' কৰে। অথচ বাৰু মিঞাৰ কথাবোৰ ইয়াৰ একেবাৰে বিপৰীত।

পীৰৰ সাঁকোৰ কাষলৈ গৈ বাৰু মিঞাই হাঁহি হাঁহি ক'লে, তোমাৰ দেউতাৰাক আকৌ এইবোৰ কথা নকবা। পীৰ মৌলানাসকলে এই বাৰু চৌধুৰীক দেখাৰ লগে লগে ভূত খেদা দোৱা আওৰায়। যি হওঁক, তুমি বাৰু হৰিণমাৰাৰ হাইস্কুলত পঢ়িব খোজা নেকি?

চফিয়ে ক'লে, উঁ।

ঠিক আছে তেনেহ'লে। ময়েই পীৰ চাহাবৰ লগত এই বিষয়ে কথা পাতিম। বাৰু মিঞাই নৈখনৰ বালিচৰেৰে কিছুদূৰ আগুৱাই গৈ ক'লে, সৌৱা সূৰ্যাস্ত চোৱা! খুব সুন্দৰ, নহয়নে বাৰু?

জীৱনত প্ৰথমবাৰৰ কাৰণে চফিয়ে সূৰ্যাস্তৰ ৰূপ সচেতন ভাৱে লক্ষ্য কৰিলে। সঁচাকৈয়ে! এনে এটি কাণ্ড নিতৌ ঘটিছে; অথচ কিয় বাৰু তাৰ চকুত পৰা নাই? নৈখনৰ মাজত এটি টিপ। টিপটো ঘাঁহেৰে ঢাপ খাই আছে। দুয়োজন তাত উঠিল। তাৰ পিছত বাৰু মিঞাই ক'লে, এতিয়া আৰু একো কথা নাপাতিবা। মনে মনে বহি থাকা। নে তুমি সন্ধ্যাৰ নামাজ পঢ়িব খোজা?

বাৰু মিঞাৰ মুখৰ বেঁকা হাঁহিটো চফিয়ে লক্ষ্য কৰিলে। কিন্তু কিয় জানো আজি তাৰ নামাজ পঢ়াৰ মন যোৱা নাই। এক ব্যাখ্যাতীত অনুভূতিৰে সি আক্ৰান্ত হৈছিল। বিশাল পথাৰখনৰ বুকুত সূৰ্যাস্তৰ হেঙুলী আভা এক পাতল কুঁৱলিৰ জালত ক্ৰমশঃ হেৰাই যাব ধৰিছে। নৈখনৰ বুকু বালিচৰেৰে ভৰা। একাষেৰে মাথোন জিৰ্জিৰ্কৈ বৈ আছে স্বচ্ছ পানীৰ সুঁতিটো। নৈৰ বালিত চৰাইবোৰে দৌৰাদৌৰি কৰিব লাগিছে। জনশূন্য পথাৰখনৰ বোবা মুহূৰ্তবোৰে তাক যেন ক্ৰমশঃ লৈ গ'ল কোনোবা অজান মুলুকলৈ। তাৰ মগজুত আন একো কথাই খেলা নাই। মগৰেবৰ নামাজ পঢ়া হ'লে এই আচ্ছন্নতা হয়তো সি কিছু পৰিমাণে দূৰ কৰিব পাৰিলেহেঁতেন। অথচ সেই মুহূৰ্তত তাৰ বাৰু মিঞা হৈ যোৱাৰ ইচ্ছাহে প্ৰবল। দূৰ দিগন্তৰ আৰত বেলিটো হেৰাই যোৱাত সি এটি হুমুনিয়াহ কাঢ়িলে।

বাৰু মিঞাই মাতিলে, কিহেঁ, একো মাত-বোল নাই দেখোন? চফিয়ে মৃদু হাঁহি মাৰি ক'লে, আপুনিয়ে দেখোন বাৰণ কৰিছে।

আচ্ছা! চফিৰ পিঠিত চেনেহ মিহলি থাপৰ মাৰিলে বাৰু মিঞাই।....অ' তোমাক কৈ আছিলোঁ নেচাৰৰ কথা। নেচাৰ মানে হ'ল প্ৰকৃতি। প্ৰকৃতি বস্তুটো দৰাচলতে কি,

এইবোৰ ঠাইলৈ আহিলেহে বুজিব পাৰি। মই নবাব বাহাদুৰৰ দেৱানিৰ কাম কৰোঁ। হাতীৰ পিঠিত উঠি মই ক'লৈ যে যাবলগীয়া নহয়! গতিকে—

হাতীৰ পিঠিত?

অ', হাতীৰ পিঠিত। আগেয়ে কথাটো কওঁ শুনা। এবাৰ এখন পথাৰৰ মাজেৰে গৈ থাকোতে হাতীটোৰ জঁক উঠিল। মাউতজনে কোনোমতেই তাক বলাব নোৱৰা হ'ল। ৰাস্তা এৰি হাতীটোৱে সৰিয়হতলীৰ মাজেৰে দৌৰ ধৰিলে। কথা বিষম দেখি মই হাওদাৰ পৰা জাপ মাৰিলোঁ। হাতীয়ে মাউতক লৈ কোনোৱা মুলুক পালেগৈ। মই খোজ কাঢ়ি গৈ গৈ এঠাইত দেখোঁ ঠিক এনেকুৱাই এখনি নৈ। কি যে ভাল লাগিল!

তাৰ পিছত?

বাৰু মিঞাই হাঁহিলে। হাতীটোৱে এখন গাৱঁত সোমাই হুলস্থূল সৃষ্টি কৰিলে। পিছত তালৈ গৈ সকলো শুনিলোঁ। মাউতক পিঠিৰ পৰা পেলাই দিছে। বেচেৰাৰ আধামৰা অৱস্থা। ভাগ্য ভাল সেই গাৱঁত আছিল এঘৰ জমিদাৰ। সিহঁতৰ বন্দুক ফুটাইহে হাতীটোক কেনেবাকৈ গাৱঁৰ পৰা খেদি পঠোৱা হ'ল। ৰাতিটো মই তাতেই কটালোঁ। সদৰলৈ খবৰ পঠালোঁ। দুদিনৰ পিছত নবাবৰ হাতীশালৰ পৰা এজনী মাখুন্দী অনা হ'ল। তেতিয়া মদমত্ত হাতীটো গৈ পথাৰৰ পুখুৰীত। ইফালে গাৱঁৰ মানুহে ঘৰ-দুৱাৰ এৰি পলাইছে।

তাৰ পিছত কি হ'ল চাচাজী?

মাখুন্দীজনী দেখি বাহাদুৰ খাঁৰ— মানে আমাৰ হাতীটোৰ ৰাগ খং কেনিবা উৰি গ'ল।

কিয় চাচাজী?

আৰু ডাঙৰ হ'লে বুজিবা। প্ৰকৃতিৰেই সেয়া আন ধৰণৰ এক খেলা।

আপুনি হাতীত উঠি নাহিলে কিয়, চাচাজী?

এতিয়া যে মই চুটিত আছোঁ।

মোক হাতীৰ পিঠিত উঠাবনে?

নিশ্চয় উঠাম।—

চৌধুৰী আব্দুল বাৰি এক আচৰিত ধৰণৰ লোক। জাফৰাগঞ্জত নবাব বাহাদুৰৰ দেৱানখানাৰ এটা ঘৰত থাকে। একেবাৰে অকলশৰীয়া মানুহ। মাজে সময়ে হঠাতেই কিবা হুজুগত দূৰ সম্পৰ্কীয় মানুহৰ ঘৰলৈ ফুৰিবলৈ আহে। দৰিয়াবানুৰ গিৰিয়েক আছিল তেওঁৰ কোনোবা সম্পৰ্কীয় ভায়েক। কেইদিনমান ৰং-ৰহইচ কৰি মৌলাহাটত কটায়। সেইবাৰ আহি চফিক লগ পাই তাৰ লগতেই মছগুল হৈ পৰিল। চফিও তেওঁৰ প্ৰতি খুব আকৃষ্ট হৈ পৰিছিল।

পিছদিনা পুৱাই মছজিদৰ পৰা চফিক মাতি নিবলৈ এজন মানুহ আহিল। চফি তালৈ গৈ দেখে মছজিদৰ বাৰাণ্ডাত দেউতাকে গালিচা এখনত বহি আছে। অলপ আঁতৰত গাৱঁৰ মুৰব্বীসকলে মজিয়াত সম্ভ্ৰমেৰে বহি আছে। গালিচাখনৰ এমূৰত বহি আছে বাৰু মিঞা।

চফিয়ে গৈ আচচালাম আলাইকুম কোৱাত বদিউজ্জামানে ইঙ্গিতেৰে পুতেকক বহিবলৈ ক'লে। বাৰু মিঞাই মিচিক্-মাচাক হাঁহি ক'লে, তোমাৰ স্কুলত পঢ়াৰ বন্দোৱস্ত হৈ গ'ল, চফি! আজিয়েই তোমাক হৰিণমাৰালৈ লৈ যোৱাৰ হুকুম দিছে পীৰ চাহাবে।

চফিয়ে দেউতাকলৈ চালে। বদিউজ্জামানৰ হাতত জপমালা। তেওঁৰ ওঁঠ কঁপিছে। তচবিহ্ জপিবলৈ এৰি মৃদুকণ্ঠে ক'লে, দেৱানচাহাবে ঠিকেই কৈছে। মোৰ আপত্তি নাই। ইংৰাজৰ খৃষ্টানি শিক্ষা-দীক্ষা কিছু জনা দৰকাৰ। অন্যথাই সিহঁতক পৰাভূত কৰিব পৰা নাযাব। ইংৰাজৰ লগত আমাৰ জেহাদ এতিয়াও শেষ হোৱা নাই।

চফিয়ে দেখিলে, বাৰু মিঞাৰ ওঁঠত বেঁকা হাঁহিৰ ৰেখা জিলিকিছে। বাৰু মিঞাই পিছ মুহূৰ্ততে সেই ভাব লুকাই ৰাখি ক'লে, হুজুৰ পীৰচাহাব! আপুনিতো জানেই, স্বয়ং নবিচাহাবে কৈছে, এলেম বা বিদ্যা আহৰণৰ কাৰণে প্ৰয়োজন হ'লে চীন মুলুকলৈকো যাব লাগে।

জী হাঁ! বদিউজ্জামানে কথাটো শলাগিলে। পিছে তাতোকৈ ডাঙৰ কথাটো হৈছে, আমি ৱাহাবি। ইংৰাজ আমাৰ 'দুশ্মন'।

জানো হুজুৰ! বিনয়ভাবে ক'লে বাৰু মিঞাই। সেইবাবেইতো ইংৰাজৰ বিদ্যা শিকিও ইংৰাজৰ তলত চাকৰি কৰা নাই। মুছলমানৰ খিদমত (সেৱা) কৰিছোঁ।

বদিউজ্জামানে ক'লে, পিছে আপোনালোকৰ নবাব বাহাদুৰগৰাকী ইংৰাজৰ নফৰ (দাস/ভৃত্য)। সেইবাৰ মোক তলব কৰিছিল। মই যোৱা নাই। তদুপৰি তেওঁলোক চিয়া সম্প্ৰদায়ৰ। তেওঁলোকে কয়, হজৰ আলিহে হেনো পয়গম্বৰী পাব লাগিছিল। ফেৰেস্তা জিব্ৰাইলে ভুল কৰে— তওবা, তওবা! এইবোৰ কথা মুখলৈ অনাও পাপ।

অলপ পিছত বাহিৰলৈ ওলাই আহি চফিৰ কান্ধত হাত থৈ চেপা হাঁহি মাৰি বাৰু মিঞাই ক'লে, ৰক্ষা পৰিলোঁ। মোৰ আচল পৰিচয় পীৰচাহাবে জনাই নাই। জনাৰ আগেয়ে তোমাক স্কুলত নাম লগাই দিওঁগৈ। ব'লা, আজি ৰোজিহঁতৰ ঘৰতে এমুঠি খাই ল'বা। যোৱাৰ সময়ত মাৰাক দেখা কৰি আহিবা।

দুপৰীয়াৰ আগতেই চৈ দিয়া গৰু গাড়ীত উঠি দুয়োজনে বাদশ্বাহী আলিয়েদি হৰিণমাৰালৈ যাত্ৰা কৰিলে। চফিৰ মনৰ মাজত প্ৰচণ্ড উত্তেজনা চলিছে। কিন্তু বাহ্যিকভাৱে সি শান্ত হৈ থকাৰ চেষ্টা কৰিছে। গ্ৰীষ্মকাল আৰম্ভ হৈছে মাথোন। ধূসৰ পথাৰখনৰ মাজেৰে ধূলি উৰুৱাই গাড়ীখন লাহে লাহে আগবাঢ়িল। চফিৰ এনে লাগিছে যেন জীৱনৰ প্ৰকৃত পথত সি খোজ দিলে। বাৰু মিঞাৰ প্ৰতি শ্ৰদ্ধাত তাৰ মন দোঁ খাই পৰিছিল। আৰু বাৰু মিঞাই ৰুক্ষ গ্ৰীষ্মৰ প্ৰকৃতিৰ ফালে চাই চাই আপোন পাহৰা। এজন আচৰিত মানুহ!

# পাঁচ

One man illumines you with his ardour
another sets in you his sorrow
O Nature!

—Baudelaire

নিশাৰ প্ৰথম প্ৰহৰৰ এছাৰ নামাজৰ পিছত অলপ পৰ শিষ্যসকলে হুজুৰৰ সান্নিধ্যত কটাই পুণ্য অৰ্জনৰ মতলব কৰে। প্ৰায় এমাহেই হ'ল হুজুৰ বদিউজ্জামানে পত্নীৰ হাতেৰে ৰন্ধা খোৱাৰ সুযোগেই পোৱা নাই। মৌলাহাট চহকী মানুহৰ গাঁও। ভক্ত শিষ্যসকলে যেন হুজুৰক তেওঁৰ নিজৰ ঘৰত খাবলৈ নিদিয়াৰ বাবেহে প্ৰতিজ্ঞাবদ্ধ হৈছে। বিৰক্ত হ'লেও বদিউজ্জামানে বাধা দিব পৰা নাই। আজি ৰাতিৰ আহাৰ আহিছে মণিৰুলৰ ঘৰৰ পৰা। মছজিদ মাথোন ভজনালয়হে। তাত খোৱা-বোৱা কৰাৰ বিধান নাই। মছজিদক শয়ন কক্ষ কৰাও বেছৰিয়তি। অৱশ্যে ৰোজাৰ সময়ত দৈনিক উপবাস ভঙ্গৰ পিছত মছজিদৰ বাৰাণ্ডাত বহি আহাৰ খাব পৰা যায় হেনো। মৌলানাসকল বুজুৰ্গ লোক। তদুপৰি বদুপীৰ নামৰ কিংবদন্তিসিদ্ধ মানুহৰ কথাই বেলেগ। নিভৃত মছজিদকক্ষত লেমৰ পোহৰত খোৱা-বোৱা শেষ কৰি মুখ ধুবলৈ বাহিৰলৈ আহি বদিউজ্জামানে দেখে কেইজনমান ভক্তই বাৰাণ্ডা আৰু মুকলি চোতালত বহি তেওঁৰ সান্নিধ্য লাভৰ কাৰণে অপেক্ষা কৰিছে। ইমান পৰে তেওঁলোকে নিজৰ মাজতে সৰু সৰুকৈ কথা-বতৰা পাতি আছিল। হুজুৰক ওলাই অহা দেখি আটায়ে মনে মনে থাকিল। হুজুৰে অনুচ্ছ কণ্ঠে আল্লাহৰ প্ৰশস্তি উচ্চাৰণ কৰি মুকলি চোতালত থিয় হ'লগৈ। ৰাতিটো ঘোপমৰা আন্ধাৰ। আকাশত জিলিকি আছিল নক্ষত্ৰমণ্ডল। বদিউজ্জামানে অভ্যাস অনুসৰি সেই জ্যোতিষ্কৰাজ্য দৰ্শন কৰিলে। এনে মুহূৰ্তবোৰত এক তীব্ৰ আবেগে তেওঁক উতলা কৰে। প্ৰতি মুহূৰ্ততে বিস্ময়ত তেওঁ শিহৰিত হৈ উঠে। এয়াই সেই জ্যোতিৰ্ময় অনন্তকালৰ সীমাৰেখা, য'ত এদিন ৰাতি পৱিত্ৰ পুৰুষ পয়গম্বৰে ৰূপহী নাৰীৰ মুখমণ্ডল বিশিষ্ট পক্ষীৰাজ ঘোঁৰা 'বোৰৰাখ'ৰ পিঠিত উঠি আল্লাহৰ আমন্ত্ৰণত 'উত্থিত' হৈছিল! এক ৰোমাঞ্চকৰ বিস্ময়ভাৱে বদিউজ্জামানক শিহৰিত কৰে। সেই অনন্ত স্থান-কাল অতিক্ৰমি ক'ত সেই পৰম

জ্যোতির্ময় সিংহাসন 'আৰচ', য'ত সমাসীন এই 'কুলমখলুকাত'— বিশ্ব ব্রহ্মাণ্ডৰ মূলাধাৰ, যিজন আল্লাহ, যিয়ে মোৰ দৰে এই তুচ্ছ বান্দাক স্রজিলে।

আৰু শিষ্যহঁতে আন্ধাৰত তেওঁক নক্ষত্রমুখী দেখি উদগ্রীব হৈ কিবা নহয় কিবা এটি বিস্ময়কৰ বাৰ্ত্তা শুনিবলৈ ৰৈ থাকে। আজি তেওঁলোকে মন কৰিলে, হুজুৰে অলপ বেছি সময় ধৰি আচমানৰ ফালে চাই আছে। তেওঁ নিশ্চয় কিবা 'মোজেজা' দেখিছে। তেওঁলোকেও তাকেই চোৱাৰ বাবে আকাশলৈ বুলি দৃষ্টি নিক্ষেপ কৰিলে। এনেতে বদিউজ্জামানে মাতিলে, আনিচুৰ ৰহমান! মণিৰুল! আপোনালোক ইয়াত আছেনে?

বাৰাণ্ডাত লেম-চাকি নাই। মছজিদৰ ভিতৰত এটা সৰু লেম জ্বলি আছিল। মছজিদৰ চোতালত পোহৰ আৰু আন্ধাৰৰ ৰহস্যময়তা। মাত শুনি আনিচুৰ, মণিৰুল আৰু অইন বয়সিয়ালসকলে সঁহাৰি দিলে। বদিউজ্জামানে মৃদু হাঁহি মাৰি ক'লে, বা-বতাহ বন্ধ। আহক, ইয়াতেই বহোঁ।

মছজিদৰ চোতালত ওজু কৰাৰ কাৰণে এটি সৰু চৌবাচ্ছা আছে। সম্প্রতি সেইটো জীৰ্ণ আৰু পৰিত্যক্ত। তাৰ পাৰত হুজুৰক বহা দেখি শিষ্যসকলেও চৌবাচ্ছাটোৰ ওচৰৰ ওখোৰা-মোখোৰা ঠাইডোখৰতে বহিল। মছজিদটো পুৰণি। আজানৰ মিনাৰটো কেতিয়াবাই জহি-খহি গৈছে। মছজিদটো পুনৰ নিৰ্মাণৰ সিদ্ধান্ত হৈছে। সোনকালেই কাম আৰম্ভ কৰা হ'ব। শিষ্যসকল তলত বহা দেখি বদিউজ্জামানে ক'লে, আপোনালোকে এয়া কি কৰিছে? তলত বহিছে কিয়? আমি আটায়ে খোদাৰ বান্দা। আহক, ইয়ালৈ আহক।

অনিচ্ছাসত্বেও তেওঁলোকে হুজুৰৰ লগত অলপ দূৰত্ব ৰাখি চৌবাচ্ছাটোৰ পাৰত ঘূৰণীয়াকৈ বহিল। তাৰ পিছত বদিউজ্জামানে ক'লে, আপোনাসবক মই এটা কথা কোৱা উচিত বুলি ভাবিছোঁ। আজি অলপ দিনৰ পৰা মোৰ কাণত পৰি আছে, চফিউজ্জামানে ইংৰাজী স্কুলত পঢ়াৰ কথা লৈ অনেকৰ মনত প্রশ্ন জাগিছে।

আনিচুৰ এতিয়া মৌলাহাটত হুজুৰৰ প্ৰধান শিষ্য। বহুত মাটি-বাৰীৰ মালিক। তেওঁ লৰালৰিকৈ ক'লে, তওবা! তওবা! এনেহেন কথা যিজন বদমাইচৰ মুখেৰে ওলাইছে গম পালে তাৰ বিহিত ব্যৱস্থা লোৱা হ'ব।

মণিৰুল আৰু অইনবোৰেও কথাটো শলাগিলে। বদিউজ্জামানে ঈষৎ হাঁহিলে। ক'লে, কোনোবাই প্রশ্ন তুলিব পাৰে। আমি হ'লোঁ ৱাহাবি ফৰাজি। ইংৰাজ আমাৰ দুশমন। ইংৰাজী হৈছে খৃষ্টানি 'নাছাৰা'ৰ (নাজাৰেথৰ যীশু অনুগামী সকলৰ) কুফ্ৰি এলেম।

আনিচুৰে অলপ-অচৰপ লিখা-পঢ়া জানে। হুজুৰ! আপুনি জানো দেৱান চাহাবক কোৱা নাই যে নাচাৰাহঁতক পৰাভূত কৰিবলৈ হ'লে সিহঁতৰ বিদ্যা অৰ্জন কৰা দৰকাৰ?

মণিৰুলে ক'লে, এৰা, কথাটো মোৰ কাণতো পৰিছে। কথা হৈছে এইটো যে দেৱান চাহাব যেতিয়াই আহে তেতিয়াই তেওঁ কাদু ওস্তাজিক ঠাট্টা কৰি কয়, আলেফ বে শিকাই কি হ'ব, ওস্তাজি? বাংলা-ইংৰাজী পাঠশালা পাতি মক্তব উঠাই দিয়ক।

সেইবাবেই বোধহয় কাদু ওস্তাজিয়ে খং কৰি কৈছে, 'হুজুৰ মৌলানাক গৈ নকয় কিয় চৌধুৰী চাহাব। তেওঁৰ ল'ৰাইতো হৰিণমাৰাৰ স্কুলত নাম লেখিছে।'.

আন এজন শিষ্য বদৰুদ্দিন দাং খাই উঠিল। এতিয়াই কাদু ওস্তাজিক মছলা দিম! বৰ মক্তবডাল খুলিছে! কেৱল নিজৰ পেটটোৰ ধান্দা। দয়া কৰিহে আমি তেওঁক মক্তব খুলি দিছোঁ। নহ'লে গাৱেঁ গাৱেঁ ভিক্ষা মাগি ফুৰিলেহেঁতেন।

বদিউজ্জামানে ভৰ্ছনাৰ সুৰত ক'লে, ছিঃ বদৰুদ্দিন! গোনাহৰ কাম নকৰিবচোন!

আন এজন শিষ্য হাফিজে ক'লে, মানুহজন বৰ গোঁৱাৰ। আজিলৈকে তওবা কৰি হুজুৰৰ ওচৰত ফৰাজি নহ'ল। নামুপাৰাৰ মানুহখিনি যে ফৰাজি হোৱা নাই আৰু যে বেলেগ মছজিদত নামাজ পঢ়ে তাৰ গুৰিতেই ওস্তাজি। তেওঁৰ সাহসতেই এইবোৰ হৈ আছে। নহয় জানো, কওঁকচোন আপোনালোকে?

একেটা কথা লৈ চলি থকা বিতৰ্ক বন্ধ কৰি বদিউজ্জামানে ক'লে, আজি ৰাতি আল্লাহৰ মেহেৰবাণিত ধুমুহা-বৰষুণ হ'ব যেন পাইছোঁ। সৌৱা চাওক, আকাশৰ চুকত বিজুলীৰ চমকনি, বা-বতাহ বন্ধ।

মৌলাহাটৰ আটাইবোৰ মানুহেই কৃষিজীৱী। চ'ত মাহ গ'লেই, বৰষুণ নহ'ল। দুই এজাক শুকান ধুমুহাই মৌলাহাটবাসীৰ প্ৰত্যাশাত মুঠি মুঠি ধূলি মাৰি গুছি গৈছে। যোৱা জুম্মাবাৰতেই বৰষুণ কামনা কৰি মুকলি পথাৰত নামাজ পঢ়াৰ কাৰণে আলোচনা হৈছিল। হুজুৰে কৈছিল, ধৈৰ্যইহে মূল কথা। আল্লাহৰ কৰুণা হ'লে সময়ত তেওঁ ধৰণী তিয়াই দিব। আজি ৰাতি হুজুৰে আকাশলৈ চাই নিশ্চয় সেই সংকেতেই পাইছে। মানুহবোৰে মুহূৰ্ততে আগৰ কথা পাহৰি পশ্চিম দিগন্তলৈ চালে। নৈঋত কোণত বিজুলীৰ ৰেখা দেখি শিয়ৰি উঠিল। দুই এজনে মছজিদৰ আগফালৰ ভঙা দেৱালখনৰ কাষলৈ গৈ অস্ফুট কণ্ঠে আল্লাহৰ প্ৰশংসা কৰিব ধৰিলে। অলপ পিছত বদিউজ্জামানে ক'লে, মেহেৰবাণি কৰি আপোনালোক ঘৰা-ঘৰি যাওঁক। মই এতিয়া নফল (অতিৰিক্ত) নামাজত বহিম।

বদিউজ্জমানে বহুত ৰাতিলৈকে নফল নামাজ পঢ়িলে। তাৰ পিছত লেমৰ পোহৰত ভালেখিনি সময় কোৰাণ পাঠ কৰিলে। খুব সুমধুৰ সেই পাঠ। নৈশ প্ৰকৃতিৰ সকলো ধ্বনিৰ লগত সেই ধ্বনি মিলি একাকাৰ হৈ যায়। মছজিদৰ সম্মুখৰ ভঙা দেৱালৰ ওপৰত গজা বিচিত্ৰ ঘাঁহ আৰু লতাৰ জোপোহাই বতাহত সোঁ সোঁ কৰি কি যেন এক অপাৰ্থিৱ ধ্বনি তোলে। পিছফালৰ তালগছত সৰ্ সৰ্ শব্দ। ৰাতিৰ গান গোৱা চৰাইবোৰ উৰি যোৱাৰ শব্দ। মছজিদৰ মুধচত বাহ সজা পাৰবোৰে ৰাতিৰ প্ৰহৰ গণি মাতে। বাদশ্বাহী আলিয়েদি গাড়ী চলাই যোৱা তন্দ্ৰালু গাৰোৱানহঁতৰ গানৰ সুৰ, ভাঁহি আহে। শাৰীপাতি যোৱা গৰু-ম'হৰ গাড়ীৰ কেৰ্ কেৰ্ ঘেৰ্ ঘেৰ্ শব্দই ৰাতিৰ নৈশব্দক আৰু গভীৰ কৰে। ৰাতিৰ প্ৰহৰ ঘোষণা কৰে ব্ৰাহ্মণী নৈৰ পাৰত শিয়ালজাকে। সকলো মিলি ৰাতিৰ বিশ্ব প্ৰকৃতিৰ যেন এক ধাৰাবাহিক অৰ্কেষ্ট্ৰাহে। তাৰ মাজত বদিউজ্জমানৰ মৃদু কোৰাণ ধ্বনিৰ কোনো ভিন্নতা নাথাকে। কোৰাণ পাঠ শেষ কৰি বদিউজ্জামানে সেইটো অনুভৱ কৰে। বাহিৰলৈ ওলাই আহি অলপ পৰ

থিয় দিয়ে। নক্ষত্ৰৰ দেশলৈ দৃষ্টিপাত কৰে। তাৰপিছত এক অবৰ্ণনীয় আবেগত আপ্লুত হৈ বিছনালৈ ঘূৰি আহে। ল'ৰা-তিৰোতাৰ কথা মনলৈ নাহেই। তেওঁ ভাবে, তেওঁ জন্ম লৈছে এই পৃথিৱীত কিবা এটা ব্ৰত পালন কৰিবলৈকে। কিন্তু আজি ৰাতি হঠাতেই তেওঁ বিচলিত বোধ কৰিলে।

কেইদিনমানৰ পৰা তেওঁ মাথোন চফিৰ কথাকেই ভাবিছে। ডাঙৰ পুতেক নুৰুজ্জামানে সুদূৰ দেওবন্দলৈ বিদ্যাৰ্জন কৰিবলৈ যোৱাত তেওঁৰ কোনো দ্বিধাবোধ হোৱা নাই বা ৰিষন্নতা অনুভৱ কৰা নাই। শিশুকালৰ পৰাই নুৰুজ্জামান পিতাকৰ আদৰ্শৰ অনুৰাগী। নুৰুজ্জামানৰ সৈতে তেওঁৰ পাৰ্থক্য আজিলৈকে তেওঁ বিচাৰি উলিয়াব পৰা নাই। কিন্তু চফিৰ ক্ষেত্ৰত সুস্পষ্ট ধাৰণা হয় এক ভিন্ন আৰু অপৰিচিত সত্তা। তাৰ সতে নিজৰ অকনো মিল নাই। তাক যে মক্তবত নিদি পাঠশালাত নাম লগাই দিছিল, সেয়া মাথোন এই গভীৰ গোপন কাৰণতহে। কথাটো কাকো মুখখুলি কব পৰা নাযায়।

আজি যেতিয়া মছজিদৰ পিছফালৰ দেৱালত মাজ নিশাৰ বৰদৈচিলাজাকে খুন্দা মাৰিলে, কিয় জানো, চফিৰ কথাই চেৰেং চেৰেঙকৈ তেওঁৰ মনত পৰিল। নুমাব ধৰা লেমটোৰ শলিতাডাল বঢ়াই দিলে। অলপ পৰ বহি চকু মুদি আল্লাহৰ ধ্যানত নিমগ্ন হোৱাৰ চেষ্টা কৰিলে। কিন্তু বাৰে বাৰে সেই কিশোৰৰ মুখখনহে তেওঁৰ সন্মুখত জিলিকি উঠিল। তেতিয়া বাহিৰত প্ৰকৃতি উন্মাদ। মছজিদৰ খিড়িকীবোৰ পূৱফালেহে । তথাপি প্ৰচণ্ড ধুমুহাই মছজিদৰ জীৰ্ণ দেৱালৰ ইটা খহাই ভিতৰত ভুমুকি মাৰিলে। বদিউজ্জামানে তিনিখন দুৱাৰ আৰু দুখন খিড়িকী জপাই দিলে। মাথোন এখন দুৱাৰ তেওঁ খোলা ৰাখিলে। দুৱাৰৰ কাষত থিয় হৈ তেওঁ আন্ধাৰত প্ৰকৃতিৰ উপদ্ৰৱ চোৱাৰ চেষ্টা কৰিছিল।

আচৰিত কথা, এই প্ৰাকৃতিক দুৰ্যোগৰ সময়ত অভ্যাসমতেই তেওঁৰ পৱিত্ৰ কোৰাণৰ 'চুৰা ইয়াচিন' আওৰাব লাগিছিল যদিও আজি কথাটো মনলৈকে নাহিল। চফি এতিয়া হৰিণমাৰাত কেনেধৰণৰ ঘৰত আছে, সি বাৰু কি কৰিছে—মাথোন এইবোৰ কথাহে বদিউজ্জামানৰ মনৰ মাজত পাকঘূৰণি খাবলৈ ধৰিলে। দেৱান আব্দুল বাৰি চৌধুৰীয়ে তেওঁক আশ্বস্ত কৰি কৈছে, চফি খুব ভাল ঠাইত উঠিছে, চিন্তা কৰিবলগীয়া নাই। খোন্দাকাৰ হাচমৎ আলি অৱস্থাৱান মানুহ। তেওঁলোকৰ ঘৰত থাকি পঢ়া-শুনা কৰিবলৈ চফিৰ অসুবিধা নহ'ব। পীৰ চাহাবৰ ল'ৰাৰ তেওঁলোকে খুব আদৰ যত্ন ল'ব। তথাপি কিয় জানো বদিউজ্জামানৰ মনত খু-দুৰনি এটা থাকি গ'ল। সম্পূৰ্ণকৈ আশ্বস্ত হ'ব পৰা নাছিল।

আশ্বস্ত হ'ব পৰা নাছিল চাইদাৰ কথা ভাবিও। মাজু ল'ৰা মনিৰুজ্জামান জন্মপ্ৰতিবন্ধী। ডাঙৰ ল'ৰা সৰুৰে পৰাই বাহিৰত। সেইবাবে চাইদাৰ ওচৰত চফিৰ মূল্য খুব বেছি। এক মুহূৰ্ত চকুৰ আঁৰত থাকিলেও কষ্ট অনুভৱ কৰে। বদিউজ্জামানৰ সন্দেহ হৈছে, হয়তো তেওঁৰ ওপৰত হোৱা তীব্ৰ অভিমানৰ কাৰণেই চাইদাই চফি চকুৰ আঁতৰ হোৱাৰ দুখো সহিবলৈ মন বান্ধিছে। গিৰিয়েকে যেতিয়া হুকুম দিছে

(দৰিয়াবানু আৰু চৌধুৰীচাহাবৰ কথা অনুসৰি), তেওঁ অসহায়। গিৰিয়েকক বাধা দিয়াৰ সাধ্য ক'ত? এই ধুমুহাৰ ৰাতি বদিউজ্জামানে কথাটো তীব্ৰভাৱে অনুভৱ কৰিলে। আৰু সেই বিচলিত মুহূৰ্তত অৱলীলাক্ৰমে মনত পৰিল, তেওঁৰ মছজিদবাসী হোৱাৰ প্ৰায় এমাহেই হ'ল। সেই এদিন মাথোন তেওঁ নতুন ঘৰটো চাই আহিছে। তাৰ পিছত চাইদাৰ লগত আৰু তেওঁৰ দেখা-দেখি হোৱাই নাই। এয়া কি কৰিছে তেওঁ? বদিউজ্জামানে নিজকে অৱিষ্কাৰ কৰিলে। অৱশেষত তেওঁ তেনেহ'লে তেওঁৰ 'চুফি' আৰু 'মজনুন' (ঈশ্বৰ প্ৰেমত উন্মাদ) ভায়েক ফৰিদুজ্জামানতেই পৰিণত হৈছে নেকি?

বালিকা চাইদাক বিয়া কৰায়েই বিপত্নীক মৌলানা প্ৰায় তিনিবছৰ কাল নিৰুদ্দেশ হৈছিল। সেই কথা মনত পৰিলে বদিউজ্জামানে এতিয়াও বিব্ৰত বোধ কৰে। সেই অপৰাধবোধেও তেওঁক আজি আকৌ জুমুৰি দি ধৰিলে। দুৱাৰৰ চৌকাঠত ধৰি প্ৰকৃতিৰ তাণ্ডৱ চাই থাকোতে একধৰণৰ আতঙ্কই ক্ৰমশঃ তেওঁক গ্ৰাস কৰিলে, জনপদৰ দাঁতিৰ নিজানত অৱস্থিত এই জীৰ্ণ মছজিদেৰে সৈতে তেওঁক যেন 'গায়ৰত' (ধ্বংস) কৰি পেলাবলৈ আল্লাহে প্ৰলয় সৃষ্টি কৰিছে। ঘনে ঘনে গাজনি মাৰিছে আকাশ ছানি ধৰা প্ৰমত্ত মেঘে। জিলিকি উঠিছে ফেৰেস্তাসকলৰ জ্যোতিৰ্ময় খৰছানৰ দৰে ক্ষিপ্ত বিদ্যুৎৰেখা। যিকোনো মুহূৰ্ততে চূৰ্ণ হৈ যাব পাৰে এই মছজিদ। তেওঁ সৰ্বত্যাগী সাধক পুৰুষ নহয়। তেওঁ ভ্ৰান্ত মতানুগামী চুফিও নহয়। তেওঁ ৱাহাব-পন্থী ফৰাজি মুছলমান। ইহলোকৰ সকলো ধৰণৰ নৈতিক সুখ উপভোগ কৰাই প্ৰকৃত ইছলাম। নিৰুদ্দেশ হৈ থকা চুফি ভায়েকৰ দৰেতো তেওঁ নাৰীবিদ্বেষী নহয়। পৱিত্ৰ কোৰাণত আল্লাহে কৈছে, কৃষকে যিদৰে নিজৰ খেতি পথাৰলৈ গমন কৰে, পুৰুষেও নাৰীৰ ফালে একেই নিষ্ঠা আৰু প্ৰেম ভাবত অনুগমন কৰিব বুলিয়েই আদি মানব আদমৰ বুকুৰ কামিহাড়ৰ পৰা নাৰীক সৃষ্টি কৰা হৈছে। অথচ তেওঁ এয়া কি কৰিছে? কিয় কৰিছে?

চাইদায়ো ভাবিছে চফিৰেই কথা। এনেহেন ৰাতিবোৰত একাষে মণি আৰু আনকাষে চফি—আৰু মণিতো এটা প্ৰাণী মাথোন; চফিয়ে তেওঁক আকোৱালি ধৰি ফুচফুচাই সোধে, আম্মা, এতিয়া কোনজন ফেৰেস্তাই ধুমুহা বোৱাইছে, কোৱাচোন। অ' আম্মা, কোৱাচোন ধুমুহা কিয় আহে? বৰষুণ দিয়া ফেৰেস্তাজনৰ নাম কি? তাৰ পিছত বজ্ৰপাত হ'লেই সি মাকৰ বুকুৰ মাজত মুখ গুজিছিল। তেতিয়া চাইদাই কৈছিল, আৰু সুধিবিনে সেইবোৰ কথা? সেয়া শুন, চয়তানৰ পিঠিত বজ্ৰ পৰিল। চয়তানে তোৰ মুখেৰে কথা কোৱাইছে যে।

সেইজন চফি আজি কাৰ ঘৰত অকলে শুই আছে? কথাটো ভবাৰ লগে লগে চাইদাৰ দুচকু ভৰিল। ধুমুহা গাজনি যিমানেই ভয়ঙ্কৰ হৈছে সিমানেই তেওঁ নিঃসঙ্গ আৰু অসহায় বোধ কৰিছে। তাৰ পিছত এটা মুহূৰ্তত বিজুলীৰ দৰে হঠাতেই তেওঁৰ মনত এটা কথা খেলি গ'ল। প্ৰথমে নুৰুক, তাৰ পিছত চফিক তেওঁৰ ওচৰৰ পৰা আঁতৰাই ৰখাৰ আঁৰত গিৰিয়েকৰ একো চক্ৰান্ত নাইতো? কিবা গোপন উদ্দেশ্য লৈ মৌলানাই তেওঁক এনেদৰে অকলশৰীয়া কৰিব খুজিছে নেকি? মাজু পুতেক মণিতো

কোনোদিনেই চাইদাৰ আশ্ৰয় হ'ব নোৱাৰে। শাহুৱেক কামৰুন্নিচা মৰণৰ দুৱাৰদদিলত। মৌলানাৰ ভায়েক ফৰিদুজ্জামানক চাইদাই দেখা নাই। শাহুৱেকৰ মুখতহে যি অকণমান তেওঁৰ বিষয়ে শুনিছে। শাহুৱেকে দুখ কৰি কৈছিল, এইখন যেন মাজনুন ফকিৰৰহে খান্দান। ইহঁতে আল্লাহ আল্লাহ কৰিয়েই দুনিয়াদাৰিৰ মুখত জোতা মাৰাত ওস্তাদ। বদুক অকণমান টানি ৰাখিবা, মা! নহ'লে শেষত ভুঞ্জিবা। কামৰুন্নিচাই কৈছিল, ফৰিদ! মোৰ বাচা ফৰিদ! তাক যদি দেখিলোঁহেতেন, বোৱাৰী! তোমাৰ সৰু ল'ৰাতকৈয়ো দেখনিয়াৰ আছিল সি। সেইজন ল'ৰাই ডেকা হৈ তিৰোতাৰ দৰে দীঘল চুলি ৰাখিলে। গোটেই ৰাতি কবৰখানাৰ কাষত বহি জিকিৰ গায়। কি তাৰ কণ্ঠ, কি যে মধুৰ গান! বুকুত চিমটা বজায় আৰু মাৰফতি গান গায়। আৰু এদিন বদুৱে মানুহ-দুনুহ লৈ গৈ জোৰ-জবদস্তি তাৰ চুলি খুৰাই দিলে, চিমটাডাল কাঢ়ি আনিলে। সেয়া বৰ দুখৰ কাহিনী, বোৱাৰী! বদুক কম বস্তু বুলি নাভাবিবা। সহোদৰ ভায়েকক জোৰ-জুলুম কৰি ছৰিয়তলৈ টানিব গ'ল। মোৰ বাচাধনটো ক'ৰবালৈ গুছি গ'ল। আজিলৈকে তাৰ আৰু মই মুখ দেখা নাই। কবৰলৈ গৈও বদুক মই ক্ষমা কৰিব নোৱাৰিম।

ধুমুহাৰ নিশা শাহুৱেকৰ কথাবোৰ মনত পেলাই চাইদা চক্‌খাই উঠিল। তেনেহ'লে তেওঁৰ গিৰিয়েকেও সংসাৰত্যাগী হবলৈ মন মেলিছে নেকি? পিছ মুহূৰ্ততে আকৌ ভাব হ'ল, ইমান দিনে যিখিনি বুজিছে, তেওঁৰ মৌলানা গিৰেয়েক মাজনুনৰ সম্পূৰ্ণ বিপৰীত। চাইদাই অকুণ্ঠিত ভাবে স্মৰণ কৰিলে গিৰেয়েকৰ সৈতে নৈশ যাপনৰ সেই তীব্ৰ, সুন্দৰ মুহূৰ্তবোৰ। বৰং তেওঁৰ এনেহে ভাব হৈছে, মৌলানা এইবোৰ গুপুত দৈহিক বিষয়ত বৰ নিলাজ আৰু প্ৰতাপী পুৰুষ। গিৰিয়েকক বহু দিনৰ মূৰত বিছনাত পায় বাবেই চাইদাৰ যেন ৰাক্ষসীৰ ক্ষুধাহে জাগে। মৌলানাকো তেনেদৰে ভয়ঙ্কৰ ক্ষুধাত দাউ-দাউকৈ জ্বলা একুৰা জুই যেন লাগে। চাইদাৰ এনে লাগে সেই জুইত নিজকে পুৰি ছাই কৰিব পৰিলেই যেন পৰম শান্তি।

তেনেহলে মৌলানাৰ ওচৰত তেওঁৰ আকৰ্ষণ শেষ হৈ গৈছে নেকি? মনে মনে তেওঁ পুনৰ নিকাহৰ মতলব কৰিছে নেকি? মৌলাহাটলৈ আহি চাইদাই লক্ষ্য কৰিছে, ইয়াৰ তিৰোতা, ছোৱালীবোৰ পৰ্দাৰ আঁৰত নাথাকে। সিহঁতৰ মাজত স্বৈৰিণী আৰু সুগঢ়ী ৰূপহীও কম নাই। তাতোকৈ ভাবিবলগীয়া কথা, ইয়াৰ পুৰুষবোৰৰ চাল-চলন সন্দেহজনক। সিহঁতে আমৃত্যু তেওঁক বন্দী কৰি ৰখাৰ বাবেহে যেন ব্যস্ত। তেনেহ'লে কি সিহঁতেই তেওঁক কৌশল কৰি প্ৰৰোচিত কৰিছে কাৰোবাৰ সতে বিয়া পাতিবলৈ?

ভয়ানক গৰ্জন কৰি বজ্ৰপাত হ'ল। চাইদা থৰ্‌থৰ্‌কৈ কঁপি উঠিল। বোবা পুতেকক সাৱটি ধৰি আন্ধাৰ-ঘৰটোৰ ভিতৰত চাইদাই উচুপিলে। কাষৰ ঘৰত আছে তেওঁৰ পক্ষাঘাতগ্ৰস্তা শাহুৱেক। মৌলানা পুতেকে কোনোবা মুহূৰ্তত বোৱাৰীয়েকৰ লগত শুবলৈ আহিব পাৰে বুলিয়েই তেওঁ সদায় বেলেগে শোৱে। মৌলাহাটলৈ অহাৰ পিছত সদায় কোনোবা এজনী বয়সস্থা তিৰোতা, বিধবাই হওক বা গিৰিয়েকে এৰাই হওক, আহি পুণ্য সঞ্চয়ৰ উদ্দেশ্যে পীৰ-মাতৃৰ লগত শোৱে। আজি নিশা আইমনি শুইছেহি।

অলপ আগেয়ে বাহিৰলৈ ওলাই চাইদাৰ বন্ধ দুৱাৰৰ কাষলৈ আহি সুধিছে,বিবিজী, ভয় লাগিছে নেকি? এতিয়া আকৌ তাইৰ মাত শুনি চাইদা বিৰক্ত হৈ সুধিলে, তোমাৰ চকুত টোপনি নাই নেকি আইমনি? মনে মনে শুই থাকিব নোৱাৰানে?

চাইদাই যেতিয়া উচুপিছিল, তেতিয়া বাহিৰত বৰষুণৰ শব্দ। প্ৰথমে এজাক অশ্বাৰোহী যোৱাৰ দৰে, তাৰ পিছত বতাহৰ সোঁ-সোঁৱনিৰ দৰে শব্দ। মেঘৰ গাজনিত যেন ছন্দ নামিছে। কিন্তু বতাহ নাথামিল। তাৰ অলপ পিছতেই চাইদাই আকৌ আইমনিৰ মাত শুনিলে। তাই দুৱাৰত ঢকিয়াইছে। এইবাৰ তাইৰ চেপা কণ্ঠস্বৰ। বিবিজী! অ' বিবিজী! লেমটো জ্বলাই তৎক্ষণাৎ উঠি আহকচোন! মোৰ লেমটো নুমাল!

চাইদাই লগে লগে চকুলো মচি উঠি বহিল। জুইশলাৰে লেমটো জ্বলালে। বুকুখন তেওঁৰ চিৰিংকৈ গ'ল। শাহুৱেকৰ যোৱা-থোৱা নেকি? নহ'লে আইমনিৰ মাতটো এনে হ'ব কিয়?

কঁপা কঁপা হাতেৰে দুৱাৰ খুলিলে। হাতত লৈ থকা লেমৰ শিখাটো খুব কঁপিছে। সন্মুখত একমুহূৰ্তৰ কাৰণে আইমনিক দেখিলে। বিজুলীৰ চমকনিত দেখা গ'ল ঘন বৃষ্টিৰেখা বেঁকা হৈ নামিছে। আইমনিয়ে এনেধৰণে ওৰণি লৈছে যে তাইৰ চকু দুটাৰ বাদে একোৱেই দেখা পোৱা নাযায়। তাই তৎক্ষণাৎ আঁতৰিল। আৰু সন্মুখত যাক দেখিলে, তেওঁ যেন সপোন ৰাজ্যৰ কোনোবা মূৰ্ত্তিহে। তিতা বগা পোছাক পৰিহিত ম্ৰিয়মান মূৰ্ত্তিটোক কুঁজা যেন বিভ্ৰম হ'ল। নিষ্পলক দৃষ্টিৰে চাইদাই চাই থাকিল। আৰু সেই ধুমুহা-পীড়িত বিষন্ন ৰাতিৰ আগন্তুকে আবেগ বিহ্বল ভাৱে কিবা কৈ চাইদাক ঠেলি ঘৰৰ ভিতৰ সোমাল। এতিয়াহে চাইদাৰ চমক ভাগিল। সপোন সপোন লগা মূৰ্ত্তিটো তেওঁৰ গিৰিয়েকহে। পৰাক্ৰমী 'দেও'(দৈত্য) যেন লগা গিৰিয়েকৰ সন্মুখত অবচেতন ভয় আৰু সংস্কাৰলালিত ভয়ত ইমান দিনে চাইদাই কুচি মুচি হৈ আহিছে। কিন্তু আজি এই ধুমুহাৰ ৰাতি তেওঁ নিৰ্লিপ্ত দৃষ্টিৰে গিৰিয়েকলৈ চাই থাকিল।

আৰু বদিউজ্জামানে চাইদাৰ চকুত সেই অপৰিচিত চাৱনি দেখি থত্‌মত্‌ খালে। কিন্তু যি বাধাহীন আবেগে এনে এটি নিশা তেওঁক ঐশী ভাবমণ্ডলৰ পৰা মাটিলৈ নমাই আনি বোকা-মাটিৰে গঢ়া তুচ্ছ আদম-সন্তানত পৰিণত কৰিলে, সেই আবেগেই তেওঁৰ ওঁঠত যেন এধানি হাঁহি দান কৰিলে। মৃদু হাঁহি মাৰি তেওঁ সুধিলে, কি হৈছে চাইদা? দেখা নাইনে মই তিতি-বুৰি আহিছোঁ। মোক শীঘ্ৰেই কিবা এযোৰ েোবাচ (পোছাক) দিয়া। ঠাণ্ডা লাগিছে।

একো কথা নকৈ চাইদাই সৰু বাকচটো খুলিলে। জাপি থোৱা এখন তহবন্দ (লুঙি) আৰু আলনাৰ পৰা তাঁতত বোৱা এখন গামোছা আনি দিলে। লেমটো বাকচটোৰ ওপৰতে থৈ চাইদাই দুৱাৰমুখলৈ গৈ বৰষুণ চোৱাৰ চলেৰে আইমনিক চালে। আইমনি গৈ কামৰুন্নিচাৰ ঘৰত সোমাই বিছনাত উঠিছে। দুৱাৰ বন্ধ। চেপা মাতেৰে কামৰুন্নিচাৰ লগত তাই কিবা কথা পাতিছে। তথাপি চাইদাৰ কাণত পৰিল।

বদিউজ্জামানে পোছাক সলাই আড়ষ্ট কণ্ঠে সুধিলে, মোৰ পুৰণি কামিজটো? দুৱাৰদলিৰ পৰা মুখ নুঘূৰোৱাকৈয়ে চাইদাই ক'লে, বাকচত আছে।

বদিউজ্জামানে আগুৱাই আহি দুৱাৰখন জপাই ঘৈণীয়েকৰ দুই কান্ধত ধৰি নিজৰ ফালে ঘূৰাই দিলে। চাইদাই মুহূৰ্তৰ কাৰণে গিৰিয়েকৰ বহল বুকুখনিৰ কেঁচা-পকা নোমখিনি চাই মৃদু কণ্ঠে ক'লে, আঃ! মণি আছে!

মণিৰুজ্জামান দুৰ্ঘোৰ টোপনিত। ৰাতি জুলুম কৰে বাবেই দৰিয়াবানুৰ পৰামৰ্শ অনুসৰি তাক গাঁওৰ কবিৰাজজনৰ দৰব খুৱায়। বড়িত আফিং মিহলি থাকে। বদিউজ্জামানে পিছে এইবোৰ কথাৰ ভূকে নাপায়। সেয়েহে চকিত ভাবে ঘূৰি বিছনাত শুই থকা মাজু পুতেকৰ ফালে চালে। তাক কুচি মুচি হৈ শুই থকা দেখি বদিউজ্জামানে পুনৰ ঘৈণীয়েকক গাৰ কাষলৈ টানিলে। চাইদাই নিজকে আঁতৰাই নিলে।

বিস্মিত, ব্যথিত বদিউজ্জামানে চেপা মাতেৰে সুধিলে, তোমাৰ হৈছে কি, চাইদা? এনেকুৱাখন কৰিছা কেলেই?

চাইদাৰ নাকৰ পাহি দুটি ফুলি উঠিছে। লেমৰ পোহৰত মাথোন ভালকৈ জিলিকি উঠা নাই। ছাঁ-পোহৰৰ মাজত তেওঁৰ এই অদ্ভুত ৰূপটো বদিউজ্জামানৰ বাবে খুবেই অবিশ্বাস্য লাগিছে। বদিউজ্জামান বৰ গোঁৱাৰ, একাচেকা বিধৰ আৰু বৰ আবেগপ্ৰবন মানুহ। স্থিৰ দৃষ্টিৰে ঘৈণীয়েকলৈ চাই ভাবিলে, এতিয়া তেওঁ ঘৈণীয়েকক কি কব বাৰু? নিৰ্জন মছজিদৰ পৰা এই দুৰ্যোগপূৰ্ণ নিশা এনেদৰে কিয় তেওঁ দৌৰি আহিছে, সেই কথা কবলৈ তেওঁ বিয়াকুল। অথচ চাইদাৰ গতি-গোত্ৰ দেখি তেওঁৰ মুখেৰে এটা কথাও নোলায়। কষ্ট কৰি আকৌ এবাৰ তেওঁ হাঁহিলে মাথোন। আৰু চাইদাই আহত সৰ্পীণীৰ দৰে ফোঁচ ফোঁচাই উঠিল, মোক আপোনাৰ দৰকাৰ কি? পিছ মুহূৰ্ততে চাইদাই দুহাতেৰে মুখ ঢাকি ঘূৰি থিয় হ'ল। তেওঁৰ পিঠিৰ ফালটো কঁপিব ধৰিলে।

নাদান আওৰৎ! ম্লান হাঁহি মাৰি বদিউজ্জামান আহুৱাই গৈ ঘৈণীয়েকৰ কান্ধত হাত থলে। তুমি নাজানানে কোৰাণ চৰিফত আল্লাহে কৈছে—

থোকাথুকি মাতেৰে চাইদাই ক'লে, মনে মনে থাকক। সেইবোৰ কথা মছজিদত শুনাবগৈ, মোক নহয়।

নাউজবিল্লাহ্! চাইদা! তুমি কৈছা কি! এয়া যে গোনাহ।

চাইদাই ঘূৰি জক্‌জকাই উঠিল, গোনাহ। আৰু নিজৰ মানুহজনীৰ কোনো খা-খবৰ নাৰাখি এমাহ মছজিদত পৰি থকাটো জানো নেকি (পুণ্য)? চাইদা আকৌ এবাৰ কান্দোনত ভাগি পৰিল। ল'ৰাকেইটাক দূৰ-দূৰণিলৈ পঠাই দি মোৰ কোলা উদং কৰাটো নেকি? আৰু এইটো মণি—তাৰ কি অৱস্থা, খবৰ ৰাখিছেনে কেতিয়াবা? আৰু বিবিজী (শাহু)—যাৰ পেটত জনম লৈ আপুনি এই দুনিয়াৰ মুখ দেখিলে—তেখেতে হৰবখত্ চকুপানী টুকিব লাগিছে, মৃত্যুৰ আগেয়ে নিজৰ পুতেকৰ হাতৰ পানী এটুপিও মুখত নপৰিব—এয়াও নিশ্চয় নেকিৰ কাম?

বদিউজ্জামানে কাতৰ স্বৰে ক'লে, মোক ভুল নুবুজিবা, চাইদা! আহাচোন শুই শুই তোমাক সকলোবোৰ কথা বুজাই কওঁ। আহা।

চাইদাক হাতত ধৰি মজিয়াত পতা বিছনাত বহুৱালে। তাৰ পিছত অলপ আচৰিত হৈ সুধিলে—ঘৰত চালপীৰা নাই যে! মহিউদ্দিনকতো কৈছিলোঁ—

বাধা দি চাইদাই ক'লে, মই চালপীৰাত শুম আৰু বিবিজী মাটিত শুব? চালপীৰা সিঘৰত আছে।

পত্নীৰ মুখ চুম্বন কৰিবলৈ গৈ বদিউজ্জামান বিফল হ'ল। শুকান হাঁহি মাৰি সুধিলে, তুমি ইমান বেৰহম (নিষ্ঠুৰ) হ'লা কিয় চাইদা? মইতো সদায় ইত্তেকাফ লৈ দিনৰ পিছত দিন ধৰি মছজিদত খপিছোঁ। তেতিয়াতো তুমি এনেখন কৰা নাছিলা?

হঠাতে চাইদাই তলমূৰ হৈ ক'লে, আপুনি আকৌ নিকাহ কৰিব—মই বুজিছোঁ।

বদিউজ্জামানে আকৌ হাঁহিলে—আড়ষ্ট, শুকান হাঁহি।

...........আমাৰ হুজুৰ পয়গম্বৰ চাহাবে কিমানজনী নিকাহ কৰিছিল তুমি দেখোন জানাই। কিন্তু মই যে নাদান, চাইদা! এই চোৱা, তোমাৰ প্ৰতিয়ে মই কিমান অবিচাৰ কৰিছো—সেই থলত আকৌ এবাৰ নিকাহৰ কথা ভবাটো শুৱায় জানো? পিছে তুমি এবাৰ ভাবি চোৱা উচিত আছিল, এই ধুমুহা-বৰষুণ মূৰত লৈ কিহৰ বাবে তোমাৰ কাষলৈ লৰি আহিছোঁ।

অস্ফুট স্বৰে চাইদাই সুধিলে, কিয়?

কেইমুহূৰ্তমান নিশ্চুপ হৈ থাকি হুমুনিয়াহ কাঢ়ি বদিউজ্জামানে ক'লে, তুমি চফিৰ কথা কৈছিলা। হঠাতেই কিয় জানো আজি ধুমুহা অহাৰ লগে লগে তাৰ কথাই মনলৈ আহিল। বুকুখন যে কেনেকুৱা কৰিবলৈ ধৰিলে। চাইদা, মই জানোঁ, তুমি চফিক নেদেখি থাকিব নোৱাৰা, তেনেস্থলত আজি তোমাৰ কিমান যে কষ্ট হৈছে!

চাইদাই কান্দোন চেপি ধৰি ক'লে, খোদাৰ মেহেৰবানি যে আপুনি কথাটো এবাৰ অন্ততঃ ভাবিছে।

ভাবিছোঁ। কথাটো ভাবিয়েইতো মই ধৰিব পাৰিছো, মই গোনাহৰ ভাগী হৈছোঁ। তোমাক বঞ্চনা কৰিছোঁ।

আপুনি বুজুৰ্গ পুৰুষ। চাইদাৰ বেঁকা ওঠেৰে কথাষাৰ ব্যঙ্গ মিশ্ৰিত হৈ ওলাল।

ছিঃ ধেমালি নকৰিবাচোন, চাইদা!

অলপ পৰ চাইদা মনে মনে থাকিল। বাহিৰত ডবা-পিটা বৰষুণৰ শব্দ। মাজে মাজে মেঘৰ গাজনি। চাইদাই পিঠিত গিৰিয়েকৰ হাতৰ আদৰ-পৰশ অনুভৱ কৰিছিল। তথাপি আজি তেওঁৰ দেহ অচঞ্চল। অবিশ্বাসে মানুহজনীক মেৰিয়াই ধৰিছে। অলপ পিছত ক'লে, ধেমালি কৰা নাই। মই জানোঁ, জিনবোৰ আহি আপোনাৰ লগত কথা পাতে। আপুনি বুজুৰ্গ নহয় কি?

সেইবোৰ কথা এৰা, চাইদা! ৰাতি গভীৰ হৈছে। শুই থাকো দিয়া। দোকমোকালিতে মছজিদলৈ যাব লাগিব।

মছজিদততো বহুত দিন থাকিল। এতিয়া ঘৰলৈ নাহেনে?

কথাষাৰ কৈ বদিউজ্জামান বিছনাত পৰিছিল। চাইদাই শোৱা নাছিল। গিৰিয়েকৰ মুখৰ পিনে চাই প্ৰশ্নটো কৰি লেমটো আনিবলৈ যাব খুজিছিল। কিন্তু বদিউজ্জামানে চাইদাক উঠিবলৈ নিদি ক'লে, আজি তোমাক এবাৰ ভালকৈ চাই লওঁ। কিমান দিন যে তোমাক দেখা নাই, চাইদা!

আপুনি কেতিয়া ঘৰলৈ আহিব, আগেয়ে সেইটো কওঁক।

চাইদা, সঁচা কথা কৈছোঁ—হয়তো মোৰ এক্তিয়াৰত এতিয়া আৰু একোৱেই নাই।

সাংঘাটিক ধৰণে চক্ খাই উঠি চাইদাই সুধিলে, কিয় বাৰু?

নাজানোঁ, কাতৰ কণ্ঠে বদিউজ্জামানে ক'লে। কি যে হৈছে, তোমাক ঠিক বুজাব নোৱাৰোঁ। মাথোন ধাৰণা হৈছে, এই মছজিদটোত যেন মোৰ জীৱনৰ এখন খিড়িকী মেল খাই গৈছে। যিবোৰ কথা কোনো দিনেই বুজা নাছিলোঁ, সেইবোৰ যেন মই বুজিব ধৰিছোঁ।.......নহয়, নহয়। মই মনে মনে থকা উচিত। এনেধৰণৰ কথা-বাৰ্ত্তা ইয়াৰ আগেয়ে কোনো দিনেই চাইদাই গিৰিয়েকৰ মুখত শুনা নাছিল। গিৰিয়েকৰ অলৌকিক শক্তিৰ কথা বা কেৰামতিৰ কথা শাহুৱেক বা অইনৰ পৰা পৰোক্ষ ভাবেহে শুনি আহিছে। সেয়েহে তীক্ষ্ণ দৃষ্টিৰে চাইদাই গিৰিয়েকৰ ফালে চালে। তাৰ পিছত কি এক হঠকাৰী চিন্তাৰ বশৱৰ্ত্তী হৈ ক'লে, মোক এজনী নাদান আওৰৎ বুলি ভাবি আপুনি যি কথা ক'লে, তাক মই মানিব নোৱাৰিম। মই জানোঁ, কিয় আপুনি ইমান দিনে মোৰ পৰা আঁতৰি ফুৰিছে।

ছিঃ চাইদা! আকৌ সেইবোৰ কথা!

বদিউজ্জামানে নিজেই উঠি গৈ লেমটো নুমাই থৈ আহিল। তাৰ পিছত ঘৈণীয়েকক বুকুৰ মাজলৈ টানি নিলে। নিজৰ জৈৱিক সত্তাৰ তীব্ৰতাই ক্ৰমশঃ বদিউজ্জামানক অস্থিৰ কৰি তুলিছিল।

কিন্তু চাইদাই বাধা দি ক'লে, আপুনি যিয়েই নকওঁক, আপোনাৰ নিকাহ কৰাৰ মতলব। মই জানিছোঁ।

চাইদা! আল্লাহৰ শপত, তুমি মনে মনে থাকা! বদিউজ্জামানৰ পৰিবৰ্ত্তিত আচৰণ আৰু ভাব-ভঙ্গি দেখি চাইদা ক্ৰমশঃ প্ৰগলভা আৰু সাহসী হৈ উঠিছে। চাইদাই সুধিলে, তিৰোতাগৰাকী কুষ্ঠৰোগী আব্দুলৰ স্ত্ৰী হয়নে?

কি ক'লা? মুহূৰ্তৰ ভিতৰতে বদিউজ্জামান থৰ লাগিল। আন্দোলিত আকাশৰ বুকুৰ পৰা যেন মূৰতেই বজ্ৰ পৰিল।

অঁ—সেইজনীৰ পিছত যেনেকৈ লাগিছে বুলি শুনিছোঁ—

খঙত একো নাই হৈ বদিউজ্জামানে আন্ধাৰতে চাইদাক চৰ সোধালে। চাইদাৰ মূৰত লাগিল। তাৰ পিছত বদিউজ্জামানে বিছনা এৰি থিয় হ'ল। সশব্দে দুৱাৰ খুলি বৰষুণত তিতি ওলাই গ'ল। মছজিদৰ পৰা খালি ভৰিৰে আহিছিল। পিন্ধনত এতিয়া মাথোন তহবন্দ। উদং গা, খালি ভৰি।

আৰু চাইদাই দুই আঠুৰ মাজত মূৰতো সুমুৱাই জুপুকা লাগি বহি থাকিল। দুৱাৰ খোলা। চোতালত হৰ্হৰ্কৈ বৰষুণ পৰিছে। বিজুলীৰ সঘন চমকনি।ধুমুহাৰ উগ্ৰতা কমিছে। মাথোন মাজে মাজে দুই এজাক চাটিমৰা বতাহত গছ-গছনিবোৰ অস্থিৰ হৈ আছে। চাইদাৰ এনে লাগিছে, যেন বিশাল পথাৰ এখনৰ মাজত বহি তেওঁ অসহায় ভাবে বৰষুণত তিতিব লাগিছে।

পুৱা বৰষুণ এৰাত কাষৰ ঘৰৰ পৰা আইমনি ওলাই আহি চাইদা বেগমৰ ঘৰৰ ফালে চাই থমকি ৰ'ল। দুৱাৰ খোলা। মজিয়াৰ কেঁচা মাটিত চুলি মেলি চিৎ হৈ বলি হ'ব খোজাৰ দৰে পৰি আছে বিবিচাহেবা।...........

# ছয়

Man's like the earth, his hair like grass is grown
His veins the rivers are, his heart the stone !

খানবাহাদুৰ দবিৰ-উদ্দিন গুছি যোৱাৰ ফালে পিঠি দি আছিলোঁ। এই বাবেই যে মানুহজনক এই পৃথিৱীৰ অতি জঘন্যতম পদাৰ্থসমূহৰ এবিধ বুলি জানিছিলোঁ। তাৰ কথা মনলৈ আহিলেই বাৰু চৌধুৰীৰ মুখত শুনি শুনি মুখস্থ হৈ যোৱা সেই সোতৰ শতিকাৰ ইংৰাজী পদ্যটো মনৰ মাজত প্ৰতিধ্বনিত হৈছিল। স্বীকাৰ কৰিবই লাগিব, কোনোবা এক প্ৰস্তৰীভূত মুহূৰ্তক এই পদ্যটোৱে যেন চুই আছে। অথবা তাত নিবন্ধ আছে মোৰ দৰে মানুহৰ আৰ্ত্তনাদ, যি আৰ্ত্তনাদ শুনি কালি মাজ-নিশাৰ কৰ্তব্যৰত প্ৰহৰীজনে তাৰ দীঘল নাকটো চেলৰ লোৰ বেৰখনৰ ফাঁকত সুমুৱাই দি মমতাভৰা দৃষ্টিৰে মোলৈ চাইছিল।

খানবাহাদুৰ গুছি যোৱাৰ ফালে পিঠি দি আব্বাৰ আৰ্বি শ্লোক পাঠৰ দৰে পদ্যটো মনতে আওৰাৰ পিছতেই এটি মোজেজা ঘটিল। হঠাৎ দেখোঁ কঠিন, স্তব্ধ, বিবৰ্ণ দেৱালখন কুঁৱলিৰ দৰে নীলাভ হৈ এক অবিশ্বাস্য ৰ'দৰ তীব্ৰতাত মিলি গ'ল। ভাঁহি উঠিল হালধীয়া ৰঙৰ ফুলৰ হাবি, নবাবী মছজিদৰ গম্বুজ, হৰিণমাৰাৰ প্ৰসন্নময়ী হাইস্কুলৰ সম্মুখৰ ত্ৰিকোণীয় মুধচ, যাক হেড্‌মাষ্টাৰ বিষ্ণুচৰণ ৰায় চাৰে কৈছিল ইটালীয় স্থাপত্যৰ অনুকৰণ বুলি। 'লালবাগৰ হাজাৰ দুৱাৰী পেলেচ দেখিলে তুমি গম পাবা হুমায়ুন জাঁৰ অবিস্মৰণীয় কীৰ্ত্তি।' আচলতে মই তেতিয়া ষোল বছৰ বয়সৰ নিজৰ সেই শৰীৰটো দেখিবলৈ পাওঁ। মোৰ সেই মায়া-শৰীৰ দেখি বুজিব পাৰোঁ তাৰ দণ্ডিত ভবিষ্যত, তাৰ জঘন্যতম কাৰ্যকলাপ, হত্যাকাণ্ড, নাৰীক ভালপোৱা আৰু অবাধে ৰমণত লিপ্ত হোৱা সেই সময়, তাৰ ৰাজনৈতিক বিদ্ৰোহ, ধৰ্মক পদাঘাত কৰা নাস্তিক্য। সেই আটাইবোৰ সোঁৱৰণিৰ কুঁৱলিৰ মাজত বিলীন হৈ গৈছে। ঘন্টা বাজিছে। স্কুল ছুটিৰ ঘন্টা। ঘন্টা বাজিছে। বাৰু চৌধুৰীৰ হাতীৰ ডিঙিৰ ঘন্টা। নাঙঠ, অৰ্দ্ধ-নাঙঠ ল'ৰা-ছোৱালী আৰু সিহঁতৰ কৃষিজীৱী বাপেক-মাকহঁতে হাতীৰ পিছত ভীৰ কৰিছে। মোৰ অবোধ গ্ৰাম্য সৰলতাৰে ভৰা ষোল বছৰীয়া অন্তৰখন এক অজান আৱেগত ঘনে ঘনে শিহৰিত হৈছে। হাতীটো আঠু কাঢ়ি বহিল আৰু বাৰু মিএগ্রা দেৱানে মুখ টিপি হাঁহি ক'লে, আহ চফি। দুৰু দুৰু বুকুৰে মই হাওদাত উঠিলত বাৰু

মিঞাই মোক তেওঁৰ সম্মুখত বহুৱাই দি দুহাতেৰে সাৰটি ধৰিলে। মাউতজনে মুখেৰে কিবা-কিবি শব্দ কৰিলে। আৰু সেই বিশাল ক'লা জন্তুটো থিয় হ'ল। ধৰিত্ৰীয়ে যেন দল্-দোপ্, দল্-দোপ্ কৰিলে। মোৰ চকুৰ আগত টল্ বল্ কৰি থকা সেই পৃথিৱীখন, ইটালীয় স্থাপত্যৰ অনুকৰণ, মানুহৰ ভীৰ, হাই-উৰুমি, নবাবী মছজিদৰ গম্বুজ, জমিদাৰ বিজয়েন্দুনাৰায়ণৰ কণিষ্ঠ পুত্ৰ সৌম্যেন্দু নাৰায়ণ—যাক ক্লাছত আটায়ে হাবুল বুলি মাতিছিল, তাৰ তাচ্ছিল্যভৰা দৃষ্টিও কঁপিছিল আৰু দূৰলৈ আঁতৰি গৈছিল। বাৰু চাচাজীয়ে যেতিয়া সুধিলে, তোৰ ভয় লাগিছে নেকি চফি, মই উচ্চস্বৰে কওঁ, নাই লগা। তেতিয়া চাচাজীয়ে কয়, ভয় নকৰিবি। এইটো সেই হাতীটো নহয়। হৰিণমাৰা গাঁওখন পাৰ হৈ এইবাৰ এখন ঘন নীলা-ধূসৰ হাবি পোৱাত সুধিলোঁ, ক'লৈ যায়, চাচাজী? বাৰু চৌধুৰীয়ে ক'লে, নেচাৰৰ মাজলৈ। বাৰু চাচাই হাঁহিলে। চফি, এয়া কি দেখিছনে? বুলি কৈ হাওদাৰ কাষত থকা দীঘল বস্তুটো উলিয়াই আনিলে। এটা বন্দুক। লক্ষ্য কৰিলোঁ চাচাজীৰ পিন্ধনত হাফ পেন্ট, গাত ছাই বৰণৰ হাফ চাৰ্ট। মূৰত বেতৰ টুপি। মোৰ গাটো চিকেহি মাৰি উঠিল। মনত পৰিল, নবাবগঞ্জত থকা সময়ত ঠিক এনেকুৱা পোছাক পিন্ধা এজন মানুহ দেখি গাঁওৰ আটায়ে ঘৰ-বাৰী এৰি হাবি-বননিৰ মাজত লুকাইছিল। ইংৰাজ চৰকাৰৰ প্ৰতিনিধিক মানুহে ভয় নকৰি পাৰেনে!

বন্দুকৰ নলীটো আঙুলিৰে চুই চালোঁ। শীতকাল নহলেও বস্তুটো বৰ চেচাঁ। তাৰ পিছত সুধিলোঁ, আপুনি কেলেই এনে পোছাক পিন্ধিছে, চাচাজী?

বাৰু মিঞাই ঈষৎ হাঁহি ক'লে, শুনিছোঁ উলূৱনিৰ মাজত বাঘ আছে। কিন্তু বাঘতকৈয়ো ভয়ানক জন্তু কি জাননে? মানুহ।

আচৰিত হৈ সুধিলোঁ, কিয়?

আচলতে মানুহ সম্পৰ্কে তেতিয়াও মোৰ কোনো ধাৰণা নাছিল। বদুপীৰৰ সন্তান হিচাপে যিমান মানুহ লগ পাইছোঁ, সিহঁত বিনয়ী, নম্ৰ, মৃদুভাষী। হিন্দু হ'লে সিহঁতে হাত যোৰ কৰি 'আদব' বুলিছে আৰু মুছলমান হ'লে 'চালাম' অথবা 'আচ্চালাম আলাইকুম' বুলি সম্ভাষণ কৰিছে। মূৰত ৰঙা পাগুৰি মৰা খাকী পোছাক পিন্ধা পুলিচ দেখিছোঁ, দাৰোগা দেখিছোঁ। অইন মানুহৰ বাবে সিহঁত যিমানেই ভয়ঙ্কৰ নহওঁক, মই সিহঁতক কেতিয়াও ভয় কৰা নাই। কাৰণ সিহঁতৰ কিছুমানে আব্বাক নমস্কাৰ কৰিছিল আৰু তেওঁ জৰা-ফুকা কৰা পানী নি খাইছে। এই কাৰণেই মই বাৰু চাচাজীৰ কথা শুনি চমক খাইছিলোঁ।

উত্তৰত চাচাজীয়ে লাহেকৈ ক'লে, মই নবাব বাহাদুৰৰ দেৱান, জাননে? মহলে মহলে গৈ নায়েবহঁতৰ খাজনাৰ তহবিল জমা লওঁ। এই হাওদাৰ তলত সেই টকা-পইচাবোৰ আছে। সেইকাৰণে বাটত কেবাবাৰো ডকাইতে পাইছিল।

ঠিকেই, ডকাইতবোৰ যে বৰ সাঙ্ঘাটিক মানুহ মই জানিছিলোঁ। গতিকে মই মনে মনে থাকিলোঁ। এই প্ৰকাণ্ড ক'লা জন্তুটো আৰু এই হিম শীতল বন্দুকৰ নলী ডকাইতহঁতৰ বিৰুদ্ধে যথেষ্ট বুলি ভাবি সেই বিষয়ে চিন্তা কৰি মূৰ ঘোলা নকৰিলোঁ। ইতিমধ্যে দেখোঁ হাতীটোৰ সম্মুখত হলৌ পোছাক পিন্ধা, কঁকালত বহল বেল্ট আৰু

মূৰত পাগুৰি পিন্ধা এজন মানুহ। মানুহজনৰ কান্ধত এপাত যাঠি। তাৰ ম'হশিঙীয়া গোফ। তাক দেখুৱাই চাচাজীক সুধিলোঁ, সেইজন কোন, চাচাজী?

'চাতমাৰ'। চাচাজীয়ে ক'লে। সিহঁতক চাতমাৰ বোলে। তাৰ নাম কি জাননে? কাল্লু পাঠান। মই উল্লু পাঠান বুলি মাতোঁ। চাচাজীয়ে হাঁহিব ধৰিলে। লালবাগৰ পিলখানাত (হাতীশালত) তাৰ ডেৰা। সি যেনে মূৰ্খ তেনে বদমাইচ। তাৰ বিবি তিনিগৰাকী। সৰুজনীৰ বয়স মাত্ৰ বাৰ।

চাচাজীয়ে ইমান জোৰেৰে হাঁহিলে যে কাল্লু পাঠানে ঘূৰি থিয় দি ক'লে, হুজৌৰ?

কুছ নেহি! আগে চলো।

মই সুধিলোঁ, সি বাংলা কব পাৰেনে?

উত্তৰটো দিলে কাল্লুৱে নিজেই। বুজিলোঁ তাৰ শ্ৰৱণ শক্তি প্ৰখৰ।

সি হাঁহি ক'লে, কুছ কুছ পাৰো হুজৌৰ!

গঙ্গাৰ পাৰৰ এখন এঢলীয়া বহল পথাৰ। এটা ঠেক বাট নামি গৈছে সন্মুখৰ ফালে। দূৰলৈ চাই দেখোঁ নীল-ধূসৰ সেই উলূৱনি আৰু কুহুৱানি। এদিন তাৰ মাজেৰে আমি মৌলাহাটলৈ আহিছিলোঁ। চাচাজীক সেই ক'লা আৰু বগা জিনৰ কাহিনী ক'বলৈ মোৰ মন গৈছিল। কিন্তু সেই মুহূৰ্ততে চাচাজীয়ে লাহেকৈ সুধিলে, তই নোসোধনে চফি, হঠাৎ ক'ৰ পৰা কেনেকৈ আহি কিয় তোক এনেকৈ হাতীত তুলি লৈ আহিলোঁ?

তেওঁৰ ফালে ঘূৰিবলৈ চেষ্টা কৰি ক'লোঁ, হাতীৰ পিঠিত বহি ভাল লগা নাই। ইমান লৰচৰ কৰি থাকে!

আমাৰ দুয়োৰে প্ৰশ্নোত্তৰ সিদিনাখন এনেকুৱাই অসংলগ্ন আছিল। নে আমি ইজনে সিজনক সঠিক প্ৰশ্নৰ সঠিক উত্তৰেই দিছিলোঁ—নাজানোঁ। চাচাজীয়ে মাথোন কৈছিল, হুঁ। তোৰ ডাঙৰ ককায়েৰ ঘৰলৈ আহিছে, গম পাৱ নে?

চাচাজী, উভতি আহোতে আপুনি মৌলাহাট হৈ আহিলে নেকি?

চফি, তোৰ—মানে তহঁত দুই ভাই-ককাইৰ, নুৰুজ্জামান আৰু চফিউজ্জামানৰ চাদিৰ ইন্তেজাম হৈছে, জাননে?

চাচাজী, ককাইদেৱে দীঘল দাড়ি ৰাখিছে নিশ্চয়?

চফি, কথাবোৰ হাঁহি উৰুৱাই নিদিবিচোন। বাৰু চৌধুৰীৰ মাতটো ক্ৰমশঃ গহীন হৈছিল। মই দৰিয়াবানুক খুব বুজালোঁ। জানইতো তিৰোতাজনী বৰ গোঁৱাৰ। ককায়েৰৰ লগত ৰোজিৰ আৰু তোৰ লগত ৰুকুৰ বিয়া খাটাং হৈছে। অহা সাত আঘোনত বিয়া।

হাতীটোৱে এটি সৰু সুঁতি পাৰ হ'ল। কাল্লু পাঠানে কাপোৰ কোঁচাই, নাগৰা জোতাযোৰ খুলি এক হাস্যকৰ ভঙ্গিত সুঁতিটো পাৰ হ'ল। সিপাৰৰ ধাননিত হাউলি ধান দাই থকা দুজন মানুহে হাতীটো দেখাৰ লগে লগে শিলামূৰ্ত্তিৰ দৰে স্থিৰ হৈ থিয় হৈ ৰ'ল। এজাক বনৰীয়া হাঁহে সুঁতিটোৰ পৰা ঢপ্ ঢপ্ শব্দ কৰি কহুৱানিৰ ওপৰেৰে উৰি গভীৰ নীলা আকাশখনত মিলি যোৱাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে। কৰবাত এটি নিঃসঙ্গ হট্টিটি চৰায়ে চিঞৰিছে হট্টিটি......ট্টি, ট্টি, ট্টি...........ট্টি, ট্টি, ট্টি। মই মন

কৰিলোঁ নানাৰঙৰ নানান ঘটনাৰ দীঘ বাণিৰে বোৱা বাৰু চৌধুৰীৰ এই 'নেচাৰ'ক কিহবাই এক গভীৰ বিষাদেৰে ঢাকি দিছে। কুঁৱলিৰ দৰে বিস্তৃত সেই বিষাদ, হৰিণমাৰাৰ জমিদাৰবাৰীত বেউলা-লখিন্দৰৰ যাত্ৰাপালাৰ অনুষ্ঠানত শুনা চাৰু মাষ্টাৰৰ বেহেলাৰ দৰে এক কৰুণ হিয়া ভগা সুৰ। সেই অবিৰত ট্ৰি, ট্ৰি, ট্ৰি........ট্ৰি, ট্ৰি, ট্ৰি, হুট্ৰিট্ৰি চৰাইৰ মাততো নীলাকাশ ব্যাপ্ত শূন্যতাৰেই কণ্ঠস্বৰ নেকি?: আৰু সেই কাৰণেই কাল্লু পাঠানে পানীৰ সুঁতি পাৰ হোৱা দৃশ্য আৰু দুই অৰ্দ্ধনাঙঠ কৃষকৰ ভঙ্গিয়েও মোক হুহুৱাবলৈ ব্যৰ্থ হ'ল নেকি?

চাচাজীয়ে উৎকণ্ঠিত হৈ ক'লে,..........এয়া হব নোৱাৰে, চফি। তুমি পঢ়া-শুনা কৰিব লাগিব। হিন্দুসকলৰ লগত মুছলমানেও প্ৰতিযোগিতাত নামিব লাগিব। তুমি নিশ্চয় চাৰ চৈয়দ আহমদৰ বিষয়ে পাঠ্যপুথিত পঢ়িছা। যি সময়ত দেওবন্দে সৃষ্টি কৰিছে ছদ্মবেশী মগনীয়াৰ দল, আলিগড়ে সৃষ্টি কৰিছে নয়াজামানাৰ প্ৰতিনিধিসকল। কিয় ছদ্মবেশী মগনীয়া বুলিছোঁ, বুজিব পাৰিছনে চফি? তই মৌলানাঘৰৰ ল'ৰা। তই বুদ্ধিমান। তই বুজা উচিত, এনেদৰে অইনৰ দান-ভিক্ষা দুহাত পাতি লৈ জীয়াই থকাটো মনুষ্যত্বৰ অবমাননা। নুৰুজ্জামানক মই বুজাইছোঁ। তাক কৈছোঁ, এইটো ইছলামৰ আচল পথ নহয়। নুৰুজ্জামান বৰ তৰ্কবাগীশ হৈ উভতিছে। কথাই কথাই সি কোৰাণ হদিছ কোট্ কৰে। কিন্তু এইকণো নুবুজে, শিষ্যসকলৰ সেয়া ভক্তি নহয়, দয়াহে। চফি, তোৰ দেউতাৰইও এইটো বুজে। সেইবাবে তোক ইংৰাজী স্কুলত পঢ়িব দিছে। তোৰ দেউতাৰৰ মাজত অৱশ্যে খুব স্ব-বিৰোধ আছে। তেখেতেই কয়, হিন্দুস্থান হৈছে মুছলমানৰ 'দাৰুল হাৰাব' আকৌ তেখেতেই পয়গম্বৰৰ কথা আওৰায় ঃ 'উত্‌লুবুল ইল্‌মা অলাওকানা বিচ্ চিন।' এলেম বা শিক্ষাৰ প্ৰয়োজনত সুদূৰ চীন দেশলৈ যাব লগা হ'লেও গুছি যোৱা। চফি, নুৰুজ্জামানক লৈ মোৰ মূৰ-কামোৰণি নাই। তোক মই আৱিষ্কাৰ কৰিছো—তোক হেৰুৱাব নিবিচাৰোঁ। তোক লৈ মই লালবাগ চহৰলৈ পলাই যাম। নবাববাহাদুৰক কৈ তোক তেওঁলোকৰ 'নবাব বাহাদুৰ ইন্সটিটিউচন'ত নাম লগাই দিম। সেইখন তেওঁলোকৰ পাৰিবাৰিক স্কুল। বাহিৰৰ ছাত্ৰক তাত পঢ়িবলৈ দিয়া নহয়। তথাপি তেখেতক মই ৰাজি কৰাম। চফি, তই এতিয়াও নাবালক। বিয়া কৰালে তোৰ লিখা পঢ়া নহবই।

কহুৱানিৰ মাজৰ পৰা দুটা শামুকখোলা চৰাই উৰি গৈ এজোপা অকলশৰীয়া লঠঙা গছত পৰাত মই চিঞৰি উঠিলোঁ, চাচাজী! বন্দুকেৰে শামুকখোলা মাৰিবনে?

পিছত বুজিব পাৰিছিলোঁ, দেৱান আব্দুল বাৰি চৌধুৰীয়ে কিয় সিদিনাখন মোক হাতীৰ পিঠিত তুলি উলুৱনিৰ মাজলৈ লৈ গৈছিল। প্ৰকৃতি বিলাসী মানুহজনে প্ৰকৃতিৰ বুকুত গোপনে মোক কেইটামান কথা কব খুজিছিল। কিয়নো তেওঁ জানিছিল, একমাত্ৰ প্ৰকৃতিয়েই মানুহক প্ৰকৃত গোপনীয়তা দিব পাৰে।

কিন্তু ৰুকু অৰ্থাৎ দিলৰুখক সেই ষোল বছৰ বয়সতেই যে কিমান গভীৰ ভাবে ভাল পাইছিলোঁ, সেয়াতো বাৰু মিঞাই জনা নাছিল। প্ৰথমতে ময়ো জানিছিলোঁ জানো? হৰিণমাৰৰ কাজী হাচমৎ আলিৰ ঘৰত থাকি প্ৰসন্নময়ী হাইস্কুলত পঢ়োঁ।

তেওঁৰ দলিজ ঘৰত মোৰ থকাৰ ব্যৱস্থা। কাঠৰ বিছনা। তক্তা এখনৰ ওপৰত কিতাপ-পত্ৰবোৰ ৰাখোঁ। বেৰত মক্কা-মদিনাৰ ছবি আঁৰি থোৱা আছিল। যি স্বৰ্গীয় বাহনে পয়গম্বৰক সাতোখন আচমানৰ পিছত আল্লাহৰ সম্মুখত হাজিৰ কৰাইছিল, তাৰো এখন ছবি আছিল। বাহনখনৰ নাম বোৰ্ৰাখ। মুখখন সুন্দৰী নাৰীৰ, দেহটো পখীৰাজ ঘোঁৰাৰ। চুলিবোৰ ওলমি পৰা। সেই মুখনিৰ মাজত ৰুকুক আবিষ্কাৰ কৰিছিলোঁ। নিতৌ চাওঁতে চাওঁতে সেইখন ৰুকুৰ মুখ হৈ পৰিছিল। বুকুৰ মাজত আৱেগৰ প্ৰবল ঢৌ। এনে লাগে যেন কান্দোঁ। ৰুকুক চাবলৈ মই অস্থিৰ হৈ পৰিছিলোঁ। চট্ফটাইছিলোঁ। তাইক সপোনত দেখিছিলোঁ। দেখোঁ তাই মোৰ সতে কথা পতা নাই। খং আৰু বেজাৰত এনে লাগিছিল যেন খুব মাৰধৰ কৰোঁ। এনিশা দেখোঁ তাইক কবৰত শুৱাই দিয়া হৈছে। কোনে যেন ক'লে, চফি, তুমি শেষবাৰৰ কাৰণে চাই লোৱা। আৰু সি কবৰত শুৱাই থোৱা ৰুকুৰ মুখৰ পৰা কাপোৰখন গুচাই দিয়াত মই চীৎকাৰ কৰি উঠো। মোৰ কাষত শুইছিল হাচমৎ চাহাবৰ ল'ৰা, মোৰ সহপাঠী ৰবিউদ্দিন— তাৰ ঘৰত মতা নাম ৰবি। সি ক'লে, তোমাক জিনে লম্ভিছে। সদায় ৰাতি তুমি সপোন দেখি চিঞৰা। দেউতাৰাৰ পৰা তাবিজ লৈ আহা।

এই ৰবিয়েই মোক যৌনতা বুজাইছিল। প্ৰত্যেক নিশাই সি বাৰেভচহু অশ্লীল গল্প কৈছিল। মোৰ পুৰুষাঙ্গটো চোৱাৰ কাৰণে সি জোৰ কৰিছিল। বিফল হৈ তাৰ নিজৰটো মোক দেখুৱাইছিল। সি মোক জঘণ্যতম অনুৰোধ কৰিছিল। বৰ জোৰ কৰিছিল। এনিশা সাৰ পাই দেখোঁ মোৰ গুপ্তাঙ্গটো ধৰি সি কিবা কৰিব বিচাৰিছে। মই তাক ঢকা মাৰি দিলোঁ। সেয়াই প্ৰথম মই মানুহক শাৰীৰিক ভাবে আঘাত কৰিলোঁ। কিন্তু দিনৰ ভাগত ৰবি আছিল বেলেগ ধৰণৰ। স্কুলত হিন্দু ল'ৰাৰ সংখ্যাই সৰহ। সিহঁতৰ সতে মাথোন তাৰহে খুব হলিগলি। লাহে লাহে ৰবিৰ যোগেদি হিন্দু-ল'ৰাবোৰৰ লগত মোৰো মিলা-মিচা আৰম্ভ হৈছিল। ৰবিয়ে মোক প্ৰথমে বিড়ি হুপিবলৈ শিকায়। স্কুলৰ পিছফালে এটা জীৰ্ণ মন্দিৰ। বনৰীয়া ফুলৰ হাবিৰ মাজত থকা সেই কালিমন্দিৰৰ পিছফালে ৰবিয়ে বিড়ি হুপিবলৈ যায়। কেইজনমান হিন্দু ল'ৰাও যায়। দলবদ্ধভাবে বিড়ি হুপে। বাঘে যিদৰে এবাৰ মানুহৰ তেজৰ সোৱাদ পালে নৰখাদক হৈ উঠে, ময়ো তেনেদৰেই বিড়ি খকুৱা হৈ উঠিছিলোঁ। মাজে সময়ে ভাবি ভয় লাগিছিল, আব্বাৰ কোনোবা অনুগত জিনে যদি এই গোপন খবৰটো তেওঁক জনায়, মোৰ সৰ্বনাশ নিশ্চিত।.....

উলুৱনিৰ মাজেৰে সিদিনা বাৰু চাচাজীয়ে মোক ফুৰাই নি হাচমৎ চাহাবৰ পদুলি মুখত তুলি দিয়াত পৰিয়ালটোত মোৰ খাতিৰ বাঢ়ি গৈছিল। চাচাজী গুছি যোৱাৰ পিছত মোৰ বুকুৰ ভিতৰখনত ধুমুহা ববলৈ ধৰিলে। ৰুকুৰ লগত মোৰ বিয়া হ'ব? এয়া সঁচানে? ৰুকু মোৰ ঘৈণী হব, তাই মোৰ লগত শুব আৰু মই তাইক— এয়া সঁচা হব পাৰেনে?

সেয়া কাম নে প্ৰেম? ৰবিক সেই নিশা কথাটো কোৱাৰ লগে লগে সি উত্তেজিত হৈ উঠিছিল। সকলো ধৰণৰ যৌন-কৰ্ম সি মোক শিকাব খুজিছিল আৰু মই

আত্মসমৰ্পণ কৰিছিলোঁ। অলপ পিছতেই মই চঁক খাই উঠিলোঁ। লাজ-সঙ্কোচত মই জঁই পৰি গলোঁ। ৰুকুৰ লগত এইবোৰ অশালীন কৰ্ম কৰাৰ কথা ভাবিয়েই বেয়া লাগিল। অন্তৰেৰে মিনতি কৰি কলোঁ, ৰুকু! তই মোৰ মাৰ মুখত শুনা সেই গগণবিহাৰী পৰী। ৰুকু সেই পৰী। আকাশৰ দ্বিতীয় স্তৰ পৰীস্তানত তাইৰ ঘৰ। তাত জিলিকি আছে সহস্ৰ কোটি নক্ষত্ৰেৰে গঢ়া প্ৰলম্বিত ছায়াপথ।.........

খানবাহাদুৰ দবিৰউদ্দিন গুছি যোৱাৰ লগে লগেই যিখন মুক্ত পৃথিৱী দেখি মই দৌৰি গলোঁ, তাত মানুহৰ ডিঙিত ফাঁচিৰ জৰী লগোৱা নিষ্ফল। দবিৰউদ্দিনে মোলৈ কলিকতা উচ্চ ন্যায়ালয়ত আপিল কৰাৰ খবৰ আনিছিল। মই তাক মনে মনে গালি পাৰিলোঁ, চুৱৰৰ বাচ্চা! বৃটিছৰ ভৰি চেলেকা কুকুৰ! তই নাজান, মোক কোনোৱে ফাঁচিকাঠত ওলোমাব নোৱাৰে।

এই যে মুক্ত পৃথিৱীৰ চৌপাশে লৰি-ঢাপৰি ফুৰিছো, মোৰ ষোলবছৰীয়া জীৱনটো ঘূৰাই পাইছোঁ, এই স্বাধীনতা প্ৰকৃতিৰ পৰা মোৰ ভিতৰত সুমুৱাই দিয়া হৈছিল। খানবাহাদুৰ, তই এক নিৰ্বোধ চাটুকাৰ। তই যে খুব ধৰ্ম-ধৰ্ম কৰ, সেয়া তোৰ মাথোঁ চেলবেলনিহে। পয়গম্বৰৰ ল'ৰালিকালৰ এটি কাহিনী কৈছিল আব্বাই। শিশু পয়গম্বৰ তেতিয়া গৰখীয়া ল'ৰা। হঠাতে এদিন সেই উপত্যকালৈ নামি আহিল দুটি ফেৰেস্তা। দুয়োৱে শিশুপয়গম্বৰক চিৎ কৰি শুৱালে। তাৰ পিছত তেওঁৰ বুকুখন ফালি কলিজাৰ অসৎ টুকুৰাটো কাটি সৎ আৰু স্বৰ্গীয় টুকুৰা এটা জোৰা লগাই দিলে। এয়া এক শল্য চিকিৎসা। ফেৰেস্তাহঁত গুছি যোৱাত লগৰ গৰখীয়াহঁত আতঙ্কিত হৈ পয়গম্বৰৰ ধাইমাক বিবি হালিমাক খবৰটো দিলে। তেওঁ দৌৰি আহি দেখে ল'ৰাজন শুই আছে, বুকুত তিলমানো দাগ নাই। এই ঘটনাৰ নাম 'চিনা-চাথ' বা বক্ষ-বিদাৰণ। দেৱান আব্দুল বাৰি চৌধুৰীয়ে এটা প্ৰকাণ্ড জন্তুৰ পিঠিত তুলি নি কহুৱানিৰ মাজত যেন তেনেকুৱাই কিবা এটা কৰিছিল আৰু মোৰ কলিজাটো মোৰ আজ্ঞাতে সলনি হৈ গৈছিল। 'চিনা-চাথ' বুজি পাবলৈ মোৰ আৰু ত্ৰিশ বছৰ লাগিছিল। গমেই নাপালোঁ সিদিনাখনৰ পৰা মোৰ কি হৈ গ'ল; অথচ ৰবিউদ্দিনৰ লগত দিনে ৰাতিয়ে মাথোন ৰুকুৰ কথাকে পাতিছিলোঁ। কালিমন্দিৰৰ পিছফালৰ হাবিত বিড়ি হুপি হুপি কৈছিলোঁ, ৰুকুৰ লগত বিয়া হ'লে মই সেইবোৰ একোৱেই কৰিব নোৱাৰিম, ৰবি! আৰু ৰবিয়ে খেক্ খেক্কৈ হাঁহি কৈছিল, তোৰ দেউতাৰ হৈছে পীৰ মৌলানা মানুহ। এহাল জিন-পৰী পঠাই দিব আৰু সিহঁতে তোক হাতত ধৰি শিকাই-বুজাই দিব। তোৰ চিন্তা কিহৰ? হৰিণমাৰাৰ মুছলমানসকল হানাফি সম্প্ৰদায়ৰ। সিহঁতৰ কিছুমানে আব্বাক লৈ ঠাট্টা মস্কৰা কৰিছিল। ৰবিয়েও কৰিছিল। কিন্তু তাৰ দেউতাক খোদকাৰ হাচমৎ আলি আছিল আব্বাৰ অনুৰাগী। ওখ-পাখ মানুহজনৰ থুতঁৰিত ছাগলী-দাড়ি। মূৰত সকলো সময়তে ৰঙা টেমাটোৰ নিচিনা তুৰ্কী ফেজ টুপি পিন্ধিছিল। বিনয়ী, মৃদুভাষী এই মানুহজন প্ৰথম দিনাৰ পৰাই মোৰ প্ৰতি মৰমিয়াল আছিল। তেওঁৰ বংশ-পদবী আছিল খোন্দকাৰ। তেওঁ আছিল উচ্চবৰ্ণীয় আছৰাফ। তেওঁলোকক মুছলমানে মিঞা বোলে। হিন্দুসকলে অজ্ঞাতবশতঃ সকলো মুছলমানকে মিঞা বোলা দেখিছোঁ। বাৰু

চাচাজীয়ে কৈছিল, মিয়া বা মিঞা শব্দটো ফাৰ্চী। তাৰ অৰ্থ হৈছে মধ্য। অৰ্থাৎ সমাজৰ মধ্যত যিসকল আছে তেওঁলোকক মিঞা বোলে। কিন্তু জাননে চফি, এই মাজত থকা মানুহবোৰৰ নিচিনা বদমাইচ এই দুনিয়াত আৰু নাই। ইহঁতে চাৰিওফালে সুবিধা লৈ ফুৰে। এই যে 'খোন্দকাৰ' চাহাবক দেখিছ, তেওঁ মোক মানে, সমীহ্ কৰে। তাৰ কাৰণ কি জান? কহুৱানিৰ মাজৰ বান্ধটো বন্ধাৰ আবেদন যে নবাব বাহাদুৰে মঞ্জুৰ কৰিছে তাৰ গুৰিতে মই। আৰু খোন্দাকাৰে চোপ লৈ আছে দুখীয়া কৃষকবোৰে ইস্তাফা দিয়া খেতি মাটি সামান্য চেলামিতে লোৱাৰ ধান্দাত। বান্ধ হ'লে কহুৱানিৰ পথাৰত খেতি হ'ব। নবাবৰ খাজঞ্চিখানাও ভৰি পৰিব।

মাটি-বাৰী, খেতি-বাতিৰ কথা মই তেতিয়াও বুজা নাছিলোঁ। আব্বাই গৰ্ব কৰি কৈছিল, মাটি-বাৰীলৈ আমাৰ সংসাৰ নহয়। খোদাতালাৰ দুনিয়াত সকলো চিন্তা-ভাবনা বাদ দি যিসকল অকল মাটিৰ হিচাব-নিকাচত মগ্ন, সিহঁত গোনাহগাৰ— পাপী। সেই পাপৰ ফলতেই মুছলমানৰ বাদশ্বাহী বৰবাদ হৈছে। খোন্দকাৰ চাহাবে তেওঁৰ দাড়ি কোচা মুঠি মাৰি ধৰি হাতত লাঠি লৈ যেতিয়া পথাৰৰ আলিত থিয় হয়, তেতিয়া মই ভাবো, আব্বাই যদি দেখিলেহেঁতেন, কথাষাৰ তেওঁক সোঁৱৰাই দিলেহেঁতেন।

বাৰু চাচাজীয়ে মোৰ কাণত মন্ত্ৰষাৰি দি গুছি যোৱাৰ দিনচেৰেক পিছতেই দুখু নামৰ মানুহজন মৌলাহাটৰ পৰা আহি হাজিৰ। ক্ষীণকায় এই কৃষিশ্ৰমিকজন বৰ ৰসিক। সি যেতিয়া মিচিকিয়া হাঁহি মাৰি ক'লে, হুজুৰে আদেশ দিছে, মই সতৰ্ক হ'লোঁ। মোৰ মুখ শুকাল। লাহেকৈ কলোঁ, কেইদিনমান পিছত পূজাৰ বন্ধ হ'ব। তেতিয়া যাম।

দুখুৱে চকু নচুৱাই ক'লে, যেতিয়া যায় যাব। হুজুৰে কৈছে, আপোনাৰ আম্মাজানেও কৈছে— দঢ়াই দঢ়াই কৈছে, এবেলাৰ কাৰণে হলেও যাবই লাগিব। মোক আপোনাক ধৰি নিবলৈ হুকুম দিছে, বাপজী!

শৰৎ কালৰ আবেলি বাদশ্বাহী আলিৰ কাষত ক্লাছ ছিক্সৰ সহপাঠী কেইজনমানৰ লগত বহি আড্ডা মৰা অভ্যাস হৈছিল। ৰবি, কালিচৰণ, বিনোদ আৰু পোদো। পোদোৰ আচল নাম হৰেণ। তাৰ গাৰ বৰণ ক'লা। মাৰপিত কৰি ফুৰা তাৰ হবি। সি চকু পকাই ধৰিলে, চফিৰ দেউতাকক কবি গৈ, চফিয়ে বিয়া নকৰায়। চালা! নাকৰ শেঙুন যোৱা নাই, এতিয়াই মাইকীৰ লগত শুব!

কথাষাৰ শুনাৰ লগে লগে মই চঁক খাই উঠিলোঁ। ৰবিয়ে তেনেহলে কথাটো হুলিয়াজাৰি কৰিছে! সেইকালত স্কুলত পঢ়ি থকা অনেকেই বিয়া-বাৰু কৰায়। আনকি সিহঁতৰ লগৰীয়া বিনোদেও বিয়া কৰাইছে। তাৰ ঘৰ মৈৰাবাৰীত। বয়সত সি সকলোতকৈ ডাঙৰ। সি ফিচ্-ফিচাই হাঁহিব ধৰিলে। দুখুয়ো খুক্-খুকাই হাঁহিলে। সি ক'লে, বাপুকণ, তেনেকৈ ক'লেই হবনে? গোটেই গাঁৱত ঢৌ উঠিছে, পীৰচাহাবৰ ল'ৰাহঁতৰ বিয়া।

পোদোৱে মোৰ গুপ্তাঙ্গত খামোচ মাৰি ধৰি ক'লে, কি অই? বিয়া কৰাবি? ছিঙি পেলাম বাপ্পেকে— ক, কৰাবিনে?

মই জোৰকৈ মূৰ জোকাৰি তলমূৰ হৈ কলোঁ, নকৰাওঁ। দুখুৱে কথা বিষম দেখি গহীন হৈ ক'লে, সেইটো পিছৰ কথা। হুজুৰে মাতিছে যেতিয়া, ব'লক এবাৰ। মাজানে আপোনাৰ কাৰণে খুব কান্দি থাকে। আৰু আইমণি— তায়ো আপোনাৰ কথা কৈ কৈ খুব বেজাৰ কৰে।

হঠাতে মোৰ মনলৈ প্ৰশ্ন আহিল, ৰুকুৱে কিয় একো নকয়? কাৰো আগত একো নকয়? ৰাষ্টাৰ দুকাষে দূৰ দিগন্ত ব্যাপি সজাল ধৰা ধাননি পথাৰ। সাকোঁৰ ওপৰত আমি বহি আছিলোঁ। তলত স্থিৰ স্বচ্ছ পানী। আবেলিৰ হেঙুলী পোহৰত সকলোতে মাথোন মই ৰুকুৰ প্ৰতিচ্ছবি দেখিলোঁ। উত্তৰ ফালৰ গাৰোৱানহঁতে অলপ আগেয়ে সাকোঁৰ ওপৰেৰে গাড়ী চলাই গৈছে। সিহঁতৰ এজনৰ গান তেতিয়াও দূৰণিৰ পৰা ভাঁহি আহি আছিল। হৰিণমাৰাৰ জমিদাৰবাৰীৰ মন্দিৰত কাঁহৰ ঘণ্টা বাজিছে। মুছলমানপাৰাৰ পুৰণি নবাবী মছজিদৰ পৰা মোৱাজ্জিনৰ আজানৰ সুৰ ভাঁহি আহিছে। দুখুৱে লৰালৰিকৈ সাঁকোৰ তলৰ পানীৰে ওজু কৰি নামাজ পঢ়িবলৈ সাজু হ'ল। তাৰ বিস্মিত আৰু বিচলিত চাৱনি দেখি বুজিব পাৰিলোঁ, পীৰচাহাবৰ ল'ৰাক সি তাৰ কাষত নামাজ পঢ়া আশা কৰিছিল। শেষত হতাশ হৈ সি অকলে নামাজ পঢ়ি থাকিল। ৰবিয়ে সৰু মাতেৰে লগৰীয়াহঁতৰ লগত ৰুকু আৰু মোৰ বিষয়ে অশ্লীল কথা পাতি থাকিল। সেয়া কি অকল কামনা? সেয়া কি প্ৰেম? মোৰ চৌপাশে প্ৰতিবিম্বিত ৰুকুৱে হাত-বাউলি মাতিলে। তাইৰ চুলিৰ গোন্ধ পালোঁ। তাই কাষলৈ আহি থিয় দিয়াত তীব্ৰ ভাবে নাকত লাগিল সেই গোন্ধ। আৰু কিবা এক অজান ক্ষোভত জৰ্জৰিত হ'ল মোৰ সমগ্ৰ অস্তিত্ব। দুখুৱে নামাজ শেষ কৰি টুপিটো ভাঁজ কৰি ফটুৱাৰ জেপত ভৰাই মোৰ কাষলৈ আহিল। মই থিয় হ'লোঁ। ৰবিয়ে ক'লে, ৰাতিটো একেলগে থাকিবি। কালিচৰণ আৰু বিনোদে হো-হোকৈ হাঁহিলে। মাথোন পোদোৱে ক'লে, মৰিবি চফি, মৰি যাবি।

মৌলাহাট পোৱাৰ লগে লগেই দুখুৱে মোক পোনতে আব্বাৰ ওচৰলৈ নিব খুজিছিল। কিন্তু তেতিয়া এছাৰ নামাজ চলিছে। নামাজৰ প্ৰতি মোৰ মতি নোহোৱা হবলৈ ধৰিছে। দুখুৱে মছজিদ চৌহদত সোমাই চোতালৰ চৌবাচ্চাত ওজু কৰিবলৈ ব্যস্ত হোৱাৰ সুযোগত মই পলালোঁ। পোনে পোনে গৈ ঘৰ সোমালোঁ। মাতিলোঁ, মা! পিছমুহূৰ্ততে শুধৰাই মাতিলোঁ, আম্মা!

মাই এই মাত্ৰ বাৰাণ্ডাত নামাজ শেষ কৰি 'মোনাজাত'— কৰযোৰে প্ৰাৰ্থনা কৰিছে। অলপ আঁতৰত লেম এটা জ্বলি আছে। ৰান্ধনিঘৰৰ বাৰাণ্ডাত এটা লেমৰ কাষত বহি সৰু ককাইদেউ মণিয়ে মূৰটো লৰাই লৰাই আঙুলি চুহিছে। কোৱাৰিৰে লালটি বৈ আছে। তাৰ দাড়ি-গোফ গজিছে। সি মোক দেখা পাই অদ্ভুত গেঙণি মাৰি যেতিয়া মাতিলে, চফি! মই উচাপ খাই উঠিলোঁ। আব্বাৰ আজ্ঞাবাহী জিনবোৰে তেতিয়া হলে মণিককাইৰ ভিতৰৰ ক'লা জিনটো খেদিব পাৰিছে?

ঘৰৰ ভিতৰত দাদি-আম্মাৰ (আইতাৰ) মাত শুনিলোঁ। তেওঁ সুধিলে, কোন? নুৰু নেকি?

নহয় দাদি-আম্মা! মই।

চফি! পক্ষাঘাতগ্রস্তা বৃদ্ধাই প্রায় চিঞৰি উঠিল। তেওঁৰ কণ্ঠত আনন্দৰ জোৱাৰ। ঘৰৰ ভিতৰ সোমাই তেওঁৰ ভৰিত চুমা খোৱাৰ লগে লগেই তেওঁ মোক সাৱটি ধৰাৰ চেষ্টা কৰিলে। হাঁহি-কান্দি বুঢ়ী অস্থিৰ। তাৰ পিছত দেখোঁ দুৱাৰমুখত থিয় দি আছে এক ছায়ামূৰ্তি।

ছায়ামূৰ্ত্তিয়েই। মাক চিনিবই পৰা নাছিলোঁ। তেওঁ যেন মাৰেই বিকৃত এক প্ৰতিৰূপ। চকুহাল গাঁতলৈ সোমাই গৈছে। ডিঙিৰ হাড় ওলাই গৈছে। মাতটো দুৰ্বল। পিন্ধনত এখন অতি সাধাৰণ শাৰী। উঠি গৈ পদচুম্বন কৰাত তেওঁ মোক আকোৱালি ধৰিলে। মই অনুভৱ কৰিলোঁ মাৰ বুকুৰ স্পন্দন। তেনেতে দাদি-আম্মাই হাঁহি-হাঁহি ক'লে, তোমাৰ ল'ৰাৰ মুখত বদ্‌বু (দুৰ্গন্ধ), বোৱাৰী! সোধাচোন, সি স্কুলত বিড়ি-চিৰি খাবলৈ শিকিছে নেকি?

দাদি-আম্মাই খুব হাঁহিলে। মাই একো নকৈ মোক কাষৰ ঘৰলৈ টানি লৈ গ'ল। দেখিলোঁ ঘৰখন বহুত সলনি হৈছে। তক্তাৰ ওপৰত আব্বাৰ আৰ্বি-ফাৰ্চী কিতাপৰ দ'মটো নাই। তাৰ ঠাইত কেইটামান নতুন বাকচহে। কাঠৰ চালপীৰাখনো নতুন যেনেই লাগিল। আলনাত কেইখনমান নতুন শাৰী। মাই মোৰ হাতত ধৰি বিছনাৰ কাষলৈ নিলে। তেওঁ বিছনাত বহিল। চকুত চকুলো বিৰিঙিছে। শাৰীৰ আঁচলেৰে চকুলো মচি ক'লে, তয়ো মোক পাহৰি গ'লি, সোণ?

মনে মনে ক'লোঁ, পাহৰা নাই আম্মা! ফুটাই ক'লোঁ, স্কুলত পঢ়াৰ হেঁচা বাঢ়িছে।

অলপ পৰ মনে মনে থাকি মাই ক'লে, নুৰু আহিছে, খবৰ পাইছনে?

উঁ। বাৰি চাচাজীয়ে কৈছিল।

নুৰু 'ফাজিল' হৈছে। মাৰ মুখত ঈষৎ গৰ্ববোধ ফুটি উঠিল।

'ফাজিল' ইছলামী শিক্ষাৰ সৰ্বোচ্চ ডিগ্ৰী। কিন্তু মই তাচ্ছিল্য কৰি কলোঁ, তেতিয়াহলে ককাইদেৱে এইবাৰ খুব ফাজলামি কৰি ফুৰিব, চাবাচোন।

মাই ভৰ্ৎসনাৰ সুৰত ক'লে, ছিঃ ডাঙৰক অসন্মান কৰিব নাপায়।

কাকাইদেউ মছজিদত আছে হবপায়?

মাই মূৰ দুপিয়ালে। তাৰ পিছত মৃদু হাঁহি মাৰি ক'লে, তহঁত দুই ভাই-ককাইৰ বিয়াৰ ইন্তেজাম হৈছে। দৰিয়াবানুৰেই বৰ হাউচ। দেউতাৰেয়ো মত দিছে।

মাৰ এটা চকু আছিল ৰান্ধনিঘৰৰ বাৰাণ্ডাৰ ফালে। হঠাতে লৰালৰিকৈ উঠি গ'ল। দেখিলোঁ মণি ককাই লেমটোৰ ওপৰত হাউলি ফুৰাই আছে। মাই, 'অ'ই! অ'ই!' বুলি তাৰ পৰা লেমটো কাঢ়ি আনিলে। ইয়াৰ পিছত মই খুব আচৰিত হৈ দেখিলোঁ মাই মণিককাইক কান্ধত ধৰি টানি আনিছে। সি ঢলংপলং খোজেৰে আহি আছে। ঘৰত সোমায়েই সি মজিয়াত বহিল। তাৰ পিছত মোৰ ফালে চাই সি হাঁহিব ধৰিলে। মাই মোৰ কাষত বহি এটা পাতল হাঁহি মাৰি ক'ল, মণিৰ খানিকমান জ্ঞান হৈছে।

কিবা গুপুত কথা কোৱাৰ ভঙ্গিত মাই ফুচফুচাই ক'লে, খবৰদাৰ, তোৰ দেউতাৰে যাতে গম নাপায়। দৰিয়া আপাৰ কথা মতে খোৰা পীৰৰ মাজাৰত শৰাই আগবঢ়াইছিলোঁ। আৰু সেই কাৰণে আমাৰ মণি—

মা! প্ৰায় চিঞৰি উঠিলোঁ।

মাই ক'লে, চুপ! চুপ! বেৰৰো কাণ আছে।

আমি ফৰাজি নহয় জানো?

মাৰ মুখখন শেঁতা পৰি গ'ল। ওঠ বেকাঁ হ'ল। খঙেৰে ক'লে, ইমান দিন চাৰিওফালে পীৰৰ বিৰুদ্ধে জেহাদ কৰি এতিয়া নিজেই পীৰ সাজি বহিছে! মছজিদত ৰাতি জিন-পৰী আহি খিদমত কৰিছে। সেইবাবে হুজুৰ ঘৰলৈ নাহে। ফৰাজি! আহ্লে হাদিচ! লা মজহাৰি! মোহাম্মদি! তাৰ পিছতো হেনো ৱাহাবি! মুখত কিমান কি কথা। এইফালে—

হঠাতে মাই মোক দুহাতেৰে সাৱটি ধৰি উচুপি উঠিল। মই একো বুজিব পৰা নাছিলোঁ। অলপ পিছত সুধিলোঁ, তুমি কান্দিছা কিয়, আম্মা?

মাই চকু মোহাৰি থিয় হ'ল। ক'লে, আহ। কুৱাঁৰ পানী তুলি দিওঁ। মুখ-হাত ধুই ল!

মাই ওলাই যোৱাৰ পিছতো মই বহি আছোঁ। মই একো বুজিব পৰা নাই। তাৰ পিছত মণিককাইৰ ফালে মোৰ চকু পৰিল। সি মোৰ ফালেই চাই আছিল। মুখত তাৰ কিবা এটা অদ্ভুত হাঁহি। তাৰ পিছত সি তাৰ দুহাতৰ আঙুলিৰে মিথুন-সংকেট দেখুৱাব ধৰিলে। খৈৰাজোলৰ স্কুলত পঢ়োতে আবু নামৰ এজন সহপাঠীয়ে তেনে কৰা প্ৰথম দেখিছিলোঁ। মণিককাইৰ এনে কাণ্ড দেখি মই লাজ, খং, ঘৃণাত তৎক্ষণাৎ ওলাই গলোঁ।

চোতালৰ চুকৰ ভঙা কুঁৱাটো মেৰামতি কৰা হৈছে। লেমৰ অনুজ্জ্বল পোহৰত ঘৰটো নতুন যেন লাগিল। মাই নিজেই মোৰ হাত-ভৰি ধুৱাই দিলে। মাই ক'লে, দেখিছ কিমান গেন্ধাই ফুল ফুলিছে। এইবোৰ সকলো আইমণিৰ কাণ্ড। তই আহি পালিহিনে নাই অলপ আগেয়ে তাই খবৰ কৰি গৈছে। জাননে, তাইৰেই আনন্দ আটাইতকৈ বেছি। তাই কয়, পীৰচাহাবতো মছজিদতেই থাকিব। আমি ঢোল বজাম, নাচিম, গাম। পীৰচাহাবে শুনিলে শুনিব, তাতে কি হ'ল? আজো ককাৰ দিনৰ পৰা মৌলাহাটত যিবোৰ হৈ আহিছে, সেইবোৰ নহলে কেনেকৈ হব?

মাই অনৰ্গল এইবোৰ কথাকে কৈছিল। মই শুনিব খুজিছিলোঁ ৰুকুৰ কথা। ৰুকুৱে কি কয়? তাই আগৰ দৰে আমাৰ ঘৰলৈ আহেনে? ৰুকুৰ বাৰু স্ফূৰ্তি লাগিছেনে?

মাই সেইবোৰ একোৱেই নকলে। আচলেৰে মোৰ মুখ, হাত, ভৰি মচি দি মাই মোক কান্ধত ধৰি ঘৰৰ ভিতৰলৈ লৈ গ'ল। তাৰ পিছত বাহিৰত কোনোবাই গলগলীয়া মাতেৰে মাতিলে, আম্মাজী! মাতটো চিনাকি যেন লাগিল। আব্বাতকৈয়ো গম্ভীৰ আৰু প্ৰতিধ্বনিময় সেই কণ্ঠস্বৰ। সুধিলে, চফি অহা বুলি শুনিলোঁ, ক'ত সি? তাৰ পিছত দুৱাৰমুখত আগন্তুকক দেখি মই মুখ মেলি চাই থাকিলোঁ।

উজ্বল বগা মানুহজনৰ মুখত কিচকিচিয়া ক'লা দাঢ়ি। মূৰত ফেজ টুপি। গাত ঘি ৰঙৰ আচকান। ভৰিত নাগৰা জোতা। এইজনেই মোৰ ডাঙৰ ককাই নুৰুজ্জামান নে? মাই মোক হাতেৰে লাহেকৈ হেচুকি দি ক'লে, ককায়েৰৰ লগত আলিঙ্গন কৰিব লাগে, নাজাননে?

মই উঠাৰ আগেয়ে ককাইদেৱে মোক আলিঙ্গন কৰিলে। ক'লে, তু কিত্‌না বাঢ় গিয়া, শফি? তুম্‌কো হাম্ পেহচানতা ভি নেহি!

মাই কৃত্রিম খং দেখুৱাই ক'লে, সেই ভাষাত আৰু কথা-বতৰা নাপাতিবি, বোপা! শুনিলে মোৰ গা বিজ্‌বিজায়! নুৰুককায়ে হাঁহি হাঁহি ক'লে, মুছলমানৰ ভাষা, আম্মাজান! তাৰ পিছত মোৰ কাষত বহি সুধিলে, তই হেনো ইংৰাজী স্কুলত পঢ়িছ? আব্বাজানক সুধিলোঁ, ইয়ে ক্যা কিয়া আপনে? আব্বাজানৰ কথা মই নুবুজিলোঁ। কোনোবা এজন নবাববাহাদুৰৰ দেৱানে হেনো তেখেতক বুজাইছে, আব্বাজান তাৰ ফান্দত পৰিল। পিছে চফি, তোৰ চেহেৰাত হিন্দুৰ চাপ পৰিছে। তই স্কুলত চুৰীয়া পিন্ধ নে পাইজামা-কুৰ্তা পিন্ধ?

মই লাহেকৈ কলোঁ, হাফপেন্ট, হাফ চাৰ্ট পিন্ধিব লাগে।

নাউজুবিল্লাহ! নুৰুককায়ে ক'লে। সি হাঁহিলে। তোক আব্বাজানে—

নহয়। বাৰু চাচাজীয়ে কিনি দিছে।

উও কৌন? কোন তেওঁ?

মাই ক'লে, সেইজনেইতো দেৱান চাহাব। দৰিয়া আপা— মানে তহঁতৰ ভাবী শাহুৱেৰৰ দেওৰ তেখেত। হাতীত উঠি মহলে মহলে ঘূৰি ফুৰে। তেখেতক তই চিনি নাপাৱ, নুৰ! তেখেত ইংৰাজী পাছ পণ্ডিত। হিন্দুসকলেও তেখেতক বৰ সন্মান কৰে।

নুৰুককায়ে অলপ গম্ভীৰ হৈ ক'লে, তো ঠিক হ্যায়। নচিব আপনা-আপনা। আম্মাজান, ভোক লাগিছে। সোনকালে কিবা খাবলৈ দিয়া। বহু বছৰৰ পিছত আমি দুয়ো একেলগে বহি খাওঁ। দেওবন্দৰ মেহমানখানাৰ খানা খাই খাই আমুৱাইছে। চফি, তই হেনো কাৰোবাৰ ঘৰত 'জাইগিৰ' হৈ আছ?

মাই ক'লে, খোনকাৰ চাহাবৰ ঘৰত। খা-খবৰ লৈছোঁ, তেওঁলোক চৰিফ মানুহ। নুৰুকাই ক'লে, আল্লাহৰ দুনিয়াত চৰিফ-নীচ, আছৰাফ-আজলাফ একো নাই। সকলোৱেই আল্লাহতায়লাৰ বান্দা। ইছলামত ক'তো এনে কথা নাই! অকল হিন্দুস্তানলৈ অহা কাৰণেই মুছলমানক কুফৰি কালামে (নাস্তিক্যমূলক বিদ্যা) পাইছে। সকলো মানুহ সমান। আমি আটায়ে বনি-আদম (আদমৰ বংশধৰ)।

ইমান পৰৰ মূৰত নুৰু ককাইৰ এইষাৰ কথাহে মনত লাগিল। ........

বাৰু চাচাজীয়ে কৈছিল, 'ইছলাম ইজ দ্য দ্রাষ্টিক ফৰ্ম্ অব্ ক্রিষ্টিয়ানিটি' বুলি এষাৰ কথা আছে, জাননে চফি? গতিকে তোৰ ককায়েৰ মৌলানা নুৰুজ্জামান ইজ্ দ্য দ্রাষ্টিক ফৰ্ম্ অৱ ইওৰ্ ফাদাৰ মৌলানা বদিউজ্জামান। পিতৃ-নিন্দা শুনি খং কৰা নাইতো? নিন্দাৰ চলেৰে স্তুতি। অলঙ্কাৰ শাস্ত্রত ইয়াক কোৱা হয় ব্যাজস্তুতি। তোৰ পাঠ্যপুথিত জানো নাই ভাৰতচন্দ্রৰ সেই কবিতাটো— শিৱৰ ব্যাজস্তুতি?

হৰিণমাৰাৰ স্কুললৈ গৈ মোৰ এটা আহুকাল হৈছিল। আহুকালটো সৃষ্টি কৰিছিল বাৰুচাচাজীয়েই। আব্বাক জানিবলৈ দিয়া নাই যে আৰ্বি-ফাৰ্চীৰ সলনি মই সংস্কৃত লৈছিলোঁ। চাচাজীৰ কথা মতেই সেইটো কৰিছিলোঁ। তেওঁৰ কথাত সম্মতি নজনোৱাৰ কোনো উপায় নাছিল। তেওঁ মোক বশ কৰি পেলাইছিল। অৱশ্যে খোন্দকাৰ চাহাবৰ

ল'ৰা ৰবিয়েও সংস্কৃত লব লগা হৈছিল। কিয়নো প্ৰসন্নময়ী হাই স্কুলখন পতাৰ লগে লগেই আৰ্বি ফাৰ্চী শিকোৱা শিক্ষক নিযুক্তি দিয়াৰ প্ৰশ্নই নুঠে। তদুপৰি মুছলমান ছাত্ৰৰ সংখ্যাও তেনেই তাকৰ। মই ভৰ্তি হোৱাৰ বছৰত নবাববাহাদুৰৰ অৰ্থ সাহায্যত হিন্দু জামিদাৰ ৰায়চাহাবে প্ৰথম মৌলবী শিক্ষক নিযুক্তি দিয়ে। তেওঁৰ নাম আছিল জছিমউদ্দিন। ছাত্ৰসকলে নাম দিলে যাছু মৌলবী। তেওঁৰ বিষয়ে ছাত্ৰসকলে নানা কথা উলিয়াইছিল। মোক আৰু ৰবিক তেওঁ চকু পাৰি দেখিব নোৱাৰিছিল। পোদোক কিন্তু তেওঁ যম যেন দেখিছিল। তাৰ ভয়তহে কিজানি যাছু মৌলবীয়ে আব্বাৰ আগত আমি সংস্কৃত পঢ়াৰ কথাটো কবলৈ সাহস নকৰিলে।

দীঘল নাকৰ প্ৰহৰীজনে লোৰ বেৰখনৰ ফাঁকেৰে চাই মাতিলে, ছাব! মুহূৰ্ত্তে দেখিবলৈ পালোঁ মোৰ চৌপাশৰ ক'লা দেৱালখনে মোক ঘেৰি ধৰিছে। মূৰ তুলি দেখোঁ ওপৰত চিলিং। চেলৰ চুকত ক্ষীণ পোহৰৰ বিজুলী বাতি জ্বলিছে।

কুছ তক্‌লিফ্ হ্যায়, ছাব?

নাই ভাই!

সি আঁতৰি গ'ল। তাৰ বুটজোতাৰ শব্দ থামিল। মই আকৌ সম্মুখৰ দেৱালখনৰ ফালে চালোঁ। দেৱাল ভাঙি ওলাই আহিল চাতমাৰ কাল্লু পাঠান। তাৰ ডিঙিটো কটা। হো-হোৱাই তেজ ওলাইছে। তেজেৰে বুকু তিতি গৈছে। কটা শ্বাসনলীৰে বুৰবুৰণি তুলি তেজ ওলাইছে। সি মাতিলে, চফিচাব! তেজৰ বুৰবুৰণিবোৰ ক্ৰমশঃ মাৰ গৈ থাকিল। ঘৰ্ ঘৰ্ শব্দ।

ক কাল্লু!

চিতাৰা— চিতাৰাই মোক ক'লে—

কাল্লু পাঠানৰ বুকুত উপৰা উপৰিকৈ ঘূচিয়াই থাকিলোঁ। মোৰ হাতত তেজ লাগিল।

দীঘলনাকৰ প্ৰহৰীজনে মতা শুনিলোঁ, ছাব! ছাব!

ঘূৰি তাক দেখি স্থিৰ ভাৱে থিয় হৈ থাকিলোঁ। লাহেকৈ কলোঁ, ওঁ, একো নহয়। কৰবাত ঢংঢংকৈ ঘণ্টা বাজিল। ঘণ্টাধ্বনি ক্ৰমাৎ ক্ষীণ হৈ দূৰণিত মিলি গ'ল। লগে লগে ঘন আন্ধাৰে মোক ঘেৰি ধৰিলে। মূৰ তুলি দেখোঁ ৰাতিৰ আকাশত নক্ষত্ৰৰ জাক। গভীৰ নিস্তব্ধতা। সেই নিস্তব্ধতাই সামৰি থৈছে গছ-লতাৰ পৰা সৰি পৰা নিয়ৰ কণাৰ টুপ্ টুপ্ ধ্বনি। দূৰৈৰ ৰাজপথৰ প্ৰহৰীজনৰ হুছিয়াৰ ধ্বনি, কোনোবা চকিত কুকুৰৰ ভুক্‌ভুকনি— এই সকলোবোৰো শাৰদীয় দোভাগ ৰাতিৰ স্তব্ধতাই নিজৰ বুকুতেই সামৰি থলে। বাৰুচাচাজীয়ে কৈছিল, প্ৰকৃতি সৰ্বগ্ৰাসী।........

পোহৰৰ বিন্দুটো ক্ৰমশঃ স্পষ্ট হৈছিল আৰু মই মোৰ কান্ধত কাৰোবাৰ হাতৰ স্পৰ্শ অনুভৱ কৰিছিলোঁ। চকঁ খাই উঠি আৱিষ্কাৰ কৰিলোঁ নুৰুককাইক। মই তাৰ লগত মছজিদৰ ফালে গৈ আছোঁ। মছজিদৰ ভিতৰত সুদৃশ্য চীনা লেমটো দেখা গৈছে। মছজিদৰ চোতালত খোজ দি নুৰুককায়ে গল-হেকাৰি মাৰি উপস্থিতিৰ ইঙ্গিত দিলে। চোতালৰ চৌবাচ্চাৰ কাষৰ পৰা সহাঁৰি আহিল, নুৰুজ্জামান! চফি আহিছে?

জী হঁা।

আন্ধাৰত বিৰাট ওখ মূৰ্ত্তিটোৰ কাষলৈ গৈ পদচুম্বন কৰিলোঁ। সেইটোৱেই আছিল মোৰ বাবে অবিস্মৰণীয় এটি নিশা। সেই নিশাই জীৱনত প্ৰথম আৰু শেষবাৰৰ কাৰণে দেউতাই মোক বুকুত সাৱটি লৈছিল।

মছজিদৰ বাৰাণ্ডাৰ তলত জোতা খুলি থৈ আমি দুয়োৱে তেওঁক অনুসৰণ কৰিলোঁ। ভিতৰত লেমৰ পোহৰত এখনি মনোমোহা ফুলাম কাশ্মীৰী গালিছা দেখিলোঁ। আব্বাই গালিছাখনত বহি ক'লে, বহা। অলপ দূৰত্ব ৰাখি বহিব খুজিছিলোঁ। আব্বাই ক'লে, ইয়াতে বহা। দুয়ো গালিছাত বহিলোঁ। আব্বাৰ হাতত তচবিহদানা। তেওঁ চকুহালি মুদি ক'লে, তোমালোক দুয়োৰে বিয়াৰ ব্যৱস্থা কৰিছোঁ।

নুৰু ককায়ে আব্বাৰ মুখৰ ফালে চাই অকণমান হাঁহি লাহেকৈ ক'লে, জী! তাৰ এই 'জী' শব্দই সম্মতি সূচাইছিল।

আব্বাই মোক মাতিলে, চফিউজ্জামান!

জী? মোৰ এই 'জী' শব্দত প্ৰশ্ন আছিল।

আব্বাই চকু নেমেলাকৈ ক'লে, দেৱান চাহাব তোমাৰ বিয়া পতাত নাৰাজ। শুনিছো এই বিষয় লৈ দৰিয়া বিবিৰ লগত তেওঁৰ কাজিয়া হৈছে। দেৱান চাহাবে হেনো কৈ গৈছে, চফিউজ্জামানৰ লগত জীয়েকক বিয়া দিলে তেওঁ আৰু সেইখন ঘৰত কোনো দিনেই ভৰি নিদিয়ে।

নুৰুককায়ে কিবা এষাৰ কবলৈ মুখ মেলিছিল। কিন্তু নকলে। তাৰ মুখত কেইডালমান বেকাঁ ৰেখা বিৰিঙি উঠিল।

আব্বাই ক'লে, ইছলামত আছে, ল'ৰা-ছোৱালীৰ বিয়া বাৰু পাতি দিয়া মাক-বাপেকৰ কাৰণে ফৰ্জ (অৱশ্য পালনীয়)।

কথাষাৰ কৈ আব্বাই চকু মেলি মোৰ ফালে চালে। নুৰুককায়ে মোৰ ফালে চালে। লেমৰ পোহৰত তিনিখন মুখ পৰস্পৰৰ ফালে নিবদ্ধ। বাহিৰত দূৰৈত ৰাজপথৰ প্ৰহৰীয়ে দীঘল উকি মাৰিলে, হেই—ই—ই! জা—আ—গা! তাৰ পিছত আব্বাই মাতিলে, চফিউজ্জামান!

মই পুনৰ কলোঁ, জী! শব্দটো এইবাৰ নিৰৰ্থক এটা শব্দ মাথোন। গছৰ পাত সৰা, নিয়ৰ সৰা বা যিকোনো প্ৰাকৃতিক ধ্বনিৰ দৰে এটা ধ্বনি যাৰ এনে এক কঠিন নিজস্বতা আছে যে মানুহে তাক উপমা বা প্ৰতীক বা অইন কোনো ধৰণেই চৈতন্য সংক্ৰান্ত ব্যাখ্যাত পৰিণত কৰিব নোৱাৰে। সেয়া এক জড়ধ্বনি মাথোন। পানীলৈ কিবা দলিয়াই দিলে যি শব্দ হয়, তাক তুমি— হে নাক দীঘল প্ৰহৰী ভাই, পানীৰ আৰ্ত্তনাদ বুলিও ব্যাখ্যা দাঙি ধৰিব পাৰা। কিন্তু মোৰ সেই 'জী' শব্দটোৰ ক্ষেত্ৰত তেনে কোনো আৰোপিত ব্যাখ্যা নাই। অথচ মানুহৰ মূঢ়তা ইমানেই অবিমৃষ্যকাৰী, অসহায়তা তাৰ অস্তিত্বৰ এনেকুৱাই এক মৌল উপাদান— যাক সি মাতৃগৰ্ভৰ পৰা লগত লৈ আহে, সি সকলোকে চৈতন্যময় বুলি ভাবে। আজি মই অনিবাৰ্য্য মৰণৰ সম্মুখত থিয় দি আছোঁ কাৰণেই নহয়, এয়া যে এক নিজস্ব সাধিত পৰিণতি মোৰেই

অস্তিত্বৰ, লাহে লাহে বুজিছিলোঁ, এই বিশ্বব্ৰহ্মাণ্ডত জড় প্ৰক্ৰিয়াৰেই এক হঠকাৰী পৰিণাম হৈছে জীৱন নামৰ এটা ঘটনা— নিতান্ত এটা ঘটনা মাথোন।

এয়া চোৱা মোৰ গাৰ নোমবোৰ ডাল-ডাল হৈছে। ছল্লিশ বছৰ আগৰ এক শাৰদীয় দোভাগ ৰাতি মৌলাহাট গাঁৱৰ উত্তৰ মূৰত অৱস্থিত এটা প্ৰাচীন মছজিদৰ ভিতৰত লেমৰ পোহৰত কাশ্মীৰী গালিছাত বহি থকা লোকজন, যিজন পৰৱৰ্ত্তী কালত বদুপীৰ নামেৰে বিখ্যাত হৈছিল, যাৰ মাজাৰ পুণ্যস্থল বুলি বিবেচিত হৈছিল অথচ যিজন মানুহ এদিন পীৰতন্ত্ৰৰ বিৰোধী গোড়া ফৰাজি মৌলানা আছিল, তেওঁৰ 'চফিউজ্জামান' সম্ভাষণত এটা প্ৰশ্ন নিহিত আছিল। বিয়াত মোৰ সম্মতি থকা-নথকা জানিবলৈ কৰা প্ৰশ্ন।

কিন্তু মোৰ 'জী' শব্দটো তেওঁ, তেওঁৰ নিচিনা এজন বিচক্ষণ জ্ঞানী লোকে সাধাৰণ মূঢ়তাৰে মোৰ সম্মতি বুলি ধৰি ললে, যদিও মই সম্মতি বা অসম্মতি কোনোটোৱেই বুজাব খোজা নাছিলোঁ। কাৰণ তেতিয়া মোৰ দুকাষত থিয় হৈ আছিল দুজন মানুহ। বাৰু চাচাজী আৰু ৰুকু। মই ভাবি পোৱা নাছিলোঁ কাৰ ফালে যাওঁ— কোন মোৰ প্ৰিয়?

আইমণি আহি খুব পুৱাতেই মোৰ টোপনি ভাঙিলে। তাইৰ ৰূপ দেখি মই হতবাক! গোটেই দেহত তাই ৰূপৰ অলঙ্কাৰ পিন্ধিছে। ভাল দেখক বা নেদেখক কথা নাই, ৰঙীন শাৰী এখন পিন্ধিছে, কপালত কাছ পোকৰ টিপ। হাঁহিত তাইৰ গোটেই দেহটো কঁপি উঠিছিল। চফি আহিছা? সোণামুৱা আহিছা? এই বুলি কৈ তাই মোক হাতত ধৰি বিছনাৰ পৰা টানি তুলিলে। মোৰ বিয়া বন্দোবস্ত হোৱাত তাইৰ যে কিমান আনন্দ হৈছে তাকে বুজাবলৈ চেপা মাতেৰে অনৰ্গল বকি থাকিল। মই মনে মনে থাকিলোঁ। অথচ মোৰ ৰুকুৰ কথা জানিবলৈ প্ৰৱল ইচ্ছা হৈছিল। মাথোন মুখ মেলিব নোৱাৰিলোঁ।

অলপ পিছত আইমণিয়ে নিজেই ক'লে যে দুই বাই-ভনী পৰ্দাবন্দী। ঘৰৰ বাহিৰ হোৱা নিষেধ। সিহঁত যে বিয়াৰ কইনা। তদুপৰি গাঁৱত এতিয়া পৰ্দা মানি চলাৰ কটকটীয়া নিয়ম। এতিয়া হেনো আটায়ে ফৰাজি। আইমণিয়ে শেহত ক'লে, এতিয়া দৰিবিবিৰ ঘৰৰ মুৱা নহবাই। তুমি যে দৰা। সেইখন ঘৰৰ জোঁৱাই।

হঠাতেই এক তীব্ৰ অভিমানে মোৰ বুকুত খোপনি পুতিলে। আৰু সেই অভিমানে পিছদিনা পুৱা বেলি উঠাৰ পিছত মোক কবলৈ বাধ্য কৰিলে, আম্মা, মই আহিলোঁ। স্কুল খটি কৰিলে নাম কাটি দিব। মই ওলাই যোৱা দেখি মাই আৰ্ত্তনাদৰ সুৰত মাতিলে, চফি! চফি! মই উভতি নাহিলোঁ।

## সাত

# ঘোঁৰা আৰু তৰোৱাল

গাজি ছইদুৰ ৰহমানে তেওঁৰ দলিজ ঘৰৰ ওখ বাৰাণ্ডাত আৰামী চকী এখনত বহি ষ্টেটচ্‌মেন কাকত পঢ়ি আছিল। আগদিনাখন তেওঁ কলিকতাৰ পৰা আহিছে। কাষতে এখন টুলত আৰু কেইখনমান পুৰণি ষ্টেটচ্‌মেন থূপাই থোৱা আছে। ছইদুৰ ৰহমান হৰিণমাৰা অঞ্চলত বৰগাজি নামেৰে খ্যাত। তেওঁ জিলা বোৰ্ডৰ সদস্য। প্ৰসন্নময়ী হাইস্কুলৰ মেনেজিং কমিটিৰো তেওঁ এজন সদস্য। দক্ষিণৰ বাৰাণ্ডাখনত পুৱাৰ ৰ'দ হেলনীয়াকৈ পৰিছে। তেওঁৰ পিন্ধনত আলিগড়ী চুস্ত পাইজামা আৰু হলৌ কুৰ্তা, ভৰিত ধুনীয়া ৰঙা চেণ্ডেল। বৰগাজি ছৌখিন মানুহ। বৰ্ত্তমান তেওঁৰ পত্নী দুগৰাকী। বেগমদ্বয়ৰ সখীত্ব ইমান দিনলৈ টিকি থকা দেখি গাঁৱৰ মানুহ খুব আচৰিত। পিছে অতি সম্প্ৰতি সেই মধুৰ সম্পৰ্ক হেনো কোনো গোপন কাৰণত তিতা হবলৈ ধৰিছে। গাজি পৰিয়ালৰ চাকৰণী কুলচুমে ৰাজহুৱা পুখুৰী ঘাটত উলিয়াইছে, বৰগাজিয়ে সৰু বেগমক তালাক দিব। গাজিচাহাব কলিকতাৰ পৰা উভতি অহাৰ পিছত সেই চাঞ্চল্যকৰ ঘটনাটোৰ খবৰ শুনিবলৈ মানুহে কাণ থিয় কৰি আছে। শৰৎকালৰ এই ৰাতিপুৱা যিসকল মানুহে ৰাস্তাৰে অহা-যোৱা কৰিছে তেওঁলোক আটায়ে বৰগাজিক লক্ষ্য কৰি গৈছে। তেওঁৰ মুখমণ্ডলত পিছে এক বিৰাট গাম্ভীৰ্য্য। সেয়া ইংৰাজী খবৰৰ কাগজ পঢ়াৰ কাৰণে নে দাম্পত্য জীৱনৰ অশান্তি-জনিত, সেইটোহে বুজা কঠিন।

এনেতে বৰগাজিৰ ভায়েক সৰুগাজি মইদুৰ ৰহমান মছজিদৰ পৰা ফজৰৰ নামাজ পঢ়ি তামৰ প্ৰকাণ্ড বদনাটো হাতত লৈ ঘৰলৈ উভতিছে। তেওঁৰ পিন্ধনত লুঙি আৰু বগা পিৰহান। চুটি চুটি দাঢ়ি। দীঘল চুলি। ককায়েকৰ তুলনাত তেওঁ অলপ চাপৰ আৰু শকত-আৱত। তেওঁৰ ভৰিত স্থানীয় মুচিয়ে তৈয়াৰ কৰা কেঁচা চামৰাৰ জোতা। জোতাত ধূলি মাকতি আৰু লুঙিৰ তলফালে অসংখ্য বনগুটি লাগি আছে। বুজিব পাৰি তেওঁ নামাজ শেষ কৰি বাহিৰে বাহিৰে পথাৰলৈ খেতি চাবলৈ গৈছিল। সেই বাবে নিয়ৰত জোতা আৰু লুঙি তিতিছে।

সৰুগাজি চিৰিৰে উঠি বাৰাণ্ডাত অলপ পৰ থিয় হ'ল। তেওঁ কিবা এটা কবলৈ মুখ মেলিছিল। এনেতেই বৰগাজিয়ে কাকতত চকু ৰাখিয়েই বেঁকা হাঁহি মাৰি সুধিলে,

মদু, তই হেনো বদুপীৰৰ মুৰিদ (শিষ্য)হৈছ? সৰু গাজিৰ খং উঠিল। ক'লে, অ', হৈছোঁ।

শুনিছোঁ বদুপীৰে হেনো আচমানৰ পৰা জিন-পৰীবোৰ পৃথিৱীলৈ মাতি আনে!

সৰুগাজি জাঙুৰ খাই উঠিল। তই ইংৰাজী পঢ়িলেও তোৰ কথা-বাৰ্ত্তা নাদান লোকৰ দৰেই। বুজুৰ্গ মানুহৰ হকে-বিহকে বদনাম কৰিলে গোনাহ হয়, নাজাননে? সৰু গাজি উদাত্ত কণ্ঠে কৈ থাকিল। তই যাচোন এবাৰ। পীৰ চাহাবক চাই আহ। কথা-বতৰা পাতি চাবি।

বৰগাজিয়ে হাঁহিলে। ক'লে, ঠিক আছে মদু, তইতো পাঁচ ওৱাক্ত নামাজ পঢ়। বাৰু ক চোন ফৰাজিহঁতে পীৰ-তীৰক বিশ্বাস কেনেকৈ কৰে? কেনেকৈনো তেওঁলোক পীৰ হব পাৰে? আগেয়ে মোৰ কথা শুন! শুনিছোঁ সেই বদু মৌলানাই খেৰাডাঙ্গাত পীৰৰ থান ভাঙি আহিছে। সেই লৈ এক হুলস্থূল। শেষত তেওঁ খেৰাডাঙ্গাৰ পৰা পলাব লগা হ'ল। আৰু সেই একেজন বদু-মৌলানাই আজি পীৰ হৈ বহিছে! আৰু তহঁতৰ নিচিনা কিছুমান বুৰ্বকে গৈ তেওঁৰ পাগুৰিত ধৰি মুৰিদ হ'লি।

সৰুগাজি খঙত ৰব নোৱাৰি দলিজঘৰেৰে ভিতৰ সোমাল। ঠিক সেই সময়তে ৰাস্তাৰে গৈ থকা দুজন ল'ৰাই থমকি ৰৈ কথাবোৰ শুনি আছিল। চকু পৰিলত বৰগাজিয়ে সুধিলে, কোন অ' তহঁত?

ৰবিয়ে আদাব দি ক'লে, মই ৰবিউদ্দিন, চাচাজী!

অঁ। আৰু লগৰজন কোন?

ৰবিয়ে হাঁহি ক'লে, এইজন চফি! মৌলাহাটৰ পীৰচাহাবৰ ল'ৰা। বৰগাজি পোণ হৈ বহিল। তাৰ পিছত হোঁ-হোঁকৈ অট্টহাঁহি মাৰিলে। শুনিলা নেকি হে ল'ৰা? তোমাৰ দেউতাৰাৰেই নিন্দা কৰিছিলোঁ। মোৰ আকৌ খোলা-খুলিকৈ কথা কোৱা হেবিট। ৰবিকে সোধাচোন। নহয় নে ৰবি? ৰবিয়ে মাথোন খিক্‌খিক্‌কৈ হাঁহিলে। চফি মনে মনে থিয় হৈ থাকিল। বৰগাজিয়ে সুধিলে, কি নাম হেঁ তোমাৰ? অই ৰবি, তই কি নাম বুলি কলি জানোঁ?

ৰবিয়ে ক'লে, চফিউজ্জামান।

ইয়াত কি কৰে?

মোৰ লগতে পঢ়ে। আমাৰ ঘৰত 'জাইগিৰ' আছে।

ভেৰি ৱেল! কাম অন্ বয়, কাম হিয়াৰ! বৰগাজিয়ে হাত বাউল দি চফিক মাতিলে।

কিন্তু চফি ঠেহ পাতি থিয় হৈ থাকিল। ৰবিয়ে তাক ফুচফুচাই ক'লে, বৰগাজি! বৰ ডাঙৰ মানুহ। ব'লচোন।

তথাপি চফি নগ'ল।

বৰগাজিয়ে হাঁহি হাঁহি ক'লে, অল্‌ৰাইট্! কোৱাচোন— মোৰ এটা ঘোঁৰা আছে, ইংৰাজীত কি হ'ব? কোৱা, চাওঁ পীৰচাহাবৰ ল'ৰা হৈ কিমাননো শিকিছা। কোৱা, মোৰ এটা ঘোঁৰা আছে।

চফিয়ে লাহেকৈ ক'লে, মাই ....... মাই হেজ্ এ হ ..... হ ..... হ—

তুমুল অট্টহাঁহি মাৰি বৰগাজিয়ে ক'লে, এয়া কি অ'ৰবি? পীৰ চাহাবৰ ল'ৰাই এয়া কেনে ধৰণৰ ইংৰাজী শিকিছে? মাই হেজ নহয়— আই হেভ। মোৰ এটা ঘোঁৰা আছে— আই হেভ এ হৰ্চ। শুনা হেৰা পীৰচাহাবৰ ল'ৰা, মোৰ ওচৰলৈ সদায় ৰাতিপুৱা আহিবা। মই ইংৰাজী পঢ়ুৱাম। ৰবি, তই তেওঁক লৈ আহিবি। তয়ো পঢ়িবি। মৰ্ণিঙত মই ফ্ৰি থাকোঁ। - - -

চফি গোঁগোৱাই গুছি গ'ল। এক প্ৰচণ্ড পৰাজয়ৰ গ্লানিয়ে তাক উন্মাদ কৰি তুলিলে। তাৰ উপৰি অলপ আগেয়ে সেই মানুহজনৰ মুখত তাৰ পিতৃ-নিন্দা শুনিছে। ৰবিয়ে প্ৰায় দৌৰি গৈ তাৰ লগ ললে। সি তাক বুজাব খুজিলে, বৰগাজি মানুহজন তেনেকুৱাই। খুব ৰসিক আৰু শিশুসুলভ। চফি, তেওঁ এতিয়ালৈকে কেইবাৰ বিয়া কৰালে জাননে? এঘাৰবাৰ— আল্লাহৰ কছম। এতিয়া দুজনী ঘৈণীয়েক। তাৰে এজনীক এৰি দিওঁ এৰি দিওঁ কৰিছে। আচলতে সৰু বেগমজনী বৰ নীচ পৰিয়ালৰ জীয়ৰী। তাইৰ বাপেক হৈছে বিলপাৰৰ হোছেন কৰতীয়া। জঙ্গলত কাঠ কাটি ফুৰে। আৰু নচু— মানে তাৰ জীয়েক, এতিয়া বৰগাজিৰ সৰুজনী ঘৈণীয়েক, বুজিছনে— তাইৰো ওঠৰবাৰ বিয়া হৈছে। কাৰো ঘৰত থিতাপি নলয়। বিয়াৰ কেইদিনমানৰ পিছতেই মতাটোৰ বুকুত গোৰ মাৰি পলাই আহে। হোছেন কৰতীয়া আছিল আচলতে এজন মানুহ মৰা ডকাইত। তাৰ ভয়ত মানুহে বাপ-বাপ বুলি তালাক দিয়ে। এদিন কি হ'ল শুন; বৰগাজি ঘোঁৰাত উঠি কান্দুৰি গাঁৱৰ মেললৈ গৈছিল। যাওঁতে ৰাষ্টাত নচুক দেখিলে। তাৰ পিছত জানো কি হ'ল, হঠাৎ দেখোঁ নচু বলাই হাজীৰ কইনা হৈ আমাৰ গাঁৱত উপস্থিত। শেখপাৰাৰ বলাই হাজীক তই দেখা নাই। লুৰলুৰীয়া বুঢ়া। গাভৰু তিৰোতাজনী বাৰু বুঢ়াৰ লগত থাকে কেনেকৈ? এদিন বলাই হাজীয়ে হেনো বৰকৎ নামৰ তাৰ চাকৰজনৰ লগত নচুক পুঁজি-ঘৰত বেয়া অৱস্থাত দেখিলে। খেদা মৰাত নচু পলাল। তাই গৈ ক'ত সোমাল জাননে? বৰগাজিৰ ঘৰত। সন্ধিয়াহে বলাইৰ খং জামৰিল। চালা বুঢ়াই হাতত লেম এটা লৈ বৰগাজিৰ দুৱাৰমুখত ৰৈ নচুক কান্দি-কাটি মাতিবলৈ ধৰিলে। বৰগাজিয়ে ক'লে, হাজীচাহাব তুমি এতিয়া ঘৰলৈ যোৱা, মই তাইক বুজাই বঢ়াই পঠাই দিম যোৱা। কিন্তু ৰাতি গ'ল, দিন গ'ল, নচু আৰু উভতি নাহিল। বলাই হাজী গৈ নিতৌ কন্দাকটা কৰে। শেষত এদিন বৰগাজিয়ে ক'লে, হাজী চাহাব, যি বুজিলোঁ নচুৱে আৰু তোমাৰ ঘৰ নোসোমাব। তাইক বৰঞ্চ তুমি তালাক দিয়াই উচিত। বুজিলিনে চফি, বৰগাজি হৈছে এই অঞ্চলৰ মানুহ বাঘ। তেওঁৰ আগত পৰিলে ............। হিঃ হিঃ হিঃ

ৰবিয়ে খুব হাঁহিলে। নচু হৈ গ'ল নাচিমা বেগম। ভিকহুৰ জীয়েকৰ কপাল। এতিয়া মিএগ ঘৰৰ বেগম! এতিয়া শুনিছোঁ, বৰগাজিৰ ডাঙৰজনী ঘৈণীয়েক— তেওঁ আকৌ কোনোবা চাব ডেপুটি মেজিষ্ট্ৰেটৰ ভনীয়েক, তেওঁৰ লগত নচুৰ দিনে-নিশাই উখনা-উখনি চলিছে। নচুৱে কৈছে, তাই পৰ্দাৰ আঁৰত থাকিব নোৱাৰে। বৰগাজিয়েতো— (অশ্লীল শব্দ) পালেই খুচি। গালি-গালাজ নাপাৰে। পিছে সিদিনা অলপতে হেনো বৰগাজিয়ে তাইৰ কু-কৰ্ম দেখিলে।

ৰবিয়ে চফিৰ কাণৰ কাষলৈ মুখখন নি ফুচফুচাই ক'লে, বলাই হাজীৰ দৰেই বৰগাজিয়ে আজি কেইদিনমান আগেয়ে নচুক হাতে-লোতে ধৰিলে নহয়। মোমিনপাৰাৰ ৰুস্তলৰ লগত দিন দুপৰতে কুঁহিয়াৰতলীত— আল্লাহৰ কছম। বৰগাজি বন্দুক লৈ কুঁহিয়াৰতলীৰ চাৰিওফালে ঘূৰে আৰু গুলী চলায়। ৰুস্তল কোনোবা পলকত পুৰুৎকৈ ওলাই পলাল। নচুৱে ক'লে, মিঞা ঘৰৰ পায়খানাত অসুবিধা লাগে। অভ্যাস নাই হেনো। গতিকে কুঁহিয়াৰতলীত শৌচ কৰিবলৈ গৈছিল।

ৰবিয়ে চফিৰ ডিঙিত আকোৱালি ধৰি গৈ থাকিল। হাঁহিৰ কোবত সি হাউলি গৈছিল। অলপ পিছত সি আকৌ ফুচফুচালে, কছম ভাই— নচুক ময়ো এদিন— যেতিয়া তাই বলাই হাজীৰ ঘৈণীয়েক আছিল, তেতিয়া— কি? বিশ্বাস কৰা নাই?

চফি মনে মনে থাকিল। মাথোন এবাৰ ৰবিৰ ফালে চালে। ৰবিয়ে ক'লে, এদিন বহাগ মাহৰ দুপৰীয়া। খুব ৰ'দ। হাজী গৈছিল বিলৰ মাটিত বৰোধানৰ খেতি চাবলৈ। ঘৰত কোনো নাই। দুৱাৰমুখলৈ গৈ ডিঙি মেলি ভিতৰলৈ চাই দেখোঁ নচুৱে চিৎ হৈ শুই আছে। কপালত যি আছে বুলি সোমাই গলোঁ। অ' চফি ভাই! কি কম তোক? তাইৰ ওপৰত পৰিলোঁহি নে নাই, তাই মোক সাৱটি ধৰি কামুৰিব ধৰিলে। তাই এজনী ৰাক্ষসী, বেশ্যা, আল্লাহৰ কছম!

সিদিনাখন আবেলি স্কুল ছুটিৰ পিছত চফিয়ে বন্ধুসকলৰ লগত দলবান্ধি আহি থাকোতে পিছফালে ঘোঁৰাৰ শব্দ শুনিলে। দলটো ৰাষ্টাৰ দাঁতিত থিয় হ'ল। এটা ৰঙ-কজলা ঘোঁৰাত উঠি বৰগাজিয়ে সিহঁতৰ কাষেৰে গুছি গ'ল। পিন্ধনত ব্ৰিচেছ, ছাই ৰঙৰ চাৰ্ট, মূৰত এটা অদ্ভুত টুপি— কিতাপৰ ছবিত এজন ইংৰাজ চাহাবৰ মূৰত তেনেকুৱা টুপি চফিয়ে দেখিছে। সি অবাক হৈ চাই থাকিল।

স্কুলখন গাঁৱৰ বাহিৰত, পথাৰৰ দাঁতিত। একাষেৰে গৈছে বাদশ্বাহী আলি। প্ৰত্যেক দিনাই মিঞাপাৰাৰ ৰাষ্টাটোৰে চফি আৰু ৰবি স্কুলৰ পৰা উভতি আহে। সেইটো ৰাষ্টাতেই গাজিহঁতৰ বিশাল এমহলীয়া ঘৰটো। দলিজ ঘৰটো ৰাষ্টাতেই লগা। কিন্তু ইমান দিনে সি বৰগাজিক দেখা নাই বা লক্ষ্য কৰা নাই। আজি সেইখিনি পাই চাই দেখে বৰগাজি নাই। ওচৰৰ এডোখৰ মুকলি ঘাঁহনিত সেই ঘোঁৰাটো মানুহ এজনে চৰাইছে। ঘোঁৰাটো ভালকৈ নিৰীক্ষণ কৰিবলৈ চফি থিয় হ'ল। কিন্তু ৰবিয়ে তাক ৰৈ থাকিবলৈ নিদিলে।

সেই নিশা চফিয়ে ঘোঁৰাটো সপোনত দেখিলে। ঘোঁৰাটোৰ চকু দুটা বহল আৰু টিক্‌টিকিয়া ৰঙা। চকুত কাজল লগোৱা হৈছে। কিয় জানো, ঘোঁৰাটোক খুব বিষণ্ণ দেখা গৈছিল। ভাব হৈছিল তাৰ মনত খুব দুখ। তাৰ দুখ দেখি চফিৰ চকুলো ওলাব খুজিছিল।

এনিশা ঠিক এনেকৈয়ে চফিয়ে বাৰি মিঞাৰ হাতীটো সপোনত দেখিছিল। হাতীটোৰ বুকুৰ হাড় ওলাই পৰিছিল। ৰুগীয়া হাতীটো দেখি সি হুক্‌হুকাই কান্দিছিল। ৰবিয়ে জগাই দিয়াৰ পিছতো কিছুপৰ তাৰ বুকুৰ ভিতৰত কান্দোনৰ আৱেগ আছিলেই।......

স্কুলৰ পূজা-বন্ধৰ আগদিনা আবেলি চফিয়ে তাৰ বন্ধু-বৰ্গৰ সৈতে বাদশ্বাহী আলিৰ সেই সাঁকোখনৰ কাষত বহি আড্ডা মাৰি আছে। দিনান্তৰৰ কুৰঁলিসনা ধূসৰ পোহৰত চফিয়ে বৰগাজিক ঘোঁৰা চেকুৰাই অহা দেখিলে। বাৰিষাৰ বোকা শুকাই ৰাস্তাত অ'ত ত'ত ধূলি হৈছে। বহুদিন বৰষুণ হোৱা নাই। খেতিয়ক ৰাইজ চিন্তাত পৰিছে। বাম পথাৰবোৰ শুকালেই। বহুতে ডোবাৰ পানী সিঁচি ধাননি পথাৰত দিছে। বৰগাজিৰ ঘোঁৰাই ধূলি উৰুৱাই আহি সাঁকোৰ কাষতে ৰ'ল। চফিহঁতে কথা বন্ধ কৰি বৰগাজিলৈ চালে। বৰগাজি ঘোঁৰাৰ পৰা নামি ডোবাৰ কাষলৈ গ'ল আৰু ডোবাৰ পানী সিঁচি থকা খেতিয়কজনৰ লগত কিবা কথা পাতিলে। খেতিয়কজনে পানী সিচাঁ বন্ধ কৰি বৰগাজিক চালাম জনাই সম্ভ্ৰমেৰে কথা পাতিছে। চফিয়ে ঘোঁৰাটোলৈ চালে। এইটো সি সপোনত দেখা ঘোঁৰাটো নহয়। ঘোঁৰাটো বৰ তেজী আৰু খঙাল যেন লাগিল। মুখত লেকাম লগোৱা ঘোঁৰাটো লৰচৰ নকৰাকৈ থিয় হৈ আছে। ল'ৰাহঁতে এটা হেহঁনি শুনিবলৈ বিচাৰিছিল। কিন্তু ঘোঁৰাটো নিৰৱ। বৰগাজি ডোবাৰ কাষৰ পৰা ঘোঁৰাটোৰ ওচৰলৈ আহিল। লগে লগে ঘোঁৰাটো চঞ্চল হৈ উঠিল। এনে লাগিল, সি যেন বৰগাজিক পিঠিত লৈ কেইবা যোজন পথ দৌৰিবলৈ সাজু। ঠিক এই মুহূৰ্ত্তত চফিয়ে ভাবিলে, ইমান দিনে সি বাৰু মিএৱাৰ হাতীটোৰ নিচিনা এটা হাতীৰ আকাঙ্খা কৰিছে। কিন্তু হাতী নহয়, তাৰ যদি এনে এটা ঘোঁৰা থাকিলহেঁতেন! তাৰ দেহ ৰোমাঞ্চিত হৈ উঠিল। বুকুৰ ভিতৰৰ দমিত আবেগ উথলি উঠিল। বৰগাজি তেতিয়া তাৰ সম্মুখত। মুখত মিচিকিয়া হাঁহি। মূৰত চাহাবী টুপি, চাৰ্ট-ব্ৰিচেচ-বুটপিন্ধা, শগুণৰ ঠোঁটৰ দৰে বেঁকা নাক, চাতমাৰ কাল্লু খাঁৰ দৰে গোফ আৰু চুলি। তামবৰণীয়া এই মানুহজনৰ চকুৱে চকুৱে পৰাত চফিয়ে দৃষ্টি ঘূৰালে। বৰগাজিয়ে সুধিলে, তুমি মৌলাহাটৰ পীৰচাহাবৰ ল'ৰা নহয়নে? তাৰ পিছত পোদোৰ ফালে চাই সুধিলে, তুমি প্ৰহ্লাদ ঘোষৰ ল'ৰা —হুঁ , কি নাম আছিল জানো তোমাৰ?

তীখৰ, গোৱাঁৰ আৰু সাহসী পোদোৱে এখোজ আগুৱাই গৈ ক'লে, হৰেন্দ্ৰ কুমাৰ ঘোষ।

বৰগাজিয়ে আকৌ সুধিলে, আৰু সেইজন, সেইজন কোন অ'? চিনাকি চিনাকি লাগিছে যে?

ৰবিয়ে তপৰাই ক'লে, চমু। বৰৰায়বাবুৰ ল'ৰা, চাচাজী।

কি হেঁ? বৰগাজিয়ে চকুৰ ঠাৰেৰে ৰবি আৰু চফিক দেখুৱাই চমুক সুধিলে, তুমি আকৌ খেচেৰা গৰীয়াৰ দলত সোমালা কিয়?

সৌম্যেন্দুই হাঁহিলে। ক'ৰ পৰা আহিল গাজিজেঠা?

উত্তৰ নিদি বৰগাজিয়ে চফিৰ পিনে চাই সুধিলে, তোমাৰ নামটো কি আছিল জানো?

চফিয়ে গম্ভীৰ মুখেৰে ক'লে, চফিউজ্জামান।

ইন্দ্ৰাণীৰ কাচাৰীত দেৱানচাহাবক লগ পালোঁ, বৰগাজিয়ে ক'লে। তোমাৰ বিষয়ে সকলো ক'লে। শুনি ভালেই লাগিল। তুমি জানানে, দেৱান বাৰি চৌধুৰী মোৰ বুজম্ ফ্ৰেণ্ড্?

চফি বৰগাজিৰ ফালে চাই থাকিল।

বৰগাজিয়ে হাঁহিলে। হি ইজ্ ইয়োৰ গাৰ্জিয়ান। দিয়াৰফোৰ্ আই এম্ অল্‌চো ইয়োৰ গাৰ্জিয়ান। কিবা বুজিলানে। নে 'মাই হেজ এ হৰ্চ' বুজিলা? চফিৰ লগৰীয়াহঁতে খুক্‌খুকাই হাঁহিব ধৰিলে। চফিয়ে তলমূৰ হৈ আঙুলিৰে ঘাঁহ ছিঙিব ধৰিলে।

বৰগাজিয়ে ক'লে, দেৱান চাহাবৰ মুখত শুনিলোঁ, তুমি ইন্‌টেলিজেণ্ট ল'ৰা। কিন্তু ট্ৰেইনিঙৰ অভাৱত তোমাৰ এই অৱস্থা হৈছে। মোৰ ওচৰত ইংৰাজী শিকিবলৈ আহিব কৈছিলোঁ নহয়, অহা নাই কিয়?

ৰবিয়ে তপৰাই ক'লে, যাব। কাইলৈ ৰাতিপুৱা লৈ যাম।

বৰগাজি ঘোঁৰাটোৰ কাষলৈ গৈ ডিঙিত হাত বুলালে। তাৰ পিছত তেওঁ পিঠিত উঠিল। এতিয়াহে চফিৰ চকুত পৰিল যে ঘোঁৰাটোৰ পিঠিৰ জীনৰ কাষত এটা বাদামী ৰঙৰ ভেলভেটৰ খাপত তৰোৱাল এখন ওলমি আছে। বৰগাজি গুছি যোৱাৰ পিছত চফিয়ে লগৰীয়াহঁতক সুধিলে, বৰগাজিৰ ঘোঁৰাত তৰোৱাল কিয়?

সৌম্যেন্দু জমিদাৰ পৰিয়ালৰ ল'ৰা। সি ক'লে, আমাৰ দেউতায়ো ক'ৰবালৈ গ'লে লগত তেনেকুৱা এখন তৰোৱাল লৈ যায়। সেইখন দেখিলে তোমাৰ মূৰ ঘূৰাই যাব। প্ৰকাণ্ড! আমাৰ ককাদেউতাই সেইখনেৰে ডকাইতৰ লগত যুঁজিছিল!

ৰবিয়ে ক'লে, অই চমু! চফিক এবাৰ তহঁতৰ হলঘৰটো দেখুৱাই আনিম। কেতিয়া যাম ক?

সৌম্যেন্দুৱে ক'লে, পূজাত যাবি। অষ্টমীৰ দিনা ৰাতি। এশ আঠোটা পঠা বলি দিয়া দেখিবি।

ধূৰ! ৰবিয়ে ক'লে। সেইবোৰ নহয় অ'। তহঁতৰ হলঘৰটো দেখুৱাব কৈছোঁ। জান চফি? কিমান যে হৰিণৰ মূৰ, বাঘ, হাতীৰ মূৰ। হায় আল্— কৈয়েই সি নিজকে সংযত কৰিলে। আল্লাহ বা খোদা বুলি সি তাৰ হিন্দু বন্ধু-বান্ধবৰ আগত উচ্চাৰণ নকৰে।

পোদোৱে ''হে-হেঁ কৈ হাঁহি ক'লে, চালা গৰীয়াৰ পোৱালি! কথাই কথাই আল্লাহতাল্লাহ।

বিনোদে হাঁহি হাঁহি ক'লে, বাপ্‌ৰে, বৰগাজি কি বস্তু ভাই! নিজে মুছলমান হৈয়ো ৰবি আৰু চফিক দেখুৱাই কি কৈ গ'ল শুনিলিনে? কয় খেচেৰা গৰীয়া! কালিচৰণে সুধিলে, কি অ' ৰবি? তহঁতক তেনেকৈ কিয় কয়?

সৌম্যেন্দুৱে ক'লে, মুছলমানে গৰু খায় যে।..........

পিছত ৰবিয়ে চফিক মনে মনে কৈছিল, হিন্দুৰ সকলো কথা ভালেই। মাত্ৰ এই এটা বস্তু বৰ বেয়া লাগে। ধেমালিতে হওক বা যিয়েই হওক, গৰু খোৱা বোলা, নীচ মেলেচ বোলা— এইবোৰ কিন্তু সহ্য নহয়। একোবাৰ ভাবোঁ সিহঁতৰ লগ নহওঁ। কিন্তু তই কাৰ লগ হবি কচোন? শেখপাৰাৰ ল'ৰামখাৰ লগত? সকলোবোৰ দুখীয়া গৰখীয়াৰ দল। সিহঁতৰ কেৱল গৰু-গাই আৰু খেতি-বাতি সম্পৰ্কে সেই একঘেয়া কথা!

ৰবিয়ে এইবোৰ এতিয়া ক'লে কি হ'ব, আবেলি হলেই সি হিন্দুপাৰালৈ ল'ৰ মাৰে। প্ৰথমে পোদোক লগ ধৰে। তাৰ পিছত ভঙা শিৱমন্দিৰৰ চোতালত অলপ পৰ অপেক্ষা কৰিলেই বিনোদ, কালিচৰণ আহি হাজিৰ। এতিয়া জমিদাৰবাৰীৰ ল'ৰা সৌম্যেন্দুয়ো সিহঁতৰ লগ লৈছে। দল বান্ধি সিহঁত ৰাওনা হয় বাদশ্বাহী আলিৰ ফালে।

চফিৰ কিন্তু অকলশৰীয়া হৈ থকাৰ খুব ইচ্ছা। ৰুকুৰ লগত তাৰ বিয়াৰ কথা শুনাৰ পিছৰ পৰাই সি অকলশৰীয়া হৈ সেইবোৰ কথাই ভাবিবলৈ ইচ্ছা কৰে। কিন্তু ৰবিয়ে তাৰ লগ নেৰেই। সি ৰবিক পাত্তা নিদিও নোৱাৰে। সিহঁতৰ ঘৰত যে সি "জাইগিৰ" আছে। এক আনুগত্যবোধে চফিক বশীভূত কৰে।

পূজাৰ বন্ধ যে এনে ধৰণে ঘোষণা কৰা হয় চফিয়ে নাজানিছিল। খৈৰাডাঙ্গা আছিল মুছলমান প্ৰধান গাঁও। তাত আছিল মাদ্ৰাছা স্কুল। হৰিণমাৰা হিন্দু প্ৰধান গাঁও। গণ্ডাই গণ্ডাই জমিদাৰ। আটাইবোৰেই ব্ৰাহ্মণ। প্ৰসন্নময়ী হাইস্কুলৰ পূজাৰ বন্ধ ৰাতিপুৱা ঘোষণা কৰে। সেইটোও চফিয়ে নাজানিছিল। এদিন দোকমোকালিতে ৰবিয়ে তাক লৰালৰিকৈ চাৰ্ট-পেন্ট পিন্ধি স্কুললৈ যাবলৈ ওলাবলৈ কোৱাত সি আচৰিত হ'ল। স্কুল পাই সি আৰু আচৰিত হ'ল। স্কুলৰ সম্মুখত ছাত্ৰসকলে দেৱদাৰু গছৰ পাতেৰে তোৰণ সাজিছে। বাৰণ্ডাৰ খুটাতো দেবদাৰু গছৰ পাত, পদুম ফুল, জবা ফুল আদি বিবিধ ফুল যেনি-তেনিকৈ আঁৰিছে। স্কুলৰ হলঘৰত সোমাই পোৱা ফুলৰ তীব্ৰ গোন্ধে চফিক চঞ্চল কৰি তুলিলে। মুহূৰ্ত্তে তাৰ মনত প্ৰশ্ন জাগিল, হিন্দুসকলে কিয় বাৰু ফুল ইমান বেছি ভাল পায়? তাৰ মৌলানা দেউতাকে মুৰিদসকলৰ আগত ওৱাজ-নচিহতৰ সময়ত কয়, আমাৰ হজুৰ মুহম্মদ 'চাল্লাল্লাহ আলাইহেচাল্লামে' কৈছে, হে মোমিনবৃন্দ! দিনটোত যদি দুপইচা আয় কৰা, তাৰ এপইচাৰে ৰুটি কিনিবা আৰু এপইচাৰে ফুল কিনিবা। আমাৰ ৰচুলে কৰিমে (চাঃ আঃ) ফুল ভাল পাইছিল। খুছবু ভাল পাইছিল। চফিৰ আকৌ মনতে প্ৰশ্ন জাগিল, তথাপি ফুলৰ সৈতে মুছলমানসকলৰ মধুৰ সম্পৰ্ক নাই কিয়? হিন্দুসকলেই বা ফুল ইমান ভাল পায় কিয়? হৰিণমাৰালৈ অহাৰ পিছত জীৱনত প্ৰথমবাৰৰ কাৰণে ইমান বেছি হিন্দু মানুহ সি লগ পাইছে। হিন্দুৰ ঘৰত— লাগিলে তেওঁ দিনহাজিৰা কৰা মানুহেই হওঁক, চোতালৰ আগত এজোপা ধুনীয়া ফুলৰ গছ থাকিবই থাকিব। এই শৰৎ কালৰ পুৱা-গধূলি হিন্দুপাৰাৰ মাজেদি গ'লে শেৱালি ফুলৰ কোমল মিঠা সুবাসে চফিৰ মন মাতাল কৰি তোলে। সেই শেৱালিফুলৰ মালাৰে সজোৱা হৈছে হল ঘৰটোৰ কাঠৰ দেৱালবোৰ। বিচিত্ৰ ফুলৰ সুবাসে চফিক আজিৰ দৰে কাহানিও মতলীয়া কৰা নাছিল। তাৰ অৱস্থাটো একধৰণৰ ৰাগী লগা মানুহৰ দৰে হৈছিল। সৌম্যেন্দুৱে আহি তাৰ কান্ধত হাত নিদিয়া হলে এই সুগন্ধিৰ ভিতৰত যেন ঘণীভূত হৈ গ'লহেঁতেন তাৰ সত্তা। সি উচপ খাই সৌম্যেন্দুৰ ফালে ভেবা লাগি চাই ৰ'ল। সৌম্যেন্দুৱে সোণৰ বুটাম লগোৱা ধকধকীয়া ফুল চাৰ্ট আৰু চুৰীয়া পিন্ধিছে। চাৰ্টটোৰ নিম্নাংশ চুৰীয়াৰ ভিতৰত গুঁজি লৈছে। ৰামকৃষ্ণ ভূগোল-চাৰৰ দৰে। ৰামকৃষ্ণ চাৰে বাৰমাহে চুৰীয়াৰ ভিতৰত চাৰ্ট গুঁজি কোট পিন্ধি স্কুললৈ আহে। চফিয়ে দেখিলে সৌম্যেন্দুৰ হাতৰ খাৰু গাঁঠিত এডাল

শেৱালি ফুলৰ মালা। কপালত এটা ৰঙা ফোট। সি সুধিলে, তুমি অকলে থিয় হৈ আছা কিয়, চফি? চফিয়ে হাঁহি ক'লে, এনেয়ে। সৌম্যেন্দুৱে তাৰ কান্ধত ধৰি স্কুল ঘৰৰ বাহিৰলৈ লৈ গ'ল। স্কুলৰ কাষৰ কৰবীফুলৰ হাবিত সোমাই চফিয়ে দেখিলে ৰবি, পোদো, বিনোদ আৰু কালিচৰণে বিড়ি হুপি আছে। তেনেতে সৌম্যেন্দুৱে জেপৰ পৰা এটি বিস্ময়কৰ বস্তু বাহিৰ কৰিলে। এক পেকেট ছিগাৰেট! আটাইকেইজন আচৰিত হৈ গ'ল। সৌম্যেন্দুৱে প্ৰত্যেককে একোটাকৈ ছিগাৰেট বিলালে। চফিয়ে বাৰু চাচাজীক ছিগাৰেট খোৱা দেখিছে। ছিগাৰেটৰ গোন্ধ তাৰ ভাল লাগে। জীৱনৰ প্ৰথমটো ছিগাৰেট হুপি কিন্তু চফিৰ মজা নালাগিল। সি ৰবিৰ লগত বিড়ি হুপিবলৈ শিকি গৈছে। ছিগাৰেটতকৈ বিড়িৰেই বেছি সোৱাদ যেন লাগিল তাৰ। কিন্তু ছিগাৰেট সামান্য বস্তু নহয়— দামীও। তাতোকৈ ডাঙৰ কথা, সৌম্যেন্দুৱে চেনেহ কৰি মাতি আনি তাক ছিগাৰেট যাচিছে। সি হাঁহিমুখে হুপি থাকিল।

চফিয়ে সেই প্ৰথম অনুভৱ কৰিলে, এই পৃথিৱীৰ বুকুত নিতৌ অলেখ সুন্দৰ সুন্দৰ ঘটনাও ঘটিব লাগিছে। আচৰিত কৰি দিব পৰা ধৰণৰ সুখৰ মুহূৰ্ত্তও আছে। সেই প্ৰথমবাৰ তাৰ ধাৰণা হ'ল, এই পৃথিৱীৰ বুকুত এনে বহুত বস্তু আছে, যাৰ তুলনাত সি মাক-বাপেকৰ মুখত শুনা বেহেস্তৰ জিনবোৰো হয়তো তুচ্ছ। ইয়াৰে অহাৰ পিছত চফিক কোনোৱে আগৰ নিচিনাকৈ পীৰচাহাবৰ ল'ৰা বুলি আপুনি সম্বোধন নকৰে। কোনোৱে সম্ভ্ৰমেৰে বাট এৰি ৰাস্তাৰ দাঁতিত থিয় নহয়। জীয়ৰী-বোৱাৰীহঁতে ওৰণিৰ আঁৰেৰে তাৰ ফালে চাই নাথাকে। স্কুলৰ শিক্ষকবোৰেও তাক বেলেগকৈ পাত্তা নিদিয়ে। এদিনতো পদ্য মুখস্থ মাতিব নোৱৰাত সি বেঞ্চৰ ওপৰত থিয় হব লগাও হৈছিল। তীব্ৰ অভিমানত সি কান্দিছিল। ভাবিছিল, সিদিনাই সি মৌলাহাটলৈ পলাই যাব। কিন্তু সিদিনা শ্ৰেণীৰ কোনোৱেই পদ্য মুখস্থ মাতিব নোৱাৰিলে। হৰিপদ মাষ্টৰৰ মাতটো গলগলীয়া। ল'ৰাহঁতৰ অৱস্থা দেখি তেওঁ হোঁ হোঁকৈ হাঁহি কৈছিল, চিট ডাউন! চফি নবহা দখি তেওঁ ৰুদ্ৰমূৰ্ত্তি ধৰি চিঞৰিছিল চিট— ডাউন! তেতিয়াহে চফি বহিছিল। তাৰ পিছত শিক্ষকজনে মিচিকিয়া হাঁহি মাৰি সুধিছিল, তুমি সেই পীৰচাহাবৰ ল'ৰা নহয়নে? পিছত ৰবিয়ে চফিক ফুচফুচাই কৈছিল, হৰিমাষ্টাৰৰ জীয়েক বাণীক ভূতে ধৰিছে। তোৰ দেউতাৰৰ পৰা আমাৰ দেউতাই তাবিজ আনি দিছে। হৰিমাষ্টৰে দেউতাক কথাটো কাকো নকবলৈ কৈছে। মানুহে গম পালে এঘৰীয়া কৰিব। চফিয়ে সুধিছিল, কিয়? খৈৰাডাঙ্গাৰ যিখন থান দেউতাই ভাঙিলে, তাততো হিন্দুসকলেও নৈবেদ্য দিছিল! ৰবিয়ে কৈছিল, ধূৰ বুৰ্বক! সেয়া যে থান। হিন্দুসকলে টিপ-চিপ দেখিলেই সেৱা কৰে। আৰু তোৰ দেউতাৰ যে মানুহ পীৰ! ......

পূজাৰ বন্ধ ঘোষণা কৰাৰ পিছত স্কুলৰ পৰা উভতি আহোতে ৰাষ্টাতেই চফিক বৰগাজিয়ে পালে। দলিজঘৰৰ বাৰাণ্ডাখনৰ মাজৰছোৱা গোলাকাৰ হৈ মুকলি আকাশৰ ফালে ওলাই থকা। তাতে দুশাৰী অৰ্দ্ধবৃত্তাকাৰ পকী বেঞ্চ। সেই বেঞ্চত বহি বৰগাজিয়ে পুৰণি ষ্টেট্‌চ্‌মেন কাকত পঢ়িছিল— ৰবিৰ মতে, সেয়া মানুহক দেখুওৱা ঢংহে মাথোন।

ৰবি বেগাই গুছি গ'ল। কিন্তু বৰগাজিৰ মাতত চফি বৈ ৰৈ গ'ল। বৰগাজিয়ে মাতিলে, কাম্ অন্ মাই বয়! কাম্ অন্!

যাওঁ-নাযাওঁকৈ চফি বৰগাজিৰ কাষলৈ গ'ল। বৰগাজিয়ে ক'লে, চিট্ ডাউন্! চফিক কাষতে বহিবলৈ ক'লে। চফি বহিল।

বৰগাজিয়ে সুধিলে, স্কুলৰ পূজা ভেকেচন হ'লনে?

জী।

বৰগাজিয়ে হাঁহিলে। পীৰ চাহাবৰ ল'ৰা কাৰণে 'জী' কৈছা! ভেৰি ৱেল! মই পিছে তোমাৰ দেৱান চাহাবতকৈও একাঠি চৰাহে দেই। 'জী'-টী-পচন্দ নকৰোঁ।

চফিয়ে ঈষৎ হাঁহি সুধিলে, তেনেহলে কি কম?

বৰগাজিয়ে তাৰ কান্ধত হাত থৈ ক'লে, তুমি মোক গাজি আংকল বুলিবা। কোৱাচোন, আংকল্ মানে কি?

কাকা— স্কুলৰ অভ্যাস অনুসৰি শব্দটো কৈয়েই চফিয়ে সুধৰাই ক'লে— চাচা। বৰগাজিয়ে অট্টহাঁহি মাৰি ক'লে, কাকা, খুড়া, চাচা, মামা, জেঠা— এভ্ৰিৱান। তুমি যে কাকা বুলিলা সেইটোও পিছে মুছলমানী ৱৰ্ড। তুৰ্কী চুলটানসকলৰ আমোলত কাকা শব্দটো প্ৰচলন হৈছিল। দেট্‌চ্ এ টাৰ্কি ৱৰ্ড। কৈয়েই বৰগাজিয়ে চকু পিৰিকিয়াই চেপা মাতেৰে সুধিলে, পূজা ভেকেচনত ঘৰলৈ যাবা, নহয় জানো?

চফিয়ে লাহেকৈ মূৰ জোকাৰিলে। কি কৰিব সি নিজেই নাজানে। বৰগাজিয়ে সুধিলে, সিদিনা দেৱান চাহাবৰ মুখত শুনিলোঁ, লেট তোফাজ্জেল চৌধুৰীৰ যঁজা ছোৱালীহালৰ সৈতে হেনো তোমালোক দুই ককাই ভাইৰ বিয়া? চফি মনে মনে থাকিল।

তোফাজ্জেলো মোৰ বন্ধু আছিল। বৰগাজি অলপ গহীন হৈ ক'লে। তেওঁক সকলোৱে তোফা চৌধুৰী বুলিছিল। কিয় জানানে? লাইফটো তেওঁ ৰং ৰহইচ কৰি কটাব বিচাৰিছিল, হি ৱাজ এ মেন্ অব্ প্লেজাৰ।.... কিন্তু দি পোৰ্ মেন্ ফেচ্‌ড্ এ ভেৰি ভেৰি চেড্ ডেথ্। ৰাস্তাত মৰি পৰি আছিল। চফিয়ে বৰগাজিৰ ফালে চালে। তাকতো এইটো কথা কোনোৱে কোৱা নাছিল। বৰগাজিয়ে লাহেকৈ ক'লে, হি ৱাজ এ ফুলিছ মেন্। তুমি নিশ্চয় আছৰাফ আজলাফ কি বুজি পোৱা।

জী।

আকৌ জী? বৰগাজিয়ে কৃত্ৰিম খং দেখুৱালে। তাৰ পিছত ক'লে, আজলাফ-ঘৰৰ ছোৱালী বিয়া কৰোৱাত একো জগৰ নালাগে। ময়োতো ......... বৰগাজি হঠাৎ ৰৈ গ'ল। মূৰ তুলি অলপ আঁতৰৰ তালগছজোপাৰ ফালে অলপ পৰ চাই থাকিল। তাৰ পিছত সামান্য হাঁহিলে। দেৱান চাহাবৰ মতে তুমি বিয়া কৰোৱা ঠিক কথা নহব। মোৰ মতেও কথাটো ঠিকেই। আমি আশা কৰোঁ মুছলমান ল'ৰাবোৰেও ইংৰাজী স্কুলত পঢ়ক। যি মুছলমানে সৌ সিদিনালৈকে দেশ শাসন কৰিলে, সেই মুছলমান হিন্দুৰ গোলাম হৈ যাব— তেনে কথা সহ্য কৰা নাযায়। কিমান বছৰ ফাইট কৰি হৰিণমাৰাৰ স্কুলত মৌলবী শিক্ষক ৰাখিবলৈ বাধ্য কৰাইছোঁ। মুছলমান ছাত্ৰসকলে আৰ্বি ফাৰ্চি শিকক, আৰু ইংৰাজীও শিকক। নে কি কোৱা? আৰ্বি ফাৰ্চি শিকিলে তেওঁলোকৰ

পূৰ্বপুৰুষৰ কাল্চাৰ-চিভিলাইজেচন কি আছিল তাক জানিব পাৰিব আৰু ইংৰাজী শিকিলে তেওঁলোক হিন্দুৰ গোলামত পৰিণত নহব। কি কোৱা? 'মাই হেজ'?

চফিয়ে ইংৰাজী কাকতৰ ওপৰত দৃষ্টি নিবদ্ধ ৰাখিছিল। খৈৰাডাঙ্গাৰ জমিদাৰকো সি ইংৰাজী কাকত পঢ়া দেখিছে। বৰ গাজিৰ চকু পৰাত কাকত কেইখন ভাঁজ কৰি সেইবোৰ লুকাই থোৱাৰ নিচিনা ভাব দেখুৱাই ক'লে, সেইবোৰ পিছত, পিছত হ'ব। কথা হ'ল তোমাৰ বছেৰেকীয়া পৰীক্ষাৰ মাজতেই বিয়াৰ দিন-বাৰ পৰিছে। দেৱান চাহাবক মই ক'লোঁ, ঠিক আছে। আই এম্ হিয়াৰ— দি টাইগাৰ্ অব্ হৰিণমাৰা। মানুহে মোৰ পিছত কয় মোক 'বাঘাগাজি' বুলি। জানা নে?

চফিয়ে মূৰ জোকাৰিলে।

জানি থোৱা। পিছে—

তেনেতে দলিজঘৰৰ দুৱাৰমুখত থিয় হৈ মানুহ এজনে মৃদুকণ্ঠে ক'লে, নাস্তা, চাৰ!

বৰ গাজিয়ে চফিক হাতত ধৰি উঠালে। কাকতকেইখন কাষলতিত চেপা মাৰি লৈ হাঁহি হাঁহি বৰগাজিয়ে কৰিম নামৰ সেই মানুহজনক ক'লে, যা, কগৈ এজন পোৱালি গেষ্ট আছে। বুজিছনে?

কৰিমে দাঁত উলিয়াই হাঁহি ক'লে, বুজিছোঁ। মেমান, চাৰ। বৰগাজিৰ খং উঠিল। ............... মেহ্মান কবও নোৱাৰে। বুজিলা চফি, এয়া হৈছে মুছলমানৰ বিলৈ। হালৰো নহ'ল, ফালৰো নহ'ল।

ঘৰৰ ভিতৰ সোমাই চফি অবাক। স্কুলৰ লাইব্ৰেৰীৰ দৰে কোঠাটোৰ চাৰিওফালে কিতাপেৰে ঠাহ খাই থকা কেবাটাও আলমাৰি। চকী, মেজ, আৰামী চকী। বেৰত ভালেমান বিখ্যাত মানুহৰ ছবি। চফিয়ে মাক-দেউতাকৰ মুখত শুনিছে, মানুহ বা জীৱ-জন্তুৰ চিত্ৰ ৰখা মুছলমানৰ কাৰণে হাৰাম। কোঠাটোৰ একাষত পালেং এখন। বিছনাখন পৰিপাটিকৈ পাৰি থোৱা। কিন্তু বিছনাৰ ওপৰত বেৰৰ কাষত ভালেমান কিতাপ খেলি-মেলি হৈ পৰি আছে। চফিয়ে ভাবিলে, বৰগাজিয়ে তেনেহলে ৰাতি এইখন বিছনাতে শোৱে।

বৰগাজিয়ে চফিক মেজখনৰ ওচৰলৈ নিলে। চকী এখনত বহিবলৈ দি নিজে তাৰ মুখামুখিকৈ বহিল। মেজৰ ওপৰত এখন চমৎকাৰ দস্তৰখান। তাৰ ওপৰত ফুলাম চীনামাটিৰ পাত্ৰবোৰত বিবিধ সুখাদ্য। কাঁহীত পৰঠা, প্লেটত ভুনা গোষ্ট আৰু ফিৰণি। ফিৰণিত কিচ্‌মিচ্ দিছে। এখন প্লেটত বগা লাচ্ছা চেমাই। চফিয়ে খোন্দকাৰ পৰিয়ালৰ ৰাতিপুৱাৰ নাস্তাৰ কথা ভাবিলে। প্ৰতিদিনে পুৱা ৰবি আৰু সি একাঁহী মুড়ি, গুড় বা গুড়ৰ সলনি দুখন বাতাছা খায়। কোনোবা দিনা মিঠা আচাৰেৰ কৰ্কৰা ভাতো খায়। এদিন ৰবিৰ দুলা ভাই (ভিনিহিয়েক) অহাত চালপীৰাত দস্তৰখান পাৰি পৰঠা আৰু হালুৱা খাবলৈ দিছিল।

তাতোকৈ ডাঙৰ কথা চকীত বহি মেজত খোৱা ব্যৱস্থাটো। কৰিমে খাঞ্চাত (ট্ৰে) আৰু এসোপামান কিবা কিবি খোৱা বস্তু আনি চফিৰ সম্মুখত সজাই ৰাখিলে। বৰগাজিয়ে ঘোষণা কৰিলে, নাও লেটাচ্ বিগিন্!

চফিয়ে মন কৰিলে বৰগাজিয়েও বাৰু চাচাজীৰ দৰেই বিচমিল্লাহ উচ্ছাৰণ

নকৰিলে। পৰঠা টুকুৰা কৰি চোবাব ধৰিলে। অভ্যাসবশতঃ চফিয়ে বিচমিল্লাহ বুলি হাত লগোৱাত বৰগাজিয়ে তাৰ ফালে চাই মৃদু হাঁহিলে মাথোন।

কৰিমে নাওমান আঁতৰত থিয় হৈ চফিৰ ফালে সন্দিগ্ধ দৃষ্টিৰে চাইছিল। এটা মুহূৰ্ত্তত সি আৰু মুখ বান্ধি থাকিব নোৱাৰিলে। সুধিলে, এখেত মৌলাহাটৰ পীৰচাহাবৰ ল'ৰা নহয়নে? হুঁ—চিনাকি চিনাকি লাগিছে, অথচ— চালাম বাপজান! সি আদাব দিলে।

বৰগাজিয়ে ধমক দিলে। ............ চাবি আজি যাতে চাহ চেঁচা নহয়। ভিতৰত কৰগৈ।

কৰিমে সুধিলে, এখেতে চাহ খাবনে, চাৰ?

বৰগাজি মুখ টিপি হাঁহি চফিক সুধিলে, চাহ চলিবনে?

চফিয়ে মূৰ দুপিয়ালে। চলিব। জীৱনত মাথোন এদিন চাহ খোৱাৰ কথা তাৰ মনত আছে। তাৰ ভায়েক, যিজন সৰুতেই ঢুকাল, তাৰ জন্মৰ সময়ত দেউতাক ঘৰত নাছিল। দূৰৰ কোনোৱা গাঁৱৰ শিষ্যৰ ঘৰত তেওঁ আছিল। খবৰ পাই ঘৰলৈ আহিছিল। লগত চাহপাত আনিছিল। প্ৰসৱৰ পিছত তিৰোতা মানুহৰ গাৰ ৰস শুকুৱাবলৈ 'ঝাল' (জলা আঞ্জা) খাবলৈ দিয়া হয়। কথাটো চফিয়ে জানে। পিপলিৰ লগত আৰৈ ছাউলৰ গুড়ি আৰু গুড় দি ৰন্ধা হয়। খাবলৈ বৰ জলা আৰু মিঠা। চকুৰে নাকে পানী ওলালেও চফিয়ে চেলেকি চেলেকি খোৱা মনত পৰে। সেইবাৰ দেউতাকে মাকক চাহ খুৱাইছিল। কি যে এক আচৰিত ধৰণৰ সোৱাদ আৰু গোন্ধ! অকল চাহপাতেই নহয়, এটা কেটলিও কিনি নিছিল দেউতাকে। কেটলিৰ ভিতৰত চাহপাতৰ গোন্ধটো চফিৰ মনত আছে। তাৰ পিছত আৰু সিহঁতৰ ঘৰত আজিলৈকে চাহ নাই। কেটলিটো ৰাখিছিল বিচনাৰ তলত। চফিয়ে মনে মনে সেইটো উলিয়াই আনি ঢাকনি গুচাই শুঙিছিল। সেই আচৰিত ধৰণৰ গোন্ধটো সি পাবলৈ বিচাৰিছিল। বৰগাজিয়ে ব্যস্ত হৈ ক'লে, এইকণ খাই কেনেকৈ চলিবা? খোৱা, খোৱা, আটাইখিনি খোৱা। তেতিয়াহে এজন ফাইটাৰ হব পাৰিবা। যুঁজ কৰিব পাৰিবা।

এনেতে চফিৰ মনত পৰিল তৰোৱালখনৰ কথা। লগে লগে তৰোৱালৰ কথাটো নুলিয়ালে। বৰগাজিয়ে জোৰ কৰাত সি আটাইখিনি ফিৰণি খাবলগীয়া হ'ল। মেজৰ তলত এটা হাত ধোৱা পাত্ৰ আছিল। কাৰুকাৰ্য্যখচিত পিতলৰ চিক্‌মিকিয়া পাত্ৰটো বৰগাজিয়ে নিজেই মেজৰ ওপৰত তুলিলে। চফিৰ হাতত এটি সুন্দৰ সৰু চোৰাহিৰে পানী বাকি দিলে। তাৰ পিছত নিজৰ হাত দুখন ৰুমালেৰে মচি ক'লে, ৱেট্ এ বিট্। কৰিমে তাৱেল আনি আছে।

চফিয়ে ৰুমাল উলিয়ালে। এইখন ৰুকুৱে তাক দিছিল। আটাইৰে সম্মুখতেই দিছিল। ৰেছমী কাপোৰৰ ৰুমাল। তাত ৰঙা সূতাৰে আৰ্বি হৰফত 'আল্লাহ' শব্দটো আৰু এটি গোলাপ কলি তুলি দিছিল। দুই বাই-ভনী এইবোৰ কামত বৰ পাকৈত। ইমান দিন ধৰি মুখ মচি মচি চফিয়ে সেইখন লেতেৰা কৰি পেলাইছে। বৰগাজিৰ দৃষ্টিৰ পৰা সাৰি নগ'ল। ক'লে, ৰুমালখন নোধোৱা কেলেই? সকলো সময়তে পৰিপাটিকৈ থাকিবা। কি কোৱা?

আব্দুলে চাহ আনিলে। ধুনীয়া কাপ-প্লেটত চাহ অনা দেখি চফি আৰু অভিভূত হ'ল। চাহৰ কাপত সোঁহা মাৰাৰ লগে লগে তাৰ মাকলৈ মনত পৰিল। বুকুৰ ভিতৰখনত তোলপাৰ লাগিল। মুহূৰ্ততে সি ঠিক কৰিলে, বন্ধৰ দিনকেইটা সি ঘৰতেই কটাব।

কিন্তু তাৰ আগেয়ে তৰোৱালখন এবাৰ চোৱাৰ খুব হেপাহ জন্মিল চফিৰ। বৰগাজিয়ে চাহ খাই খাই কিবা ভাবি আছিল। চফিয়ে তেওঁক কি বুলি সম্বোধন কৰিব ঠিৰাং কৰিব পৰা নাই। চাচাজী বুলিলে খং কৰিব। অলপ পিছত থেৰোগেৰোকৈ সি ক'লে, গাজি আঙ্কল্!

বৰগাজিয়ে মিচিক্ মাচাক হাঁহিলে।

আপোনাৰ ঘোঁৰাৰ জীনত এখন তৰোৱাল দেখিছিলোঁ।

তুমি চাব খোজা, নহয়নে? কৰিম! কৰিম বক্স!

কৰিম ভিতৰৰ পৰা দৌৰি আহিল।

মোৰ তৰোৱালখন লৈ আহ। চফিৰ ফালে মুখ ঘূৰাই বৰগাজিয়ে সুধিলে, তৰোৱালক ইংৰাজীত কি বোলে?

চোৰ্ড।

ব্ৰেভ'! চাবাচ! বৰগাজিয়ে মেজৰ ওপৰত চাপৰ মাৰিলে।

আমাৰ বংশৰ পদবী গাজি কিয় হ'ল জানানে? আমাৰ পূৰ্বপুৰুষসকল ইয়ালৈ আহিছিল আকবৰ দি গ্ৰেটৰ সময়ত। সেনাপতি মান সিংহৰ আণ্ডাৰত আছিল এজন মনচব্দাৰ। তেওঁৰ নাম আছিল ফৰিদ খান। এই পৰগণাৰ নাম আছিল ফতে সিং পৰগণা। ফতে সিং নামৰ এজন হাড়িবংশীয় ৰজা—— কুজাঁৰ চখ চিৎ হৈ শুবলৈ— যাক পুতৌ কৰি পৰগণাৰ জাইগিৰদাৰ কৰা হৈছিল, সি দম্ভালি মাৰি ক'লে, মই বাদশ্বাহক খাজনা নিদিওঁ। চোৱা তাৰ কাৰবাৰ! বিদ্ৰোহ দমন কৰিবলৈ মান সিংহ আহিল। আৰু ফৰিদ খান মনচব্দাৰে তৰোৱালেৰে একেটা ঘাপতে দুছেৰ কৰি হাড়িৰজাৰ মূৰটো বাদশ্বাহৰ গুৰিলৈ পঠাই দিলে। বাদশ্বাহে খুব খুছী হৈ চীল-মোহৰ মাৰি খিতাপ পঠালে। এণ্ড দেট্ ৱাজ্ দি মোষ্ট্ অনাৰেবল্ টাইটল্ এমোং দি মুচলিম্চ্ ঃ গাজি। তুমি পীৰ চাহাবৰ ল'ৰা। দু ইউ নো হোৱাট্ দাজ্ ইট্ মিন্?

চফিয়ে আবৃত্তি কৰিলে, কাফেৰৰ বিৰুদ্ধে যুঁজি যিজন মৰে তেওঁ শ্বহীদ। আৰু কাফেৰক যিয়ে বধ কৰিব পাৰে তেওঁ গাজি।

দেটচ্ কাৰেক্ট্। বৰগাজিয়ে গৰ্বেৰে ক'লে। আমি হলোঁ সেই গাজিৰ বংশধৰ। এসময়ত মুছলমানে খৃষ্টিয়ানৰ বিৰুদ্ধে ক্ৰুছেদ আই মিন, জেহাদ কৰিছে। ইণ্ডিয়াতো ইংৰাজৰ বিৰুদ্ধে মুছলমানে যুঁজিছে। পলাছিৰ যুদ্ধত হাৰিছে। সৌ সিদিনাও এইটিন্ ফিফ্‌টিচেভেনতো শেষবাৰৰ কাৰণে যুঁজিছে। বঙ্গত হিন্দুসকলৰ ট্ৰেচাৰিৰ কাৰণেই বাহাদুৰ ছাহ ৱাজ্ দিফিটেড্। এণ্ড নাও দি টাইম হেজ কাম। কিন্তু এইখন হব বেলেগ যুদ্ধ। ৱাৰ্ অব ব্ৰেইন্। ডু ইউ আণ্ডাৰষ্টেণ্ড?

চফি তৰোৱালখন চাবলৈ আকুল। বৰগাজিৰ এটা কথাও তাৰ কাণত সোমোৱা নাছিল। কৰিম বক্সে খাপত ভৰোৱা অস্ত্ৰখন দুহাতেৰে সম্ভ্ৰমেৰে লৈ অহাত বৰ গাজি

থিয় হ'ল। সেইখন হাতত লৈ চফিক চমকিত কৰি খাপৰ পৰা উলিয়ালে। তাৰ পিছত মহৰম উৎসৱত তৰোৱাল খেলাৰ দৰে তৰোৱালখন কেইবাবাৰো ঘূৰাই গাজিয়ে হাঁহি হাঁহি ক'লে, নাও, চোৱা। পিছে তৰোৱালৰ দিন উকলিল। এইখন নিতান্তই আমাৰ পূৰ্বপুৰুষৰ এক স্মৃতিচিনহে —জাষ্ট এ চোভেনিৰ। ৰাদাৰ এ ছো। যেনেকৈ মই ফ্লেট হেট্ পিন্ধোঁ।

চফিয়ে তৰোৱালখনৰ মুঠিত ধৰি ওজন কিমান হ'ব পাৰে অনুমান কৰিলে। বৰ গধুৰ। কিন্তু তাৰ দেহটো নাচি উঠিল। হঠাৎ কিবা এক উত্তেজনাই তাৰ দেহটো জোকাৰি দিলে। সি মহৰম উৎসৱ দেখিছে। তাৰ দেউতাকৰ মতে সেইবোৰ চিয়াসকলৰ কফৰি কাম। হানাফিসকলে হুজুগতে কৰে। চুন্নি সম্প্ৰদায়ে মহৰমৰ দিনা ৰোজা ৰাখে। এতিম-ফকিৰক দান-দক্ষিণা দিয়ে। হানাফিসকল চুন্নি হৈও চিয়াসকলৰ দৰেই কাম কৰে। 'তাজিয়া' শোভাযাত্ৰা উলিয়ায়। 'দুলদুল' আছিল হজৰত হোছেনৰ ঘোঁৰাটোৰ নাম। তওবা, তওবা! ক'ত হজৰত হোছেনৰ 'দুলদুল', ক'ত এই কংকালসাৰ ঘোঁৰা। বেৰাদানে ইছলাম! মহৰমৰ দিনটো শোকৰ দিন। তৰোৱাল লৈ কুস্তী খেলাৰ দিন নহয়। কন্দাৰ দিন। প্ৰায়শ্চিত্তৰ দিন।

ইস্পাতেৰে তৈয়াৰী নক্সা খচিত, চোকা, বেঁকা তৰোৱালখন চাওতে চাওতে আৰু স্পৰ্শ কৰোতে কৰোতে চফিৰ এনে লাগিল যেন তাৰ শৰীৰটো তৰোৱালখনিৰ দৰেই লৌহ কঠিন হৈ পৰিছে আৰু এতিয়া অনায়াসে কাৰোবাক সেইখনেৰে দুছেৱ কৰিব পাৰে। সমগ্ৰ পৃথিৱীখন যেন এতিয়া তাৰ হাতৰ মুঠিত। ইচ্ছা কৰিলেই সি হ'ব পাৰে ছাহ (আলেকজেণ্ডাৰ)।

তেনেতেই কোনোবাই বাহিৰৰ পৰা মাতিলে, গাজি চাহাব আছানে? অ' সদু! 'বৰগাজিয়ে দুৱাৰমুখলৈ চাই ঘূৰি হাঁহি হাঁহি ক'লে, হেল্ল'! এ বোল্ট ফ্ৰম দি ব্লু- বুলি কম নে মেঘ আশা নকৰোতেই বৰষুণ বুলি কম?

চফিয়ে ঘূৰি চাই দেখে বাৰু চাচাজী।

দেৱান আব্দুল বাৰি চৌধুৰী ঘৰত সোমায়েই চফিক দেখি থমকি ৰ'ল। এয়া আকৌ কি কাৰবাৰ? তৰোৱাল লৈ কি কৰিছ তই? তাৰ পিছত বৰগাজিক ক'লে, ডন কুইকজোতিক কাণ্ডবোৰ এতিয়া এৰা ভাই, সদু! বয়সতো আৰু কম হোৱা নাই।

চফিয়ে তৰোৱালখন মেজৰ ওপৰত থৈ বাৰু চাচাজীৰ পদচুম্বন কৰিবলৈ বিচাৰিলে। কিন্তু তেওঁ বাধা দি গম্ভীৰ সুৰত ক'লে, খোন্দকাৰৰ ঘৰত সোমাই আহিছোঁ। তেওঁৰ ল'ৰাই তই ইয়াত থকাৰ কথা ক'লে। আহ! বৰগাজিয়ে কলে, আৰে আৰে, এইটো আকৌ কেনে কথা? যাবলৈ ওলালা যে? কি হৈছে, কবাতো?

বাৰি চৌধুৰীয়ে ক'লে, পিছত কম। —

বাহিৰলৈ ওলাই আহি চফিয়ে দেখে এটা ক'লা ঘোঁৰা নিম গছৰ তলত বন্ধা আছে। বাৰু মিঞাই সেইফালে খোজ পেলাই ক'লে, মই মৌলাহাটৰ পৰা আহিছোঁ। তহঁতৰ ঘৰৰ খা-খবৰ ভালেই। পিছে ব'ল ৰাষ্টাত কৈ কৈ গৈ থাকিম। ইন্দ্ৰাণীৰ কাচাৰীৰ পৰা ওলাইছিলোঁ সেই ৰাতিপুৱাতেই। মৌলাহাটলৈ গৈ তাত একো খোৱা-বোৱা নহ'ল। ব'ল, ইন্দ্ৰাণী পোৱাৰ আগেয়ে ফতেপুৰ বজাৰত কিবা এটা খাম।......

# আঠ

......all my blood has turned
into her black poison / I am
the sinister glass in which
the shrewd beholds herself.
— Baudelaire

ক'লা ঘোঁৰাটোৰ পিঠিত জীনৰ সলনি তুলাৰ গাদী আৰু তাৰ ওপৰত ফুলাম গালিছা আৰু ৰঙা জাজিম। ঘোঁৰাটোৰ কপালত কিবা কিবি পিতলৰ অলঙ্কাৰ চিক্‌মিকাইছিল। তাতে দুখন সৰু তৰোৱাল বেঁকা-বেঁকিকৈ খোদিত কৰা আছিল। ওপৰত এশাৰী জোন আৰু তৰা। আচম্বিতে চকু পৰিলে ঘোঁৰাটোক মহৰম উৎসৱৰ দুল দুল বুলি ভ্ৰম হ'ব পাৰে। দৰাচলতে এইবোৰ প্ৰতীক হৈছে নবাব বাহাদুৰৰ নবাবী ঐতিহ্যৰ ইজ্জতৰ স্মাৰক। নবাব বাহাদুৰে তেওঁৰ প্ৰিয় দেৱানক ঘোঁৰাটো উপহাৰ দিছিল। আৰু নবাবী ইজ্জতৰ প্ৰতীক সেই ক'লা ঘোঁৰাটোৰ পিঠিত দেৱান বাৰি মিঞাই যেতিয়া চফিক দুহাতেৰে দাঙি বহুৱাই দিলে, চফিয়ে বুজিলে, মানুহজনৰ দেহৰ শক্তিও কম নহয়।

প্ৰথমে ঘোঁৰাটো অলপ পৰ কদমত গৈছিল। গাঁৱৰ মানুহবোৰে সম্ভ্ৰমেৰে বাট এৰি দি থিয় হৈছিল। সকলোৱে দেৱান চাহাবক আদাব বা চেলাম দিছিল। তিৰোতাসকলে ওৰণিৰ ফাঁকেৰে চাইছিল। চফিয়ে বাৰি চৌধুৰীৰ পিছফালে পুতলাটোৰ দৰে বহিছিল। এনেদৰে তাক ক'লৈনো লৈ যোৱা হৈছে সি জানিব খোজা নাই। যিদিনাখন আজিৰ দৰেই বাৰু মিঞাই তাক হাতীৰ পিঠিত তুলি উলূৱনিৰ হাবিৰ মাজেৰে লৈ গৈছিল সিদিনাও সি একো প্ৰশ্ন কৰা নাছিল।

আজি এনেদৰে যাবলগীয়া হোৱাত তাৰ মনত এক ধৰণৰ আড়ষ্টতা আছিল। সি বুজিলে, সিদিনা হাতীৰ পিঠিত যোৱা আৰু আজি ঘোঁৰাৰ পিঠিত যোৱাৰ মাজত কিবা এক বিৰাট পাৰ্থক্য আছে। হৰিণমাৰা পাৰ হৈ টান শুকান মাটিৰ ৰাষ্টাত উঠি বাৰি মিঞাই ক'লে, এতিয়া মোৰ গাত ভালকৈ ধৰিবি, নহ'লে উফৰি পৰিবি। ঘোঁৰাটো চেকুৰিবলৈ ধৰিলে। চফিয়ে ভালকৈ জোকাৰণি খালে। অলপ ভয়ো খালে। সি বাৰু মিঞাক দুহাতেৰে ভালকৈ সাৱটি ধৰিলে। জীৱনত এই প্ৰথমবাৰৰ কাৰণে গতিৰ লগত সি চিনাকি হ'ল। ইমানেই দ্ৰুত আৰু দুৰন্ত গতি যে চৰাচৰৰ সকলো ৰং-ৰূপ

আৰু স্থিতি একাকাৰ হৈ বিপৰীত দিশত অপসৃত হৈ থাকিল। দুকাষৰ বিস্তীৰ্ণ ধাননি পথাৰ, ঘাঁহনি, গছ-বিৰিখ, সকলোবোৰ পিছলৈ দৌৰিছে। চফিয়ে গতি চিনিলে আৰু বুজিলে। সেই গতিয়ে তাৰ দেহটোক কিছু সময়ৰ কাৰণে এক জড়পিণ্ড কৰি পেলালে। তাৰ চকুত পাৰ্থিব সকলোবোৰে নিজস্বতা হেৰুৱাই একাকাৰ হৈ পৰিল। সি জানিলে, গতি দুৰ্বাৰ হ'লে মানুহে নিজৰ দৃষ্টি শক্তিও যেন হেৰুৱাই পেলায়। হৈ পৰে অন্ধ। এইছোৱা পথ খলা-বমা। ঠায়ে ঠায়ে বোকা-পানী। ক'লা ঘোঁৰাটোৱে প্ৰতিবাৰ ডোঙা বন্ধা বোকা পানী জপিয়াই পাৰ হোৱাৰ সময়ত ডিঙি-মূৰ তুলি জাপ মাৰিছিল আৰু প্ৰতিবাৰেই বাৰু মিঞাই চফিক হুছিয়াৰ কৰি দিছিল। চফিয়েও তেওঁৰ কথা মতে বাৰু মিঞাক অধিক জোৰকৈ সাৱটি ধৰিছিল। অলপ পিছত আকৌ শুকান ৰাস্তা। ৰাস্তাৰ দুকাষত তাল গছৰ শাৰী, কৰবাত ঢিপৰ ওপৰত জীৰ্ণ মন্দিৰ বা জীৰ্ণ মছজিদ। ঘোঁৰাৰ খুড়াৰ আঘাতত ধূলি উৰিছিল। বাৰু মিঞাই ক'লে, এইফালে এইবাৰ খেতি-বাতি নহ'ল। নেচাৰ বৰ খেয়ালী, চফি! ফতেপুৰলৈকে একেই অৱস্থা।

ফতেপুৰ চ'কত কেইখনমান দোকান। এজোপা বিয়াগোম বটগছৰ তলত গৰু-ম'হৰ গাড়ীবোৰ বৈ আছে। দুখন এক্কাগাড়ীও আছে। যাত্ৰীৰ সতে কচোৱানে ভাড়া লৈ দৰ দাম কৰি আছে। দোকানকেইখনৰ সন্মুখত কিছুমান মানুহে শালপাতৰ ঠোঙাত কিবা খাইছে। আঁহত গছ এজোপাৰ গাতে লগা এটা মন্দিৰ। গছজোপাৰ গুৰিৰ ওখ ভেটিত কেইজনমান সাধু সন্যাসী বহি আছে। ছাইসনা দেহ। মূৰত জঁট! পিন্ধনত ৰঙা কৌপিন। সিহঁতে সৰু চিলিমত ভাং হুপিছে। বাৰি চৌধুৰীয়ে ঘোঁৰাটো ৰাখিলত এজন ক'লা থূলন্তৰ চেহেৰাৰ চাহ-মিঠাইৰ দোকানী দৌৰি আহি বাৰু মিঞাক আদাব দিলে। তাৰ পিন্ধনত আঠুলৈকে পৰা এখন চুৰীয়া। উদং গা। ডিঙিত মগুমাহৰ গুটিৰ নিচিনা তুলসীকাঠৰ মণি এধাৰি। দোকানৰ সন্মুখত মানুহ বহিবলৈ এখন বাঁহৰ সৰু চাং। কাষৰ এখন চালিৰ তলত কেইজনমান মানুহে কিবা কথা লৈ তৰ্ক-বিতৰ্ক কৰি আছিল। সিহঁতে নিশ্চুপ হৈ ক'লা ঘোঁৰাটোৰ ফালে চাই থাকিল। মিঠাই দোকানীজনে আদব দিয়েই লৰালৰিকৈ এখন পুৰণি কম্বল আনি বাঁহৰ চাংখনত পাৰি দিলে। বাৰু মিঞাই ক'লে, আমি নবহো কৃপানাথ। ৰচকৰা বা মনোহৰা যি আছে দিয়া। কৈ তেওঁ চফিৰ ফালে ঘূৰিলে। কৃপানাথৰ ৰচকৰা খুব নাম কৰা, বুজিলিনে চফি? আহাৰৰ পুণ্য তিথিত আমাৰ ইন্দ্ৰাণীৰ কাচাৰীত এমোনকৈ ৰচকৰা লাগে। প্ৰজাবোৰে উপঢৌকন দিবলৈ কাচাৰীলৈ আহে। সিহঁতক অলপ-অচৰপ মিঠাই খুৱাব লাগে।

কৃপানাথে হাঁহি মাৰি চফিৰ উদ্দেশ্যে ক'লে, দেৱান চাহাবে ঠিক কথা কৈছে, বোপা! অকল ইন্দ্ৰাণীহে নে, হৰিণমাৰাৰ জমিদাৰৰ ঘৰত সকাম আদি পাতিলেও এই অমুকাক মাতিবই মাতিব। মিঠাই যোগান ধৰিব লাগে। অনুগ্ৰহ কৰি বহক এতিয়া।

দোকানীজন ভিতৰলৈ গ'ল। বাৰি মিঞাই সুধিলে, কি হ'ল চফি, তই মন মাৰি আছ যে?

চফিয়ে হাঁহিবলৈ চেষ্টা কৰি ক'লে, নাই, এনেয়ে। বাৰি চৌধুৰীয়ে মিচিক-মাচাক হাঁহি সুধিলে, বৰগাজিৰ লগত তৰোৱাল চালনা শিকিছিলি নেকি? মই গৈ বাধা দিয়াত বেয়া পালি ছাগে? কাচাৰী ঘৰলৈ ব'লচোন। দেখিবি মোৰো তৰোৱাল আছে।

আচলতে চফিয়ে তেতিয়াও তাৰ দেহৰ অস্বাভাৱিক অনুভূতি আঁতৰাব পৰা নাই। বাৰি মিঞাই হাতত ধৰি নি তাক বাঁহৰ চাংখনত বহুৱাই দিলে। কাষত বহি সুধিলে, ৰচকৰা আগতে খাই পাইছনে?

চফিয়ে লাহেকৈ ক'লে, বৰগাজিৰ ঘৰত নাস্তা খালোঁ। এতিয়া একো খাবলৈকে মোৰ মন যোৱা নাই, চাচাজী।

বৰগাজিয়ে নাস্তা খুৱালে? বাৰি মিঞাই হাঁহিলে। খুব ভাল কথা। তোৰ ওপৰত চকু দিবলৈ মই তেওঁক কৈছিলোঁ। কিয়নো খোন্দকাৰৰ ল'ৰাজনক মই জানোঁ। সি বৰ উদণ্ড। তাৰ স্বভাৱ চৰিত্ৰও হেনো ঠিক নহয়। এই বয়সতেই কিবা-কিবি কেলেঙ্কাৰি কৰিছে। তই ছাগে জানই।

চফিয়ে আচৰিত হৈ বাৰি মিঞাৰ মুখলৈ চালে। সি নাজানে। কৃপানাথে শালপাতৰ ঠোঙাত মিঠাই আনি ক'লে, লওক দেৱান চাহাব।

চফিয়ে মন কৰিলে সি দেৱান চাহাবৰ স্পৰ্শ নালাগিবলৈ সোঁহাতৰ ঠোঙাটো অলপ ওপৰৰ পৰা তেওঁৰ হাতত থপ্‌কৈ পেলাই দিলে। দেৱান চাহাবেও ঠোঙাটো দুহাত পাতি খপ্‌কৈ ধৰিলে। চফিয়ে গোমোঠা হৈ ক'লে, মই একো নাখাওঁ।

কৃপানাথে আবদাৰ কৰাৰ নিচিনা কৰিলে। কিন্তু চফিয়ে হাত নাপাতিলে। তেতিয়া বাৰি মিঞাই ক'লে, ঠিক আছে কৃপানাথ, এইখিনিৰেই হ'ব। তুমি এতিয়া আমাক পানী দিয়া।

বাৰি মিঞাই নিজৰ ভাগৰ এটা ৰচকৰা লৈ চফিৰ মুখত জোৰকৈ গুঁজি দিলে। চফিয়ে আড়ষ্টভাৱে সেইটো গিলিলে। মিঠাইটো খাবলৈ বৰ সোৱাদ। কিন্তু এই মুহূৰ্ত্তত চফিৰ একো খাবলৈকে মন যোৱা নাছিল। অলপ পিছত কৃপানাথে এটা কাঁচৰ গিলাচ আনি কম্বলৰ ওপৰত থলে। বাৰি মিঞাই চফিক ক'লে, গিলাচটো লচোন চফি! কৃপানাথ, তাক পানী দিয়া।

চফিয়ে গিলাচটো লোৱাত কৃপানাথ ঘটি এটাৰে আগৰ দৰে ওপৰৰ পৰা (চুৱা বচাই) পানী ঢালি দিলে। চফিয়ে গিলাচটো লৈ থকা দেখি বাৰি মিঞাই সুধিলে, কি হ'ল? পানী নেখাৱ?

চফিয়ে মূৰ জোঁকাৰিলে।

বাৰি মিঞাই ধমক দিয়াৰ সুৰত সুধিলে, তোৰ হৈছে কি, কচোন মোক? মিঠাই খালি, অথচ পানী নেখাৱ কিয়?

কৃপানাথে হেঁ-হেঁকৈ হাঁহি ক'লে, খোৱা বোপা, পানী খাব লাগে। মিঠাই খাই পানী নাখালে অম্লপিত্ত হয়। উপায় নাপাই চফিয়ে পানীখিনি খালে। ভিতৰি ভিতৰি তাৰ প্ৰচণ্ড খং উঠিছিল। এই দোকানীজনে মুখেৰে সিহঁতক কিমান খাতিৰ কৰা দেখুৱাইছে, অথচ চুব খোজা নাই। কিন্তু কম্বলখন যে সিহঁতক বহিবলৈ পাৰি দিছে, সেইখন সি নুচুবনে? তাৰ মনত পৰিল হৰিণমাৰা স্কুলৰ গেটৰ বিস্কুটৰ দোকানী বদনৰ কথা। বদনে দেখোন মুছলমান ছাত্ৰসকলৰ হাতে হাতে বিস্কুট দিয়ে!

অলপ পিছত বাৰি মিঞাই পানী খাই গিলাচটো কম্বলৰ ওপৰত থৈ পইচা দিলে।

কৃপানাথে বাৰি মিএগক নোচোৱাকৈ দুহাত পাতি পইচাখিনি ল'লে। বাৰি মিএগক সি আকৌ এবাৰ আদাব দিলে। ক'লে, অধমৰ ফালে অলপ চকু দিব দেৱান চাহাব! কাচাৰীত দেখা কৰিম। এটা নালিচ আছে।

ক'লা ঘোঁৰাটো আহি চাংখনৰ কাষত থিয় দিছিলহি। শিলৰ ঘোঁৰাৰ দৰে সি স্থিৰ হৈ আছে। ৰাস্তাৰ সিপাৰৰ বট গছজোপাৰ ছাঁ চাংখনত পৰিছিল। বাৰি মিএগই ঘোঁৰাটোৰ পিঠিত উঠি ঘোঁৰাটোৰ গালত মৰম কৰি এটা থাপৰ মাৰি হাত বুলাই বুলাই কৃপানাথক সুধিলে, তোমাৰনো আকৌ কি নালিচ, কৃপানাথ?

কৃপানাথে হাতযোৰ কৰি চেপা মাতেৰে ক'লে, মোৰ জেঠাৰ ল'ৰা ককাইদেউজন— অম্বিকা— সেই যে সেইজন—

বাৰি মিএগই সুধিলে, কি কৰিলে অম্বিকাই?

কৃপানাথে ক্ষুব্ধ ভঙ্গিত ক'লে, নগদ সাত টকা পাঁচ অনা চেলামি দি অনাবাদী মাটিডোখৰৰ বন্দোবস্ত কৰিছোঁ। নায়েব বাবু সাক্ষী আছে— আপুনিয়ে সুধি চাব হুজুৰ। এতিয়া অম্বিয়ে কৈছে সেই মাটিডোখৰ হেনো মোৰ ককাদেউতাই বন্দোবস্তি লৈছিল। যোৱা বছৰ ইস্তাফা দিছে! মই ক'লোঁ, ঠিক আছে— সেই ইস্তাফানামা দেখুৱা!

বাৰি মিএগই চফিক ক'লে, উঠ, চফি। চফিয়ে ৰেকাবত ভৰি দি উঠিল। তাৰ পিছত অকণমান পিছুৱাই বাৰি মিএগক ভালকৈ বহিবলৈ সুবিধা কৰি দিলে। চফিয়ে পুনৰ অনুভৱ কৰিলে ক'লা ঘোঁৰাটোৰ দেহৰ স্পন্দনে তাক আকৌ চঞ্চল কৰি তুলিছে। বাৰি মিএগই কৃপানাথৰ ফালে ঘূৰি চাই ক'লে, ইস্তাফা দিয়া মাটিত নতুনকৈ বন্দোবস্তি দিলে পূৰ্বৰ মালিকৰ হক নাথাকে।

ঘোঁৰাটো যেতিয়া কদমত দৌৰিব ধৰিলে তেতিয়াও কৃপানাথ ঘোঁৰাটোৰ পিছে পিছে দৌৰি হাতযোৰ কৰি ডাঙৰ ডাঙৰকৈ ক'লে, কওঁকচোন— কওঁকচোন তেনেহলে এইটো অন্যায় নহয়নে? .................

ঘোঁৰাটো চেকুৰিবলৈ ধৰিলে। চফিয়ে আগৰ নিচিনাকৈ বাৰু মিএগক সাৱটি ধৰিলে। বাদশ্বাহী আলিটো এইখিনি ঠাইত খলা-বমা। ৰাস্তাৰ দুকাষত আকৌ সেউজীয়া ধাননি, জোপোহা বন আৰু ডাঙৰ ডাঙৰ গছ। ৰাস্তাৰ ঠায়ে ঠায়ে আকৌ বোকা-পানীৰ ডোঙা। এঠাইত ঘোঁৰাটো ৰ'ল। সমুখৰ পুৰণি সাকোঁখন ভগা। তলত সৰু ডোবা। ৰাস্তাৰ সোঁফালেৰে ডোবাটোৰ কাষেৰে গৰু-ম'হ নামি যোৱা এটি ঠেক পথ। শিক্ষিত ঘোঁৰাটোৱে সেইফালেৰে নামি পানী ভাঙি সিপাৰত উঠিল। বাৰি মিএগই বিৰক্তি প্ৰকাশ কৰি ক'লে, সাকোঁখন জিলাবোৰ্ডে মেৰামতি কৰিব লাগে। কৈ কৈ আমনি লাগিছে। বৰগাজিকো কথাটো কলোঁ। একো ফল নহ'ল। আৰু ইয়াৰ স্থানীয় মানুহবোৰো অকৰ্মন্য আৰু বদমাইচ। এইখিনিত প্ৰায়ে ৰাহজানি হয়। গাৰোৱানসকলৰ ধান-চাউল ডকাইতে সঘনে লুটি নিয়ে। তথাপি কোনোৱে একো নকৰে। জিলাৰ কালেক্টৰ মেক্‌ফাৰ্চন চাহাবক নধৰিলে কামটো নিসিজিব দেখিছোঁ।

ভাল ৰাস্তাত উঠি ঘোঁৰাটোৱে পুনৰ ধীৰ গতিত দৌৰিব ধৰিলে। বাৰি মিএগই

চেকুৰাব খোজা নাছিল। অলপ পিছত বাৰি মিঞাই সম্মুখত এটা ডাঙৰ টিপৰ কাষত এজোপা বট গছলৈ আঙুলিয়াই ক'লে, আমি সৌখিনিতে অলপ পৰ জিৰাম। কিয় তোক এনেকৈ লৈ আহিলোঁ, মই কম।

বট জোপাৰ তলত কোনো জনপ্ৰাণী নাই। মৌলাহাটৰ পুখুৰীটোৰ দৰেই দুটা টিপৰ মাজত এটা প্ৰকাণ্ড পুখুৰী। অৱশ্যে তাত পকা-বন্ধা ঘাট নাই। বট জোপাৰ পিছফালে টিপৰ ওপৰত এটা জীৰ্ণ মছজিদ। গছ জোপাৰ গুৰিত ডাঙৰ ডাঙৰ শিল আছে। ঘোঁৰাটো ৰখাই দুয়ো নামিল। ঘোঁৰাটো আগৰ দৰে শিলামূৰ্ত্তিৰ দৰে থিয় হৈ ৰ'ল।

এডোখৰ ডাঙৰ শিলৰ ওপৰত বহি বাৰি মিঞাই ক'লে, হাতত বন্দুক থকা হলে হাৰামজাদীক আজি মই গুলীয়াই মাৰিলোহেঁতেন। চফিয়ে বাৰি মিঞাৰ ফালে চালে মাথোন। একো নুসুধিলে।

বাৰি মিঞাই ক'লে, দৰিয়াবানুৰ লগত আজি খুব বেয়াকৈ লাগিল। মই কলোঁ, ঠিক আছে, নুৰুজ্জামানৰ লগত ৰোজিৰ বিয়া পাতিব খুজিছা, পাতা বাৰু। ৰুকুৰ কাৰণে অলপ অপেক্ষা কৰা। চফি বিয়াৰ কাৰণে লায়ক হৈ উঠক। পঢ়া-শুনা সম্পূৰ্ণ কৰক। তাৰ পিছত হ'ব। তাতোকৈ সাঙ্ঘাটিক কথাটো হৈছে, ধূৰ্ত্ত তিৰোতাজনীয়ে আগতেই গম পাইছিল যে মই তোৰ বিয়াত নাৰাজ। সেই কাৰণে কি বুধি কৰিলে জান? বিয়াৰ তাৰিখ আগুৱাই দিলে। অহা শুকুৰবাৰে বিয়াই। তইতো জানই, তোৰ দেউতাৰ মছজিদতেই থাকে। সাংসাৰিক বিষয় লৈ মূৰ নঘমায়। তেওঁৰ কথা হ'ল য'ত যি কৰিব লাগে নুৰু আৰু তোৰ মাৰই কৰক। তেওঁ আপত্তি নকৰে। আৰু বচ্! দৰিয়াবানুৱে কঁকালত টঙালি বান্ধি নামি গৈছে।

অলপপৰ মনে মনে থাকি হুমুনিয়াহ কাঢ়ি বাৰি মিঞাই ক'লে, তোৰ দেউতাৰ বা ককায়েৰ আলেম মানুহ। তদুপৰি ৱাহাবি নে ফৰাজি। তেওঁলোকে আচৰাফ-আজলাফ (উচ্চবৰ্ণ-নিম্নবৰ্ণ) নামানে। মই ধৰ্ম-তৰ্ম নামানোঁ। ময়ো মানুহৰ মাজত উচ্চ-নীচৰ ভেদা-ভেদ পচন্দ নকৰোঁ। কিন্তু এজুকেচন, কালচাৰ বুলি এটা কথা আছে। সেইপিনৰ পৰা বিবেচনা কৰিলে আচৰাফ-আজলাফ নমনাকৈ থাকিব নোৱাৰি। দৰিয়াবানু আজলাফ ঘৰৰ জীয়ৰী। তেওঁৰ ৰুচি বেলেগ। তেওঁ এজুকেচন-কালচাৰ মাথামুণ্ড একো নুবুজে। শিক্ষাৰ মোল একো নুবুজে।

বাৰি মিঞা মনে মনে থাকিল। অলপ পিছত চফিয়ে লাহেকৈ সুধিলে, আপুনি আব্বাক দেখা কৰা নাছিল?

কৰিছিলোঁ।

আব্বাই কি ক'লে?

বাৰি মিঞাই অলপ হাঁহি ক'লে, দৰিয়াবানু আৰু তোৰ ককায়েৰই যি ক'লে তেঁৱো তাকেই ক'লে। তোৰ ককায়েৰ দেওবন্দৰ পৰা আলেম হৈ আহিছে। তেওঁ মোক হুম্‌কি দিলে। ক'লে, মই হেনো তোক হিন্দুৰ স্কুলত খৃষ্টানি শিকাইছোঁ। শুনা কথা, তোৰ ককায়েৰই হেনো তোৰ পিতাৰৰ লগতো আজি-কালি কোৰাণ-হদিছৰ কথা

লৈ তৰ্ক কৰে। সিদিনা হেনো মছজিদত বহুত মানুহৰ আগতেই তোৰ পিতাৰক নুৰুই চাৰ্জ কৰিলে, কিয় তেওঁ তোক কুফ্ৰি-কালাম (বিধৰ্মীৰ বিদ্যা) শিকিবলৈ দিছে? তোৰ পিতাৰই হাত দাঙি নুৰুক থাপৰ মাৰিব খুজিছিল। মানুহবোৰে যেনিবা নুৰুক টানি আতঁৰাই নিছিল।

চফি থিয় হ'ল। ............ এইবোৰ কথা শুনি মোৰ মুঠেই ভাল লগা নাই। ইন্দ্ৰাণীলৈ আৰু কিমান দূৰ, চাচাজী? বাৰি মিঞাই ক'লে, আৰু দুই ক্ৰোশ মাথোন, ব'ল যাওঁ।

ইন্দ্ৰাণীত নবাববাহাদুৰৰ প্ৰকাণ্ড কাচাৰী। গেটত দুজন যাঠি লৈ থকা দাৰোৱান। তিনিফালে শাৰী শাৰী ঘৰ। দক্ষিণ-পূৱ কোণৰ অংশটো দুমহলীয়া। তলত খাজাঞ্চিখানা, চেৰেস্তা, মহাফেজখানা— এইবোৰ। কাচাৰীঘৰত প্ৰজাসকলৰ খুব ভীৰ। মাজত এখন বিশাল মুকলি চোতাল। দুকাষত তাল আৰু জাও গছৰ শাৰী। অ'ত ত'ত দুই এখন সৰু সৰু ফুলনি। এঠাইত এটা পুৰণি ফোৱাৰা। ফোৱাৰাটো শুকাই আছে। মাজৰ যিটো স্তম্ভৰ ফুটাৰে পানী ওলায়, সেইটোৰ মূৰত এজনী মাৰ্বলৰ পৰী। সম্মুখলৈ হাউলি কলহত পানী ভৰোৱাৰ ভঙ্গিত ৰৈ আছে।

গেটৰ দুকাষে দুজোপা মল্লিকা ফুল। ফুলৰ তীব্ৰ সুবাসে চফিৰ দেহত শিহৰণ তুলিলে। চেৰেংকৈ মনত পৰিল খোৰাপীৰৰ থানত ৰোজি-ৰুকুৰ সতে লগ হোৱা সেই আশ্চৰ্যজনক মুহূৰ্ত্তকেইটাৰ কথা। আৰু তেতিয়াই সি আৱিষ্কাৰ কৰিলে, এটা ক'লা ঘোঁৰাই তাক ৰুকুৰ কাষৰ পৰা ক্ৰমশঃ দূৰলৈ— বহু দূৰলৈ আঁতৰাই আনিছে। এক অসহায় অস্থিৰতাত তাৰ বুকুৰ ভিতৰখন দুৰ্‌দুৰকৈ কঁপিব ধৰিলে।

এষ্টেট মেনেজাৰ প্ৰফুল্লৰতন সিংহই সপৰিয়ালে দুমহলীয়া ঘৰটোৰ ওপৰ মহলাত থাকে। কাষতেই হলঘৰৰ নিচিনা এটা ঘৰ দেৱান চাহাবৰ কাৰণে সকলো সময়তে সজাই-পৰাই ৰখা হয়। ঘৰৰ বেৰত হৰিণ আৰু বাঘৰ ষ্টাফকৰা মূৰবোৰ আৰু নবাব বাহাদুৰৰ বংশৰ মানুহৰ ডাঙৰ ডাঙৰ তৈল চিত্ৰবোৰ। খিড়িকীবোৰ ডাঙৰ। মাজত ভালেকেইখন গাদী লগোৱা সুদৃশ্য চকী আৰু মাজত মাৰ্বল পাথৰৰ ডিম্বাকৃতিৰ এখন মেজ। এফালে এখন পালেঙত বিছনা পাৰি থোৱা আছে। মুহূৰ্ত্তৰ ভিতৰতেই ৰাতিপুৱা দেখি অহা বৰগাজিৰ ঘৰটো এইটোৰ তুলনাত খুবেই তুচ্ছ যেন লাগিল। চফি আচৰিত হৈ চাৰিওফালে চালে। বাৰি চৌধুৰীৰ লগত প্ৰফুল্ল সিংহই কথা পাতিছে। দুয়ো কথা পাতি পাতি মুকলি চোতালখনৰ ফালে আগুৱাই যোৱাত চফিয়ে উত্তৰফালৰ খিড়িকীখনৰ কাষলৈ গৈ থিয় হ'ল। সি দেখিলে অলপ দূৰত এখন সৰু নৈ। নৈখনৰ ইপাৰে এটা সৰু মথাউৰি।

মথাউৰিত হিজল, জামুগছৰ শাৰী। নৈখনত পানী বহুত। সিপাৰৰ বগা কহুৱা ফুলৰ মাজত এটি জুপুৰি। জুপুৰিটোৰ সম্মুখত এজোপা কেন্দু গছ। তাৰ তলত এখন বাহৰ চাং। চাঙত বহি এজন প্ৰায়-উলঙ্গ মানুহে টাকুৰী ঘূৰাই সূতা কাটিছে। জনশূন্য কহুৱানিৰ মাজত এটা জুপুৰি আৰু এজন নিঃসঙ্গ মানুহ। দৃশ্যটোৱে চফিক ভবাই তুলিলে।

তাৰ পিছত চফিয়ে দক্ষিণৰ খিড়িকীখনৰ ওচৰলৈ গ'ল। তলৰ আগচোতালত খেজুৰ আৰু জাওগছৰ শাৰী, ফুলনি, শুকান ফোৱাৰা আৰু পৰী আৰু তাৰ সেইফালে সেই হাতীটোক এজোপা শিৰিখ গছৰ ছাঁত থিয় দি থকা তাৰ চকুত পৰিল। সি চাতমাৰ কাল্লু পাঠান ক'ৰবাত আছে নেকি চকু ফুৰাই নেদেখিলে।

প্ৰফুল্ল বাবু আৰু বাৰি মিঞা ঘৰ সোমালত সি ঘূৰি থিয় হ'ল। প্ৰফুল্ল বাবু ঘুট্‌মুটীয়া মানুহ। তপা। প্ৰকাণ্ড গোফ। ভুৰু কোচাই মিচিক-মাচাক হাঁহি চফিক সুধিলে, কি হ'ল? দেৱান চাহাবৰ 'পাল্লাত' পৰি একেবাৰে লেবেজান হৈ গ'লা! বহা, বহা! অলপ জিৰাই লোৱা। পিছত কথা-বতৰা হয়।

এনেতে এজন লগুৱাই ট্ৰেত দুগিলাচ ছৰ্বত আনি মেজখনত থলে। প্ৰফুল্ল বাবুৱে চফিক হাতত ধৰি নি চকীত বহুৱাই দিলে। বাৰি মিঞাও বহিল। প্ৰফুল্ল বাবুৱে এগিলাচ ছৰ্বত চফিলৈ আগবঢ়াই দিয়াত সি ললে। লগে লগে হিন্দু মানুহজনক চফিৰ আপোন যেন লাগিল। কৃপানাথ এওঁতকৈ উচ্চ নেকি?

প্ৰফুল্ল বাবুৱে হাঁহি হাঁহি ক'লে, বাল্যবিবাহ বেয়া নহয়! দেৱানচাহাবে লাগিলে যিয়েই নকওঁক কিয়! এই চোৱা, মোৰ বিয়া হৈছিল তোমাৰ এনে বয়সত। তেতিয়া মই ক্লাছ নাইনত পঢ়োঁ। এফ.এ পঢ়াৰ বছৰ মই ল'ৰাৰ বাপেক হৈছিলোঁ। কি বেয়া।

বাৰি মিঞায়ো হাঁহিলে। ঘৰ শত্ৰু বিভীষণ ইয়াকেই বোলে! সিংবাবু, তাক উচটনি নিদিবচোন।

প্ৰফুল্ল বাবুৱে কৃত্ৰিম গাম্ভীৰ্যেৰে ক'লে, আলবাত উচটাম। মানুহক উচটনি দিয়াই মোৰ ধৰ্ম।

চফিৰ ফালে হাউলি গৈ চেপা মাতেৰে কৌতুক কৰি পুনৰ সুধিলে, দেৱান চাহাবক কি বুলি মাতা?

চফিয়ে লাজ লাজকৈ হাঁহি ক'লে, চাচাজী!

ঠিক আছে। মোক তুমি কাকাজী (খুড়া) বুলিবা।

বাৰি মিঞাই ক'লে, দেটচ্ এ টাৰ্কি্ ৱৰ্ড, সিং বাবু। মুছলিম তুৰ্কীসকলৰ ভাষা।

আপোনাক আৰু নোৱাৰিছো, চৌধুৰী চাহাব! প্ৰফুল্ল বাবুৱে চফিৰ ফালে ঘূৰিলে— তেওঁকো চাচাজী বুলিবা, মোকো চাচাজী বুলিবা। এইটো নহব। চাচাজী আৰু কাকাজী একে জিনিচ নহয়। কিছুদিন থাকা— হাড়ে হাড়ে গম পাবা।

বাৰি মিঞাই ক'লে, জাননে চফি, সিংবাবুৱে মুখত কৈছে তেওঁ বাল্যবিবাহৰ পক্ষপাতী। এইফালে নিজৰ ছোৱালী দুজনী বিয়া নিদি সুন্দৰকৈ চহৰৰ স্কুল কলেজত পঢ়ুৱাইছে।

প্ৰফুল্ল বাবুৱে সেই কথালৈ কাণ নিদি উঠিল। ..... সেইবোৰ থাকক চৌধুৰী চাহাব। বাৰটাই বাজিল। শুনিলোঁ আপোনালোকৰ এইবেলাৰ খোৱা-বোৱা হেনো মেহমানখানাত ৰেডি কৰিছে। যিহওক ৰাতিৰ মুঠি এই বান্দাৰ ঘৰতে দুয়োজনে খাব লাগিব কিন্তু। কি হেৰা? তুমি হেনো পীৰ চাহাবৰ ল'ৰা। হিন্দুৰ ঘৰত খাবানে? তোমাৰ চাচাজীৰ পিছে বহুদিন আগতেই জাত গ'ল!

বাৰি মিঞাই চকুৰে হাঁহি ক'লে, জাত আপোনাৰ যোৱা নাই জানো, সিংবাবু?

মুখত আঙুলি দি প্ৰফুল্ল বাবুৱে ক'লে, নকব, নকব!

দুপৰীয়া চফিৰ টোপনি আহিছিল। আবেলি কাৰোবাৰ মাতত তাৰ টোপনি ভাগিল। দেখিলে সেই লগুৱাজনে হাতত চাহৰ পিয়লা লৈ থিয় দি আছে। আদাব দি ক'লে, আৰু নুশুব কণমিঞা! উঠক।

চফি উঠি বহি সুধিলে, চাচাজী ক'ত?

দেৱানচাহাব? তেখেত তোপপাৰালৈ গ'ল। উভতি আহি পায় মানে সন্ধ্যা হ'ব।

লগুৱাটোৱে সম্ভ্ৰমেৰে চফিৰ হাতত চাহৰ পিয়লাটো দি ওলাই গ'ল। চফি পিয়লাটো লৈ দক্ষিণফালৰ খিড়িকীৰ কাষলৈ গৈ থিয় হ'ল।

নৈখনৰ সিপাৰৰ জুপুৰিৰ মানুহজনে ভৰা নৈত জাল পেলাইছে। আবেলিৰ ৰ'দ হেলনীয়াকৈ নৈৰ পানীত পৰিছে। ইপাৰত মথাউৰিত থিয় হৈ কোনোবা এজনে সিপাৰৰ সেই মানুহজনৰ লগত চিঞৰি চিঞৰি কিবা কথা পাতিছে। ইপাৰৰজনক অলপ পিছতেই চফিয়ে চিনি পালে। চাতমাৰ কাল্লু পাঠান। তাৰ পিন্ধনত লুঙি, গাত কুৰ্ত্তা। খাঁটি মিঞা চাহাব সাজিছে। চফি চাহ খাই তললৈ নামি গ'ল।

আবেলি পৰতো চেৰেষ্টা আৰু খাজাঞ্চিখানাত মানুহৰ ভীৰ। চফি গৈ ফোৱাৰাটোৰ কাষত থিয় হ'ল। বগা মাৰ্বলৰ পৰীৰ মূৰ্ত্তিটোত চকু পৰাত আকৌ এবাৰ চেৰেংকৈ ৰুকুৰ কথা মনত পৰিল। এক তীব্ৰ ইচ্ছা হ'ল, সি মনে মনে গুছি যাব। বাৰি চাচাজী নাই। তাৰ হাতত ধৰোতা কোনো নাই। হঠকাৰী চিন্তাই তাক গেটখনৰ কাষলৈকে টানি লৈ গ'ল। গেটৰ দুকাষৰ মল্লিকা ফুলৰ সুবাসে তাৰ এই হঠকাৰী চিন্তাৰ বেগ বঢ়াই তুলিলে। সি গৈ ৰাস্তাত উঠিল।

ইন্দ্ৰাণী গাওঁখন কাচাৰীঘৰৰ পিছৰ পৰাই আৰম্ভ হৈছে। বাদশ্বাহী আলিটো গাঁওখনৰ মাজেৰে গৈছে। কেইখোজমান যাওঁতেই কাল্লু পাঠানৰ মাত শুনি সি থমকি ৰ'ল। ঘূৰি চাই দেখে কাল্লু হাঁহি হাঁহি তাৰ পিনেই আগুৱাই আহিছে। চফিৰ গাৰ তেজ গৰম হ'ল। বাৰি চাচাজীয়ে তাক মোক পহৰা দিবলৈকে নিযুক্ত কৰি গৈছে নেকি?

কাল্লুৱে চালাম দি ক'লে, কণচাব! আপুনি আহিছে, হামি খবৰ পাইছোঁ। পিছে উধৰ কাহা গৈছে? আহক, আহক মই আপোনাক ফুৰাই আনিব।

চফি থিয় হৈ থকা দেখি কাল্লুৱে সুধিলে, গাঁৱৰ অন্দৰত যাব বিছাৰে নেকি, কণচাব? উধাৰ কুছ ভি দেখনেকো নাই আছে। আহক আপোনাক কুঠিবাৰীৰ চাংঘৰ দেখাই আনিব।

সি উত্তৰফালৰ ঘন গছ-বিৰিখেৰে ভৰা এডোখৰ ঠাইলৈ আঙুলিয়াই দেখুৱালে।

চফিয়ে ক'লে, মই ক'লৈকো নাযাওঁ।

কাল্লুৱে খেক্-খেক্‌কৈ এটা অদ্ভুত হাঁহি মাৰি ক'লে, তো ঠিক হেয়! লেকিন গাওঁ কি অন্দৰ মত যাইয়ে।

চফিয়ে সুধিলে, কেলেই?

গাঁওৱালে কে চাথ বহুত ঝামেলা উমেলা চলিছে। উও মাহিনা কাচাৰীত হামলা কৰিবলৈ আহিছিল, তো মেনেজাৰ বাবুৱে পাইক ভেজ দি চব ঠাণ্ডা কৰি দিলে।

আজি দেখোন চাচাজীৰ লগত গাৱঁৰ মাজেৰেই আমি আহিলোঁ! কাল্লুৱে আকৌ হাঁহিলে। দেৱানচাব কী বাত দুচৰা আছে। উন্‌হিক কিবা কব, এইচা হিম্মত কাৰ আছে? আৰে কণচাব, উনহি তো চব ঝগড়া শেষ কৰি দিলে। ....... কাল্লুৱে ফুচফুচাই ক'লে, ওহি যো মেনেজাৰ বাবু হে না, উন্‌হি কেবল ঝুট-ঝামেলা কৰে। লেকিন কণচাব, আপোনাৰ ভৰিত ধৰিছোঁ মেনেজাৰ বাবুক নাহি কব!

চফি আকৌ কাচাৰীঘৰৰ চৌহদত সোমাল। কাল্লুৱে বাৰে বাৰে তাক ফুচফুচাই মেনেজাৰৰ আগত কথাটো নকবলৈ অনুৰোধ কৰিলে। ফোৱাৰাৰ কাষলৈ গৈ চফিয়ে ক'লে, মই কাচাৰীৰ মানুহ নেকি যে মানুহে মোক মাৰ-ধৰ কৰিব?

কাল্লুৱে ক'লে, কুছ বিশ্বাস নাই, কণচাব। আপোনাক দেৱানচাবৰ লগত দেখিছে। তব বছ, আপুনি ভি কাচাৰীৰ মানুহ বন গৈছে।

সেই নিশা বাৰি মিঞা ঘূৰি অহাৰ পিছত চফিয়ে গম পালে যে কাল্লুৱে মিছা কথা কোৱা নাই। বিশাল ইন্দ্ৰাণী পৰগণাৰ কোনো কোনো মহলৰ জমিদাৰৰ লগত নবাবী মহলৰ প্ৰায়ে সংঘৰ্ষ হয়। ইন্দ্ৰাণী গাঁওখন এজন মুছলমান জমিদাৰৰ অধীনত। সম্পৰ্কত তেওঁ হৰিণমাৰাৰ বৰগাজিৰ আত্মীয়। মাজে সময়ে বৰগাজি আহিও মীমাংসা কৰি যায়। গাঁওখন মুছলমান প্ৰধান। এইফালে নবাবী এষ্টেটৰ মেনেজাৰ প্ৰফুল্ল সিংহ মানুহজন মুখত যিমানেই অমায়িক নেদেখুৱাওক কিয়, বৰ ধূৰ্ত্ত। তেওঁৰ যে কি অভিসন্ধি বুজাই বৰ কঠিন। কিন্তু বাৰি চৌধুৰীয়ে জানে তেঁৱেই সকলো কাজিয়া পেচালত উচটনি দি থাকে। মুকলি চাদত বহি চেপা মাতেৰে বাৰি চৌধুৰীয়ে চফিক এইবোৰ কথা কৈ থাকোতেই হাতত লেম লৈ প্ৰফুল্ল সিং উপস্থিত হ'লহি। প্ৰফুল্ল বাবুৱে ক'লে, আপোনালোক ইয়াত আন্ধাৰত বহি আছে, আৰু সেইফালে মই আপোনালোকক বিচাৰি ফুৰিছোঁ। আহক, আহক। ভাত-আঞ্জা হৈ গ'ল।

ৰন্ধা-বঢ়া আচলতে শেষ হোৱাই নাছিল। মেজত লেমটো সন্ধিয়াৰ পৰাই জ্বলি আছিল। বগা মেজখনত মাথোন পানীৰ পাত্ৰ এটা। পাত্ৰটো চীনামাটিৰ। কাৰুকাৰ্য্য খোদিত। সিকাষৰ কোঠাটোৰ পৰা দুজন মানুহে দুখন প্ৰকাণ্ড কাঁহৰ কাঁহীত ভাত লৈ আহিল। ট্ৰেত সজাই কেবাটাও আঞ্জাৰ বাতি আনিলে। জীৱনত প্ৰথমবাৰৰ বাবে চফিয়ে হিন্দুৰ ঘৰত ভাত খাবলৈ বহিছে। প্ৰকাণ্ড কাঁহীৰ কাষত বিবিধ ভজা আৰু আঞ্জা। অলপ পিছতেই ওৰণি লোৱা এগৰাকী প্ৰৌঢ়া হিন্দু মহিলা ওলাই আহিল। বাৰি চৌধুৰীক আদাব দি চফিক দেখুৱাই সুধিলে, এইজনেই হবপায় আপোনালোকৰ পীৰচাহাবৰ ল'ৰা?

প্ৰফুল্ল বাবুৱে হাঁহি হাঁহি সুধিলে, দেখি কি ধাৰণা হৈছে, কোৱাচোন? সিংহপত্নীয়ে ক'লে, চেহেৰা দেখি মুছলমান বুলি ধৰিবই নোৱাৰি।

বাৰি চৌধুৰীয়ে হাঁহি ক'লে, আপোনাৰ মাথোন সেইবোৰেই কথা! মনত আছেনে মোক প্ৰথম প্ৰথম দেখি কি কৈছিল? মোক দেখিও হেনো—

সিংহপত্নীয়ে ততালিকে কথাষাৰ কাঢ়ি লৈ অলপ বিব্ৰত ভাবে ক'লে, নহয়— নহয়। তেনেকৈ কোৱা নাই। সঁচাই। মানুহৰ চেহেৰাত কিবা পাৰ্থক্য থাকেনে? পিছে,

দেৱান চাহাব, আপুনি যিয়েই নকওঁক কিয়, এইজন ল'ৰাক যদি চুৰীয়া কামিজ পিন্ধাই দিয়ে, বামুণৰ ল'ৰা যেন নালাগিবনে? কেনে পকা থেকেৰাটো যেন গাৰ ৰঙ, কেনে তিলফুলীয়া নাক!

প্ৰফুল্ল বাবুৱে অলপ আঁতৰত এখন চকী টানি লৈ বহি হতাশাৰ সুৰত ক'লে, এয়া আৰম্ভ হ'ল। আৰে ভাই, পোছাকৰ তলত সকলো মানুহ একেই। দুখন ভৰি, দুখন হাত, এটা মূৰ!

বাৰি চৌধুৰীয়ে ক'লে, কিন্তু নবৌৰ কথা একেবাৰে মিছাও নহয়। পোছাকৰ ক্ষেত্ৰতো আছেই, মুখৰ ভাষাতো হিন্দু-মুছলমানৰ মাজত অলপ হলেও প্ৰভেদ আছে। কালচাৰেল ডিফাৰেন্স বুলি কব পাৰি।

সিংহপত্নীয়ে চফিলৈ চালে। এখোজ আগুৱাই গৈ সুধিলে, ঘৰত তোমাৰ আৰু কোন কোন আছে? দেউতাৰাতো পীৰ চাহাব বুলি জানিলোৱেই। মাৰাও আছে বুলি শুনিছোঁ। ভাই-ভনী কেইজন?

চফি তলমূৰ হৈ ক'লে, আমি ককাই-ভাই তিনিজন।

ভনী?

ভনী নাই।

বাৰি চৌধুৰীয়ে ক'লে, সমস্যা হৈছে মাজুজনক লৈ। সি প্ৰায় বিবেক-বুদ্ধিহীন। বিকলাঙ্গ বুলিবও পাৰি। সম্প্ৰতি হেনো কোনোবা কবিৰাজৰ দৰব খাই অলপ ভাল হৈছে। সেইফালে তাৰ আইতাক পক্ষাঘাত ৰোগত শয্যাশায়ী। ডাঙৰ ককায়েকজন দেওবন্দ মাদ্ৰাছাৰ পৰা পাছ কৰি মৌলবী হৈ ঘৰলৈ উভতি আহিছে। তাৰ পিছত ঘটনা বুলিয়েই কওঁক বা দুৰ্ঘটনা বুলিয়েই কওঁক— হঠাতেই ডাঙৰ ককায়েক আৰু এইজন নাবালকৰ একেলগে বিয়াৰ বন্দোবস্ত হৈছে। পৰহিলৈ বিয়াৰ দিন। কইনা দুজনী যঁজা বাই-ভনী। মোৰেই দূৰ সম্পৰ্কীয় এজন ককাইদেউৰ ছোৱালী। ককাইদেউ অৱশ্যে এতিয়া জীৱিত নহয়।

প্ৰফুল্ল বাবুৱে ক'লে, আপোনাৰ নবৌৰেকক সকলো কথা কলোঁ।

সিঙৰ ঘৈণীয়েকে চফিক সুধিলে, কোন ক্লাছত পঢ়ি আছা তুমি?

উত্তৰ দিলে বাৰি চৌধুৰীয়ে। ক্লাছ চিক্স। আচলতে ইমান দিনে সি মেট্ৰিকেই পাছ কৰিব লাগিছিল। দেউতাক মৌলানা পীৰ মানুহ। একেবাৰে যাযাবৰী স্বভাৱ। আজি ইখন গাঁৱত, কালিলৈ সিখনত— এনেকৈ গোটেই পৰিয়ালটো ঘূৰি ফুৰে। ফলত চফিৰ পঢ়া-শুনাৰ কন্টিনিউটি নাথাকিল।

হিন্দুৰ ঘৰত চফিয়ে প্ৰথম ভাত খাইছে। অইন এক ধৰণৰ সোৱাদ। বৰগাজিৰ ঘৰৰ খাদ্যতকৈয়ো যেন বেছি ভাল সোৱাদ পাইছে সি। ইমান সুস্বাদু দাইল আগেয়ে সি খাই পোৱা নাই। সাধাৰণ শাক-পাতবোৰো যে ইমান জুতি লগা হয়, সি ভাবিবই পৰা নাছিল। মাছৰ আঞ্জাখন মুখত লাগিছে। খোৱাত মগ্ন হৈ থকা বাবে সি তেওঁলোকৰ কথা-বতৰাত কাণ দিয়া নাছিল।

ভাত খোৱা শেষ হলত দৈ আৰু সন্দেশ দিলে। দিনৰ বিৰিয়ানি আৰু হালুৱাও

এতিয়াৰ খাদ্যৰ তুলনাত তেনেই তুচ্ছ যেন লাগিল। যদিও কৃপানাথৰ দৰেই সিংহপত্নীয়েও চফিৰ লগত কিছু নিলগৰ পৰা কথা পাতিছিল, তেওঁৰ মাতত মমতা আছিল। মহিলাগৰাকীৰ চেনেহৰ সোৱাদেও ভাত-আঞ্জাখিনি মধুৰ কৰি তুলিছিল।

বহল বিছনাখনত আঠুৰাৰ তলত সেই নিশা চফিৰ টোপনি অহা নাছিল। অলপ আঁতৰত বাৰি মিঞাৰ নাকৰ ঘৰ্ঘৰণি, বাহিৰত জিলীৰ ঝি-ঝি মাত, তাৰ পিছত হঠাৎ দেউড়িত ঢং ঢংকৈ ঘণ্টা বাজিল। চফিৰ ভাব হ'ল তাৰ মাক আহি কাষত থিয় হৈ নিঃশব্দে তাৰ সতে কথা পাতিছে। হাতত সাৰে ভৰিত সাৰে তাৰ পৰা পলাই যাবলৈ তাৰ প্ৰবল ইচ্ছা হ'ল। কিন্তু দেউড়িত যে দাৰোৱান আছে! দুৱাৰ বন্ধ। ৰুকুৰ কথা মনৰ পৰা আঁতৰাই ৰাখিব পাৰিলেও সি মাকক মনৰ মাজৰ পৰা আঁতৰাব পৰা নাই। কিয় যে সিদিনাখন তেনেকৈ হঠাতেই মাকৰ কথালৈ কেৰেপ নকৰি গুছি আহিছিল! বুকুৰ মাজত চেপা খাই থকা আবেগখিনি উদ্গীৰণ হব খুজিলে। দেউড়িত ঢং ঢংকৈ ৰাতি তিনিটা বজাৰ ঘণ্টা বাজিল। চফিৰ চকুত তেতিয়াও টোপনি নাই।

পিছদিনা বাৰি মিঞাই যেতিয়া তাক টোপনিৰ পৰা জগালে, তেতিয়া বেলি দুপৰ হৈছে। বাৰি মিঞাই ক'লে, লৰালৰিকৈ চাহ নাস্তা খাই ল। আজিৰ পৰা তোক ঘোঁৰা চলাবলৈ শিকাম।

চফিৰ বিহ্বলতা ইতিমধ্যে ভালেখিনি আঁতৰিছে। সেই ক'লা-ঘোঁৰাটোত উঠাই বাৰি মিঞাই তাক কাচাৰীঘৰৰ সন্মুখৰ মুকলিখিনিলৈ লৈ গ'ল। প্ৰথমে কিছু সময় বাৰি মিঞাই লেকামডাল নিজেই ধৰি কাষে কাষে খোজ কাঢ়ি গৈ থাকিল। তাৰ পিছত লেকামডাল চফিৰ হাতত তুলি দিলে। শিক্ষিত ঘোঁৰাটোৱে চফিক মানিলে। অশ্বাৰোহনৰ ৰাগীয়ে অতিক্ৰান্ত জীৱনৰ স্মৃতি মচি নতুন এক জীৱনলৈ টানি নিব বিচাৰিছিল। সেই জীৱন গতিময়। তাত ৰুকু নাই আৰু কোনো নাই। সি নিঃসঙ্গ। এনে লাগিল, এই জীৱনৰ তুলনাত অইন একো কাম্য থাকিব নোৱাৰে।

ইয়াৰ কেইদিনমান পিছত বৰ গাজি হঠাৎ আহি খবৰ দি গ'ল, দৰিয়াবানুৰ দুই কন্যাৰ লগত বদুপীৰৰ দুই-পুত্ৰৰ বিয়া হৈ গৈছে। দিল আফৰোজৰ লগত নুৰুজ্জামানৰ আৰু দিলৰুখৰ লগত মণিৰুজ্জামানৰ।

## ন

# স্বাধীনতাৰ প্ৰথম সোৱাদ

সিদিনাৰ কথাবোৰ জল্‌জল্ পট্‌পট্‌কৈ মনত পৰে। আহিনৰ মেঘাচ্ছন্ন আকাশ। কিন্‌কিনীয়া বৰষুণ। প্ৰফুল্ল বাবুৱে গম্ভীৰ মুখেৰে ক'লে, সেইবাৰৰ দৰে পাগলীয়ে সংহাৰ মূৰ্ত্তি নধৰিলেই ৰক্ষা। অলপ পিছতেই বুজিব পাৰিলোঁ যে পাগলী মানে তেওঁ কাচাৰী ঘৰৰ পিছফালৰ নৈখনকেই বুজাইছে। প্ৰফুল্লবাবুৱে যেতিয়া কেইবছৰমান আগেয়ে নৈখনৰ বাঢ়নী পানীয়ে কাচাৰী ঘৰৰ আধা অংশ বুৰাই পেলোৱাৰ বৰ্ণনা দিলে; চফি আচৰিত নহৈ নোৱাৰিলে। বেউলা নামৰ এই শীৰ্ণ নৈখন, যাক আজিৰ এই শৰৎ কালত টানকৈ বন্ধা বেহেলাৰ তাঁৰৰ নিচিনা দেখি— যেন চুই দিলেই টুংকৈ বাজি উঠিব— সেইখন নৈয়ে এনে দুৰন্ত সাহস দেখুৱায়! আৰু কাল্লু পাঠানে মোক কৈছিল, চত্তিৰ (চ'ত) মহিনামে দেখিলে তাজ্জব হৈ যাব কণচাব! জৰাচা— এইখিনিমান পানী ভি নাথাকে। বহুত্ বালি— খালি বালি! ঔৰ উও বালি চক্কৰ মাৰকে হাৱা কি চাথ পাগল কি মাফিক কাচাৰীমে ঘুছেগা! আখ অন্ধা কৰিব! তব কণচাব, বেউলা এইচি নদী হে। বহুত খেয়ালি।

এখনি প্ৰবাহমান নৈৰ ফালে অইন এক দৃষ্টিৰে চাবলৈ তেতিয়াও জনা নাছিলোঁ। তেনেদৰে চোৱাই নাছিলোঁ সৌজোপা গছলৈ, সৌখন পথাৰলৈ, সৌখন আকাশলৈ, সৌডৰা কহুৱানিলৈ। উলুৱনিৰ মাজেৰে এলানি গৰুগাড়ীৰ পিছে পিছে অকলশৰীয়াকৈ খোজ কাঢ়ি গৈ থাকোতে সেই যে এক অৱচেতনা গঢ় লৈ উঠিছিল— যাৰ মাজত আছে স্বাধীনতা, যি প্ৰকৃতি সিয়েই যেন কাল্লু পাঠানৰ লগত কেইদিনমান ঘূৰি ফুৰাৰ পিছত পাগলী বেউলাৰ ৰূপত বৈ যোৱাৰ উমান পাইছিলোঁ। কাচাৰী ঘৰৰ দাঁতিৰ হাবিত, নৈৰ সিপাৰৰ মেহৰুৰ জুপুৰিৰ সম্মুখৰ কেন্দু গছৰ তলৰ চাঙত বহি এক আদিম পৃথিৱীৰ গল্প শুনি থাকোতে এক পৰাবাস্তৱতাই মোক আবিষ্ট কৰিছিল।

খুব স্বীনতাময় সেই পৰাবাস্তৱতা, যাৰ লগত নিবিড় সম্পৰ্ক আছে মৌলাহাটৰ এজনী ছোৱালী। এৰা, ৰুকুই আছিল সেই স্বাধীনতাময় পৰাবাস্তৱতাৰ সুদূৰ প্ৰান্তত থিয় হৈ। মাজে মাজে বেউলা আৰু ৰুকু যেন একাকাৰ হৈ যায়। কিন্তু বাৰি চাচাজীৰ সতৰ্ক প্ৰহৰীৰ নিচিনা চাতমাৰ কাল্লু খাঁই যেন মোৰ কেউপাশে এখনি দুৰ্ভেদ্য প্ৰাচীৰ

গঢ়ি তুলিছিল। সেয়ে মই তাক ঘিণ কৰিছিলোঁ। অথচ তাৰ ভিতৰত কিবা চৌম্বিক আকৰ্ষণ আছিল— মই তাক এৰাই চলিব পৰা নাছিলোঁ।

সেই আপদীয়া কিন্‌কিনীয়া বৰষুণত তিতি জুৰুলি-জুপুৰি হৈ যিজন মানুহ ঘোঁৰাৰ পিঠিত উঠি কাচাৰী ঘৰৰ চৌহদত সোমায়, তেওঁক ময়েই প্ৰথমে খিড়িকীৰে দেখিছিলোঁ। মানুহজন হৰিণমাৰাৰ বৰগাজি চইদুৰ ৰহমান। প্ৰথমে মই চিনিবই পৰা নাছিলোঁ। ওপৰৰ হলঘৰলৈ তেওঁক সসন্মানে আগবঢ়াই অনা হ'ল। মানুহজন বোকাৰে লুতুৰি পুতুৰি। তেওঁৰ অৱস্থা দেখি হাঁহি উঠিল। কেইদিনমান আগতে এই মানুহজনকেই বীৰ-বিক্ৰমেৰে তৰোৱাল ঘূৰোৱা দেখিছিলোঁ। আজি হঠাতে ধুমুহা বৰষুণ মূৰত লৈ তেওঁ কিয় ওলালহি? কথাটো মই টং কৰিব পৰা নাছিলোঁ। বোকাপানীৰে লুতুৰি পুতুৰি হৈ আহিলেও মানুহজনক মুঠেই ক্লান্ত বা ম্ৰিয়মান যেন লগা নাই। তেওঁ প্ৰথমে মোৰেই সম্মুখত পোণ হৈ থিয় হ'ল। ভিজা আৰু চেঁচা হাতেৰে মোৰ হাত এখন খামুচি ধৰি হৰ্ষোল্লাস প্ৰকাশ কৰি ইংৰাজীতে ক'লে, মাই বয়! নাও ইউ আৰ ফ্ৰি!

বাৰি মিঞাই আচৰিত হৈ সুধিলে, ফ্ৰি ফ্ৰম হোৱাট, গাজি?

ফ্ৰম্ ডেঞ্জাৰ্! বৰগাজিয়ে ইমান জোৰেৰে অট্টহাঁহি মাৰিলে যেন সেই মুহূৰ্ত্তৰ শাৰদীয় মেঘৰ গাজনিটোও থান্‌বান্ হৈ গ'ল। বৰগাজিয়ে আকৌ ক'লে, ফ্ৰি ফ্ৰম্ ডেঞ্জাৰ! মৌলানা বদিউজ্জামানৰ প্ৰথম আৰু দ্বিতীয় পুত্ৰৰ লগত মোৰ বন্ধু লেট তোফাজ্জল চৌধুৰীৰ দুইকন্যাৰ কালি বিয়া হৈ গ'ল।

বৰগাজিৰ অঙ্গি-ভঙ্গি দেখি প্ৰফুল্ল বাবুৱে হাঁহিছিল। কিন্তু বাৰি চাচাজী হঁহা নাছিল। আৰু মোৰ এনে লাগিছিল যেন মোৰ মূৰতেই বজ্ৰপাত হ'ল। ৰুকু! মোৰ ৰুকু! তাইক কাষত লৈ শুব মণিককাই— অৰ্দ্ধ পশু, অৰ্দ্ধ মানৱ, বিকলাঙ্গ, এটা পাষণ্ডই! অকপটে কৈছোঁ, তাক কিমান দিন যে মই ঘৰৰ ভিতৰত স্ফীত পুৰুষাঙ্গ ধৰি জঘন্য খেলাত লিপ্ত হোৱা দেখিছোঁ! সেই কথা এই বিশাল ধৰাৰ তৃণ এডালৰ আগতো কব পৰা নাছিলোঁ। আজি মই নিশ্চিত মৰণৰ মুখত থিয় দি আছোঁ বুলিহে জনাই যাব খুজিছোঁ। এই মুহূৰ্ত্তত জীৱনৰ— মোৰ এই দণ্ডিত জীৱনৰ সমগ্ৰখিনিক মই চিত্ৰপটৰ দৰে বোলাই যাব বিচাৰিছোঁ—গছকি যাব খুজিলে তুমিও ভৰি আগবঢ়াই দিব পাৰা, দীৰ্ঘনাসা প্ৰহৰীভাই!

অলপ পিছতেই বাৰি চাচাই লাহেকৈ কৈছিল, গাজি, তুমি কৈছা কি!

বৰগাজিয়ে হাঁহি হাঁহি কৈছিল, বিয়ালৈ মোৰো জেৱাফত আছিল, চৌধুৰী! মইদুৰ, মানে তোমালোকৰ সৰুগাজিকো মাতিছিল। মই অৱশ্যে মদুৰ দৰে পীৰ চাহাবৰ শিষ্য হোৱা নাই। শিষ্য হ'লে মই ব্ৰাণ্ডি-হুইস্কি এৰিব লাগিব। ছিগাৰেট এৰিব লাগিব। পাঁচ ওৱাক্ত নামাজ পঢ়িব লাগিব। ইছলামৰ স্বাৰ্থত ইমান চেক্ৰিফাইচ কৰিবলৈ মই ৰাজি নহওঁ ভাই! মোক নিমন্ত্ৰণ কৰিছিল মোৰ লেট বুজম ফ্ৰেণ্ড তোফাজ্জলৰ ঘৈণীয়েকে। চৌধুৰী, চি ইজ এ জিনিয়াচ্! ইল্‌লিটাৰেট খেতিয়কৰ জীয়ৰী হলেও তেওঁৰ অসাধাৰণ ক্ষমতা। শক্তি আৰু জেদ। মই তেওঁক প্ৰেইজ কৰোঁ।

কিছুপৰ মনে মনে থাকি চাচাজীয়ে একেই সুৰতে ক'লে, মই নকৰোঁ।

কিয় বাৰু, কোৱাচোন?

আজিও বুজা নাই আৰু সিদিনাখনো বুজা নাছিলোঁ, কিয় যে বৰগাজিৰ এই সৰল প্ৰশ্নটো শুনি বাৰু চাচাজী জাঙুৰ খাই উঠিছিল। আই হেট দেট ওমেন! নীচ কৰবাৰ! গোলাপৰ কলিৰ দৰে এজনী ছোৱালীক—

উত্তেজনাত বাকৰুদ্ধ চাচাজী উঠি গৈ খিড়িকীৰ ৰডত মুঠি মাৰি ধৰি প্ৰস্তৰ মূৰ্ত্তিৰ দৰে থিয় দি আছিল। বৰগাজি হতভম্ব হৈ পৰিছিল। তাৰ পিছত নিজকে চম্ভালি লৈ শুকান হাঁহি মাৰি কৈছিল, সিংদা! আপোনাৰ দেৱান চাহাবক আজিলৈকে মই বুজিব নোৱাৰিলোঁ। ধুমুহা-বৰষুণ মূৰত লৈ ইমান দূৰলৈ মই আহিলোঁ এটা ভাল খবৰ দিবলৈ, আৰু মিঞা চাহাবে উলটি— যাওক, যি কৰে কৰিব! মই ওলালোঁ।

বুজিছিলোঁ, বৰগাজি অপমানবোধত আহত। প্ৰফুল্লবাবুৱে উৎকণ্ঠিত হৈ কৈছিল, উঃ কি মুস্কিল! কাণি-কাপোৰখিনি সলাই লওঁক। এই গৰীবৰ ঘৰলৈ আহি এনেদৰে গুছি গ'লে গৃহস্থৰ অকল্যান হয়, নাজানেনে?

প্ৰফুল্লবাবুৰ কথাত সাৰল্য আৰু কৌতুক আছিল। কিন্তু বৰগাজিয়ে কাণ নিদিলে। মোৰ ফালে ঘূৰি তেওঁ কৈছিল, তোমাৰ মা-দেউতাৰাই তোমাক বিচাৰি নিবলৈ খবৰ পঠাইছিল। যিহওক, তুমি ক'ত আছা কাজীচাহাবে একো গম পোৱা নাই। মই অৱশ্যে মানুহজনক ইয়ালৈকে আহিবলৈ কৈছিলোঁ। অহা নাই নহয়?

খুব লাহেকৈ কৈছিলোঁ, নাই। এক মুহূৰ্ত্ত পিছত কৈছিলোঁ, নাজানোঁ। মোৰ হাতত ধৰি বৰগাজিয়ে কৈছিল, যাওক সেইবোৰ। যি হয় ভালৰ বাবেই হয়। তুমি বাচি গৈছা। এতিয়া মন দি মাথোন পঢ়া-শুনা কৰা।

অ' হেৰা চৌধুৰী! তোমাৰ হ'ল কি? এইফালে মুখখন ঘূৰোৱা!

কোৱা।

চফি হৰিণমাৰালৈ কেতিয়া ঘূৰি যাব?

কেলেই?

অদ্ভুত প্ৰশ্ন! বৰগাজি অলপ বিৰক্ত হৈ কৈছিল। তাক স্কুল এৰুৱাব খুজিছা নেকি? মূৰটো ঠাণ্ডা কৰি মোৰ কথাটো শুনাচোন। এতিয়া পূজাৰ বন্ধ। কেইদিনমান ইয়াতে থাকক। তাৰ পিছত মোৰ ওচৰলৈ পঠাবা। কাজীৰ ঘৰত থাকিলে পঢ়া-শুনা নহব। কাজীৰ পুতেকজন বৰ দগাবাজ। চফিক মই ৰাখিম। মোৰ ঘৰত থাকিব। মই পঢ়াম। ইংৰাজীত সি বৰ কেঁচা— জানানে?

এটা হুমুনিয়াহ কাঢ়ি চাচাজী খিড়িকীৰ কাষৰ পৰা আহিছিল— সেইবোৰ পিছত হব। তুমি যোৱাচোন। পোছাক সলাই লোৱা। খোৱা লোৱা কৰা!

বৰগাজিয়ে দুখোজমান আগুৱাই গৈ ক'লে, আহোতে বাটত ৰফিকুলে লগ পালে। তাৰ ঘৈণীয়েকে ইমান পৰে মোৰ কাৰণে বৈ বৈ খঙত উতলি আছে ছাগে। কথাষাৰ কৈয়েই তেওঁ চিৰিৰে তললৈ নামি গ'ল।

মই উত্তৰফালৰ খিড়িকীখনৰ কাষত বহি বেউলালৈ চাই আছিলোঁ। মোৰ দৃষ্টিত

পৰিছিল— নৈৰ বুকুত হেলনীয়া বৰষুণ, পাৰৰ গাঢ় আৰু বিস্তীৰ্ণ শ্যামলিমা— যি স্বাধীনতাময়। সেই স্বাধীনতাক ধূসৰ পোহৰ আৰু আবহমণ্ডলৰ মাজত আলোড়িত এক ব্যাপকতাৰ দৰে বোধ হৈছিল। যেন হাত মেলিয়েই মই চুব পাৰিম। উটি যাব পাৰিম সেই প্ৰাকৃতিক স্বাধীনতাৰ সোঁতত। এতিয়া মই কিমান স্বাধীন! মই যে এতিয়া যি মন যায় তাকেই কৰিব পাৰোঁ! মই ফ্ৰি— স্বাধীন মানুহ!

প্ৰফুল্লবাবু গুছি যোৱাৰ পিছত চাচাজী মোৰ কাষলৈ আহিছিল। মোৰ দুইকান্ধত তেওঁৰ হাত থৈছিল। পিঠিত তেওঁৰ শৰীৰৰ উষ্ণ স্পৰ্শ। লাহেকৈ কৈছিল, মোক ভুল নুবুজিবি, বাচা! ঠিক এনেকুৱা হোৱাটো মই বিচৰা নাছিলোঁ। মোৰ বুকুখন ভাঙি গৈছে, চফি ! এয়া কি হ'ল, বুজিব পৰা নাই! মোৰো খুব ইচ্ছা আছিল, ৰুকুৰ লগত তোৰ বিয়া হওঁক। মই জানোঁ— মই সকলো জানোঁ অ'!

কি জানে? প্ৰশ্নটো মোৰ ডিঙিতেই বাজি ৰ'ল। জিভাই তুলি আনিব নোৱাৰিলে। ওঁঠ দুখনিয়ে বাহিৰ হ'ব নিদিলে। মাথোন চাচাজীৰ ফালে ঘূৰি চালোঁ। ভৰপূৰ চকু তেওঁৰ। কঁপা মাতেৰে আকৌ ক'লে, এনে ফুলৰ দৰে নিষ্পাপ ৰূপহী ছোৱালীজনীক এজন বোবা, মূৰ্খ, বিকলাঙ্গ ল'ৰাৰ হাতত তুলি দিবলৈ হাৰামজাদীৰ হাত নকঁপিল! তাইক গুলীয়াই মাৰিবৰ ইচ্ছা হৈছে মোৰ। কিন্তু..... এতিয়া মাৰিওতো আৰু—

চাচাজী! মোৰ মাতত চাচাজী বৈ গ'ল। কিন্তু মই বাৰু তেওঁক কিয় মাতিলোঁ? কি ক'ব খুজিছিলোঁ মই নিজেই পাহৰি গ'লোঁ। মোৰ দুই কান্ধত হাত থৈ হুমুনিয়াহ কাঢ়ি তেওঁ ক'লে, বাদ দে। গাজিয়ে হয়তো ঠিক কথাই কৈ গ'ল, যি হয় ভালৰ নিমিত্তেই হয়। মন দি পঢ়া-শুনা কৰ। মন মাৰি নাথাকিবি, বাচা। দুনিয়াখন এনেকুৱাই। মানুহ যেন এক অদৃশ্য হাতৰ পুতলা! তাৰ নিজৰ ইচ্ছা আকাঙ্খাৰ কোনো মূল্য নাই!

মোৰ ইচ্ছা হৈছিল কোঠাটোৰ সকলো জিনিচপত্ৰ লথিয়াই গুৰিয়াই ভাঙি পেলাওঁ। চূৰ্ণ কৰি পেলাওঁ নবাবী ঘৰৰ যতনাই ৰখা সকলো আচবাব। এটা ক'লা ঘোঁৰাৰ পিঠিত উঠি ধুমুহা বেগে গুছি যাওঁ। ক্ৰমাগত গৈ থাকোঁ দিন আৰু ৰাতিৰ পাৰ্থক্য নামানি—মোৰ মৃত্যু পৰ্যন্ত। ৰুকুতো মোৰেই। মোৰ কাৰণেই নিৰ্দিষ্ট আছিল তাই। সেই ৰুকুক মোৰ হাতৰ পৰা কাঢ়ি নিলে মোৰেই সহোদৰ ভায়ে, অৰ্দ্ধপশু এজনে— যাৰ কাষলৈ যাবলৈকেও মোৰ ঘিণ লাগে। যাৰ অস্তিত্বকে মই কাহানিও স্বীকাৰ কৰা নাছিলোঁ, আজি সি মোৰ ৰুকুক কাঢ়ি নিয়েই এটা স্বীকৃত অস্তিত্বত পৰিণত হ'ল। ঘৃণা, ঘৃণা, মাথোন ঘৃণা। মোৰ ভিতৰখন ঘৃণা আৰু ক্ষোভত জ্বলিছিল।

প্ৰফুল্লবাবুৰ উদ্বেগ প্ৰশমিত কৰি আবেলি পৰত বৰষুণজাক সম্পূৰ্ণকৈ থামিল। মেঘৰ ফাঁকেৰে পৃথিৱীৰ বুকুলৈ হালধীয়া ৰ'দ নামিল। সন্ধিয়াৰ আগেয়ে বাৰি চাচাজীয়ে বোধহয় বৰগাজিৰ লগত কথা পাতিবলৈকে তেওঁৰ আত্মীয় জমিদাৰ ৰফিকুল হাছানৰ ঘৰলৈ গৈছিল। মই আস্তাবললৈ ক'লা ঘোঁৰাটো বিচাৰি গলোঁ। চহিচ মহিউদ্দিনে ক'লে, দেৱান চাহাবে ঘোঁৰাটো লৈ গৈছে। মই ভিজা মাটিত খোজ কাঢ়ি কাঢ়ি নৈৰ পাৰলৈ গলোঁ।

মই কাল্লুক বিচাৰিছিলোঁ। আজিকালি তাক প্ৰায়েই মাছমৰীয়াহঁতৰ নাওত উঠি

সিপাৰলৈ গৈ আদহীয়া মেহৰুৰ ঘৰত আড্ডা মৰা দেখা পাওঁ। সি মোকো দুদিন তালৈ নিছিল। মেহৰু মানুহজন বৰ সৰল। মৌলাহাটৰ পীৰ চাহাবৰ ল'ৰা বুলি শুনি সি যে মোক ক'ত বহুৱাব, কি খুৱাব! দ্বিতীয় দিনা গৈ গম পালোঁ মেহৰুৰ এজনী ঘৈণীয়েক আছে। তাই আইমণিৰ সমবয়সী —যুৱতী। নিজেই নাও বাই সিপাৰলৈ যায়। গিৰিয়েকলৈ ভাত-আঞ্জা লৈ যায়। নিশাটো গিৰিয়েকৰ লগত কটায়। কাল্লুৱে চকুৰে হাঁহি কৈছিল, মাইকীজনী বহুত 'কচবি' (বেশ্যা) আছে।

কচবি শব্দটো সেই বয়সতো মোৰ কাৰণে অলপ ৰহস্যময় যেন লাগিছিল। ৰবিৰ মুখত শব্দটোৰ বিশদ ব্যাখ্যা শুনা নাই। নচুৰ ক্ষেত্ৰতো সি শব্দটো ব্যৱহাৰ কৰা মনত নপৰে। গতিকে মেহৰুৰ ঘৈণীয়েকৰ সম্পৰ্কত মোৰ এক অসচেতন কৌতূহল জাগি থাকিল।

সূৰ্যাস্তৰ প্ৰাক্ মুহূৰ্ত্তৰ হেঙুলীয়া ৰ'দ পৰি শ্যামল প্ৰকৃতি জগতখন কোমল হৈ পৰিছিল। ভৰা নৈখনৰ ইপাৰত থিয় দি কাল্লুক বিচাৰি দৃষ্টি প্ৰসাৰিত কৰিছিলোঁ। কাল্লুৱে সিপাৰৰ বাঁহৰ চাংখনত বহি মেহৰুৰ হোকা টানিব লাগিছে আৰু মেহৰুৱে হাতেৰে অঙ্গি ভঙ্গি কৰি তাক কিবা কৈ আছে।

কাল্লুক চিঞৰি মাতিবলৈ লৈ মই ৰৈ গলোঁ। মোৰ বাওঁফালে হাবি-বন ঠেলি মেহৰুৰ ঘৈণীয়েকক আহি থকা দেখিলোঁ। তাই আহি য'ত থিয় হ'ল তাতেই ক'লা নাওখন বন্ধা আছে। সেইফালে ঘূৰিবলৈ লওঁতেই মেহৰুৰ ঘৈণীয়েকে মোক দেখিলে। সূৰ্যাস্তৰ কোমল ৰ'দত তাইৰ নাক-ফুলটো চিক্‌মিকাই উঠিল। তাইৰ মুখখনি আইমণিতকৈও অধিক ধুনীয়া যেন লাগিল। তাইৰ দেহৰ গঢ় আইমণিৰ দৰে পূৰঠ, বলিষ্ঠ নহয়। কিন্তু জীৱনৰেই এয়া এক বিস্ময়কৰ খেলা, কোনোবা এটা মুহূৰ্ত্তত কাৰোবাক বৰ চিনাকি যেন লাগে— মূৰৰ ভিতৰখনত কি যেন এক হুলস্থূল লাগি যায়, ভাবোঁ— আৰে! এওঁ দেখোন মোৰ বহুদিনৰ চিনাকি, আপোন, নিবিড় ভাবে জানোঁ— যেনেকৈ এদিন ভাব হৈছিল ৰুকুক দেখি!

মেহৰুৰ ঘৈণীয়েকৰ নাম আচমা। তাই মোক দেখি ইষৎ হাঁহি মাৰি সুধিলে, সিপাৰলৈ যাব নেকি, মিঞা?

খৰ্‌ধৰকৈ তাইৰ কাষ চাপিলোঁ। বোকা-পানীৰ কাৰণে খালি ভৰিৰে ওলাইছিলোঁ। আচমাই নাওত উঠি হাত মেলি দিলত বিনাদ্বিধাই তাইৰ হাতখনত ধৰি নাওত ভৰি দিলোঁ।

নাওখন বৰকৈ টুলুংভুটুং কৰিছিল। আচমাই হাঁহি হাঁহি ক'লে, দেখিছোঁ নিজেও ডুবিব আৰু মোকো ডুবাই মাৰিব এতিয়া।

জীৱনত সেয়াই প্ৰথম তালগছৰ নাওত উঠিছিলোঁ। নাওৰ ভিতৰত অলপ পানী আছিল। তাল গছৰ গুৰিৰ ডোখৰ খুলি তৈয়াৰ কৰা এই বস্তুটোৰ ভিতৰত এক আশ্চৰ্যবোধে মোক ভূতে লম্ভাদি লম্ভিছিল। সৌঁতৰ কোবত উটি যোৱাৰ বোধ বুলি ক'লে বৰ কমকৈ কোৱা হ'ব। এটা ক'লা ঘোঁৰাই যি গতিৰ পিঠিত মোক তুলি দিব খুজিছিল আৰু গতি কি মই চিনিছিলোঁ, সেই গতিয়েই এক নতুন ৰূপ লৈ মোৰ

সম্মুখলৈ আহি হাত মেলি দিলে। যেন ক'লে, আহ ভাই, আমি যাওঁ! বেহেলাৰ টানকৈ বন্ধা তাঁৰৰ দৰে এই নৈ গতিৰ প্ৰতীক। এটি ক'লা বস্তু আৰু এগৰাকী যুৱতী নাৰী। টুলুংভুটুং কৰি থাকোতে মই যেতিয়া তাইৰ ফালে চালোঁ আৰু একে সময়তে চালোঁ সেই শ্ৰোতস্বিনী আৰু ক'লা প্ৰতীকটোৰ ফালে, তেতিয়াই এক প্ৰগলভ মত্ততাই মোক কথকী কৰি তুলিলে। কি আচৰিত, মই হাঁহিলোঁ। পাহৰি গলোঁ ৰুকুৰ কথা। অকিঞ্চিৎকৰ হৈ গ'ল ৰুকু। এয়া ইয়াত স্বাধীনতা— প্ৰকৃতি, বাৰি চৌধুৰীৰ নেচাৰ। আচমায়ো হাঁহিছিল। তাইৰ গাত আইমণিৰ দৰে পোছাক নাছিল। তাই পিন্ধিছে সোতমোচ খোৱা এখনি নীলা ৰঙৰ তাঁতত বোৱা শাৰী। শাৰীখন আঠুলৈকে পৰা। এহাতত এখন সৰু বঠা। আনখন হাতেৰে কেনেকৈ জানো সুলকি পৰা খোপাটো বান্ধিবলৈ লওতে উন্মোচিত হ'ল তাইৰ দুটি স্তন! পূৰ্ণ বিকশিত, নিটোল, কোমলতাময় কাঠিন্যৰ উন্মুক্ত তীক্ষ্নাগ্ৰৰ এক মাংসপিণ্ড যিয়ে মোৰ দৰে যোল-সোতৰ বছৰ বয়সৰ এজন তৰুণক তুৰন্তে ওভোতাই দিয়ে তীব্ৰ স্মৃতিৰে ভৰা এখনি হেৰাই যোৱা পৃথিৱী আৰু সময়, তাৰ ধূসৰ, ধূলিয়ৰি শৈশৱ।

এতিয়া ভাবোঁ, পুৰুষৰ জীৱনত সেয়া যেন কঠিন নিৰ্বাসনৰ কষ্ট-কাল! নাৰীৰ জৰায়ুৰ পৰা ওলাই আহি নিৰন্তৰ নাৰীৰ স্পৰ্শ আৰু সাহচৰ্যত ডাঙৰ হৈও সি নাৰীৰ পৰা লাহে লাহে দূৰলৈ গৈ থাকে অথবা তাক আঁতৰাই দিয়া হয়— দূৰলৈ। নিষিদ্ধ হয় এখনি প্ৰিয় জগত আৰু নিৰ্বাসিতৰ দৰে আঁতৰত বৈ থাকিবলগীয়া হয়। গভীৰ প্ৰতীক্ষাত বৈ ভাবি থাকা, প্ৰিয়তমা, কেতিয়া উভতিম মই ঘৰলৈ? কেতিয়া ঘূৰাই পাব নাৰীৰ শৰীৰ, নাৰীৰ স্তন, নাৰীৰ ওঁঠ আৰু নাৰীৰ জৰায়ু— যৌৱনৰ ৰক্তমূল্যেৰে সকলো পেশীৰ শক্তিৰে হব তাৰ প্ৰত্যাৱৰ্ত্তনজনিত পুনৰাভিষেক? কেতিয়া উভতিব সি পুৰণি কোমল ঘৰলৈ? কৈশোৰ সেই প্ৰতীক্ষা আৰু নিৰ্বাসনৰ কাল।

এক অবচেতন বিহ্বলতাত মই আচমাৰ উন্মোচিত বাওঁ স্তনটো দেখিছিলোঁ। ধূৰ্ত্ত বণ্য যুৱতীয়ে গম পাইছিল। মুখ টিপি হাঁহি তাই ক'লে, ইস, কি চাইছে চোৱা।

কি হ'ল আচমা? টুলংভুটুং কৰি থকা নাওত বহি কথকী মানুহৰ দৰে মই সুধিলোঁ। তাই তলৰ ওঠটো কামুৰি সেই বোৱতী নৈৰ বুকুত নিজৰ দুকাষে ছন্দায়িত বঠাৰ চাব দিছিল। কামুৰি ধৰা ওঁঠত এক শব্দহীন তীক্ষ্ণ হাঁহি বিৰিঙিছিল। সেই হাঁহিৰ ভাষা আছিল। সেই হাঁহিৰ ভাষা মই অনুভৱ কৰিছিলোঁ। মোৰ ভিতৰত বাৰে বাৰে পৰিছিল দুৰ্দমনীয় স্বাধীনতাৰ ঘাপ, সেই বঠাৰ শব্দময় ঘাপ— তৰোৱালৰ ঘাপৰ দৰেই তীক্ষ্ণ। তলৰ নৈখনৰ দৰেই মই ভাঙি পৰিছিলোঁ। আঘাতৰ শব্দ শুনিছিলোঁ বুকুৰ ভিতৰত।

নাওখন পাৰ চপাবলৈ তাই বাৰু ইচ্ছা কৰিয়েই পলম কৰিছিল নেকি? নে তীব্ৰ সোঁতৰ বাবে? বৰষুণৰ পিছত সিদিনা নৈখনৰ পানীও অলপ বাঢ়িছিল। নাওখন পোনে পোনে সিপাৰলৈ নিব পৰা নাছিল নে তাই? মেহৰুৰ জুপুৰিটো লাহে লাহে বাওপিনে এৰি নাওখন ভটিয়াই গৈ আছে। জপুৰিটো এতিয়া গছ-গছনিৰ আঁৰ হ'ল। নাওখন গৈ পাৰ পাব লগা অৱস্থাতহে আচমাই তলৰ ওঠতো মুকলি কৰিলে। মিচিক্‌কৈ হাঁহি ক'লে, পীৰচাহাবৰ পুতেকে কিবা মন্ত্ৰ বাণ মাৰিলে যেনহে পাওঁ।

মোকেই নহয়, নাওখনো দেখো অবশ কৰি দিলে। হব বাৰু এতিয়া, যিমান পাৰা নাওখন উজনিলৈ টানা।

কিন্তু তাই নাওখন মেহৰুৰ পঁজালৈকে উজাই নিনিলে। সম্মুখৰ অৰ্দ্ধবৃত্তাকাৰ ঘুলিটোলৈ লক্ষ্য কৰি নাওখন লৈ গ'ল। তাত ভিজা মাটিৰ এটা ঢিপত শিপা ওলাই থকা গছ এজোপা নৈৰ ফালে হাউলি আছে। গছজোপাৰ শিপাত নাওখনৰ এমূৰৰ পুৰণি ৰচী এডালেৰে আচমাই নাওখন বান্ধিলে। তাইৰ এহাতত বঠাখন আৰু আনখন হাতত ফটাকানিৰে বান্ধি অনা গিৰিয়েকৰ খাদ্যৰ টোপোলা এটা— হয়তো ডাঙৰ বাতি এটাত ভাত-আঞ্জা। শিপাৰ ফাঁকত খোজ দিয়াত তাইৰ ভৰি বোকাত সোমাল। খিল্‌খিলাই হাঁহি ক'লে, অ', মিঞাৰ বেটা, এইবাৰ মোক বচোৱা! আহা, আহাচোন সোণটো!

তাই এতিয়া মোক তুমি বুলি সম্বোধন কৰিছে! মই শিপাত খোজ দি জাপ মাৰি ঘাঁহে ঢকা পাৰত উঠিলোঁ। তাৰে পৰা হাত মেলিলোঁ। তাই পোনতে খাদ্যৰ টোপোলাটো আগবঢ়াই দিলে। এজন চহা মানুহৰ খাদ্যৰ ভাৰ বব লগা হ'ল— আজিৰ পৰা এদিন আগেয়েও এনে ঘটা হলে মই খুব অপমানিতবোধ কৰিলোঁহেঁতেন। কিন্তু আজি মই এজন বেলেগ মানুহ। ইয়াত স্বাধীনতা— বাৰি চৌধুৰীৰ 'নেচাৰ'। এক দুৰ্দ্দান্ত বন্যতাই মোক মাতাল কৰি তুলিলে। মোৰ নতুন চুস্ত পায়জামা-পাঞ্জাবিযোৰত হালধীয়া মাটি লাগিছে। টোপোলাটো লোৱাৰ পিছত আচমাই ক'লে, তাতেই থোৱা। এইবাৰ মোক তোলা!

তাইৰ নিৰ্দ্দেশ মানিলোঁ। ভাবিছিলোঁ তাই বঠাখন আগবঢ়াই দিব। নিদিলে। বাওঁহাতেৰে বঠাখন লাঠিৰ দৰে খামুচি ধৰি সোঁহাতখন আগুৱাই দিলে। তাইৰ হাতত আইমণিৰ দৰে ভালেকেইপাত ৰঙীন কাঁচৰ খাৰু। আইমণিৰ হাতৰ স্পৰ্শ অলপ-অচৰপ পাইছিলোঁ। কিন্তু সেয়া কেতিয়াও ইমান প্ৰত্যক্ষ আৰু প্ৰৱল নাছিল। ধাৰণা হ'ল সৌন্দৰ্য আৰু চেহেৰাৰ লালিত্যৰ তুলনাত আচমাৰ হাতখন অলপ ৰুক্ষ আৰু কঠিন। শ্ৰমজীৱী নাৰীৰ হাত। আইমণিৰ বাপেকৰ বহুত মাটি-সম্পত্তি আছে। কিন্তু আচমাৰ আদহীয়া গিৰিয়েক মেহৰু খুবেই গৰীব। নৈৰ পাৰত তাৰ এহালিচা মাটি। খেতিৰো কোনো ভাৰসা নাই। নৈৰ বাঢ়নী পানীয়ে কেতিয়া তাৰ ধাননি ডৰা মহতিয়াই যায় তাৰ ঠিকনা নাই। নৈৰ সিপাৰে যে তেনেকৈ মথাউৰি নাই।

ইয়াত ঘন গছ-গছনি। গছ-লতিকাৰ এনে ঘণত্বৰ কাৰুকাৰ্য্য দেখি প্ৰথম দিনা মোৰ যি অনুভূতি হৈছিল তাৰ সৈতে আজিৰ অনুভূতি একে নহয়। বননিৰ বুকুৰেদি ৰঙা বেলিটো নামি যোৱাত নৈখন আৰু বননিখনে কিবা যেন এক ৰহস্যময় ধূসৰতাৰে দেহ-মন মাতাল কৰি তুলিছিল। জনপদহীন এই প্ৰকৃতিৰ বুকুত এজাক কোমল আৰু গা শিহৰোৱা বতাহ বলিছিল। টোপোলাটো তুলি লোৱাৰ আগেয়ে কোমল মাটিত বঠাখন গুজি থৈ তাই আকৌ এবাৰ খোপা বান্ধিব ধৰিলে। আকৌ উন্মোচিত হ'ল তাইৰ বুকুখনি, সম্পূৰ্ণ নহয়— অৰ্দ্ধোন্মোচিত। আৰু এক অবিশ্বাস্য হঠকাৰিতাৰে প্ৰাকৃতিক স্বাধীনতাই হাঁহাকাৰ কৰি মোৰ ওপৰত জপিয়াই পৰিল।........

চোৰা, প্ৰহৰীভাই! এয়া চোৰা, মোৰ হাতৰ নোমবোৰ ডাল ডাল হৈ পৰিছে। এক তীব্ৰ যন্ত্ৰনাই মোক অস্থিৰ কৰি তুলিছে। সেয়াই প্ৰথম মোৰ দেহত স্বাধীনতাৰ অঙ্কুৰ মেলিছিল। প্ৰথমবাৰৰ বাবে মই প্ৰকৃতিৰ হাতত বন্দী হৈছিলোঁ। ক'লা ঘোঁৰাটো প্ৰথম অন্ধ হৈছিল। তাৰ হেঁহনি আৰু খুড়া ধ্বনি সেয়াই প্ৰথম।

আচমাই অস্ফুট মাতেৰে কৈছিল, আঃ ছিঃ ছিঃ। এয়া কি, এয়া কি! তুমি হেনো পীৰ চাহাবৰ ল'ৰা?

ভিজা চপ্‌চপীয়া ঘাঁহনিত বাঘে হৰিণ ধৰাৰ দৰে দবৰাদবৰি লাগিছিল। আচমাৰ দেহৰ ভিতৰলৈ সোমাই যাবলৈ মোৰ দেহ মাতাল হৈ উঠিছিল। হায় শৰীৰ! মানুহৰ হাৰামজাদা শৰীৰ! চুৰৰৰ বাচ্ছা শৰীৰ!

কুছ তকলিফ চাব?

মূৰ তুলি চালোঁ।

ক্যা ডিপটি জেইলৰ বাবুকো খবৰ ভেজুঙ্গা ডাক্তাৰ কে লিয়ে?

নাই।

আপ শো যাইয়ে চাব! বাৰহ্ বাজ গিয়া!

আপনা কাম কৰো ভাই; আপনা কাম কৰো।

নাক দীঘল প্ৰহৰীজনৰ ওচৰত ঘুটমুটীয়া প্ৰহৰীজন আহি থিয় হ'ল। সুধিলে, ক্যা জী?

কুছ নেহি ভেইয়া, কুছ নেহি!

ঘুটমুটীয়া প্ৰহৰীজনে বেয়নেট লগোৱা বন্দুকটো কান্ধত তুলি লৈ লাহেকৈ ক'লে, চোচিয়ে মত্ চাব! খুদা কিচিকো জিন্দা ৰাখনে চাহে তো উচকো মাৰ ডালে কৌন? আপিল পেশ কিয়া — শুনা হ্যেয়। চোচিয়ে মত। শো যাইয়ে আৰামচে!

সি আকৌ সমবেদনা প্ৰকাশি ক'লে, কেতনা আদমি বিমাৰচে মৰ যাতা! মউতকো তো চাথ-চাথ লে কৰ আদমি দুনিয়া মে আতা হ্যেয় চাব। আপ লিখা-পঢ়াহ আদমি। চব জানতে হ্যেয় আপ!

সিহঁতৰ বুটজোতাৰ শব্দই মোৰ বুকুৰ ভিতৰখন গছকি গ'ল। মই আঁতৰি গৈ দেৱালখনৰ ফালে চালোঁ। দেখোঁ সম্মুখতেই মেহৰু। তাৰ কণ্ঠৰ প্ৰতিধ্বনি আজি ইমান দিনৰ পিছত পুনৰ ভাঁহি আহিল। 'মউতকোতো চাথ-চাথ লে কৰ আদমি দুনিয়া মে আতা হ্যেয়!' আৰু মেহৰুৱে কৈছিল, জীৱন-মৰণ দুই ভাই-ককাই— একেলগে জন্ম লয় মাতৃৰ গৰ্ভত। একেলগে ডাঙৰ হয়। দুয়োৰে কিমান যে ছল-চাতুৰি, কিমান যে লুকা-ভাকু খেলা। তেতিয়া হলে ভাবনা কিহৰ, কাল সাপৰ সৈতেই মানুহৰ বাস। তথাপিও মানুহে এই কথা নাভাবে হেৰা! তথাপিও মানুহে কেনেকৈ যে এই সকলোবোৰ পাহৰি থাকে!

মেহৰুৱে কোৱামতে সিহঁতৰ বংশৰ উপাধি হৈছে খামৰু। তাৰ নাম মেহেৰু— মেহেৰুদ্দিন খামৰু। তাৰ পূৰ্বপুৰুষৰ হেনো যথেষ্ট মাটি-বাৰী আছিল। নিজৰ পাম (খামাৰ) আছিল! পামঘৰটো হেনো বৰ ডাঙৰ আছিল আৰু সেইবাবেই মানুহে

সিহঁতক খামৰু বুলিছিল। কিন্তু এই ৰাক্ষসী নৈ, নবাব বাহাদুৰ আৰু হৰিণমাৰাৰ বৰগাজিৰ মোমায়েকৰ পুতেক ইন্দ্ৰাণীৰ সৰু জমিদাৰ ৰফিকুলৰ পূৰ্বপুৰুষসকলে খামৰু বংশক ভিখাৰী সজালে। এতিয়া সি প্ৰফুল্ল সিঙক চালামি দি নৈপৰীয়া মাটিডোখৰ বছেৰেকীয়া বন্দোবস্তি কৰি লৈছে। দু অনা পাঁচ গণ্ডা খাজনা আৰু খৰালি কালত মেনেজাৰ বাবুক দহ দোন ধান দিব লাগে। মেহৰুৰ সন্দেহ হয়, বেতৰ দোনটোত দুটি পাক বেছিকৈ আছে।

মেহৰুৰ কথা মনলৈ আহিলেই মই বিব্ৰতবোধ কৰোঁ। এজন দাৰ্শনিকক মই ঠগিছোঁ! এই দেশৰ এজন গাঁৱলীয়া চক্ৰেটিছক মই সেই সুদূৰ কৈশোৰত মাথোন মিচ কৰাই নহয়, তাক অপমানো কৰিছোঁ! লালবাগ চহৰৰ নবাবী হাতীৰ চাতমাৰ কাল্লু পাঠানে তাক এদিন ঠাট্টা কৰি কৈছিল, মেহৰু! তুমি যে কি ধৰণৰ লোক? তোমাৰ বিবি এইচা ভাগ গিয়া? মোক চোৱা, হাম পাঠান বাচ্ছা আছে। হামাৰা উমৰ ভি তোমাৰ সমান আছে। হামাৰ ভি ছোটি এক বিবি আছে। তো——

মেহৰু, দাৰ্শনিক মেহৰুৱে সিদিনা অশ্লীল ভাষাৰে নিজৰ পুৰুষাঙ্গৰ শক্তি বুজাবলৈ হাতীৰ ভৰিত শিকলি বন্ধা লোৰ খুটিটোৰ উপমা দিছিল। কাল্লুৱে হো-হোকৈ হাঁহি বাগৰি পৰিছিল। ময়ো খুব হাঁহিছিলোঁ। অৱশ্যে মনতে ভাবিছিলোঁ, তাৰ কথাখিনি সত্য নহয়।

সত্য নহয়। তাৰ প্ৰকৃত কাৰণ মই বুজিব পাৰিছিলোঁ। হায়, হোজা দাৰ্শনিক, প্ৰশ্নটো লিঙ্গমূলক নহয়, অন্যহে। হয়তো প্ৰেমমূলক। আচমা মাউৰী। অকলশৰীয়াকৈ ডাঙৰ হোৱা-ছোৱালী। তাইৰ পৃথিৱীখন যিমান সৰু হলেও, সেইখনযে তাইৰ নিজৰ। সেই পৃথিৱীত তাই মাথোন লিঙ্গহে দেখিছে, প্ৰেম দেখা নাই। প্ৰেম এক ভিন্ন বস্তু। সকলোৱে তাক নাপায়— নুবুজে বা নিচিনে। সি মাথোন প্ৰকৃতিয়ে শিকোৱা মাতহে আওৰায়। যি আবেগত পখীয়ে খেৰ-কুটা গোটাই বাহ সাজিবলৈ ব্যস্ত হয়, সেয়া জৈৱ আবেগ মাথোন। সকলো মানুহক প্ৰেমে নসহেও। বাৰি চৌধুৰীক নসহিলে। বহু দিনৰ পিছত জানিব পাৰি খুব আচৰিত হৈছিলোঁ। বৰ পলমকৈ বুজিছিলোঁ তেওঁৰ চিৰকুমাৰ হৈ থকাৰ খেয়ালী মনোবৃত্তি আৰু নিৰ্বিকাৰ ব্ৰহ্মচৰ্য্যৰ আঁৰৰ কথা। আৰু মোৰ ক্ষেত্ৰতো একেটাই কথা। মই প্ৰেম পাইছিলোঁ। কিন্তু প্ৰেমে মোক নসহিলে!

আহিনৰ সেই ধূসৰ আবেলি চপচপীয়া ঘাঁহনিৰ ওপৰত সেয়া প্ৰথম নাৰীদেহৰ এক ভিন্ন সোৱাদ মই লভিছিলোঁ! এজনী শ্ৰমজীৱী গাঁৱলীয়া নাৰীৰ দেহক কেন্দ্ৰ কৰি আনাৰী, অবোধ এটি বিস্ফোৰণ মাথোন। তাতকৈ বেছি একো নহয়। হয়তো তাৰ বাবে হৰিণমাৰাৰ কাজী হাছমৎ আলিৰ পুত্ৰ ৰবিউদ্দিনৰ সৈতে মোৰ মিলা-মিচাক জগৰীয়া কৰিব পাৰি। হয়তো ৰবিয়ে মোক ভিতৰি ভিতৰি নষ্ট কৰিছিল। আকৌ এইটোও হয়তো সমানে সঁচা যে মই ৰুকুৰ ওপৰত প্ৰতিশোধ লবলৈ উন্মত্ত হৈ পৰিছিলোঁ। মোৰ মগজু সিদিনা সুস্থিৰ নাছিল। সাঙ্ঘাতিক কিবা এটা কৰাৰ বাবে অস্থিৰ হৈ আছিলোঁ। আৰু ইন্দ্ৰাণীৰ পতিতা নাৰী বুলি জনাজাত আচমাই যেন ইচ্ছা কৰিয়েই মোক সেই সুযোগটো দিছিল। নহলে কেলেই বাৰু তাই গিৰিয়েকৰ জুপুৰিটোৰ পৰা

ইমান দূৰ ভটিয়াই নাওখন চপাইছিল, য'ত আছিল দৃঢ় আলিঙ্গনাবদ্ধ গছ-লতাৰ আবেষ্টনি আৰু অবাধ নিৰ্জনতা?

হুঁ— সকলোবোৰ তাইৰ ষড়যন্ত্ৰ বুলিয়েই পিছত ধাৰণা হৈছিল। কিন্তু মই পাইছিলোঁ কি? সঁচাকৈ কিবা জৈৱিক তৃপ্তি নেকি, যাক বোলে 'মানুহ'ৰ তেজৰ সোৱাদ পোৱা বাঘৰ তৃপ্তি আৰু ক্ৰমবৰ্দ্ধিত লালসা? একোৱেই নহয়। বৰং নিজৰ দেহটো চুৱা চুৱা লাগিছিল। ভৰা নদীত জাপ মাৰি মোৰ নিস্পাপ দেহত লগা কলঙ্কখিনি ধুই নিকা কৰিবলৈ প্ৰবল ইচ্ছা হৈছিল। কিন্তু পুখুৰীত সাঁতোৰাৰ অভ্যাস থাকিলেও বোৱতী পানীত যে সাতুৰি পোৱা নাই। ভয় লাগিল। আৰু এক অদ্ভুত ভয়ে মোক আড়ষ্ট কৰিছিল। আব্বাই কৈছিল, আমাৰ বংশৰ মানুহৰ ধমনীত পৱিত্ৰ পুৰুষ পয়গম্বৰৰ ৰক্ত প্ৰবাহিত। তলমূৰ হৈ নৈখনলৈ চাই ভয়ত মই কঁপি উঠিছিলোঁ! আব্বাৰ কোনোবা অনুচৰ জিনে মোৰ এই পাপকৰ্ম দেখিলে নেকি বাৰু? ভয় আৰু অনুশোচনাত শিলামূৰ্ত্তিৰ দৰে মই থিয় হৈ ৰ'লোঁ আৰু আচমাই তাইৰ শাৰীখন ভালকৈ পিন্ধি নিৰ্বিকাৰ ভাবত থিয় হ'ল। তাৰ পিছত টোপোলাটো আৰু বঠাখন লৈ কেইখোজমান আগুৱাই গৈ তাই ৰ'ল। তাই ক'লে, মিঞা যে তলে পুতল, জনাই নাছিলোঁ।

তাই বেঁকা হাঁহি মাৰিলে। মই ভঙা মাতেৰে কষ্ট কৰি মাতিলোঁ, আচমা!

কোৱা।

মই তোমাৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ। তুমি কাকোৱেই—— আচমাই বেগাবেগিকৈ মোৰ কাষলৈ আহি হঠাতেই টপৰকৈ মোৰ বাঁওগালত চুমা খাই হাঁহি হাঁহি ক'লে, সেইটোনো বাৰু এটা কথা হ'লনে? ওপৰত আচমান, তলত মাটি— পক্ষীটোৱেও নাজানিব।

ইয়াৰ পিছত তাই যিষাৰ কথা ক'লে মই শুনি হতবাক। তাই ফুচফুচাই ক'লে, হেপাহ নপলাল। তুমি দুপৰীয়া হাবিৰ মাজত আহি ৰৈ থাকিবা। সেই সময়ত মোৰ মানুহজন ঘৰত নাথাকে। জাল লৈ দূৰৈত মাছ মাৰিবলৈ যায়। মই তোমাক আহি লৈ যাম।

কথাখিনি কৈ দীঘল দীঘলকৈ খোজ পেলাই তাই আতঁৰিল। এবাৰ উভতি চাই মই নোযোৱা দেখি তাই ইঙ্গিত দি মোক তাইৰ পিছে পিছে যাবলৈ মাতিলে। মই লাহেকৈ কলোঁ, নাযাওঁ।

আচমা গুছি যোৱাৰ অলপ পিছত কাল্লুৱে মতা শুনিলোঁ, কণচাব! কণচাব! মই সহাঁৰি নিদিলোঁ। নৈৰ পাৰৰ এজোপা প্ৰকাণ্ড গছৰ শিপাত বহি এটি সৰু শুকান ডালেৰে বালিত আক-বাক কৰি থাকিলোঁ। ভীষণ ক্লান্ত মোৰ শৰীৰ, চুৱৰৰ বাচ্ছা, হাৰামজাদা, কুত্তা শৰীৰ! এতিয়া ইমান গধুৰ, ইমান বিধ্বস্ত! মোৰ দেহত আচমাৰ চুলি আৰু গাৰ গোন্ধ। এই গোন্ধ লৈ মই এতিয়া কি কৰিম বুজিব পৰা নাই। ইয়াক যে আঁতৰাব পৰা নাই! বুজিব পৰা নাই এই ঘ্ৰাণ সুখৰ নে ঘৃণ্যতাৰ।

পিছফালে কাল্লুৰ হাঁহি শুনিলোঁ। তথাপি তাৰ ফালে ঘূৰি চোৱা নাই। কাল্লুৱে সুধিলে, কণচাব! ইয়াত কি কৰিছে অকেলা বৈঠকৰ? মই আপোনাক মেহৰুৰ বহুৰ

লগত অহা দেখিছোঁ। তো ছোকৰি হামকো বোলা, কণচাব অকেলা ইধৰ ঘুমতা হ্যেয়! আইয়ে, আইয়ে! ইধৰ সাপ-তাপ থাকিব। জংলী জানৱাৰ ভি। আইয়ে। সাপৰ কথা শুনি চঁক খাই উঠিলোঁ। সাপ থকাৰ কথা ইমানপৰে ভবাই নাছিলোঁ। সন্ধিয়াৰ পাতল এন্ধাৰ। কাষৰ বস্তুটোও ভালকৈ মনিব নোৱৰা হৈ আহিছে। এনে ভাব হ'ল, মোৰ চৌপাশে যেন ফণা মেলি আছে অসংখ্য সাপ। মই থিয় হলোঁ। কাল্লুৱে মোক পথ দেখুৱাই মেহৰুৰ জুপুৰিটোৰ ফালে লৈ গ'ল।

কেন্দুজোপাৰ তলৰ বাঁহৰ চাংখনত আচমাই ভৰি নচুৱাই বহি আছে। পজাঁৰ ভিতৰত টিপ-চাকি এটা জ্বলিছে। চাকিৰ ম্লান পোহৰক কেন্দ্ৰ কৰি পোক-পতঙ্গবোৰ উৰি ফুৰিছে। ওচৰত মজিয়াত বহি মেহৰুৱে ভাত খাইছে। মই অহাৰ উমান পাই এবাৰ মূৰ তুলি চোৱাৰ চেষ্টা কৰি মাতিলে, কাল্লুভাই।

হাঁ। কণচাবক লৈ আহিছোঁ।

মেহৰুৱে ভাতৰ পাতৰ পৰাই ক'লে, বহক হুজুৰ, বহক! মই ভাতমুঠি খাই উঠোঁ! সি ঘৈণীয়েকক মাতিলে, হেৰৌ! কাল্লুভাইক ধপাত এচিলিম দেচোন।

আচমাই চাঙৰ পৰা নামি ক'লে, তুমি ধপাত লগাই থাকা। মই যাওঁ। আন্ধাৰ হৈ গ'ল, দেখা নাই নে? ৰহিমাই সেইফালে মোক নেদেখি কন্দা-কটা কৰিব লাগিছে ছাগে।

তাই গিৰিয়েকৰ কথা গ্ৰাহ্যই নকৰিলে। হাতত বঠাখন লৈ সেই আন্ধাৰত হাবিৰ মাজেৰে গো গোৱাই গুছি গ'ল। দুঠাইত ঘৰ-গৃহস্থি পাতি জুলুম কৰাৰ কথাকেই তাই বকি গৈ থাকিল। আৰু তাকে শুনি খিক্‌খিকাই হাঁহি তাইৰ দাৰ্শনিক গিৰিয়েকে ক'লে, তাইৰ কথা শুনা, কাল্লুভাই! হাৰামজাদীৰ কথা শুনা!

কাল্লুৱে আচৰিত হৈ হাঁহি হাঁহি ক'লে, আজ তুমহাৰা বিবি তোমাৰ লগত নাথাকিল? বাত ক্যা ভাই মেহৰু?

মেহৰুৱে গহীন হৈ ক'লে, ঘৰলৈ আলহী আহিছে। ভাগিনীজনী ল'ৰা-ছোৱালী লৈ আহিছেতো। সিহঁতৰ খোৱা-লোৱা, থকা-মেলাৰ ব্যৱস্থা কৰিব নালাগিব জানো? পিছে ধপাত এচিলিম দি যোৱা হ'লে তাইৰনো কি অসুবিধাডাল হ'লহেঁতেন, কোৱাচোন কাল্লুভাই?

কাল্লুৱে ক'লে, ঠিক আছে। ময়েই লগাইছোঁ ৰবা। ধানখেৰৰ জুমুঠি এটা জ্বলি আছিল। ধপাত ক'ত থাকে কাল্লুৱে জানে। সি ধপাত লগাই থাকোতে মই সুধিলোঁ, কাল্লু, আমি এতিয়া সিপাৰলৈ কেনেকৈ যাম?

কাল্লুৱে হাঁহিলে। ৰোজ জেইছে আতে-যাতে হ্যেয়, ওইছে। বৈঠিয়ে না!

খাই উঠি তৃপ্তিৰ উগাৰ মাৰি মেহৰুৱে বাতিটো ধুই আনিবলৈ নৈলৈ গ'ল। উভতি আহি চাঙত বহি কাল্লুৰ হাতৰ পৰা হোকাটো লৈ টানি টানি খোদাতালাৰ মেহেৰবানিৰ কথা ক'লে। আকাশৰ অৱস্থা দেখি সি ভয় খাইছে। এই নৈখনৰ সৈতে যুঁজি নিজৰ জান বচোৱাত সি পাকৈত। গোটেই জীৱন জুৰি সি যুঁজিছে। যুঁজিবলৈ সি ভয় নকৰে। তাৰ ভয় হৈছে খেতিডৰালৈ। গেঁৰ ধৰা ধানবোৰ নদন-বদন হৈ আছে। পানীত বুৰ

গ'লে যে সকলো শেষ। তাৰ পিছত সি কৰিব কি? আকৌ মাঘ-মাহমানলৈ বাট চাব লাগিব নৈৰ বুকুত চাপৰি ওলোৱালৈকে। তাত সি কোমোৰা, তৰমুজ আদিৰ বীঁজ সিচিব। খৰাং দিনত তাৰ ঘৈণীয়েকে সেইবোৰ বজাৰলৈ বেচিবলৈ নিব। এইবোৰ কথা কৈ থাকোতে মানুহজনৰ প্ৰতি মোৰ একে সময়তে ঘৃণা আৰু কৰুণা হৈছিল। ঘৃণা— কাৰণ সি আচমাক তাৰ পত্নী কৰিছে। কৰুণা— কাৰণ তাৰ জীয়াই থকাৰ নিৰলস সংগ্ৰাম। মেহৰুৱে হোকাত তৃপ্তিৰে টান মাৰি কাল্লুলৈ হোকাটো আগবঢ়াই দি ক'লে, চাবলৈ গ'লে এই দুনিয়াদাৰি বৰ যাতনাময়, কাল্লুভাই! মাজে সময়ে এনেহেন লাগে যেন এই সকলোবোৰ লাথি মাৰি থৈ ফকিৰ হৈ ঘূৰি ফুৰোঁ। তাৰ পিছত সি গুণগুণাই কিবা গাবঁলৈ ধৰিলে। কাল্লুৱে ক'লে, গলা খুলকে গাও ভেইয়া। তুমতো বহুত ওস্তাদ লোক। গান কৰো— কণচাবকো শোনাও।

মেহৰুৱে ইমান শুৱলা গীত গাব জানে! তেতিয়া চৌপাশে নিজম আন্ধাৰ। পঁজাৰ ভিতৰত চাকিটো জ্বলি আছে আৰু পোক-পতঙ্গবোৰ আত্মহত্যাত লিপ্ত হৈছে। নৈৰ ফালে ৰিণিকি ৰিণিকি গতিময় পানীৰ শব্দ। শৰতৰ আকাশ ভৰা তৰাৰ জাকি। দূৰৈত অলপ আগেয়ে শিয়ালজাকে হুৱা দিছিল। সিহঁত হঠাতেই চুপ হৈ গৈছে। মেহৰুৱে এখন কাণত হাত দি আনখন হাত সমুখলৈ মেলি দি গীত জুৰিলে, আহা ৰে-এ-এ.... তা-না—না-না......

'নাভাবা নাভাবা বিফল ভাবনা। ভাবিলে ভাবনা নাযায় দূৰে।' কাল্লু পাঠানে উল্লাসত চিঞৰি দিলে, বহুত আচ্ছা। মেহৰুৱে গাই থাকিল। নৈপৰীয়া সঙ্গীতধ্বনি প্ৰতিধ্বনিত হৈ দূৰ-সুদূৰলৈ বিয়পি গ'ল। সিপাৰৰ কাচাৰীঘৰৰ দোতলাত পোহৰ জিলিকিছে। সেই পোহৰৰ ৰেখা চুই মেহৰুৰ গানে গ্ৰাম্য দাৰ্শনিকতাক যেন কঢ়িয়াই লৈ গ'ল ক'ৰবালৈ— হয়তো দূৰ আকাশৰ বুকুত জিলিকি থকা নক্ষত্ৰৰাজিলৈ!

আঃ কিমান বিশাল সেই আকাশ! কিমান আলোক ৰেখা তাত! তাৰ তুলনাত মানুহৰ এই ভাবনা কিমান যে তুচ্ছ! মেহৰুৰ ভাবনা! মোৰ ভাবনা! আৰু মই কাৰোবাৰ ওপৰত প্ৰতিশোধ লোৱাৰ অচিলাত এইজন মেহৰুৰ গাভৰু পত্নীৰ দেহত শান্তি বিচাৰি যে জপিয়াই পৰিছিলোঁ তাৰেই বা মূল্য কিমান? ছিঃ ছিঃ এয়া মই কি কৰিলোঁ— কিয় এই পাপ কৰিলোঁ? অন্ধকাৰত মোৰ দুনয়ন চকুলোৰে উপচি পৰিছিল। মই জানোঁ এয়া মেহৰুৰ গানৰ বিষাদজনিত সংক্ৰমনত নহয়, পাপবোধতহে।

নহয়— সেই বয়সত এনেদৰে সুশৃঙ্খলভাবে কথাবোৰ ভবাৰ ক্ষমতা মোৰ নাছিল। কিন্তু অনুভূতি আছিল। বোধ আছিল। নিজৰ ওপৰত দুখ আৰু পুতৌ উপজি মোৰ কান্দোন ওলাইছিল। মোৰ যি দেহত পৱিত্ৰ পুৰুষৰ ৰক্ত প্ৰৱাহিত হৈছিল, যি দেহ নিৰ্দ্দিষ্ট আছিল অইন এগৰাকী নাৰীৰ বাবে, যাক মই বেহেস্তৰ তুলনাত শ্ৰেষ্ঠ আৰু কাম্য বুলি গণ্য কৰিছিলোঁ— সেই দেহ আজি মই হঠকাৰিতাৰ কবলত হেৰুৱাই পেলালোঁ। মোৰ আপোন সত্তাক বননিৰ ভিজা ঘাঁহনিৰ ওপৰত নিজেই জবাই কৰি পেলালোঁ। আৰু এই নিৰক্ষৰ মানুহজনে সুৰ ঢালি মোক শুনাইছে, 'নাভাবা নাভাবা বিফল ভাবনা। ভাবিলে ভাবনা নাযায় দূৰে!'

খুব আচৰিত লাগে, প্ৰহৰীভাইহঁত! বেউলা নদীৰ পাৰত এদিন আহিন মাহৰ সন্ধিয়া মোৰ মূৰত এটা বন্য ঘূণপোক সোমাইছিল। সঁচাকৈয়েতো! এই বহল পৃথিৱীৰ অনন্ত আকাশৰ তলত ক্ষুদ্ৰ মানবৰ সকলো ভাবনাই কিমান অকিঞ্চিৎ! তথাপি মানুহৰ ভাবনাৰ যে শেষ নাই। ভাবনাবিহীন হৈ নাথাকে মানুহ। দাৰ্শনিক মেহৰুৱে ভাবনা নামৰ পোকটো গুচাবলৈ গৈ মোৰ মূৰতহে সুমুৱাই দিছিল। আৰু মই তাৰ নিৰন্তৰ কামোৰণিত অস্থিৰ হৈ সমস্ত জীৱন ঘূৰি ফুৰিলোঁ বাটে-অবাটে। কিযে কৰি নুফুৰিলোঁ মই! স্বেচ্ছাচাৰিতাৰ চূড়ান্ত।

মধুৱে দূৰণিৰ বিললৈ আবেলিতে তাৰ সৰু নাওখনি লৈ মাছ ধৰিবলৈ যায়। নিশা এক প্ৰহৰলৈ মাছ ধৰি সি উভতি আহি মেহৰুৰ পজাঁত ধপাত খাবলৈ সোমায়। তাৰ নাওঁতেই আমি নৈখন পাৰ হলোঁ।

কাচাৰীঘৰত সোমোৱাৰ পিছত প্ৰতিটো মুহূৰ্ত্তে মোৰ গা শিয়ৰি উঠিছিল। বাৰু চাচাজীয়ে কিবা গম পাব নেকি? মই ধৰা পৰি যাম নেকি? মোৰ পায়জামা-পাঞ্জাবিত ঘাঁহৰ টুকুৰা, বোকামাটিৰ দাগ। কিন্তু দুমহলাৰ হলঘৰলৈ সোমাই যোৱাৰ লগে লগে চাচাজীয়ে মাতিলে, আহ চফি! কালিলৈ আমি লালবাগলৈ যাবলৈ ঠিৰাং কৰিছোঁ। কি কৰ? বঢ়িয়া খবৰ, নহয়নে? বাৰি চাচাজীৰ লগতে প্ৰফুল্ল বাবু আৰু বৰ গাজিয়েও হাঁহিব ধৰিলে।......

# দহ

# জোনাকত মৃত্যুৰ ঘ্ৰাণ

নুৰুজ্জামানে মৌলাহাটৰ মছজিদত কিছুদিনৰ পৰা তাৰ দেউতাকৰ ভূমিকা পালন কৰি আছে। কাৰণ বদিউজ্জামান গৈছে তিনি ক্ৰোশ দূৰৈৰ তেওঁৰ শিষ্যৰ এখন গাঁৱলৈ। নমৌলানা নুৰুজ্জামানে এতিয়া নামাজ পৰিচালনা কৰে। যোৱা জুম্মাবাৰৰ নামাজত তাৰ শাস্ত্ৰীয় ভাষণ শুনি মৌলাহাটৰ মুছলমানসকল বিস্মিত হৈছে। ছোভানাল্লাহ! কি কণ্ঠ! কি উচ্ছাৰণ! ইয়াকেই কয় 'বাপকা বেটা চিপাহী কা ঘোঁৰা। কুছ নেহি তো থোৰা থোৰা।'

ফজৰৰ নামাজ শেষ কৰি ঘৰলৈ আহি সি তাৰ নকইনাক তেতিয়াও কোৰাণ পাঠত ব্যস্ত হৈ থকা দেখিলে। বাৰাণ্ডাত পাৰি লোৱা তাইৰ আসনখন এখন ৰঙীন গালিছা। নুৰুজ্জামানে দেওবন্দৰৰ পৰা কিনি আনিছিল। ৰোজিক দেখি সি ভাবিলে, খোদাতাল্লাৰ কি মহিমা! যেন পৰীস্তানৰ এজনী মোহময়ী পৰীহে! শালীনতাবশতঃ নুৰুজ্জামান চোতালৰ পৰা আঁতৰি কুঁৱাৰ পাৰলৈ গ'ল। সৰুকৈ এটা কাহ মাৰিলে। ঘৰখন যেন জনশূন্যহে। ৰোজিৰ কোৰাণপাঠৰ মৃদুধ্বনিত ঘৰখন পৱিত্ৰতাৰ মাজত বুৰ গৈ আছিল। তাৰ কাহৰ শব্দই নতুন একো স্পন্দন তুলিব নোৱাৰিলে। তিনিটা ঘৰৰ ভিতৰত এটা দলিজঘৰ হিচাপে ব্যৱহাৰ কৰা হয়। সেইটোৰেই একাংশ নুৰুজ্জামান আৰু তাৰ নববধূ ৰোজিৰ বাবে। মাজৰ ঘৰটোত থাকে মণিৰুজ্জামান আৰু ৰুকু। তৃতীয়টোত কামৰুন্নিচা আৰু চাইদা থাকে। ঘৰৰ ছালত তেতিয়াও ৰ'দ পৰাই নাই। দুৱাৰ খোলা ঘৰকেইটাৰ ভিতৰত তেতিয়াও পাতল আন্ধাৰ। তথাপি নুৰুজ্জামানে দেখিলে তৃতীয়টো ঘৰৰ ভিতৰত মাকে তাৰ আইতাকক মালিচ কৰি আছে। মাজৰ ঘৰটোত একো দেখা নগৈছিল। এক মুহূৰ্ত্তৰ ভিতৰত সি চিন্তা কৰি দেখিলে যে তাৰ ভাই-বোৱাৰীয়েকে আজিও সম্ভৱতঃ কোৰাণ পাঠ কৰা নাই। কথাটো আজি ভালেকেইদিনৰ পৰা সি মন কৰিছে। নিতৌ দুই বাইভনীয়ে একেলগে বহি দোকমোকালিতে কোৰাণ পঢ়িছিল। হঠাৎ এনে হ'ল কিয়? দুইজনীৰ মাজত কিবা লাগিছে নেকি ? সি ৰোজিক সুধিব। ঠিক সেই মুহূৰ্ত্ততে মাজৰ ঘৰটোৰ পৰা অসংযত কাপোৰ আৰু সুলকি পৰা খোপাৰে ৰুকু দুৱাৰমুখলৈ ওলাই আহিল। ওলায়েই

ভাইশহুৰেকক দেখি তাই থত্‌মত্‌ খালে। তৎক্ষণাৎ তাই আকৌ ভিতৰ সোমাল। ভিতৰৰ পৰা সেই সময়ত গেঙেৰণিৰ নিচিনা এক কুৎচিত হাঁহিৰ শব্দ ভাঁহি আহিল। নুৰুজ্জামানে মুখ কোঁচাই অস্পষ্টকৈ ভোৰভোৰালে, জানোৱাৰ!

ৰোজিৰ কোৰাণ পাঠ শেষ হৈছে। কোৰাণখন জপাই ভক্তি ভাবেৰে চুমা খাই কপালত লগালে। তাৰ পিছত ফুলাম ৰেছমী কাপোৰৰ মোনাখনত ভৰালে। ৰেহেল বা কাঠৰ ঠগাখন সামৰিলে। গালিছাখন জাপি ভিতৰলৈ নিবলৈ লৈ ঘূৰি চাই দেখে গিৰিয়েকে তাইক অনুসৰণ কৰিছে। ৰোজিয়ে ঈষৎ হাঁহিলে। তাৰ পিছত ভিতৰ সোমাল।

নুৰুজ্জামানে ঘৰত সোমায়েই চালপীৰাখনত চিৎ হৈ শুলে। সি হুঁহা নাছিল। গালিছাখন থৈ আহি তাৰ কাষতেই ৰোজি বিছনাত বহিল আৰু বুকুৰ ওপৰেৰে হাউলি সুধিলে, আপোনাৰ কি হৈছে? নুৰুজ্জামানে লাহেকৈ ক'লে, একো হোৱা নাই।

মোৰ ওপৰত খং কৰিছে নহয়?

এইবাৰ নুৰুজ্জামানে অলপ হাঁহি ক'লে, তোমাক খং কৰাৰ হিম্মৎ কাৰ? এইচা নেক আউৰত তুম!

ৰোজিয়ে তাইৰ ডেকা গিৰিয়েকৰ থুঁতৰিত ধৰি ক'লে, আকৌ ঠাট্টা কৰিছে, নহয়? সেইবোৰ মছজিদত কৰিব। মোৰ লগত নকৰিব।

নুৰজ্জামানে হাঁহিলে। মুছলমানৰ জবান, ৰোজি।

ৰোজিয়ে কৃত্রিম অভিমান কৰি ক'লে, তেনেহলে যিখন মুলুকত আছিল, তাৰ পৰাই কাৰোবাক বিয়া কৰাই আনিব লাগিছিল।

নুৰুজ্জামানে ৰোজিক সাৱটি ধৰিবলৈ বিচৰাত তাই সাউৎকৈ নিজকে আঁতৰাই নিলে। তাইৰ ভ্ৰু কুঞ্চিত। যেন কবলৈ খুজিছে, দুৱাৰ খোলা। কোনোবা সোমাই আহিলে কি হব?

অলপ পৰ মনে মনে থাকি নুৰুজ্জামানে ক'লে তোমাক এটা কথা সুধিব খুজিছোঁ।

কি?

ভনীয়েৰাৰ লগত তোমাৰ কিবা লাগিছে নেকি?

মুহূৰ্ত্ততে ৰোজি অলপ গম্ভীৰ হৈ গ'ল। গিৰিয়েকৰ কুৰ্ত্তাৰ বুটামবোৰ লিৰিকি বিদাৰি থাকি মাথোন মূৰ জোকাৰিলে।

নুৰুজ্জামানে ক'লে, তোমালোকে একেলগে কোৰাণ পাঠ কৰা নাই! আঁতৰি আঁতৰি আছা।

ৰোজিয়ে দুৱাৰৰ ফালে এবাৰ চাই ফুচফুচাই ক'লে, ৰুকুক ঘৰৰ ভিতৰত আবদ্ধ কৰি ৰাখে।

নুৰুজ্জামান ঘপহকৈ উঠি বহিল। সি সুধিলে, কোনে? সেই কমবখ্‌ত্‌ চয়তানটোৱে?

মনে মনে থাকক, কৈ ৰোজি থিয় হ'ল। উঠকচোন বিছনাখন ঠিককৈ থওঁ। বিছনাৰ চাদৰখনো লেতেৰা হৈছে। আজি ধুব লাগিব। নুৰুজ্জামানৰ টুপিটো গাৰুৰ

ওপৰত পৰি গৈছিল। সি সেইটো বুটলি ভাঁজ কৰি জেপত ভৰালে। তাৰ পিছত ক্ষুব্ধ ভাবেৰে ক'লে, এইচা নাহি চলেগা। মই এইবোৰ বৰদাস্ত নকৰিম।

ৰোজিয়ে ধম্‌কিৰ সুৰত ক'লে, সেইবোৰ কথা বাদ দিয়কচোন। হবলগাখিনি ইতিমধ্যে হৈছেই। আৰু জোঁট বঢ়াব নালাগে।

নুৰুজ্জামান স্তম্ভিত হ'ল। .......... কি হৈছে?

ৰোজিয়ে একো নকলে। তাই বিছনাচাদৰখন তুলিবলৈ ব্যস্ত হ'ল।

বাহিৰত চাইদাৰ মাত শুনা গ'ল, ডাঙৰ বোৱাৰী! চাওঁ এবাৰ এইফালে আহাচোন।

বিছনাচাদৰখন তুলি লৈ ৰোজি বাহিৰলৈ গ'ল।

চাইদাই ক'লে, মোৰ হাতত মালিচ কৰা তেল লাগি আছে। মই হাত দুখন মাটিৰে ভালকৈ ধুই আহো মানে তুমি নাস্তাৰ কাৰণে আটাখিনিকে মাৰাচোন। শাহুআয়ে পৰঠা হালুৱা খাব খুজিছে। বয়ামত অলপ ঘিউ আছে। চোৱাচোন। চাইদা কুঁৱাৰ পাৰলৈ গ'ল। ৰোজিয়ে কাপোৰখন বাৰাণ্ডাত থৈ মাতিলে, ৰুকু! ভিতৰৰ পৰা সমিধান আহিল, গৈছোঁ!

অলপ পিছত ৰুকু বাহিৰ হলত ৰোজিয়ে মাতিলে, আহ, নাস্তা কৰিব লাগে। দুয়োজনী ৰান্ধনিশালৰ বাৰাণ্ডালৈ গ'ল। ইতিমধ্যে থৰক্ বৰক্‌কৈ খোজ দি দুৱাৰৰ চৌকাঠত ধৰি বাহিৰ ওলাল মণিৰুজ্জামান। সি এতিয়া কোনোমতে থৰক্ বৰক্‌কৈ খোজ কাঢ়িব পৰা হৈছে। যোৱা জুম্মাবাৰত ককায়েক নুৰুজ্জামানে তাক মছজিদলৈ নিছিল। দেওবন্দৰ পৰা আহি নুৰুজ্জামানে ভায়েকক মুছল্লি কৰাৰ বাবে খুব চেষ্টা কৰিছে। নামাজ, দোৱা আবৃত্তি কৰা শিকাইছে। বিকট ঘেৰ্‌ঘেৰিয়া মাতেৰে বৰ কষ্টেৰে সি দুই এটি বাক্য উচ্চাৰণ কৰিব পৰা হৈছে। যাৰ মুখেৰে অনবৰত লালটি বৈ থাকে তাক ঐশীবাণী আবৃত্তি কৰিবলৈ শিকোৱা এলাপেচা কাম নহয়। তথাপি এইকণ উন্নতি যে হৈছে, সেয়া কম কথা নহয়।

মণিৰুজ্জামানৰ পিন্ধনত মাথোন লুঙিখন। উদং গা। সি বাৰাণ্ডাত খোজ দিবলৈ ধৰোতেই কুঁৱাৰ পাৰৰ পৰা চাইদাই প্ৰায় চিঞৰি ক'লে, অই! অই! অ' বোৱাৰী, চোৱাচোন চোৱা সি ক'লৈ যাবলৈ ওলাইছে! মণিৰুজ্জামানে বিকট মাতেৰে উচ্চাৰণ কৰিলে, মুঁ--ধু--ধু। মুখ ধোৱ যদি তাতেই বহ। চাইদাই ধম্‌কি দিলে। বহ তাতে। পানী দিছোঁ ৰহ।

মণিয়ে মাকৰ কথালৈ কাণেই নিদিলে। বেপৰোৱা ভাবে বাৰাণ্ডাৰ বাঁহৰ খুটাত ধৰি তললৈ খোজ আগবঢ়ালে। দেহৰ ভাৰসাম্য ৰাখিব নোৱাৰি সি লুটি খাই তলত বাগৰি পৰিল। চাইদাই প্ৰায় আৰ্ত্তনাদ কৰি দৌৰি আহিল। নিজৰ কোঠাৰ পৰা নুৰুজ্জামানে এবাৰ ভুমুকিহে মাৰিলে মাথোন।

চাইদাই ধৰিবলৈ যোৱাত মণিয়ে এটা চেপা হুঙ্কাৰ মাৰিলে। বুজা গ'ল, এই দুনিয়াত খোজ কাঢ়ি ফুৰিবলৈ সি অইনৰ ওপৰত নিৰ্ভৰশীল হ'বলৈ সমূলি ৰাজি নহয়। মাকৰ হাতখন জোৰকৈ আঁতৰাই দিলে। তাৰ পিছত থৰক্ বৰক্‌কৈ সি থিয় হ'ল। আৰু ঢলং পলং খোজেৰে কুঁৱাৰ পাৰলৈ আগবাঢ়িল।

ৰান্ধনিশালৰ বাৰাণ্ডাত আঁটা মাৰি মাৰি ৰোজিয়ে দৃশ্যটো উপভোগ কৰিছিল। তাই মুখ টিপি হাঁহিছিল। ৰুকুৱে চোতালৰ ফালে পিঠি দি জুহালত একান্তমনে জুই ধৰাত ব্যস্ত। তাই এবাৰো ঘূৰি নাচালে। চকু-মুখত পৰম নিৰ্লিপ্তিৰ ভাব।

ৰোজিয়ে ফুচফুচাই সুধিলে, তোৰ দামাদৰ কিয় খং উঠিল অ? তেতিয়া দুয়োজনে কিবা যুঁজ কৰা যেন শুনিছিলোঁ দেখোন?

ৰুকু গোৰ্‌গোৰাই উঠিল, অ' কৰিছিলোঁতো, তোৰ কি হ'ল?

ৰোজিয়ে হাঁহিলে। তাৰ পিছত মুখ বিকটাই ক'লে, মোৰনো আকৌ কিডাল হ'ব? কাণত পৰিছিল কাৰণেহে কথাটো সুধিলোঁ।

ৰুকুৱে জুইশলাৰে এমুঠি শুকান খৰি জ্বলাই উঠি ক'লে, অইনৰ লগত লাগি ফুৰা তোৰ স্বভাৱেই।

ৰোজিয়ে চেপা হাঁহি মাৰি ক'লে, আব্বা চাহাব ঘূৰি আহিলে কবি তোৰ দামাদৰ গাৰ পৰা ক'লা জিনটো এতিয়াও গুচা নাই।

ৰুকুৱে গোঁজৰণি মাৰিলে, কথা ভাল নহব কিন্তু ৰোজি, কৈ দিছোঁ।

ঠিক আছে ভাই। তোৰ কথা, মইনো কি কম? কথাষাৰ কৈ ৰোজিয়ে পৰঠা বেলিবলৈ ধৰিলে।

চাইদাই পুতেকৰ লগ এৰা নাই। কুঁৱাৰ পাৰত তাক আগৰ দৰে মুখ ধুৱাই নিদিলেও কাষত ৰৈ নিৰ্দেশ দিছিল। মনে মনে চাইদাই ভালো পালে। খোৰাপীৰৰ থানত শৰাই দিয়া বাবেই হওক বা কবিৰাজী দৰবৰ গুণতেই হওক, ইমান পলমকৈ হলেও যে মণিয়ে খোজ কাঢ়িব, কথা কব পৰা হৈছে সেইটোও কম কথানে? এইবোৰ ক্ষেত্ৰত অৱশ্যে তেওঁ দৰিয়াবানুৰ ওচৰতো ঋণী। চাইদাই বহুবাৰ কৈছে, তোমাৰ ঋণ কেনেকৈ শুজিম, বিয়নী? কেয়ামতৰ দিনা খোদাতালাক কম, মই যিখিনি পুণ্য আৰ্জিলোঁ তাৰ আধাখিনি বিয়নীক দিছোঁ।

তেতিয়া দৰিয়াবানুৱে কয়, তেনে কথা নকব বিয়নী। মই হোজা ঘৰৰ জীয়ৰী। ভাগ্যৰ বলতহে মিঞাৰ ঘৰত পৰিছিলোঁ। পিছে এটা কথা বিয়নী। যদি সৰুৰে পৰাই ল'ৰাটোক খোজ কাঢ়িবলৈ শিকালেহেঁতেন— বাচাধনৰ এনে অৱস্থা নহ'লেইহেঁতেন!

বিয়াৰ পিছত মণিৰুজ্জামান হঠাতেই ভালেখিনি সলনি হৈছে। লেলাৱটি ওলালে সি এতিয়া নিজেই মচিব পাৰে। মালিচৰ জোৰত হাত দুখনত সি এতিয়া অলপ বল পায়। নিজ হাতেৰে খাবলৈ চেষ্টা কৰে। যেন স্বাভাৱিক মানুহ হোৱাৰ বাবে তাৰ মনৰ মাজত প্ৰচণ্ড উদ্দীপনাৰ সঞ্চাৰ হৈছে।

কিন্তু সেই উদ্দীপনাই তাক সম্প্ৰতি হিংস্ৰ কৰি তুলিছে। ঊনৈশ বছৰীয়া এই ল'ৰাটোৱে এতিয়া মুখত আঙুলি ভৰাই খিক্‌খিক্‌কৈ নাহাঁহে। চৰাই চিৰিকতি দেখিলে তাৰ চকু দুটি আগৰ দৰে আনন্দত উজলি নুঠে। এতিয়া বৰং সি হুঙ্কাৰ দি খেদিব খোজে। আগেয়ে আইমণি আহি গাইজনী খীৰাই দিছিল। তাইৰো আকৌ হঠাতে কি হ'ল, পীৰচাহাবৰ ঘৰৰ আশেপাশেও তাইৰ ছাঁটোকেই দেখোন নেদেখা হ'ল। আইমণিয়ে পিতলৰ কঁৰীয়াত গাখীৰ খীৰাই আনি চাইদাক দিবলৈ আহিলে মণিয়ে

বাৰাণ্ডাৰ পৰাই দুহাত জোঁকাৰি শিশুৰ দৰে চট্‌ফটাইছিল। গাখীৰ বিচাৰি তাৰ বিকৃত মাতেৰে কিবা কব্ব বিচাৰিছিল। আৰু আইমণিয়ে মৰমেৰে তাক কৈছিল, ৰবা বাপজান! অলপ ৰবাচোন! কেঁচা গাখীৰ খালে পেট চলিব। এইবোৰ কৈ তাই যে কিমান হাঁহিছিল। আৰু মণিৰ মুখেৰে ধাৰাসাৰ লালটি বৈছিল। সি হালি-জালি আনন্দ প্ৰকাশ কৰিছিল। হাত দুখন চৰাইৰ পাখীৰ দৰে জোকাৰিছিল। টিকা চোচোৰাই ৰান্ধনিশাললৈ যোৱাৰ মতলব কৰিছিল। তাকে দেখি আইমণিয়ে কৈছিল, চোৱা, ল'ৰাটোৰ কাণ্ড চোৱা!

এতিয়া গাখীৰ খীৰাবলৈ আহে দুলিৰ মাক নুৰী। কঁকালৰ পৰা আঠুৰ তললৈকে পৰা শালত বোৱা গামোছা পিন্ধা দুলিৰ বুকুত, আইমণিৰ ভাষাত, 'ফুল কলি' ফুটিছে। তথাপি তাইৰ উদং গা। শাৰী পিন্ধালে হেনো 'ফুলকলি' ডাঙৰ হয়। নুৰীয়ে গাখীৰ খীৰাই থকা সময়ত জীয়েকে দামুৰিটোৰ কাণ দুখনত ধৰি আঁতৰাই ৰাখে। দামুৰিটোৱে তাইৰ পেটত খুন্দিয়ায়। পৰহি দিনা এটা ঘটনা ঘটিছিল। দামুৰিটোৱে খুন্দা মৰাত দুলিৰ কাপোৰখন খুলি মাটিত পৰিল। লাজ লগা দৃশ্য। ৰোজিয়ে দৌৰ মাৰি গৈ তাইৰ আবুৰ ৰক্ষা কৰিছিল। কিন্তু বাৰাণ্ডাত বহি অভ্যাসবশতঃ আঙুলি চুহি থকা মণিৰ চকু পৰাৰ লগে লগে সি এক বিৰাট হুঙ্কাৰ মাৰিছিল। সেই সময়ত ঘৰত থকা আটায়ে বুজিছিল সেয়া কিহৰ হুঙ্কাৰ। মণিৰুজ্জামানে ছোৱালীৰ আবুৰ কি এতিয়া বুজে।

গাখীৰৰ ফেনেৰে উপচি পৰা কঁৰীয়াটো সম্মুখেৰে লৈ গ'লে তাৰ চকুহাল উজ্বল হৈ উঠে যদিও সি আজিকালি মনে মনে বহি থাকে। মাকে গিলাচত গাখীৰ অনালৈকে সি অপেক্ষা কৰে। মাকে তাক চামুচেৰে গাখীৰ খুৱায়।

এদিন সি অধিক আশ্চৰ্যজনক এটা কাণ্ড কৰিলে।

চাইদাই শাহুৱেককো কাষত বহি গাখীৰ খুৱাব লাগে। পক্ষাঘাত ৰোগী কামৰুন্নিচাই এখন হাতেৰে গিলাচটো ধৰিব পাৰে যদিও গিলিবলৈ কষ্ট হয়। গতিকে চাইদাই কাষত বহি খুৱায়। তাৰ পিছতহে মণিক খুৱায়।

আজি মণিয়ে এখন হাত জোকাৰি মাকক বুজাই দিলে যে সি মাকৰ হাতেৰে নাখায়। চাইদাই ইঙ্গিতটো বুজিবলৈ চেষ্টা কৰিলে। ভ্ৰূ কুঞ্চিত কৰি ক'লে, হৈছে! আজি আকৌ তোৰ কি হ'ল?

মণিয়ে গেঙেৰণি মাৰি কিবা ক'লে। বুজিব নোৱাৰি চাইদাৰ খং উঠিল। আৰু কিমান জ্বলাৱ তহঁতে মোক? তহঁতৰ নিমিত্তে মোৰ এই দেহাটো শেষ কৰিলোঁ। মই মৰিলেহে তহঁতৰ শান্তি হব, নহয়নে?

ৰোজিয়ে গিৰিয়েকক নাস্তা দিবলৈ গৈছিল। চাইদাৰ ডাঙৰ মাত শুনি বাহিৰ ওলাই চালে। কুকুৰে ৰান্ধনিশালৰ বাৰাণ্ডাৰ জুহালত গাখীৰ তপতাইছে। তাই কোনোফালে নুঘূৰি মাথোন জুইকুৰা চাই আছে। চাইদাই পুতেকৰ সম্মুখত নাস্তাৰ কাঁহীখন থৈ ৰান্ধনিশাললৈ গ'ল। ৰোজিয়ে দেখিলে মণিয়ে চকু দুটা বহল কৰি চাই আছে— ঠিকেই, সি কুকুৰ ফালেই চাই আছে। ওঁঠৰ কোণত হাঁহি সানি ৰোজিয়ে দেওৰেকৰ কাষলৈ গ'ল। চেপা মাতেৰে তাই সুধিলে, কি হ'ল মিঞা? আজি বিবিৰ হাতেৰে খোৱাৰ মতলব ছাগে?

মণিয়ে তাইৰ কথালৈ কাণ নিদিলে। ৰোজিয়ে লাহেকৈ চোতাল চেৰাই ৰান্ধনিশালৰ বাৰাণ্ডাত উঠিল। শাহুৱেকে মুখখন গোমোঠা কৰি ইটো-সিটো কৰিছে। ৰোজিয়ে ৰুকুৰ টিকাত ভৰিৰে লাহেকৈ খুচিলত ৰুকুৱে তাইৰ ফালে চাই সুধিলে, কি হ'ল?

চাইদাই সিহঁতৰ ফালে চোৱাত ৰোজিয়ে তপৰাই ক'লে, ৰুকুক মাজু মিঞাই মাতিছে।

চাইদাই অকণমান মনে মনে থাকি হুমুনিয়াহ কাঢ়ি ক'লে, মই কি কম বোৱাৰী? তোমালোকৰ ইচ্ছা। তোমালোকে তাৰ খিদ্‌মত্ কৰিলে মই যে ৰক্ষা পাওঁ। যি ভাল দেখা তাকে কৰা।

ৰুকু শিলৰ মূৰ্ত্তিৰ দৰে অলৰ-অচৰ। চাইদাই শাহুৱেকৰ কোঠাত সোমালত ৰোজিয়ে ধম্‌কি দি ভনীয়েকক ক'লে, ইস্! একেবাৰে লাজুকী লতা! নিজৰ মৰদক খুৱাবলৈ বৰ লাজ। কিয়, মই ডাঙৰ মিঞাক খুউৱা নাই?

ৰুকুৱে একো নামাতিলে। শাৰীৰ আঁচলেৰে ধৰি গাখীৰৰ পাত্ৰটো জুইৰ পৰা নমালে। তাৰ পিছত চোতাললৈ নামি ঘৰৰ পিছফালৰ পুখুৰীৰ ঘাটৰ ফালে গুছি গ'ল। ৰোজিয়ে মাথোন ক'লে, দেখিছা!

মণিৰ নিষ্পলক চকুহালিয়ে অনুসৰণ কৰিছিল ৰুকুক। ৰুকুৱে তাক পিঠি দি পুখুৰীৰ ঘাটলৈ বুলি খোজ পেলোৱাৰ লগে লগেই সি হুঙ্কাৰ মাৰি নাস্তাৰ কাঁহীখনত লাথি মাৰিলে।

চাইদা দৌৰি ওলাই আহিল। চোতালত হালুৱা-পৰঠা ছিটিকি পৰিছে। কাঁহীখন উবুৰি হৈ পৰি আছে। চাইদাই জীৱনত কোনো দিনেই যিটো কৰা নাছিল বা কৰিম বুলি কল্পনাও কৰা নাছিল, আজি তাকেই কৰিলে। সোঁভৰিৰ ক'লা চটিজোতাপাত খুলি লৈ মাজু পুতেকৰ মূৰত উধাই-মুধাই কোবাব ধৰিলে। জানোৱাৰ! চয়তান! আজি মই তোক শেষ কৰি পেলাম! মুখৰ ভাত তই দলিয়াই পেলালি?

চাইদাই তেওঁৰ সমস্ত জীৱনৰ দ'ম বান্ধি থকা খং উজাৰিছিল ছাগে। কামৰুন্নিচাই চিঞৰ-বাখৰ শুনি কি হৈছে ভিতৰৰ পৰা জানিব খুজিলে। কি হৈছে? বোৱাৰী? অ' বোৱাৰী? কি হৈছে? অ' ৰোজি! অ' ৰুকু!

মণিয়ে মাকৰ জোতাপাত কাঢ়ি লোৱাৰ চেষ্টা কৰি পৰা নাছিল। ৰান্ধনিশালৰ বাৰান্দাৰ খুটাত ধৰি ৰোজিয়ে ভেবা লাগি চাইছে। মণিয়ে এইবাৰ মাকৰ শাৰীত খামুচি ধৰিলে। কণ্ঠত তাৰ সেই অদ্ভুত গোঁৰ্ গোঁৰণি! নুৰুজ্জামানে চুৰা হাতেৰে ওলাই আহি এক মুহূৰ্ত্ত দৃশ্যটো চাই চিঞৰি উঠিল, আম্মাজান! ইয়ে ক্যা হো ৰহা?

সি দৌৰি আহি দুয়োৰে মাজত থিয় হ'ল। তাৰ পিছত ভায়েকৰ হিংস্ৰ হাতৰ পৰা মাকৰ শাৰীখন মুকলি কৰি দি ক'লে, তওবা! তওবা! তোমালোকে এইবোৰ কি আৰম্ভ কৰিছা? চব ইজ্জত বৰবাদ কৰিলা। এয়া পীৰ-মৌলানা আছৰাফ-মো খাদেমৰ ঘৰ নে ভিকহুৰ ঘৰ? ছিঃ ছিঃ!

ভাগ্যে এই মুহূৰ্ত্তত ঘৰখনত বাহিৰৰ মানুহ কোনো নাই। নুৰীয়ো অলপ আগেয়ে

জীয়েকক লৈ গুছি গৈছে। নুৰুৱে ভায়েকক হাতত ধৰি তুলি দিয়াৰ চেষ্টা কৰিলে। অলপ আগেয়ে যাক সি জানোৱাৰ বুলি গালি পাৰিছে, এতিয়া তাৰ কাৰণেই চেনেহ জাগিছে। কিন্তু মণিয়ে তাৰ হাতত কামুৰিবলৈ খোজাত সি তৎক্ষণাৎ হাত এৰি দিলে। নুৰুৰ আকৌ খং উঠিল। অই বুজবক, আকেলমন্দ, বেতমিজ, কি হৈছে তোৰ? লাজ নালাগে? পাষণ্ড কৰবাৰ!

চাইদাই কান্দি কান্দি শাহুৱেকৰ ওচৰলৈ উভতি গ'ল। ইতিমধ্যে ৰোজিয়ে চোতালত সিঁচৰতি হৈ থকা হালুৱা-পৰঠা কাঁহীখনত তুলি লৈ গৈছে। এই পৰিয়ালৰ শিক্ষা যে মুখৰ ভাত নষ্ট কৰিব নাপায়। নিজে খাব নোৱাৰিলে ফকিৰ, ভিখাৰীক দান কৰিবা। পুণ্য হব।

নুৰুৱে উভতি গৈ অৱশিষ্ট নাস্তাখিনি খোৱাত মন দিলে। ঘটনাটো কেনেকৈ কিয় হ'ল সি বুজিব পৰা নাছিল।

পুখুৰীৰ ঘাটৰ কাষতেই ভালেকেইজোপা কলগছ। গছকেইজোপা লহপহীয়া হৈ উঠিছে। ৰুকুৱে সেইখিনিতে থিয় দি গোটেই দৃশ্যটো চাইছিল। হঠাৎ তাইৰ ইচ্ছা হৈছিল, দৌৰ মাৰি গৈ সেই জন্তুমানবটোক ৰক্ষা কৰিব। কিন্তু সি মাক আৰু ককায়েকক ওলোটাই আক্ৰমণ কৰা দেখি ৰুকু থমকি ৰ'ল। মৰক। শাহুআয়ে তাক মাৰি পেলাওক! ৰুকুৱে মনে মনে কৈছিল। এতিয়া সকলো শান্ত হৈ পৰিছে। ঘৰখন নিজম পৰিছে। ঘটনাটো দেখি থকা বুলি অন্ততঃ ৰোজিয়ে যাতে গম নাপায় তাকে ভাবি ৰুকু কলগছৰ আঁৰ লৈ থাকিল।

কিন্তু ঘৰত সোমোৱাৰ তাইৰ ইচ্ছা হোৱা নাছিল। পৰা হলে তাই ক'ৰবালৈ পলাই গ'লহেঁতেন। অন্ততঃ এদিনৰ কাৰণে হলেও বাহিৰত কটাব পৰা হলে! মাকৰ ওচৰলৈ যোৱা মানে গালি আৰু কিল্ দুয়োটাই খাব লাগিব। দেউতাকক দুই বাই-ভনীয়ে আঁতৰৰ পৰাহে চিনিছিল। মাকেই সিহঁতৰ সকলো। ইমানদিন মাক আছিল সিহঁতৰ অভিভাৱক। যেনিয়ে মন যায় তেনিয়ে ঘূৰা-পকা কৰিবলৈ দিছিল। সেই স্বাধীনতা হঠাতে কাঢ়ি লৈ সেই মৰমিয়াল মাকজনীও আজি হিংস্ৰ হৈ উঠিছে। কিয় বাৰু এনে হ'ল? ৰুকুৱে ভাবি উত্তৰ বিচাৰি নাপায়। বাৰি চাচাজীৰ লগত কাজিয়াই ইয়াৰ কাৰণ নেকি? আশ্চৰ্যৰ কথা, চাচাজী মৌলাহাটলৈ আহিবলৈকে বাদ দিলে! আৰু আইমণি পেহী! তাইৰো জানো কি হ'ল, এইখন ঘৰলৈ নহাই হ'ল! শাহু আয়ে কিবা ক'লে নেকি বাৰু? ভাবি তাই উৱাদিহ নাপায়। ইচ্ছা হ'ল কলজোপাৰ আঁৰত হিয়া উজাৰি কান্দিব। কিন্তু কান্দিবলৈকেও আজি-কালি দেখোন কিবা ভয় লগা হ'ল। সকলোতে ভয়। পৃথিৱীখন পৰ হৈ গ'লে যি ভয়ে মানুহক হেচি ধৰে, সেই ভয়— অথবা অইন কিবা ভয়। তাই পুখুৰীৰ সিপাৰৰ হাবিৰ ওপৰেৰে খোৱাপীৰৰ থানৰ বটগছ জোপাৰ ফালে চালে। মনে মনে সেৱা জনালে, পীৰবাবা! মোক ৰক্ষা কৰা। নহলে যে মই মৰি যাম।

কোনোবা পলকত ৰোজিয়ে মনে মনে আহি তাইৰ পিছফালে থিয় হৈ আছিল। ৰুকুৱে গমকে পোৱা নাছিল। ৰোজিৰ মাতত তাই উচাপ খাই উঠিল।

ৰোজিৰ নাকৰ পাহি ফুলি আছে। চকু ডাঙৰ। তাই গৰ্জি উঠিল, ঢং দেখুৱাব নালাগে। নিজৰ মৰদক খুউৱাত কিহৰ ইমান লাজ অ'? মিছামিছি তাক মাৰ খুৱালি। ভাবিছ নেকি গাঁওখনত কথাটো ফাদিল নহব? আৰু কেনেবাকৈ মাৰ কাণত পৰিলে কি হব জাননে?

ৰুকুৱে নিজকে আৰু সংযত কৰিব নোৱাৰিলে। ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিলে। ৰোজিয়ে চেপা মাতেৰে ধমক দিলে, চুপ! চুপ থাক তই! বাহিৰত কান্দিবলৈ তোৰ লাজ লগা নাই? কান্দিলে ঘৰৰ ভিতৰত কান্দ গৈ।

চোতালত নুৰীৰ মাত শুনা গ'ল। পদুলিমুখেৰে সোমাইছে। এতিয়াই তাই বাচন-বৰ্ত্তন ধুবলৈ পুখুৰীৰ ঘাটলৈ আহিব। ৰোজিয়ে ৰুকুৰ মুখখন চেপা মাৰি ধৰি ফুচফুচাই ক'লে, চুপ! চুপ! নুৰীপেহী আহিছে।

ৰুকু তৎক্ষণাৎ ঘাটত নামিল। হেমন্তৰ আৰম্ভণিহে। পুখুৰীত যথেষ্ট পানী আছে। পানীৰ ওপৰত সৰু-পুনীয়ে গোটেই পুখুৰীটো আগুৰি আছে। ঘাটৰ সম্মুখৰ অলপ ঠাই মাথোন মুকলি হৈ আছে। ৰুকুৱে ভালকৈ মুখ-হাত ধুলে। এইখন ঘৰত খালি ভৰিৰে থকা নিয়ম নাই। তদুপৰি পীৰ-মৌলানাৰ ঘৰৰ বোৱাৰী। কিন্তু ৰুকু খালি ভৰিৰেই পুখুৰীলৈ আহিছিল। চটি জোতাযোৰ জানো ক'ত থৈ আহিল, তাইৰ মনতে নপৰিল।

ঘাটৰ পৰা পাৰলৈ উঠি অহাত ৰোজিয়ে চেপা মাতেৰে তাইক ক'লে, মাজু মিএগ্ৰই খোৱা নাই। ব'ল, মই আকৌ নাস্তা দিওঁ, তই লৈ যাবি।

ৰুকুৱে অস্পষ্টকৈ ক'লে, কেঁচুৱা নেকি?

চুপ! মনে মনে থাক। ৰোজিয়ে ভনীয়েকক ধম্‌কি দিলে। যি কওঁ তাকেই শুনিবি। নহলে মাক লগাই দিম।

তাই ৰুকুক যেন এখন অদৃশ্য হাতেৰেহে টানি লৈ গ'ল। ৰান্ধনিশাললৈ গৈ এখন কাঁহীত দুখন পৰঠা আৰু অলপ হালুৱা সজাই দি ৰুকুৰ হাতত তুলি দি ক'লে, তই গৈ থাক, মই পানী এগিলাছ লৈ গৈ আছোঁ।

গাত ধৰি লাহেকৈ ঠেলি দিয়াত ৰুকু আগবাঢ়িল।

কামৰুন্নিচা আৰু চাইদাই সৰু সৰুকৈ কিবা কথা পাতিছিল।

ৰোজিয়ে নুৰীক ৰাতিৰ বাহী বাচন বৰ্ত্তনখিনি উলিয়াই দি আহিল। অৱশ্যে তাইৰ এটা চকু আছিল ৰুকুৰ ওপৰত। মাজু মিএগ্ৰা অলপ আগেয়ে ঘৰৰ ভিতৰত সোমাইছে। ৰুকু ভিতৰ সোমালত ৰোজিয়ে মাটিৰ কলহৰ পৰা পিতলৰ গিলাছত পানী বাকিলে।

গিলাছটো লৈ ৰোজিয়ে মুখ টিপি হাঁহি পোনে পোনে মাজু মিএগ্ৰাৰ কোঠাত সোমাল। গৈ দেখে মণিৰুজ্জামানে বিছনাত বহি স্বাভাৱিক মানুহৰ দৰে ভৰি ওলোমাই লাহে লাহে নচুৱাইছে। সি তলমূৰকৈ আছে। চকুৰে চকুলো বৈ আছে। মুখৰ লালটিৰ সৈতে চকুপানী একাকাৰ হৈ গৈছে। তাৰ সম্মুখত ওৰণি টানি হাতত নাস্তাৰ কাঁহীখন লৈ থিয় হৈ আছে ৰুকু।

বিকলাঙ্গ এই ডেকাজনক এনেদৰে কন্দা ৰোজিয়ে কেতিয়াও দেখা নাছিল।

মুহূৰ্ত্ততে তাইৰ মনটো কুমলিল। লাহেকৈ ক'লে, ছিঃ, কান্দিব নাপায় নহয়! আম্মাইহে মাৰিছে, নে অইনে? খোৱাচোন, এতিয়া নাস্তাখিনি খোৱা। জগতৰ কোনজনী মাকেনো নিজৰ ল'ৰা-ছোৱালীক নামাৰে? আমাৰ মাই জানো আমাক দুয়োজনীকে কম পিটিছিল?

ৰুকু অবাক। ৰোজিৰ কণ্ঠত দেখোন বুঢ়ী তিৰোতাৰ মাত কথা! তাৰ পিছত ৰোজিয়ে ৰুকুক লাহেকৈ ঠেলি দি ক'লে, যা, হাতত তুলি দেচোন! তেনে কৰিব খোজাত মণিয়ে হাত জোকাৰিলে। বুজাই দিলে, সি নাখায়। তেতিয়া ৰোজি তাৰ কাষত বহিল! কান্ধত হাত থৈ ক'লে, শুনাচোন ভাইজান! মই তোমাৰ নবৌ। নবৌয়েৰাৰ কথা নুশুনিবানে? তাৰ পিছত তাই হাঁহি হাঁহি ক'লে, এইজনীক তুমি এতিয়াও চিনিবই পৰা নাই নহয়? বৰ বদমাইচ এই জহনিতযাতীজনী, বুজিলানে?

আৰু মণিয়ে সিহঁত দুজনীকেই আচৰিত কৰি তাৰ সেই অদ্ভুত মাতেৰে সুধিলে, তো তো তোমালোকে খালানে?

ৰোজিয়ে হাঁহিব ধৰিলে। কথা শুনা মিএগ্ৰাৰ! তুমি নাখালে আমি খাওঁ কেনেকৈ? গোনাহ নহবনে? বেলি দুপৰ হ'ল। আমাৰ জানো ভোক লগা নাই? পলম নকৰি এতিয়া খোৱা। ৰুকু, পৰঠাখন চিঙি টুকুৰা কৰি দেচোন তোৰ মানুহজনক।

মণিয়ে ঠেহ পাতি ক'লে, তু-তু-তুমি দিয়া!

তাৰ মানে ৰুকুৰ ওপৰত তাৰ খং এতিয়াও কমা নাই। নবৌৱেকে খুৱাই নিদিলে সি নাখায়। ৰোজিয়ে হাঁহি হাঁহি পৰঠা চিঙিবলৈ ধৰিলে।

সেইদিনাৰ পৰাই তেৰ বছৰীয়া বোৱাৰী ৰোজিয়ে এইখন ঘৰত চাইদা বেগমৰ ঠাই দখল কৰিছিল। শাহুৱেক আৰু শাহু আইতাকৰ সেৱা যত্নৰ তদাৰক কৰা, ককাঁলত শাৰীৰ আঁচলখন মেৰিয়াই ব্যস্ত-গম্ভীৰ হৈ ইফালে সিফালে চোৱা-চিতা কৰা, কথাই কথাই নুৰীক ধম্‌কি দিয়া, আৰু যে কত কি কাম। তাৰ বিপৰীতে ৰুকু আৰু অধিক উদাসীন, নিৰ্লিপ্ত হ'ল। দুই যঁজা বাইভনীহালৰ মাজত এখন অদৃশ্য দেৱাল গঢ়ি উঠিছিল। শিষ্যৰ ঘৰৰ পৰা ধান-চাউল, শাক-পাচলি, গুড়ৰ টেকেলি আদি প্ৰায়েই আহি থাকে। দূৰ দূৰণিৰ শিষ্যসকলে গৰুগাড়ী বা ঘোঁৰাৰ পিঠিত বোজাই দি অথবা ভাৰ বান্ধি বিবিধ গুৰু প্ৰণামী আনে। চাইদাৰ দৰে ভিতৰত থাকিয়েই নেপথ্যৰ কণ্ঠস্বৰেৰে ৰোজিয়ে বয়বস্তুবোৰ ক'ত থব লাগিব তাৰ নিৰ্দেশ দিয়ে। নুৰুজ্জামান ঘৰত থাকিলেও ৰোজিৰ এই খবৰদাৰি থাকেই। ৰুকুৱে লক্ষ্য কৰিলে যে ৰোজিৰ ভিতৰত সিহঁতৰ মাকৰ চেহেৰা ফুটি ওলাইছে। এক তীব্ৰ ঈৰ্ষাবোধে তাইৰ ভিতৰখন জোকাৰি দিয়ে। তাই ভাবে, সেই জন্তুমানবটোৰ পত্নী নোহোৱা হলে ঘৰখনৰ কৰ্ত্তৃত্বৰ ন্যায্য অংশটো দখল কৰিবলৈ হয়তো ময়ো ককাঁলত আঁচল বান্ধিব পাৰিলোঁহেঁতেন। কিন্তু এই জামেলাৰ মাজত সোমাবলৈ কি গৰজ পৰিছে? ভালেই আছোঁ।

ওহোঁ, নহয়— সঁচাকৈয়ে তাই ভালে থাকিব পৰা নাই। যেতিয়াই তেতিয়াই এটা জন্তুমানবৰ কামাৰ্ত্ত আক্ৰমণ, আনকি ৰজস্বলা অৱস্থাতো নিস্তাৰ নাই। চকু মুদি দাঁত কামুৰি তাইৰ অৱশ দেহটো এৰি দি তাই পলাই যায়— পলাই গৈ থাকে, দূৰলৈ—

বহুদূৰলৈ। কিন্তু যাব ক'লৈ? কাৰ ওচৰলৈ বাৰু তাইৰ এই মানসিক ভ্ৰমণ? মাথোন ধাৰণা হয়, খোৰাপীৰৰ ভগ্ন টিপটোৰ মল্লিকা ফুলজোপাৰ কাষত পিচমুৱা হৈ কোনোবাজন থিয় দি আছে। ভয় খাই তাই উভতি আহে। বেইজ্জত শৰীৰৰ ভিতৰত ঘৃণা, ঘৃণা আৰু ঘৃণা। নিজৰ ওপৰত, সকলোৰে ওপৰত। ..........

বহু দিনৰ মূৰত ঘৰৰ পিছফালেৰে আইমণি আহিল। ৰোজিয়ে কুঁৱাৰ পাৰত আবেলিৰ ৰ'দত চুলি মেলাইছিল। ৰুকুৱে বাৰাণ্ডাত কাপোৰ সী আছিল। আজি বহুদিন ধৰি তাই তাকেই কৰিছে। কেইদিনমানৰ পৰা কামৰুন্নিচাৰ বুকুৰ বিষ। চাইদাই তেল মালিচ কৰিছে। ৰোজিয়ে আইমণিক দেখি সুধিলে, ৰাষ্টা ভুল কৰি এইফালে সোমালা নেকি, পেহী? যোৱা, যোৱা, অসময়ত আমি আলহী নোসোধোঁ।

আইমণিয়ে শেঁতা হাঁহি মাৰি ক'লে, আহিব পৰা নাই অ' সোণ। পিতাৰ গা ভাল নহয়। কথাষাৰ কৈ তাই ৰুকুৰ ফালে ঘূৰি চাই সুধিলে, ৰুকু, কেনে আছ বাচাধন?

ৰুকুৱে ক'লে, ভালেই। তাই আইমণিক দেখিছিল। কেনে যেন বিমৰ্ষ দেখা গৈছে ৰাংঢালী মানুহজনীক! আগৰ নিচিনাকৈ সাজি-কাচি অহা নাই। কপালত টিকলি নাই, কঁকালত ৰূপৰ চন্দ্ৰহাৰ নাই, ভৰিত ৰূপৰ নেপূৰ নাই, কাণত কাণফুলিযোৰো নাই।

ৰোজিৰ কাষতেই তাই থিয় হৈ থাকিল। তাইক দেখাৰ লগে লগেই ৰুকুৰ বুকুৰ ভিতৰখন চেপা আবেগত মোচৰ খাইছিল। আইমণিক কবলৈ যে মনৰ মাজত কিমান কথা দম বান্ধিছে!

ৰোজিয়ে হাঁহি হাঁহি ফঁকৰা আওৰালে, 'আহিছা কুটুম বহা খাটত, ভৰি ধোৱাগৈ পুখুৰীৰ ঘাটত।'

আইমণিয়ে ঈষৎ হাঁহি সুধিলে, মই কুটুম নেকি? পিছে মই এটা কথাৰ কাৰণেহে আহিলোঁ।

আইমণিৰ মাতত যেন কিবা এটা আছিল, ৰোজি ৰুকু দুয়োজনীয়ে একেলগে তাইৰ ফালে স্থিৰ দৃষ্টিৰে চালে। তাৰ পিছত ৰোজিয়ে লাহেকৈ সুধিলে, কি কথাৰ কাৰণে আহিলা, পেহী?

আইমণিয়ে ক'লে, মাৰই পঠাইছে। সন্ধিয়া দুয়োজনীয়ে এপাক মাৰি আহিবি। মাৰৰ আহিবলৈ অসুবিধা।

এই অঞ্চলৰ নিয়ম হৈছে ল'ৰা-ছোৱালীৰ বিয়াৰ পিছত বিয়নীহঁতে বিনা নিমন্ত্ৰণে পৰস্পৰৰ ঘৰলৈ নাযায়। চাইদাই এবাৰেই মাথোন, মৌলাহাটত প্ৰথম ভৰি দিয়াৰ দিনাখনেই গৰুগাড়ীৰ ধুৰা ভঙা দুৰ্ঘটনাৰ কাৰণে দৰিয়াবানুৰ ঘৰত উঠিছিল। তাতে একেৰাহে কেইদিনমান আছিল। তেতিয়া ভবাই নাছিল যে এই অসাধাৰণ তিৰোতাজনী এদিন তেওঁৰ বিয়নী হ'ব। ল'ৰাহঁতৰ বিয়াৰ সময়তো তেওঁ যোৱা নাই, যদিও অৱশ্যে দৰাপক্ষৰ লগত তিৰোতামানুহো কইনাৰ ঘৰলৈ যোৱাৰ নিয়ম আছে। আচলতে সেই বিয়াখন আছিল এক হঠকাৰিতা। এটা আকস্মিক ঘটনা মাথোন।

তথাপি দৰিয়াবানুৱে বিয়নীয়েকৰ ঘৰলৈ গায়ে মূৰে চাদৰ মেৰিয়াই দুদিন নে এদিন আহিছে। আহি অলপ লাজ আৰু ইতস্ততাৰে কৈছে, এতিয়া মই পীৰ চাহাবৰ

বিয়নী হৈছোঁ। আগৰ দৰে ৰাষ্টাই-ঘাটে ওলাই ফুৰি খেতি-বাতিৰ কাম-কাজ তদাৰক কৰিবলৈ লাজ লাগে, বিয়নী। বিয়েয়ে শুনিলে তেৱোঁ লাজ পাব। কিন্তু খেতি-বাতিত চকু দিব নোৱাৰাত মোৰ বৰ লোকচান হৈছে। গাঁৱৰ মানুহবোৰে লুটি খালে, বিয়নী। বৰ সমস্যাত পৰিছোঁ।

গিৰিয়েকৰ আত্মীয় মানুহখিনিৰ পৰাও দৰিবুবুৰ কিবা কিবি সমস্যা হৈছে। মাটি-বাৰীৰ ভাগ লৈ খুব গোলমাল হৈছে।

আইমণিৰ কথা শুনি ৰোজিয়ে ক'লে, তুমি শাহুআইক কথাটো কৈ যোৱা, পেহী। তেখেতে অনুমতি নিদিলে কেনেকৈ যাম? আৰু শুনা, তুমি আহি আমাক লৈ যাবা।

অকণমান হাঁহি আইমণিয়ে চাইদা বেগমৰ ঘৰত সোমাল। তাইক দেখি চাইদাই ক'লে, কি হ'ল আইমণি, এইফালে নহাই হলা যে?

আইমণিয়ে চাইদাৰ কথালৈ কাণ নিদিলে। দুৱাৰৰ চৌকাঠত থিয় দি আদাব জনাই ক'লে, দৰিবুবুৱে জীয়েকহঁতক সন্ধিয়া এবাৰ মাতিছে। ময়েই আহি দুয়োজনীকে লৈ যাম বুলি ভাবিছোঁ। তাকেহে কম বুলি আহিলোঁ, বিবিজী!

চাইদাই ঈষৎ হাঁহিলে। ঠিক আছে যাব বাৰু। কথাষাৰ কৈ চাইদাই শাহুৱেকৰ বুকুত মালিচ কৰা বন্ধ কৰি ক'লে— নুৰুৱে ক'লে, ৰাতিপুৱা হেনো তাকো বিয়নীয়ে মাতিছিল। খেতিবাতিৰ কথা লৈ কিবা বেমেজালি হৈছে হেনো। নুৰুৱে ক'লে, খেতিবাতিৰ কথা মইনো কি বুজোঁ? পিছে শাহুআয়ে কৈছে যেতিয়া...........

কথাৰ ওপৰতে আইমণিয়ে ক'লে, ওঁ— সেই কথাটোও দৰিবুবুৱে ক'লে। মই কবলৈ হ'লে, বিবিজী, আপোনাৰ ডাঙৰ পুতেকেই বৰঞ্চ দৰিবুবুৰ সেইবোৰ চম্ভালক। মৌলবী হ'ল বুলি ঘৰ-সংসাৰ নাচালে কেনেকৈ হ'ব?

গিৰিয়েকৰ কথাবোৰ চাইদাৰ মনত প্ৰতিধ্বনিত হ'ল। —ইছলামে মানুহক যিদৰে ঘৰ-সংসাৰ পাতিবলৈ কৈছে, তেনেদৰে খেতি-বাতিৰ কামো কৰিবলৈ বিধান দিছে। সেইবাবে যি মুছলমানে পাঁচ ওৱাক্ত নামাজত বহি দুহাত তুলি মোনাজাত কৰে, সেই মোনাজাতৰ অৰ্থ হ'ল ঃ 'হে খোদা! মোক ইহকাল আৰু পৰকালৰ শ্ৰেষ্ঠ সম্পদবোৰ দান কৰা।' ইছলামে ঘৰ-সংসাৰো চায়। জগতৰ ভাল ভাল বস্তুবোৰ ভোগ কৰিবলৈ বিচাৰে। পিছ মুহূৰ্ত্ততে বদিউজ্জামানে হাঁহি হাঁহি কৈছিল, পিছে ঘৰ-সংসাৰ চম্ভালা মোৰ দ্বাৰা নহয়। বৰ অসুবিধা পাওঁ।

চাইদাই ক'লে, নুৰুৱে অৱশ্যে কৈছিল, এইবাৰৰ পৰা শাহুআইৰ সা-সম্পত্তিবোৰ তদাৰক কৰিব লাগিব। মৌলাহাটৰ মানুহবোৰ ফৰাজি হৈছে হয় কিন্তু মনটোতো আৰু ৰাতিটোৰ ভিতৰতে সলনি হৈ নাযায়।

আপোনাৰো যে কথা, বিবিজী! আইমণিয়ে ক'লে। তাইৰ মাতত কাঠিন্য ফুটি ওলাইছিল। —মুখত চবেই আল্লাহ আমিন কৰে, কিন্তু ভিতৰি ভিতৰি সেই আগেয়ে যেনে আছিল এতিয়াও তেনেই আছে। এতিয়া পীৰচাহাব দূৰলৈ গৈছে নহয়, চাই আহকচোন, ৰাষ্টাই ৰাষ্টাই জীয়ৰী-বোৱাৰীবোৰে নিলাজীৰ দৰে গা-ঘেলাই ফুৰিছে।

পিছফালৰ পৰা ৰোজিয়ে ক'লে, তুমিও ছাগে বেপৰ্দা হৈ ঘূৰি ফুৰা, নহয়নে পেহী?

ৰোজিয়ে হাঁহিছিল। আইমণিয়ে সেমেনা-সেমেনি কৰি কিবা কব খুজিছিল। চাইদাই মৃদু তিৰস্কাৰৰ সুৰত ক'লে, ছিঃ বোৱাৰী! আইমণি বৰ ভাল। আৰু বেপৰ্দা হৈ ঘূৰিলেই যেনিবা তাতে কি হ'ল? খেতিয়কৰ ঘৰৰ জীয়ৰী-বোৱাৰী পৰ্দাৰ আঁৰত থাকিলে ঘৰ-সংসাৰ চলিবনে?

ৰোজি হাঁহি হাঁহি আঁতৰি গ'ল। ৰুকুহঁতৰ থকা ঘৰটোৰ ভিতৰলৈ ভুমুকি মাৰি চাই দেখিলে বিকলাঙ্গ মানুহজনে বিছনাত বহি ভৰি নচুৱাই আছে। আইমণি গৈ ৰুকুৰ কাষত থিয় হ'লত ৰুকুৱে নিৰ্লিপ্তভাৱে মূৰ তুলি আইমণিলৈ চালে। তাৰ পিছত ৰঙা সূতাৰে কাপোৰত পদুম ফুল তুলিবলৈ ব্যস্ত হ'ল। আইমণিয়ে হুমুনিয়াহ কাঢ়ি ক'লে, যাওঁ ৰুকু। সন্ধিয়া আহি তহঁতক লৈ যাম।

হেমন্তৰ সান্ধ্য আকাশত বগা জোন জিলিকিছে। আইমণিয়ে ৰোজি ৰুকুক লগত লৈ একা-বেকাঁ আলিৰে গৈ দৰিয়াবানুৰ পুখুৰীৰ পাৰত ওলাল। পিছফালৰ দুৱাৰমুখত হাতত লেম এটা লৈ দৰিয়াবানুৱে সিহঁতৰ কাৰণেই অপেক্ষা কৰি আছিল। পুখুৰীৰ ওপৰেৰে বোৱা এচাটি বতাহ দৰিয়াবানুৰ ঘৰৰ ভিতৰ সোমাল। কিয় জানো দৰিয়াবানুৰ গাটো জিকাৰ খাই উঠিল। জোনৰ পোহৰত অস্পষ্টকৈ তিনিটা মূৰ্ত্তি দেখিও দৰিয়াবানু নিশ্চুপ।

আইমণিয়ে সুধিলে, কি হৈছে দৰিবুবু?

দৰিয়াবানুৱে লেমটো দাঙি দুই কন্যাক চালে। তাৰ পিছত কলে, আহ।

বাৰাণ্ডাত লেমৰ পোহৰত চাকৰ বৰকতে গাত তেল ঘঁহিছে। শোৱাৰ আগেয়ে এই ক[illegible] সি সদায় কৰে। চোতালৰ আগত দুটা ধানৰ ভঁড়াল। ভঁড়াল ঘৰৰ গাতেই হাঁহ-কুকুৰাৰ গড়ালটো। পিছফালে গোহালি ঘৰ। ঘৰৰ ছাল টিনৰ। পকী মজিয়াখন ৰঙা। অ'ত ত'ত এৰাই গৈছে। ঘৰৰ ভিতৰ সোমাই লেমটো মজিয়াত থৈ দৰিয়াবানুৱে হঠাতে ৰুকুক সাৱটি ধৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে। ৰোজি আৰু আইমণি অবাক।

অলপ পিছত দৰিয়াবানুৱে চকুলো মচি ৰোজি-ৰুকুক নিজৰ কাষত বহুৱালে। আইমণি দুৱাৰ-গড়িয়াত বহিল। দৰিয়াবানুৱে থোকাথুকি মাতেৰে ক'লে, দুপৰীয়া হঠাতে দেৱান চাহাব ঘোঁৰা লৈ আহিছিল। ৰোজিয়ে আচৰিত হোৱাৰ দৰে সুধিলে, বাৰিচাচাজী? দৰিয়াবানুৱে শাৰীৰ আচল কামুৰি তলমূৰ হৈ ক'লে, আকৌ কাজিয়া কৰি গ'ল। ক'লে, মই হেনো এজন ল'ৰাৰ জীৱন ধ্বংস কৰি দিলোঁ। ইয়াৰ শাস্তি হেনো মোক নিদিয়াকৈ নেৰিব। ভিকহুৰ জীয়েক, মূৰ্খ, হাৰামজাদী বুলি কিমান কি যে গালি-গালাজ পাৰিলে।

ৰোজিয়ে খঙত একো নাই হৈ ক'লে, তুমি একো নকলা কিয়?

দৰিয়াবানুৱে হুমুনিয়াহ কাঢ়ি ক'লে, কি কম, মা? ময়েই যে ছোৱালীজনীক— আকৌ হুক্‌হুকাই কান্দিব ধৰিলে।

ৰোজিয়ে ক'লে, মা! মা! তুমি একো ভুল কৰা নাই। ৰুকু দেখোন ভালেই আছে। মাজু মিঞাও কিমান ভাল হৈছে এতিয়া। ৰুকু, তই মাক নকৱ কিয়। মনে মনে আছ যে?

ৰুকু নিৰৱ। আইমণিয়ে ঈষৎ হাঁহি ক'লে, সেইবোৰ কথা ভাবি লাভ নাই, দৰিবুবু। দেৱানচাহাব নবাববাহাদুৰৰ কৰ্মচাৰীহে— নবাববাহাদুৰতো নহয়। ইমান ভয় খাবলগীয়া একো হোৱা নাই। তেওঁনো কিডাল কৰিব? খেতিৰ মাটি যিখিনি আছে, সেইখিনিতো তোমাৰ নামত কিনা মাটি। তোমাৰ জী-জোৱায়েই ভোগ কৰিব।

দৰিয়াবানুৱে আকৌ ৰুকুক সাৱটি ধৰি কান্দিব ধৰিলে। তথাপি ৰুকু নিশ্চুপ। ৰোজি আৰু আইমণিও নিমাত।

অলপ পিছত শান্ত হৈ চকু মোহাৰি দৰিয়াবানু থিয় হ'ল। লাহেকৈ ক'লে, আখৈৰ লাড়ু কৰি থৈছোঁ। নিজ হাতেৰে খুৱাম বুলি ভাবিয়েই পঠাই দিয়া নাই।

দৰিয়াবানুৱে সিকিয়াত ওলোমাই থোৱা টেকেলিটো নমাই একোটাকৈ লাড়ু ৰোজি আৰু ৰুকুক খুৱাই দিলে। আইমণিক ক'লে, পিৰালিতে কলহত পানী আছে। সৌবোৰ গিলাচ। পানী দেচোন ভনীটি।

আইমণিয়ে লৰালৰিকৈ পানী বাকিলে। দৰিয়াবানুৱে ক'লে, ৰাতিপুৱা নুৰুক মাতিছিলোঁ। তাক ক'লোঁ, বাপজান, তোমাৰ বাহিৰে আমাৰনো আৰু কোন আছে? পীৰ চাহাবে ঘৰ-সংসাৰৰ কথা নাভাবে। তুমি কিন্তু বেলেগ ৰাস্তাৰে চলিব লাগিব। নহ'লে উপায় নাই। নুৰুৱে ক'লে, তাৰ আপত্তি কৰিবলগীয়া একো নাই। পিছত ক'লে, ইয়াতেই থাকিব।

ৰোজিয়ে ক'লে, শাহুআইৰ গা ভাল নহয়। শাহু আইতাৰো বৰ টানেই। আমি গুছি আহিলে ঘৰখন কেনেকৈ চলিব?

দৰিয়াবানুৱে ৰুকুৰ ফালে চাই ক'লে, ৰুকু দেখোন আছে। কথাষাৰ কৈ দৰিয়াবানুৱে ৰুকুৰ মূৰত হাত বুলাবলৈ ধৰিলে। ৰুকুৱে লাড়ু খাই আছিল। তাই আগৰ দৰেই নিশ্চুপ। আইমণিয়ে পানী দুগিলাছ আনি বিছনাৰ কাষৰ ডাঙৰ বাকচটোৰ ওপৰত থৈ ক'লে, বৰ ঠিক কথা কৈছা, দৰিবুবু। এইটোহে এটা কথাৰ কথা।

দৰিয়াবানুৱে ৰুকুক ক'লে, মনটো ডাঠ কৰ, মা! মোক দেখিছ— কেনেকৈ সংসাৰ চলাইছোঁ। তোৰ দেউতাৰে কি কৰি ঘূৰি ফুৰিছিল, ভাবি চাচোন। সেইবোৰ কথা মনত ৰাখি চলিবি। ভাগ্য, মা! মোৰ ভুলৰ বাবেই আজি তোৰ এনে যাতনা হ'ল!

ৰোজিয়ে ওপৰতে মাত দিলে, কিহৰ যাতনা? একো হোৱা নাই। দৰিয়াবানুৱে থোকাথুকি মাতেৰে ক'লে, মই সকলো শুনিছোঁ। গাৱঁৰ মানুহে হাঁহে, ইতিকিং কৰি গান উলিয়াইছে। মোৰ বিৰুদ্ধে ক'বলৈ আৰু একো বাকী নাই। খং, দুখ আৰু নিজৰ ওপৰতেই ঘৃণাত মই চাটি-ফুটি কৰি মৰিছোঁ।

ৰোজিৰ খচ্‌খচ্‌নিত সিহঁত ঘৰৰ পৰা ওলাল। ৰাতিও ভালেখিনি হৈছে। লাড়ুৰ টেকেলিটো আৰু লেমটো আইমণিৰ হাতত। পুখুৰীৰ পাৰৰ পৰা দুই বাই-ভনীয়ে ঘূৰি চাই পিছ দুৱাৰৰ কাষত ৰৈ থকা মাকৰ অস্পষ্ট মূৰ্তিটো দেখিছিল। ৰুকুৱে বাৰে বাৰে ঘূৰি মাকক চাইছিল। মাকৰ আজিৰ নিচিনা ৰূপ তাই কাহানিও দেখা নাছিল। তদুপৰি মাকৰ গাৰ কিবা এটা গোন্ধ তীব্ৰ হৈ তাইক যেন খেদি ফুৰিছিল। মাকে গাত আঁতৰ

ঘঁহিছিল নেকি?

সিদিনা ৰাতি দুপৰলৈ ৰুকুৰ চকুত টোপনি নাছিল। মাকৰ গাৰ সেই অদ্ভুত গোন্ধটোৱে তাইক খেদি ফুৰিছিল। কাষৰ জন্তুমানৱটোৱে অৱশ্যে সিদিনা তাইক যাতনা দিয়া নাছিল। নিজেই কবিৰাজী দৰৱ এপালি লৈ খাই দুৰ্ঘোৰ টোপনিত সি লালকাল। পিছনিশাহে তাইৰ চকুত টোপনি নামিছিল। গোন্ধটোও ক'ৰবাত হেৰাই গৈছিল।

টোপনি ভাগিল ৰাতিপুৱা। ৰোজিৰ কোৰাণ পাঠ শুনি নহয়, কাৰোবাৰ কান্দোন শুনিহে। নুৰীয়ে ইনাই বিনাই কান্দিছে। ৰুকুৱে ঘৰৰ বাহিৰ ওলোৱাৰ লগে লগে নুৰীয়ে দীৰ্ঘ ৰাৱ জুৰিলে, অ' আইহঁত ঔ! অহ্ অহ্ অহ্। তহঁতৰ মাৰ নাই ঔ! তহঁতৰ মাৰে ডিমৰু গছত ফাঁচি ল'লে ঔ!

ৰুকুৱে ৰোজিক চকামকাকৈ ঘৰৰ পিছফালেদি বেগাই ওলাই যোৱা দেখিলে মাথোন। তাই কিন্তু একে ঠাইতে থৰ লাগি থিয় দি থাকিল। চাঁৎ কৰে মনত পৰিল, কালি জোনাক নিশা পুখুৰীৰ পাৰৰ ডিমৰু গছজোপাৰ কাষেৰে আহোতে তাই কিবা এটা গোন্ধ পাইছিল। তেতিয়া তাই ধৰিব পৰা নাছিল। এতিয়া ধৰিব পাৰিছে, সেয়া আছিল তাইৰ মাকৰ শৰীৰৰ সুতীব্ৰ গোন্ধ— মৃত্যুৰ গোন্ধ।.....

## এঘাৰ

# সকলো পখী বাহলৈ ঘূৰি আহে

বদিউজ্জামানে মাথোন কৈছিল, মই সকলো জানিছিলোঁ। আৰু এই কথাষাৰক ভিত্তি কৰিয়েই চাৰিওফালে উৰা-বাতৰি বিয়পি পৰিল, দোভাগ ৰাতি দৰিয়াবানুৱে ডিমৰু গছৰ ওচৰলৈ যাওতেই পীৰ চাহাবৰ অনুগত জিন এটাই লৰি গৈ তেওঁক খবৰটো দিছিল। জিনটোৱে কৈছিল, আত্মহত্যাকাৰীক খোদাই অভিশাপ দিয়ে। পীৰ চাহাবৰ লগত জিনটোৰ খুব তৰ্ক বিতৰ্ক হয়। পীৰচাহাবৰ মতে আল্লাহেই নৰকৰ একাংশ আত্মহত্যাকাৰীৰ বাবে খালি ৰাখিছে। গতিকে আল্লাহৰ ইচ্ছাই পূৰণ হওক। ক্ষুব্ধ জিনটোৱে পোহৰৰ গতিৰে ঘটনাস্থলীলৈ দৌৰি আহিও দৰিয়াবানুক ধৰি ৰাখিব নোৱাৰিলে। সি স্তম্ভিত হৈ দেখিলে, এদল ক'লা জিনে ডিমৰুজোপাৰ চৌপাশে পহৰা দি আছে। সেই জোনাক ৰাতি এখন ক'লা দেৱালৰ ভিতৰত এগৰাকী নাদান তিৰোতাৰ মৃত্যু হৈছিল। জিনটোৱে বেজাৰমনে ঘূৰি আহি পীৰচাহাবক ধ্যানমগ্ন অৱস্থাত দেখি সৰগৰ দ্বিতীয় খলপত থকা তাৰ নিজৰ দেশলৈ গুছি যায়। তাৰ পিছত সি আৰু কোনোদিনেই মৰ্ত্তত ভৰি দিয়াহি নাই।

জিনটোৰ লগত বদিউজ্জামানৰ তৰ্ক-বিতৰ্ক শুনিছিল মছজিদৰ গাতেই লাগি থকা এঘৰৰ বুঢ়া-বুঢ়ী এহালে। সিহঁতে গোটেই নিশা হেনো উজাগৰে কটায়। সিহঁতেই কৈছিল, পীৰচাহাবে তেওঁৰ বিয়নীয়েক মৰিবলৈ ওলোৱাৰ কথা জানিছিল। জিনটো গুছি যোৱাৰ সময়ত হেনো নিমগছজোপাৰ ওপৰত পোহৰৰ জিলিকনিও সিহঁতে দেখিছিল। কিবা এক সাংঘাতিক ঘটনা ঘটিব বুলি উমান পায়েই সিহঁতে গোটেই ৰাতি উজাগৰে অপেক্ষা কৰিছিল।

পুৱা মৌলাহাটৰ পৰা খবৰ অহাত হুলস্থূল লাগিল। পীৰচাহাবৰ বিয়নীয়েকৰ মৃত্যুৰ এটা উপযুক্ত ব্যাখ্যা দাঙি ধৰাৰ চেষ্টা কৰা হয়। কিন্তু বদিউজ্জামানে এটা দীঘল হুমুনিয়াহ কাঢ়ি মাথোন এটা বাক্যই উচ্চাৰণ কৰিলে, মই সকলো জানিছিলোঁ।

ইছলামত আত্মহত্যাকাৰীৰ ক্ষমা নাই আৰু অনন্ত দোজখ সিহঁতৰ বাবে সুনিশ্চিত। আচলতে চয়তানে যেতিয়া তাৰ ক'লা জিন বাহিনী লৈ কাৰোবাক আগুৰি ধৰে তেতিয়া কোনো কোনো ক্ষেত্ৰত তাৰ জয়লাভ ঐশী নিয়ম মতে হয়। নহ'লে

আল্লাহেই হাবিয়াৰ পৰা জাহান্নামলৈ পৰ্যায় ক্ৰমে ডাঙৰ সৰু যি সাতখন দোজখ প্ৰস্তুত কৰি ৰাখিছে, সেইবোৰ পূৰ হ'ব কেনেকৈ?

হুছেনপুৰ মছজিদৰ খতিব হোছেন মোল্লাৰ এই ব্যাখ্যা আটায়ে মানি লয়। ইয়াৰ ফলস্বৰূপেই কোনোবা মুছলমান মানুহৰ মৃত্যু সংবাদ শুনি 'ইন্না লিল্লাহে ওৱাইন্না আলাইহে ৰাজেউন' বুলি উচ্চাৰণ কৰা দোৱাফাকি হতভাগিনী দৰিয়াবানুৰ ক্ষেত্ৰত উচ্চাৰিত নহ'ল। আৰু পীৰচাহাব অধিক গহীন হৈ পৰিছিল। মানুহজনৰ মুখৰ উজ্বল ৰংটো যেন অলপ নিস্প্ৰভ হৈছিল। খবৰ দিবলৈ অহা মৌলাহাটৰ মানুহজন ভালেমান পৰ অপেক্ষা কৰি শেষত ক্ষুব্ধ হৈ উভতি যায়। সি আশা কৰিছিল যে পীৰচাহাবৰ লগত একেলগে গৰু গাড়ীত উভতি যাব পাৰিব। যেতিয়ালৈকে তেওঁ বিয়নীয়েকক এই ভয়াবহ পাপৰ পৰা পৰিত্ৰাণ কৰিবলৈ আল্লাহৰ ওচৰত প্ৰাৰ্থনা নকৰে তেতিয়ালৈকে যে বিয়নীয়েকৰ মুক্তি নাই। মাথোন সেয়াই নহয়, মৌলাহাটৰ আটায়ে তেওঁ আহিব বুলি বাট চাইছিল। আশা কৰিছিল দৰিয়াবানুৰ শৱদেহৰ কাষত জানাজা- নামাজত পীৰ চাহাবক থিয় হোৱা তেওঁলোকে দেখিবলৈ পাব। কিন্তু তেওঁ নগ'ল। পিছত এইটোৱে সাব্যস্ত হয় যে ফৰাজি মৌলানাৰ পক্ষে কোনো আত্মহত্যাকাৰীৰ শৱৰ জানাজাত উপস্থিত থকা সম্ভৱতঃ নিষিদ্ধ।

এই সকলোবোৰতকৈও উল্লেখনীয় ঘটনাটো হ'ল বদিউজ্জামানৰ ক্ৰমাগত দূৰাপসৰণ। হুছেনপুৰৰ পৰা হাটুলি, হাটুলিত দুদিন কটাই কাঁদৰালৈ, তাৰ পৰা ভবানীপুৰ, আৰু তাৰ পিছত মনিগাওঁ-বিনোটিয়া। উত্তৰ-পশ্চিম কোণত প্ৰায় সৰলৰৈখিক অপসাৰণ। মণিগাৱঁত আকৌ বাদশ্বাহী আলি পালে। ৰাস্তাৰ দুকাষৰ লঠঙা শিমলুৰ ডালত তেতিয়া জুইৰঙা ফুল ফুলিছে। বসন্ত কাল আসন্ন। তাৰ পৰা দহ ক্ৰোশ দূৰ অতিক্ৰম কৰি শিষ্যসকলে এবস্তা ধান, এক টিন গুড় আৰু এবস্তা দালি দিবলৈ মৌলাহাটলৈ আহিছিল।

চাইদা বেগমৰ ঘৰত বছৰৰ সকলো সময়তে শিষ্যসকলে গাড়ী ভৰাই বয়-বস্তু দি যায়। সিহঁতে ক'লে, আল্লাহৰ আশীৰ্বাদত হুজুৰৰ তবিয়ত ভালে আছে। সিহঁতে সাঁথৰভৰা হাঁহি মাৰিছিল। কৈছিল, আপোনালোকৰ খা-খবৰ হুজুৰে গম নোপোৱাকৈ থকা নাই। অৰ্থাৎ হুজুৰৰ অনুগত বগা জিনবোৰৰ অদৃশ্য গতি-বিধি সমানে চলিছে। নুৰুজ্জামান তেতিয়া শাহুৰেকৰ ঘৰৰ মালিক হৈছে। ৰোজিয়ে মাকৰ দৰে কঁকালত টঙালি বান্ধি সংসাৰ পৰিচালনা কৰিছে। আৰু এইখন ঘৰত মণিৰুজ্জামানে থৰক্ বৰক্কৈ খোজ কাঢ়ি শিষ্যহঁতৰ গাড়ীৰ কাষ চাপি যায়। তাৰ সেই বিকট মাতেৰে কথা পতাৰ চেষ্টা কৰে। দলিজ ঘৰত শিষ্যসকলে বয়-বস্তুবোৰ থোৱাৰ পিছত সি হুঙ্কাৰ মাৰি মাটিত পৰি থকা ধান-মাহ দুই চাৰিটাৰ ফালে সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰে। অৱশ্যে এইবোৰ কামৰ কাৰণে নুৰী হাতত বাঢ়নী লৈ সাজু হৈয়েই থাকে। সেইবোৰ বাঢ়নীৰে গোটাই শাৰীৰ আচল বা কুলাত তুলি লৈ যায়। যোৱাৰ সময়ত তাই হাঁহি মাৰি মানুহবোৰক সোধে, হুজুৰ কেতিয়ালৈ উভতিব? সিহঁতে মাথোন কয়, কি জানো! হুজুৰৰ ইচ্ছা।

ফাগুন মাহত ধান বিক্ৰী কৰি চাইদাই বোৱাৰীয়েক ৰুকুক এটা সোণৰ নাকফুলি দিলে। মাকৰ গহনাখিনি ৰোজিয়েই হস্তগত কৰিলে। নিজেই আটাইবোৰ পিন্ধে। ৰুকুৰ কথা যেন তাইৰ মনতেই নপৰে। আইমণিয়ে আহি চাইদাৰ সন্মুখতেই ৰুকুক উচটাবলৈ চেষ্টা কৰিছিল। তাই পিছে নিৰ্বিকাৰ। যেন একো শুনাই নাই। শাহুৱেকৰ আনন্দৰ বাবেই তাই নাকফুলিটো এদিন পিন্ধিলে। তাৰ পিছত আকৌ সেই সাধাৰণ পোছাক-পাতি, উদাসীন, দৃষ্টি দূৰত— বহু দূৰত, খোৰাপীৰৰ মাজাৰৰ বটজোপাৰ ওপৰৰ নীলা ধূসৰ আকাশৰ ফালে। তাত কোনোবা পিচমুৱা দি থিয় হৈ আছে।

আৰু সেই ফাগুন মাহত শিষ্যসকলক কন্দুৱাই বদিউজ্জামানে মহুলালৈ যাবলৈ বুলি গৰুগাড়ীত উঠিব খুজিছেহে, সেই সময়তে মৌলাহাটৰ পৰা টাটু ঘোঁৰাত উঠি ক্লান্ত হৈ অহা মানুহজনে ভঙা মাতেৰে খবৰটো দিলে— হুজুৰৰ মাকে যোৱা নিশা ইন্তেকাল কৰিছে। ইন্না লিল্লাহে ওৱাইন্না এলাইহে ৰাজেউন!

আশ্চৰ্যৰ কথা, বদিউজ্জামানে মাথোন কৈছিল, আল্লাহৰ ইচ্ছা! শিষ্যসকলে গাড়ীখন ঘূৰাব খোজাত ভৰ্ৎসনা কৰি কৈছিল, অই আফৰমান খোদাৰ বান্দা! তোমালোকে নাজানানে যে মানুহ মৰিলে শোক কৰা হাৰাম? প্ৰবাদ আছে, ইয়াৰ পিছত মৌলাহাটত এটা অলৌকিক ঘটনা ঘটি যায়। কামৰুন্নিচাৰ জানাজা হওতে সন্ধিয়া হৈছিল। কিয়নো দহ ক্ৰোশ দূৰৰ পৰা তেওঁৰ পুতেক আহিব বুলি মানুহে অপেক্ষা কৰিছিল। সেই সন্ধিয়া আকাশৰ উত্তৰ-পশ্চিম কোণত ক'লা মেঘ থূপ খাইছিল। ডাঙৰ ধুমুহা হ'ব বুলি মানুহবোৰে আশংকা কৰিছিল। ক্লান্ত মানুহজনে টাটু ঘোঁৰাত বিফল মনেৰে উভতি যোৱা দেখি বিস্মিত মৌলাহাটবাসীয়ে অৱশেষত শৱদেহটো শ্মশানলৈ লৈ যায়। তেনেতে ধুমুহা ববলৈ আৰম্ভ কৰে। জানাজাৰ সময়ত আৰু অধিক বিস্মিত হৈ সিহঁতে দেখিলে, হুবহু হুজুৰৰ দৰে ওখ-পাখ আৰু বগা আলখেল্লা পিন্ধা আৰু মূৰত সেউজীয়া পাগুৰিৰে মানুহ এজনে সন্মুখৰ শাৰীৰ আগত শৱদেহটোৰ কাষত থিয় দি জানাজাৰ নামাজ পঢ়িব লাগিছে। ধূলিৰ আঁৰৰ সেই দৃশ্য আৰু মেঘৰ গাজনিৰ মাজতে চিনাকি গুৰুগম্ভীৰ কণ্ঠ কোনো কোনোৱে হেনো দেখিছিল আৰু শুনিছিল। হুৰহুৰকৈ বৰষুণ পৰাত লৰালৰিকৈ মৃতদেহ কবৰস্থ কৰি মাটি জাপি দি সিহঁত গুছি আহে। অহাৰ সময়ত কবৰলৈ ঘূৰি চাব নাপায়। কিন্তু কিবা ভাবি কোনো কোনোৱে চাইছিল। আৰু এজন ওখ-পাখ মানুহে কবৰৰ ওপৰত হাউলি বোকা-মাটি সযতনে সমান কৰি থকা সিহঁতৰ চকুত পৰিছিল। শিলাবৃষ্টি আৰম্ভ নোহোৱা হ'লে সিহঁতে তেতিয়াই কথাটো অইন মানুহক ক'লেহেঁতেন। সিহঁতে কিৰা কাঢ়ি কৈছিল, বিজুলীৰ চমকনিত স্পষ্টকৈয়ে দেখিছিল। মানুহজন যে হুজুৰ পীৰ চাহাব, তাত সন্দেহ নাই।

সেই সময়ত বদিউজ্জামানে মহুলাৰ মছজিদত শিষ্যসকলৰ সন্মুখত থিয় হৈ নামাজ পঢ়িছিল। মছজিদটো পকী আৰু নতুন। হুজুৰৰ দ্বাৰাই মগৰেবৰ নামাজৰ সময়ত দুৱাৰ মুকলি কৰা হয়। ধুমুহা আৰু শিলাবৃষ্টিৰ কাৰণে মছজিদৰ চোতালত আয়োজন কৰা ভোজ সভাখন নহ'ল। পিছে অনুষ্ঠানটো হাজী নছৰুল্লাৰ প্ৰকাণ্ড

দলিজ ঘৰত পতাত অসুবিধা হোৱা নাছিল। ৰাতি আকাশ মুকলি হয়। হুজুৰে কিন্তু একোৱেই মুখত নিদিলে। তেওঁ কৈছিল, মৃত্যুৰ কাৰণে শোক কৰা হাৰাম। মই কিন্তু শোক কৰি নোখোৱা নহয়, কালিৰে পৰা মোৰ গা ভাল নহয়, সেইবাবেহে। শিষ্যবোৰে বহুত কাকুতি মিনতি কৰাত অৱশেষত মাথোন এগিলাচ গুড়ৰ চৰবৎ খাইছিল।

সেইনিশা মহুলাৰ কেইজনমান গা-উঠা ডেকাই জনহীন মছজিদত বদুপীৰৰ লগত জিনৰ কথা-বতৰা মনে মনে শুনিবলৈ বুলি খাপ পাতিছিল। সিহঁতৰ ভিতৰৰে এজনক তাতে সাপে খুটিলে। সি মৰিল।

মহুলা নৈৰ পাৰত অৱস্থিত কাৰণেই গাওঁখনৰ নামো মহুলা। মানুহবোৰ বৰ দুৰ্দান্ত প্ৰকৃতিৰ। প্ৰায় ষাঠি ঘৰমান মানুহৰ বসতি এই গাওঁখনত কেইঘৰমান নিম্নজাতিৰ হিন্দুও আছিল। সিহঁত মাছমৰীয়া। মুছলমান পীৰ ফকিৰক সিহঁতেও খুব শ্ৰদ্ধা কৰে। যাৰ ঘৰতেই পীৰ চাহাবৰ ভাত খোৱাৰ নিমন্ত্ৰণ থাকে, খা-খবৰ কৰি সেই ঘৰলৈ গৈ সিহঁতে ভাল মাছ একোটা দি আহে। জুম্মাবাৰৰ দিনা সিহঁতে ল'ৰা-তিৰোতা আটায়ে দলবান্ধি গৈ মছজিদৰ বাহিৰত আঁহত জোপাৰ তলত বৈ থাকে। বেমাৰ আজাৰৰ কাৰণে পীৰ চাহাবে দিয়া জৰা পানী ঘটিত লৈ যায়। সিহঁতে পীৰ চাহাবৰ দৰ্শন আৰু আশীৰ্বাদ বিচাৰিছিল। বদিউজ্জামানে বাহিৰ ওলাই অহাত সিহঁতে মাটিত দীঘল দি সেৱা কৰিলে। তেনে কৰা দেখি বদিউজ্জামানে খঙতে গৰ্জি উঠিলে, অ'ই বেঅকুফ! তোমালোকে এইবোৰ কি কৰিছা? ময়ো তোমালোকৰ নিচিনাই মানুহ। মানুহে মানুহৰ ওচৰত মূৰ দোৱাব নাপায়। মাথোন আল্লাহৰ ওচৰতহে মূৰ নত কৰা উচিত।

কুণ্ঠিত হৈ সিহঁতে পীৰ চাহাবলৈ চাইছিল। দৰাচলতে সিহঁতে এই মুছলমান 'পীৰ'জনক এক অলৌকিক শক্তিধৰ পুৰুষ বুলি ভাবে। আৰু নৈখনৰ বিৰুদ্ধে যুঁজিব পৰা ক্ষমতা তেওঁৰ কিমান আছে তাৰ লেখ লবলৈকেহে আহিছে। নৈখন সৰু হ'লেও বৰ নিষ্ঠুৰ। বাৰিষাৰ লগে লগে নৈখনৰ হিংস্ৰতা বাঢ়ি যায়। ইপাৰে পাৰ ভাঙি কিমান বাৰ যে মানুহৰ ঘৰ-দুৱাৰ উটুৱাই নিছে তাৰ লেখ-জোখ নাই। হাজী নছৰুল্লাইও বদুপীৰক মহুলালৈ আনিছিল এই সমস্যাটোৰ কিবা এটা সমাধান কৰিবলৈকে। নছৰুল্লাই আঁৰৰ পৰা মিচিকিয়া হাঁহি মাৰি কৈছিল, আৰু ভয় নাই ভাইহঁত! হুজুৰে যেতিয়া নৈৰ পাৰত ভৰি দিছে, চিন্তাই নকৰিবা, শিলা হৈ যাব।

বদিউজ্জামানে মহুলাত থকা দিনবোৰত সদায় আবেলি এপাক নৈৰ পাৰত অকলে ফুৰিছিল। তেওঁৰ আপত্তিৰ কাৰণেই কোনোৱে তেওঁৰ লগত নগৈছিল। ময়ূৰমুখী লাঠিডাল হাতত লৈ নৈৰ পাৰে পাৰে ভালেখিনি দূৰ খোজ কাঢ়ে। মগৰেবৰ নামাজৰ সময়ত মছজিদলৈ উভতি আহে। এদিন উভতি অহাৰ পথত ফেট তুলি উঠা সাপ এডাল তেওঁ লাঠিৰে কোবাই মাৰে। সাপডাল লাঠিৰ আগত তুলি গাৱঁলৈ লৈ অহাত মানুহৰ খুব ভীৰ হয়। সাপডাল পিছত জুইত পুৰি পেলোৱা হয়। প্ৰচাৰ হ'ল যে এইডালেই সেই চয়তান সাপ যিয়ে নুহু নামৰ ডেকাজনক খুটিছিল। তাতোকৈ ডাঙৰ ঘটনাটো হৈছে নৈৰ পাৰৰ মাটি শিলা হৈ যোৱাটো। নিতৌ আবেলি হুজুৰে নৈৰ

পাৰে পাৰে খোজ কাঢ়ি পূব বা পশ্চিম ফালে যায় আৰু নিতৌ ৰাতিপুৱা মানুহে পাৰটো পৰীক্ষা কৰে। মুগ্ধ দৃষ্টিৰে মানুহে পাৰটোলৈ চায়। বিশ্বাস গভীৰ হৈ গৈ থাকে, বগা আৰু ধূসৰ ৰঙৰ মাটিৰ এই পাৰটো সঁচাকৈয়ে শিলা হ'বলৈ ধৰিছে। হাজী নছৰুল্লাই চেপা মাতেৰে কৈছিল, আল্লাহৰ মেহেৰবাণিত আৰু মাথোন কেইসপ্তাহমান বাকী। কেইসপ্তাহমান হুজুৰৰ জোতাৰ গোৰ খালে বেটা ঠিক হৈ যাব।

হলেইহেঁতেন। তেনেতেই বিঘিনি ঘটিল। এদিন সন্ধিয়া পৰত মগৰেবৰ নামাজৰ অন্তত মছজিদৰ চোতালত গাৱঁৰ বুঢ়া-মেথাসকলে খেতি-বাতি আৰু অইন ইটো-সিটো বিষয়ে কথা পাতি আছিল। বদিউজ্জামানে মছজিদৰ ভিতৰত এটা চাকিৰ পোহৰত ফাৰ্চি ধৰ্মগ্ৰন্থ এখন পঢ়ি আছিল। হঠাতেই ৰাতিৰ আন্ধাৰ ঠেলি ক'লা ঘোঁৰা এটা আহি উপস্থিত হ'ল। মানুহবোৰ চঁক খাই উঠিল। ঘোঁৰাটো বেচ ওখ। এসময়ত মহুলা গাৱঁত হাজী নছৰুল্লাৰ অৱশ্যে এটা ঘোঁৰা আছিল। পিছে টাটু ঘোঁৰাহে। ল'ৰাহঁতৰ মন গলেই তাৰ পিঠিত উঠে। সিহঁতে তাক চেকুৰাবলৈ যত্ন কৰে। আৰু তেনে কৰিবলৈ যাওঁতেই এদিন বেচেৰা ঘোঁৰাটো নৈৰ পাৰৰ পৰা লুটি খাই নৈত পৰিল। নৈৰ সোঁতত ঘোঁৰাটো উটি যায়। বহুত দূৰত তাৰ মৃতদেহটো পানীৰ যুঁৱলিত ভাঁহি উঠিছিল। শিয়ালে কামুৰি কামুৰি পাৰত তোলে। এবেলাতেই তাৰ মাংস শেষ। শগুণবোৰে হেনো ঠোট মেলি শিয়ালবোৰক গালি পাৰি পাৰি আকাশলৈ উৰি গুছি যায়। কাহিনীটো ৰস লগাই ক'ব জানিছিল নুহুৰে, সেই সাপে খোটা ডেকাজনে। সন্ধিয়াৰ এই অভাৱনীয় ওখ ঘোঁৰাটো দেখা হ'লে ৰসিক ডেকাজনে কিবা এটা গল্প সাজিব পাৰিলেহেঁতেন। ঘোঁৰা-ছৱাৰীক লৈও সি নিশ্চয় অইন এটা মজাৰ গল্প সাজিলেহেঁতেন। কিয়নো এনে ঘোঁৰা-ছৱাৰীও এই মুলুকত কোনোৱে কেতিয়াও দেখা নাই। গলগলীয়া মাতেৰে ঘোঁৰা-ছৱাৰীয়ে সুধিলে, এইখন মহুলা গাওঁ নেকি? মানুহবোৰে আড়ষ্টভাৱে উত্তৰ দিলে, হয়। এইখনেই মহুলা।

ইয়াত মৌলাহাটৰ পীৰচাহাব আছেনে?

সিহঁতে একেলগে ক'লে, আহক, আহক। হুজুৰ আহক।

এই সময়তে ক'লা ঘোঁৰাটোৱে চিহিঁহি কৰি চিঞৰিলে। কিহবাৰ ভয়ত ঘোঁৰাটো জঁপিয়াই উঠিছিল। আগ ঠেং দুখন দাঙি অইনফালে ঘূৰি থিয় হ'ব খুজিছিল। তাক শান্ত কৰি ঘোঁৰা-ছৱাৰীজন নামিল। তাৰ পিছত ঘোঁৰাটো স্থিৰ হৈ থিয় দি থাকিল। তাৰ ডিঙিত মৰমেৰে হাত বুলাই আগন্তুকজনে মছজিদলৈ পোনালে। সম্ভাষণ জনাই ক'লে, আচ্ছালাম আলাইকুম। ওৱা আলাইকুম আচ্ছালাম। নতুনকৈ চূণ তেল দিয়া বাৰাণ্ডাৰ খুটাৰ কাষত বদিউজ্জামান থিয় হৈছিল। ঘোঁৰাৰ শব্দ শুনিয়েই তেওঁ চঁক খাই উঠিছিল। আগন্তুকে কৰমৰ্দন কৰাৰ কাৰণে হাত মেলি দিয়াত তেওঁ দুহাতেৰে হাতখন ধৰিলে। তেওঁৰ মনৰ মাজত ইতিমধ্যে এক আলোড়ন আৰম্ভ হৈছে। কষ্টেৰে নিজকে চম্ভালি লাহেকৈ ক'লে, ভিতৰলৈ আহক দেৱান চাহাব।

দেৱান আব্দুল বাৰি চৌধুৰীয়ে জোতা খুলি বাৰাণ্ডাত উঠিল। তেওঁৰ বাওঁহাতত এটা বন্দুক। বন্দুকটো লৈ খোদাৰ ঘৰৰ ভিতৰত সোমোৱা উচিত নে অনুচিত তাকে

চিন্তা কৰি তেওঁ ইতস্ততঃ কৰিলে। কথাটো মন কৰি বদিউজ্জামানে ঈষৎ হাঁহি ক'লে, ভিতৰলৈ লৈ আহক। ইছলামে ঐশী বিদ্যা আৰু হাতিয়াৰ দুয়োকে সমান মৰ্যদা দিয়ে। আমাৰ ৰচুলে কৰিমে (সাঃ) নিজ হাতে অস্ত্ৰ ধৰি যুদ্ধ কৰিছিল। আহক।

বদিউজ্জামানৰ মনৰ মাজত ধুমুহা চলিছে। হঠাতেই যে এই আওহতীয়া গাওঁখনলৈকে দেৱান চাহাব এনেকৈ লৰি আহিছে, তাৰ নিশ্চয় কিবা ডাঙৰ কাৰণ আছে। বদিউজ্জামানে দেৱান চাহাবক গালিচাখনৰ এমূৰত বহিবলৈ ক'লে। বাৰি চৌধুৰীয়ে গালিচাত নবহি পকী মজিয়াতে বহিল। তেওঁক খুব গহীন দেখা গৈছে।

বদিউজ্জামানে গালিচাত বহি তেওঁৰ ফালে চাই সুধিলে, কিবা জৰুৰী খবৰ আছে নেকি, দেৱান চাহাব?

বাৰি মিঞাই লাহেকৈ ক'লে, ভাবিছিলোঁ আপুনি মোক চিনিয়ে নাপাব?

এটা সৰল হাঁহি মাৰি বদিউজ্জামানে ক'লে, আল্লাহৰ দুনিয়াত কিছুমান মানুহৰ চেহেৰাই মনত দঁ সাঁচ বহুৱাই যায়।

মই গোনাহগাৰ মানুহ পীৰ চাহাব। মোৰ তাৰিফ নকৰিবচোন। বাৰি মিঞাই হঁহাৰ চেষ্টা কৰিলে। হৰিণমাৰাৰ সৰু গাজিৰ মুখে মোৰ বিধৰ্মীসুলভ চাল-চলনৰ কথা শুনিছেই ছাগে। যি হওক, আপোনাক বিচাৰি ফুৰোতেই মোৰ আজি গোটেই দিনটো গ'ল। মোৰেই কপাল ভাল বুলিব লাগিব, অৱশেষত আপোনাক লগ ধৰিব পাৰিলোঁ।

বদিউজ্জামানে গহীন হৈ ক'লে, খবৰ কওক দেৱান চাহাব।

আপুনি চফিৰ কিবা খবৰ পায় নেকি?

বদিউজ্জামান উচপ খাই উঠিল। নিস্পলক দৃষ্টিৰে দেৱান চাহাবলৈ চাই ক'লে, চফিৰ খবৰ! আপুনিহে জানিব। কিয়? কি হৈছে, দেৱান চাহাব?

চফিৰ লগত আপোনাৰ দেখা-দেখি হোৱা নাই?

নাই। কিয়— কি হৈছে তাৰ?

বাৰি মিঞাই ক'লে, প্ৰায় এসপ্তাহেই হ'ল, সি নিৰুদ্দেশ হৈছে। বদিউজ্জামানৰ খং উঠিছিল। নিৰুদ্দেশ? কিয়? তাক মই আপোনাৰ হাতত গটাইছিলোঁ। আপুনিহে তাৰ জিম্মাদাৰ। আৰু ওলোটাই আপুনি মোৰ ওচৰলৈ আহিছে তাৰ খবৰ বিচাৰি! তাজ্জব!

বাৰি মিঞাই মৃদু কণ্ঠে ক'লে, তাক মই লালবাগলৈ লৈ গৈছিলোঁ। হৰিণমাৰাৰ স্কুলত থাকিলে তাৰ পঢ়া-শুনা নহ'ব বুলি ভাবিয়েই তাক মোৰ ওচৰতেই ৰাখিছিলোঁ। নবাব বাহাদুৰৰ ইন্সটিটিউটত বাহিৰৰ ছাত্ৰক পঢ়িবলৈ নিদিয়ে। সেইটো নবাব ফেমিলিৰ প্ৰাইভেট স্কুল। কিন্তু—

বদিউজ্জামান প্ৰায় গৰ্জি উঠিল। সেইবোৰ বাহুল্য বাদ দিয়ক। চাফা কথাত কওঁক, চফি গুছি আহিল কিয়?

মূৰটো জোকাৰি বৰ বেজাৰ মনেৰে বাৰি মিঞাই ক'লে, সেইটোৱেইতো বুজিব পৰা নাই। হঠাতেই সি গুছি অহাৰ পিছত মই মৌলাহাটলৈ গ'লোঁ। গৈ শুনোঁ, ৰোজিৰুকুৰ মাকে চুইচাইড কৰিছে। চফি তালৈ যোৱা নাই। আকৌ দৌৰি গ'লোঁ

হৰিণমাৰালৈ। বৰগাজিৰ ওচৰলৈ। খন্দকাৰ চাহাবৰ ঘৰলৈকে গ'লোঁ। চফি তালৈকে যোৱা নাই। তাৰ পিছত ভাবিলোঁ আপোনাৰ ওচৰলৈকে আহিছে কিজানি।

বদিউজ্জামান নিমাত। তলমূৰ। চাকিৰ অনুজ্বল পোহৰত তেওঁৰ চকুহালি তিৰ্‌বিৰাইছিল। ভালেমান পৰ মনে মনে থাকি ভঙা মাতেৰে ক'লে, আপুনি চফিৰ জিম্মাদাৰ! তাৰ ভাল-বেয়াৰ দায়-দায়িত্ব আপোনাৰ।

জী হাঁ!

চফিক মই ইংৰাজী কালাম শিকিবলৈ দিছিলোঁ! বদিউজ্জামান আবেগপ্ৰৱন মানুহ। কথাষাৰ কৈয়ে অবোধ শিশুটোৰ দৰে উচুপি উঠিল। চয়তানে মোক যাদু কৰিছিল। হে আল্লাহ! সেই পাপৰ এই ফল।

মহুলাৰ শিষ্যসকল ইতিমধ্যে আহি বাৰাণ্ডাত ভীৰ কৰিছেহি। ভিতৰ সোমাবলৈ সাহস কৰা নাই। বাহিৰত ৰাস্তাৰ দাঁতিৰ আহতজোপাৰ তলত ঘোঁৰাটো স্থিৰ হৈ থিয় দি আছে। নৈৰ সিপাৰে আকাশৰ বুকুত জোন উঠিছে। জোনৰ শেতা পোহৰত তেজ মঙহৰ ক'লা ঘোঁৰাটোক এটা কাল্পনিক ঘোঁৰা যেন লাগিছিল— যেন এটা পক্ষীৰাজ। জীয়ৰী-বোৱাৰীহঁতে হাতত টিপচাকি লৈ ৰাস্তাত থিয় হৈ সেই অলৌকিক দৃশ্য প্ৰাণ ভৰি উপভোগ কৰিছিল। সিহঁতৰ ভিতৰৰে কোনোবাজনীয়ে হাঁহি হাঁহি ক'লে, নুহু বাচি থকা হ'লে খুব মজা লাগিলহেঁতেন। কি মজাৰ কথা হ'লহেঁতেন এতিয়া কোৱা টান। নুহুৱে নিশ্চয় এই আচৰিত প্ৰাণীটোৰ লগত কথা পাতিলেহেঁতেন।

মছজিদৰ বাহিৰত পাতল ধেমেলীয়া পৰিবেশ, ভিতৰত ক্ৰন্দন। বিব্ৰত ভাৱে বাৰি মিঞাই ক'লে, হুজুৰ পীৰচাহাব! আপুনি বুজুৰ্গ আলেম। এনে সৰু কথাতেই আপুনি বিচলিত হৈ পৰিলে যে শোভা নাপায়। চফি আপোনাৰ ওচৰলৈ আহিছেনে নাই তাকে জানিবলৈহে মই আহিছিলোঁ। চকু-মুখ মচি বদিউজ্জামান শান্ত হ'ল। ভঙা মাতেৰে সুধিলে, আপুনি নিশ্চয় চফিৰ মাকৰ লগত দেখা কৰিছে?

জী হাঁ।

তেওঁ কি ক'লে?

পদ্মাৰ পাৰত ভগৱানগোলাৰ ফালে হেনো তেওঁৰ ভায়েকৰ ঘৰ। সেই ফালেও যাব পাৰে।

নাযায়। আবেগবিহ্বল কণ্ঠে বদিউজ্জামানে ক'লে। যোৱা নাই।

কিয় নাযায়?

চফিৰ মোমায়েকজন এজন চয়তান। মদ-ভাং খায়। অতি জঘন্য চয়তান সি।

তথাপি এপাক মাৰিম। বাৰি চৌধুৰী উঠিল। নাম ঠিকনা চফিৰ মাকৰ পৰা লিখি আনিছোঁ।

কথাখিনি কৈয়েই বন্দুকটো কান্ধত তুলি লৈ দেৱান চাহাব ওলাই গ'ল। ৰাতিৰ আলহী হিচাপে কিবা এমুঠি খোৱাৰ কথা ক'বলৈ বদিউজ্জামানে সুযোগেই নাপালে।

বাহিৰত ৰৈ থকা মানুহবোৰে ক'লা ঘোঁৰাটো দৃষ্টিৰ আঁতৰ নোহোৱালৈকে চাই থাকিল। যেন ৰাতিৰ হালধীয়া জোনাকত পিচলিহে ঘোঁৰাটো গুছি গ'ল ক'ৰবালৈ।

তাৰ পিছত ভালেখিনি পৰ শুকান মাটিত অশ্ব খুড়াৰ শব্দ ভাঁহি আহি থাকিল— খট্ খট্ খটাখট্-খট্ খট্ খটাখট—

মছজিদৰ বাৰাণ্ডাৰ পৰা উৎকণ্ঠিত মানুহবোৰে ভিতৰলৈ ভুমুকিয়াইছিল। বদিউজ্জামানে ডিঙিটো পৰিষ্কাৰ কৰি মাতিলে, হাজী চাহাব আছেনে?

কোনোবা এজনে ক'লে, নৈৰ পাৰৰ ৰোৱাতলী চাবলৈ গৈছে। মাতি আনিম নেকি, হুজুৰ?

সোনকালেই মাতক।

হুজুৰৰ তলব পাই হাজী নছৰুল্লাই গাৰ বোকা-পানী ধুই পৰিষ্কাৰ হ'বলৈ পাহৰি হেপাই-ফেপাই ওলালহি। লুঙি, টুপিত বোকাৰ ছিটিকনি। মছজিদৰ বাৰাণ্ডাত ভৰি দিয়েই তেওঁ হতভম্ভ হ'ল। ভিতৰত বুঢ়া-মেথাবোৰে কান্দোনৰ ৰোল তুলিছে। হুজুৰে হাত দাঙি শান্ত্বনা দিবলৈ চেষ্টা কৰিছে। ঘটনাৰ আগ-গুৰি বুজি পাওঁতে তেওঁৰ অলপ সময় লাগিল। যেতিয়া জানিলে যে হুজুৰে এই মুহূৰ্ততেই তেওঁলোকক এৰি গুছি যাব আৰু গাড়ী বন্দোবস্ত কৰিবলৈ কৈছে, তেওঁও হুৰাহুৰাওকৈ কান্দিব ধৰিলে। বদিউজ্জামানে ক'লে, তওবা! আপোনালোক কেঁচুৱা ল'ৰা নেকি, নে বেঅফুক?

নছৰুল্লা বদিউজ্জামানৰ ভৰিত উবুৰি হৈ পৰিল। বিদায়-মুহূৰ্তৰ এইটোৱেই চিনাকি দৃশ্য। কিন্তু বদিউজ্জামানে বুজিব পাৰিছিল, মহুলাৰ এই মানুহবোৰ একেবাৰে অন্য ধৰণৰ। মুখৰ কথাতেই ইহঁতে যেনেকৈ কটাকটি কৰিব পাৰে, তেনেকৈ বেজাৰত কান্দি-কাটি চকুলোৰ বান বোৱাবও পাৰে। অইন সময়ত হোৱা হ'লে তেওঁ এইটো সহজ ভাবে লব পাৰিলেহেঁতেন। তেওঁ নিজেও বহুত কন্দা-কটা কৰিছে। কিন্তু এই মুহূৰ্তত তেওঁৰ অসহ্য লাগিল। অৱশেষত অলপ ৰাগান্বিত হৈয়েই ক'লে, এতিয়াই যদি গাড়ীৰ ইন্তেজাম নহয়, মই খোজ কাঢ়িয়েই গুছি যাম। কওঁক আপোনালোকে মই কি কৰাটো বিচাৰে?

হাজী নছৰুল্লাই চকুলো মচি ক'লে, সেয়াই হ'ব হুজুৰ। আগতে এমুঠি কিবা খাই লওক। এছাৰ নামাজৰ পিছত গাড়ী এৰিব। ইনছাল্লাহ!

এমাহ পিছত মহুলালৈ ঘূৰি অহাৰ প্ৰতিশ্ৰুতি দিহে বদিউজ্জামানে যাব পাৰিছিল। মহুলাৰ পৰা তেনে ধৰণৰ কোনো ৰাস্তা-ঘাট নাই। খৰালিৰ দিনত পথাৰৰ ভূঁইৰ আলিবোৰ কাটি গৰু ম'হৰ গাড়ী যাব পৰাকৈ লিক ৰাস্তা কৰা হয়। বাৰিষা হ'লে আলিবোৰ আকৌ বন্ধা হয়। তাৰ পিছত আকৌ শীতকালত পথাৰৰ ধান চপোৱা শেষ হ'লে লিক ৰাস্তা গঢ়ি উঠে। সেই লিক ৰাস্তাৰে দুই ক্ৰোশ বাট যোৱাৰ পিছত বাদশ্বাহী আলি পোৱা যায়। মহুলাৰ পৰা মৌলাহাটলৈ দহ ক্ৰোশ বাট। হিচাব মতে পিছদিনা সন্ধিয়া পৰত্ত মৌলাহাট পাব লাগে। কিন্তু খবৰ যায় বতাহৰ আগত। গোটেই পথছোৱাত যিমানবোৰ গাওঁ আছে সিমানবোৰ গাৱঁতেই ৰাইজ গোট খায়হি অলৌকিক শক্তিধৰ বুজুৰ্গ পুৰুষ বদুপীৰৰ গাড়ীৰ সন্মুখত। হানাফি-ফৰাজিৰ কোনো বাচ-বিচাৰ নাই। ইতিমধ্যে বদুপীৰে মজহাব বা সম্প্ৰদায়ৰ উৰ্দ্ধত উঠিছে। প্ৰতিখন গাৱঁতেই দেখে আগতীয়াকৈ খবৰ পাই মুছলমান ৰাইজ বাটত তেওঁৰ অপেক্ষা কৰি

আছে। আনকি হিন্দুসকলেও তেওঁক হাতযোৰ কৰি প্ৰণাম কৰে। গাড়ী দুখন। এখনত তেওঁ আৰু আনখনত ধান-চাউল-দাইলৰ বস্তাসহ মহুলাৰ কেইজনমান শিষ্য। সিহঁতৰ হাতত লাঠি, যাঠি আৰু এখন তৰোৱাল। বাদশ্বাহী আলিত প্ৰায়েই ৰাহাজানি হয়। গতিকেই এই নিৰাপত্তামূলক ব্যৱস্থা। বদিউজ্জামানে গাৰোৱানৰ ঠিক পিছতেই বহিছে। তেওঁৰ হাতত জপমালা। মূৰত সেউজীয়া পাগুৰিৰ ওপৰত সৰু বগা টুপিটো। পিন্ধনত বগা আলখেল্লা। বাওঁহাতৰ কেঞা আঙুলিত ৰূপৰ মোটা আঙুঠি এটা। সেইটো অকল আঙুঠিয়েই নহয়, তেওঁৰ চীলমোহৰো। আঙুঠিটোত নিজৰ নামটো আৰ্বি ভাষাত খোদিত কৰা আছে। কাজল চিয়াহীত লগাই কাগজত চাপ মাৰি দিলে সেইখন এখন শাস্ত্ৰীয় দলিল বুলি বিবেচিত হয়। কাজিয়া পেচালৰ মীমাংসা, অংশীদাৰী সা-সম্পত্তিৰ ভাগ বিতৰণ, জটিল সামাজিক ঘটনাৰ ক্ষেত্ৰত বা ব্যক্তিগত বিষয়ত 'ফতোৱা'ৰ প্ৰামাণিকতা সিদ্ধ কৰে এই ৰূপৰ আঙুঠিটোৱে। গোটেই পথছোৱাত মানুহে লগ ধৰি তেওঁৰ ভালেখিনি সময় কাঢ়ি লৈছিল। দিনৰ ভাগত কোনোবা গাৱঁৰ মছজিদত নামাজ নপঢ়িলে ৰাইজে নেৰে। নামাজ শেষ হোৱাৰ পিছতো তেওঁক এৰিবকে নোখোজে। কিমান যে সমস্যা তেওঁ সমাধান কৰিব লগা হয়। মোহৰৰ চাপসহ 'ফতোৱা' কাগজত লিখি দিব লাগে। অৱশ্যে এইবোৰৰ কাৰণে তেওঁ যথেষ্ট মাননি পাইছিল। আলখেল্লাৰ এখন জেপ টপা-পইচাৰে উপচি পৰিছিল।

অথচ বদিউজ্জামানৰ মনত তিলমানো শান্তি নাছিল। অস্থিৰ হৈ ভাবিছিল, তেওঁৰো যদি দেৱান চাহাবৰ নিচিনা এটা তেজাল ঘোঁৰা থাকিলেহেঁতেন, ধুমুহাৰ বেগেৰে গৈ মৌলাহাট উঠিলেহেঁতেন। ইতিমধ্যে তেওঁ বুজি উঠিছে তেওঁ যেন এখন ফান্দত সোমাই পৰিছে। ফান্দখন ফাঁকি দি এৰাই চলাৰ কাৰণেই তেওঁ কোনো এখন ঠাইতেই বেছি দিন থিতাপি নলৈছিল। কিন্তু শেষ মুহূৰ্তত তেওঁ সেই ফান্দত খুব সহজেই বান্ধ খাই পৰিছে। এতিয়া তেওঁৰ ফালে প্ৰতিটো মুহূৰ্ততে অসংখ্য চকুৰ শেন দৃষ্টি। তেওঁ নিঃসঙ্গ হৈ থাকিব বিচাৰে। অকলে ওলাই যায়। তথাপি সেই তীক্ষ্ণ সজাগ দৃষ্টিয়ে তেওঁৰ পিছ নেৰে। আহাৰ, নিদ্ৰা, ভ্ৰমণ, প্ৰাৰ্থনা, ধ্যান সকলোতে সকলো সময়তে হেজাৰ বিজাৰ চকু তেওঁৰ ওপৰত। নাদান বেঅকুফ! সিহঁতে তেওঁৰ প্ৰতিটো খোজত, প্ৰতিটো কামত 'মোজেজা' বিচাৰি ফুৰে। ৰাতিৰ নৈশব্দত বিশ্ব ব্ৰহ্মাণ্ডক অনুভৱ কৰাৰ কাৰণে তেওঁ যেতিয়া মুকলি আকাশৰ তলত থিয় দিয়ে, সিহঁতে ভাবে কিবা এটা মোজেজা ঘটিব এতিয়া। তেওঁৰ হাত ৰ ময়ূৰমুখী লাঠিডাল দেখিও সিহঁতে বাৰু ভাবে নেকি যে তেওঁ হজৰত মুছাৰ দৰে দৰিয়াৰ পানী দুভাগ কৰিব পাৰে? উজবুগ, বুৰ্বক, গোমৰাহ!

হুজুৰ?

গাৰোৱানজনে ঘূৰি তেওঁক প্ৰশ্ন কৰিলত বদিউজ্জামানে ক'লে, নাই একো নহয়।

গাৰোৱানে তাৰ হালধীয়া দাঁত উলিয়াই হাঁহি হাঁহি কৈছিল, এই পালোহিয়েই! ইনছাল্লাহ! ফজৰৰ নামাজ মৌলাহাটতেই কৰিব পৰা যাব, চাবচোন। হুজুৰ, আপোনাৰ মেহেৰবাণিত গৰুহালে কেনেকৈ হিল-দল ভাঙি গৈছে, দেখিছেনে? কথাখিনি কৈ সি গৰুহালৰ নেজ পকাই টকলিয়াই চিঞৰিলে, ইৰ্ৰ্ৰ্ হেই হেই......

চাইদাই আগদিনা সন্ধিয়াই খবৰটো পাইছিল। ইন্দ্ৰাণীৰ হাটলৈ যোৱা হাটকৰাসকলে খবৰটো দিছিল—হুজুৰ মদনপুৰৰ পৰা ৰাওণা হৈছে। ৰুকুৱে হিচাব-নিকাচ কৰি কৈছিল, আহি পায়হি মানে ৰাতি দোভাগ হ'ব। মণিৰুজ্জামানেও কনেবাকৈ কথাটোৰ উমান পাই আগৰ দৰে মুখত আঙুলি ভৰাই খেক্‌খেকাই হাঁহিছিল। চাইদাই নিৰ্বিকাৰ ভাবে কেবাবিধো আঞ্জা ৰন্ধা-বঢ়া কৰিছিল। ঘৰখনত আজি কেবাটাও চাকি জ্বলিছে। এছাৰ নামাজৰ পিছত আইমণিও আহিছে। বাৰাণ্ডাত ভৰি মেলি বহি চেপা মাতেৰে ৰোজিৰ ঘৰ-সংসাৰৰ বিষয়ে ইটো সিটো কথা পাতিছে। চফি নিৰুদ্দেশ হোৱা কথাটোত তাই মুঠেই গুৰুত্ব দিয়া নাই। তাই কয়, আছে ক'ৰবাত। বাপেকৰ স্বভাৱ। কোনোবা দিনা ভুটুং কৰে ওলাই আম্মা বুলি মাত দিবহি। চাইদাই একো মন্তব্য কৰা নাই। দুদিন আগে আঁতৰৰ পৰা দেৱান চাহাবক কৈছিল, মোৰ চফি মৰিছে। তাৰ কথা মই পাহৰি পেলাইছোঁ, দেৱান চাহাব।

কিন্তু আজি চফিৰ দেউতাক আহিব বুলি শুনি চাইদাৰ ঘনাই ঘনাই মনত পৰিছে চফিলৈহে। মনে মনে প্ৰস্তুত হৈছে, সম্মুখত আহি ওলোৱাৰ লগে লগেই চোলাত খামুচি ধৰি আকাশফলা চিঞৰ মাৰি ক'ব, মোৰ চফিক আনি দিয়া! আনি দিয়া তাক! শুনিছোঁ তোমাৰ হেনো পোহনীয়া জিনৰ পাল আছে! কোৱা সিহঁতক, এতিয়াই আনি দিয়ক মোৰ বুকুৰ মাণিকক! নহ'লে তোমাৰ নিস্তাৰ নাই।

ৰুকুৱে মন কৰিলে শাহুৱেকে বাৰে বাৰে ওঁঠ কামুৰিছে। কাৰোবাৰ লগত যেন কাজিয়াহে কৰিছে! চকুহালি নিষ্পলক। নাকৰ পাহি ফুলিছে!

দুখুৱে বাহিৰৰ পৰা মাতিলে, মাজান! অ' বিবিজান!

চাইদাই তাক দেখা নিদিলে। আইমণিয়ে কাণ পাতি শুনি মিচিকিয়াই হাঁহিলে। সেয়া, আহি পালেহি।

নাই। এতিয়াও পোৱাহি নাই। সি কৈ গ'ল, হুজুৰে বানাৰিপুৰত এছাৰ নামাজ পঢ়িছে। পায়হি মানে ৰাতিপুৱাবই। বেলি ওলাবও পাৰে। চাইদাই হুমুনিয়াহ কাঢ়ি ক'লে, বোৱাৰী, শোৱাগৈ যোৱা। আইমণি, তই ঘৰলৈ যাবি নে মোৰ লগত ইয়াতে শুবি?

আইমণিয়ে ক'লে, অলপ ৰব, বিবিজী। মই পিতাক কথাটো কৈ থৈ আহোঁ। আইমণি ওলাই যোৱাৰ পিছতেই হুৰমূৰকৈ নুৰুজ্জামান ওলালহি। আম্মা! আম্মা! আব্বাজান পালেহিনে?

নাই।

নুৰুজ্জামানে চোতালতে থিয় হৈ ক'লে, তাজ্জব!

চোতালত জোনৰ পোহৰ পৰিছেহি মাথোন। কুঁৱাৰ পাৰত ৰুকুৱে কিবা কৰিছিল। নুৰুজ্জামানে দেখিলে তাৰ ভাই বোৱাৰীয়েকে হাতত বদনা লৈ পাইখানালৈ খোজ লৈছে। সি মাজৰ ঘৰটোলৈ চালে। মণিৰুজ্জামানে বিছনাত বহি ভৰি নচুৱাই নচুৱাই খুব হালিছে জালিছে। নুৰুজ্জামানে চকু আঁতৰাই নিলে।

চাইদাই সুধিলে, নবহনে নুৰু?

নাই। যাওঁ আম্মি। মছজিদৰ পৰা চিধা আহিছো। ভাবিলোঁ, আব্বা আহি পালে নে নাই খবৰ কৰি যাওঁ।

নূৰুজ্জামান গুছি যোৱাৰ পিছত চাইদাই ক্ষুব্ধভাৱে নিজে নিজেই ক'লে, ঢং! দেউতাক আহিলে মছজিদত নোসোমাই আগতে ঘৰত সোমাব নেকি? দুচ্‌মন— সকলোবোৰ দুচ্‌মন!

ৰুকু ওলাই আহি সুধিলে, মোক কিবা কৈছে মা?

গম্ভীৰ মুখেৰে চাইদাই ক'লে, নাই। শুই থাকা। ৰাতি হৈছে।

আইমণি পেহী আহক।

চাইদাই ধম্‌কি দিলে, শোৱাচোন তোমালোকে।

মণিৰুজ্জামানে বিকট কণ্ঠে কিবা গাইছে। বৰ বিৰক্তিকৰ সেই কণ্ঠ। চাইদাই ধৰিব পৰা নাই তাৰ ইমান আনন্দৰ কাৰণ কি। দেউতাকেতো তাক জন্ম দিয়েই খালাচ। ভুলতেও কোনোবাদিনা তাৰ কি হৈছে নহৈছে এবাৰ ফিৰি চাইছেনে? অলপ চকু দিয়া হ'লে বহুদিন আগতেই সি হয়তো এজন সুস্থ মানুহ হৈ উঠিলেহেঁতেন।

সেই মুহূৰ্তত চাইদা বেগম আৰু বেছি দৃঢ় হ'ল।.....সেই ৰাতি চাইদা বেগমে আশা কৰিছিল প্ৰচণ্ড উদাসীনতাই তেওঁৰ মনত খোপনি পোতক। গভীৰ নিদ্ৰাই তেওঁক সাৱটি লওক। ইমানেই গভীৰ হওঁক সেই নিদ্ৰা যাতে কোনোবাই আহি চিঞৰি চিঞৰি মাতিও জগাব নোৱাৰি যেন হতাশ হৈ গুছি যায়। কিন্তু উদাসীনতা, টোপনি আৰু কাঠিন্যভাব কোনো এটাকো চাইদাই ধৰি ৰাখিব নোৱাৰিলে। আইমণি গভীৰ টোপনিত লালকাল। চাইদাৰ চকুৰ পতা জাপ নাখালে। বাদশ্বাহী আলিয়েদি ওৰে নিশা গৰু ম'হৰ গাড়ীৰ গৰ্ গৰ্ কেঁচ-মেঁচ শব্দ। মাজে মাজে ভাঁহি আহে তন্দ্ৰালু গাৰোৱানৰ গানৰ সুৰ। সেই নিশা চাইদাই নিশাৰ প্ৰতিটো শব্দৰ সোৱাদ চাকি চাইছিল। দূৰৈত গাড়ীৰ চকাৰ ঘৰঘৰণি শব্দ শুনি চাইদাই আশা কৰিছিল, শব্দটো তেওঁৰ কাষ চাপি আহক, আহি থাকক, আহি আহি বুকুৰ মাজত বৈ যাওক।

কিন্তু কোনো চকাৰ শব্দই নাথামিল। বুকুৰ ওপৰেৰে পাৰ হৈ মূৰৰ খোলাৰ ভিতৰলৈহে এখন গধুৰ গাড়ীৰ কঠিন দুটি চকা বাগৰি গৈ থাকিল, অনন্ত কাল, আজীৱন।

ৰাতিপুৱা দুখু শেখে খবৰটো দি গ'ল। হুজুৰে হৰিণমাৰাত ফজৰৰ নামাজ পঢ়িছে। সৰুগাজিয়ে তেওঁক কোনোপধ্যে এৰি নিদিলে। আগবেলাটো হৰিণমাৰাত থাকিব। আবেলি তাৰ পৰা যাত্ৰা কৰিব। দুখু শেখে হুজুৰৰ আসন্ন প্ৰত্যাবৰ্তনৰ সাক্ষ্য হিচাপে বয়-বস্তু কঢ়িয়াই অনা গাড়ীখনক বাট দেখুৱাই লৈ আহিছে। গাড়ীত ধান, চাউল, দাইলৰ বস্তা, গুড়ৰ টিন আৰু ভালেমান লাও-কোমোৰা। দুখুৱে দলিজঘৰৰ ওচৰৰ পৰাই চিঞৰি খবৰটো দিছিল। চাইদাই তাক দেখা দিয়া নাই। ৰুকুৱে ওৰণি টানি দলিজঘৰৰ দুৱাৰ খুলি দিলে। চাইদাই মণিৰুজ্জামানক থৰক্‌বৰককৈ দলিজঘৰৰ ফালে গৈ থকা দেখিলে। ৰুকুৱে তাৰ কাষৰি কাটি আঁতৰি আহিল। চাইদাৰ ভ্ৰূ কোঁচ খালে। তেওঁ জানে দৰিয়াবানুৰ এই ছোৱালীজনীয়ে তেওঁৰ মাজু পুতেকক ঘিণ কৰে।

তেতিয়া বদিউজ্জামান গাজিহঁতৰ দলিজঘৰৰ বৰগাজিৰ পালেঙত বহি আছে। সৰু গাজি হুজুৰৰ শিষ্য। হুজুৰৰ শুশ্ৰূষাৰ্থে তেওঁ এটা খাহী ছাগলী মাৰি ভোজৰ আয়োজনত ব্যস্ত। আৰু বৰ গাজিয়ে বিনম্ৰ ভাৱে এখন চকীত বহি পীৰ চাহাবৰ লগত শাস্ত্ৰ আলোচনা কৰিছে। বৰগাজিয়ে ক'লে, আপুনি ঠিক কথাই কৈছে হুজুৰ। নাফৰমানি— বেইমানিৰ কাৰণেই মুছলমানৰ ৰাজত্ব বৰবাদ হৈছে। আৰু আজি ৰাষ্টাৰ ফকীৰত পৰিণত হৈছে। আৰু আপুনি যে ক'লে, ইংৰাজ মুছলমানৰ দুচমন, সেইটো কথাও সঁচা! নানান কূটকৌশল কৰি সিহঁতে হিন্দুসকলক মুছলমানৰ বিৰুদ্ধে উচটনি দি আছে। কিন্তু মই ভাবোঁ, হিন্দুৰ বিৰুদ্ধে থিয় দিবলৈ হ'লে সিহঁতৰ দৰেই ইংৰাজী শিকাটো আজি মুছলমানৰ ফৰ্‌জ্। হুজুৰে বাৰু এই বিষয়ে কি ভাবে?

বদিউজ্জামানে দেখা মাত্ৰেই ধৰিব পাৰিছিল যে মানুহজন বৰ ভণ্ড। ঘৰখনত ঠাহ খাই আছে নানান বিলাতী বস্তু, ইংৰাজী কিতাপ। মানুহজনৰ চকুৱে-মুখে চালাকী ফুটি ওলাইছে। হয়তো এয়া তাৰ ইংৰাজী এলেমৰেই ফল।

বদিউজ্জামানে লাহেকৈ ক'লে, আমি এহাতেৰে যুঁজিব লাগিব হিন্দুৰ বিৰুদ্ধে আৰু আনহাতেৰে ইংৰাজ ৰাজত্বৰ বিৰুদ্ধে।

বদিউজ্জামানৰ কথা পতাৰ মন নাছিল। অথচ ভদ্ৰতাৰ খাতিৰতেই বৰ গাজিৰ কথাৰ উত্তৰ দিব লগা হৈছে। এজন দুজনকৈ গাৱঁৰ বুঢ়া-মেথাবোৰ গোট খোৱাতহে যেনিবা বৰগাজিৰ পৰা ৰক্ষা পৰিল। কিন্তু এওঁলোকো যে নাছোড়বান্দা। হুজুৰৰ মুখত শাস্ত্ৰীয় তত্ব কথা শুনিবলৈ আগ্ৰহী। বদিউজ্জামানক খুব ক্লান্ত দেখা গৈছিল। অৱশেষত যেনিবা সৰু গাজিয়ে তেওঁক উদ্ধাৰ কৰিলে। তেওঁ ক'লে, জোহৰৰ নামাজৰ সময়ত সেইবোৰ আলোচনা হ'ব। ইমান দূৰ ভ্ৰমণ কৰি মানুহজন ভাগৰি আছে। আপোনালোকে মেহেৰবাণি কৰি তেখেতক অলপ জিৰণি লবলৈ দিয়ক।

মানুহবোৰ যোৱাত বৰগাজিয়ে ভায়েকৰ ওচৰলৈ গৈ চেপা মাতেৰে সুধিলে, খোৱাৰ যা-যোগাৰ কি কৰিছ?

মইদুৰে ক'লে. খাহী জবাই কৰা হৈছে।

বৰগাজি চইদুৰে এটা বেঁকা হাঁহি মাৰিলে। বদিউজ্জামানৰ ফালে ঘূৰি চাই ক'লে, আমাৰেই দুৰ্ভাগ্য বুলিব লাগিব হুজুৰ, হৰিণমাৰাত গৰু হালাল কৰা নিষেধ। হিন্দু জমিদাৰৰ মাটি। এই কথা লৈ বহুবাৰ কাজিয়া কৰিছোঁ।

বদিউজ্জামানে অইনফালে চাই ক'লে, মাটি আল্লাহতালাৰ।

বৰ গাজিয়ে ক্ষুব্ধ ভাৱে ক'লে, মই বহুবাৰ চেষ্টা কৰিলোঁ। কিন্তু এই যে ক'লোঁ, মুছলমান যদি নিজেই নাফৰমান-বেইমান হয়, তেতিয়া হ'লে কৰাৰ কি উপায়? হৰিণমাৰাৰ মুছলমান ৰাইজে মোৰ হুকুমত প্ৰাণ দিবলৈকেও ৰাজি; কিন্তু এইটো ক্ষেত্ৰত নহয়। সিহঁতৰ কথা হ'ল, ইমান দিন এনেকৈয়ে চলিছে যেতিয়া, নতুনকৈ জোঁট বঢ়াই লাভ কি হ'ব? সৰুগাজিয়ে মুখ টিপি হাঁহি ক'লে, এইবাৰ চাবি আমি কি কৰো। ইমান দিনৰ মূৰত হুজুৰৰ নিচিনা মানুহজনক পাইছোঁ যেতিয়া আৰু কথাই নাই। অহা বকৰিদৰ দিনা হুজুৰে ইয়ালৈ আহি—

কথাৰ ওপৰতে বদিউজ্জামানে ক'লে, ইন্‌চা আল্লাহ। মই নিজ হাতেৰে হ্‌লাল কৰিম।

বৰগাজি আনন্দত নাচি উঠিল।...... মৌলাহাটৰ সমগ্ৰ মুছলমানক বকৰিদৰ নামাজলৈ নিমন্ত্ৰণ কৰিম।

সৰুগাজিয়ে ক'লে, হুজুৰৰ হুকুমত আমি জান দিম।

বাৰি চৌধুৰীয়ে হৰিণমাৰাৰ গাজি ভাতৃদ্বয়ক কৈছিল ডনকুইক্‌চোট— চাঙ্কো পাঞ্জা। সেইবাৰ বকৰিদ হৈছিল বৰ্ষা কালত। হৰিণমাৰাত গৰু কোৰবাণিৰ ঘটনা লৈ অঞ্চলটোত এটা ডাঙৰ হিন্দু-মুছলমান সংঘৰ্ষৰ উপক্ৰম হৈছিল। স্থানীয় পুলিচৰ পৰিস্থিতি নিয়ন্ত্ৰণ কৰিব পৰা ধৰণৰ ক্ষমতাই নাছিল। মুছলমান অধ্যুষিত মহকুমা। এছ. ডি. অ' জন আছিল এজন অষ্ট্ৰেলিয়ান চাহাব। চাৰ্কোল অফিচাৰজন মুছলমান। অৱশেষত এটা মীমাংসা হৈছিল। গৰু কোৰবাণি হ'ব, কিন্তু সদৰ ৰাস্তাৰ পৰা ভালেখিনি আঁতৰত। মছজিদৰ পিছফালে জংঘলেৰে আবৰা বাকৰিখন নিৰ্দিষ্ট কৰি দিয়ে এছ. ডি. অ' চাৰ্লচ পেটাৰছনে। খবৰ পাই চহৰৰ পৰা খান বাহাদুৰ গৰিবুল্লা হক চাহাবৰ নিচিনা মানুহো হৰিণমাৰালৈ আহিছিল। নাহিল মাথোন বাৰি চৌধুৰী।

মুছলমানৰ জয় হ'ল আৰু হুজুৰ পীৰ বদিউজ্জামান হ'ল ইয়াৰ মহানায়ক। উৰা বাতৰি বিয়পিল যে কোৰবাণিৰ দিনা ঈদগাহত সমবেত ৰাইজৰ একাংশ আছিল মানুহৰূপী জিন। জিঙেখালি গাৱঁৰ এদল বুকু ডাঠ গুৱালে হেনো জিনৰ হাতত পৰি উলুৱনিৰ মাজত বাট হেৰুৱাইছিল। উপায়ন্তৰ হৈ সিহঁত উভতি যায়। আকৌ এইটোও শুনা কথা, সিহঁতৰ বাঁজী গাই আৰু বুঢ়া গৰুবোৰৰ খৰিদ্দাৰৰ সংখ্যা বৃদ্ধি হোৱাৰ কাৰণে মনে মনে খুব আনন্দিতও হৈছিল। মৌলাহাটৰ হামুদ কচায়ে হেনো এই গোপন খবৰটো দিছিল।

যি হওক এইবোৰ বহুদিন পিছৰ কথা। বদিউজ্জামানে সিদিনা মৌলাহাটলৈ ৰাওনা হয় আবেলিৰ নামাজৰ পিছত। সৰুগাজি তেওঁৰ লগত গৈছিল। মৌলাহাট পাওতে এছাৰ নামাজৰ সময় হ'ল। ফলত হুজুৰে প্ৰথমে মছজিদতেই সোমাব লগা হ'ল। নামাজ শেষ হোৱাৰ পিছত তেওঁ আচৰিত হৈ লক্ষ্য কৰিলে যে মূৰত বগা টুপি, গাত কুৰ্ত্তা-পায়জামা, মুখত দাড়িৰে সৈতে এজন ডেকাই অস্থিৰ খোজেৰে মানুহৰ ভীৰ ঠেলি তেওঁৰ ফালে আগুৱাই আহিছে। লালটিৰে সেমেকা তাৰ মুখত উজ্বল হাঁহি। সি দেউতাকক মাতিলে, আব্বা চাহাব! মণিক চিনিব পাৰিছানে? লগে লগেই প্ৰধান শিষ্যসকল চিঞৰি উঠিল, হুজুৰৰ মোজেজা! মাৰহাবা! মাৰহাবা!

মোজেজাইতো! বদিউজ্জামানে নিজৰ চকু দুটাকেই বিশ্বাস কৰিব পৰা নাছিল। লৰালৰিকৈ থিয় হৈ জীৱনত প্ৰথমবাৰৰ কাৰণে তেওঁ তেওঁৰ মাজু পুতেকক আলিঙ্গন কৰিলে।

শুনা কথা, সেই প্ৰথম আলিঙ্গনতেই মণিৰুজ্জামানৰ দেহৰ পৰা বহুদিনীয়া ৰুগীয়া ক'লা জিনটো পলাই ফাট মাৰে। সিদিনা জোনাক ৰাতি আছিল। মৌলাহাটৰ ওপৰেদি এটা প্ৰবল ধুমুহা বৈ যায়। মুছল্লিহঁতে মছজিদৰ উত্তৰ ফালৰ খিড়িকীখনেৰে কিবা

**এটা ক'লা** ৰঙৰ বস্তু ওলাই যোৱা দেখা পায়।

**চাইদাই** খবৰ পালে যে হুজুৰ পীৰ চাহাবে তেওঁৰ মাকৰ কবৰত জেৱাৰত কৰি উঠি দুই পুতেকৰ কান্ধত ধৰি ঘৰলৈ আহিব ধৰিছে। কিন্তু সেইকণ বাট আহোতেই কিমান সময় যে লাগিল! বাৰাণ্ডাত ৰুকুৱে ওৰণি লৈ থিয় হৈ আছিল। তাইৰ কাষত **গাতে গা** লগাই বেৰত আউজি আছিল আইমণি, লুৰি আৰু তাইৰ মাক নুৰী। চাইদাই **পদুলিমুখ**তে শুনিলে চিৰপৰিচিত সেই আশীৰ্বাদ উচ্চাৰণ। সেই শান্ত গহীন কণ্ঠই চাইদাক বিপন্ন কৰিলে বোধহয়। লাজতে ঘৰ সোমাই সশব্দে দুৱাৰ মাৰিলে। বাৰাণ্ডাত থিয় হৈ থকা চাৰিজনীয়ে কাণ্ড দেখি হতভম্ব হ'ল। ৰুকুৱে বন্ধ দুৱাৰখনৰ ফালে চাই থাকিল। বদিউজ্জামানে চোতালত থিয় হৈ চাইদাৰ সংসাৰখনকে চাবলৈ ধৰিলে। জোনৰ পোহৰত নুৰুজ্জামানে দেউতাকক শোৱনি ঘৰ, গোহালি ঘৰ, কুঁৱা, ৰান্ধনিশাল সকলোবোৰ দেখুৱালে। মণিৰুজ্জামানে দেউতাকৰ লাঠিডালত ভৰ দি হালি-জালি আনন্দ প্ৰকাশ কৰিছে। জোনাকত তাৰ দাঁতবোৰ জিলিকিছে। নুৰুজ্জানে মাক থকা ঘৰৰ দুৱাৰখন বন্ধ কৰাটো মনেই কৰা নাছিল। বদিউজ্জামানে কিন্তু ঠিকেই মন কৰিছিল আৰু অস্বস্তি অনুভৱ কৰিছিল। কিবা এক আশংকা কৰি লাজত আইমণি, লুৰি আৰু নুৰী লাহে লাহে ঘৰৰ পিছফালেৰে ওলাই গ'ল। বাৰাণ্ডাত ৰুকুক উদ্দেশ্য কৰি বদিউজ্জামানে যেতিয়া লাহেকৈ 'কোন' বুলি সুধিলে তেতিয়াই ৰুকুৱে আগুৱাই গৈ শহুৰেকৰ পদচুম্বন কৰিলে। আৰু মণিৰুজ্জামানে বিকট মাতেৰে মাকক মাতিব ধৰিলে।

## বাৰ

# কণাঘোঁৰাৰ ছৱাৰী

.......পান্না পেছোৱাৰিক ইটা মাৰি আহত কৰি লালবাগ চহৰৰ পৰা পলাইছিলোঁ। বাৰি চাচাই কৈছিল, লালবাগ ইজ দা টাউন অব্ দা ডেড্চ্'— মৰা মানুহৰ চহৰ। আৰু সেই মৰা মানুহৰ চহৰত চয়তানৰ প্ৰতিনিধি আছিল পান্না পেছোৱাৰি। তাক দেখিলেই সকলো শ্ৰেণীৰ মানুহেই চালাম জনাই কয়, আদাব পান্নাচাব। এজন থূলন্তৰ লোক। মিহি মখমলৰ কুৰ্ত্তাৰ ওপৰত ক'লা মখমলৰ ৰছী লগোৱা ছলুক বা চদ্ৰি, কঁকালৰ পেটীত বেঁকা খাপত এখন চুৰী, মূৰত পাগুৰি, ভৰিত নক্সাংকিত ৰঙা নাগৰা জোতা পিন্ধি পান্নাই নিতৌ আবেলি হাতত লাঠি লৈ গঙ্গাৰ পাৰলৈ ফুৰিবলৈ যায়। নবাব বাহাদুৰৰ ইন্সটিটিউচনৰ মোৰ সহপাঠী বিড্ডু হ'ল নবাবী খানদানৰ ল'ৰা। সি মোক কৈছিল, পান্নাচাবকো চবকোই চালাম দেগা, লেকিন হম নেহি। কাহে কি আই বিলং টু দা নবাব ফেমিলি। বাট ইউ মাষ্ট চফি, ভুলো মত, হি ইজ এ ডেন্জাৰাচ্ মেন— খুদ চয়তান উচকো গাৰ্ড দে ৰহা।

বিড্ডুৰ এই কথাখিনিও পান্না পেছোৱাৰিৰ প্ৰতি মোৰ ক্ৰোধৰ কাৰণ হ'ব পাৰে। 'মৰা মানুহৰ চহৰ'খনত দিনৰ ভাগত মানুহ গিজ্‌গিজাই থাকে। সন্ধিয়াৰ পিছত চহৰখন হৈ পৰে শ্মশান। কেল্লাবাৰীখন, যাৰ পোছাকী নাম নিজামত কেল্লা, প্ৰায় এক বৰ্গমাইল জুৰি ওখ দেৱালেৰে ঘেৰা। তিনিফালে তিনিটা বিশাল দেউড়ি (বাট-চ'ৰা) আৰু এফালে প্ৰবাহিত গঙ্গা। কেল্লাবাৰীৰ ভিতৰত নবাব বাহাদুৰৰ মোতিমহল। তাৰ পিছফালৰ পৰাই ধ্বংস স্তূপ আৰু জঙ্ঘল। তাৰ মাজত অলেখ জৰাজীৰ্ণ এমহলীয়া ঘৰ। ওখ দেৱালখন ভালেকেইঠাইত খহি পৰিছে। ভিতৰত নবাব খানদানৰ বহুত মানুহে বাস কৰে। বিড্ডু তেনে কোনো পৰিয়ালৰেই ল'ৰা। কিন্তু দাম্ভিক নবাব পৰিয়ালৰ মানুহে সিহঁতৰ সৈতে তেজৰ সম্পৰ্ক থকা কথাটো অস্বীকাৰ কৰে। সিহঁত থাকে মোতিমহলত। এইফালে নহবতখানাৰ গেটৰ পিছফালে কেইটামান ভাগি পৰা ঘৰ। তাৰ সিকাষত কেল্লাবাৰীৰ দেৱালৰ গাত লাগি থকা এলানি লেতেৰা জুপুৰি ঘৰ। তাত চাকৰ বাকৰবোৰৰ পৰিয়ালবোৰ থাকে। চাতমাৰ কাল্লু পাঠানে কেল্লাবাৰীৰ ভিতৰত পিলখানাত (হাতীশাল) থাকিবলৈ যিটো ঘৰ পাইছিল সেইটো এৰি থৈ

অহাৰ কাৰণ, বিড্ডুৰ মতে, তাৰ দ্বিতীয় পত্নী চিতাৰা। আচৰিত হ'বলগীয়া কথা যে চিতাৰা কেল্লাবাৰীৰ অস্বীকৃত 'নবাব' পৰিয়ালৰ জীয়ৰী। তাইৰ দেউতাক আতাবেগ ৰোছন মহল্লাৰ এজন দৰ্জি। দৰ্জি হ'লেও মানুহে তেওঁক আতানবাব বুলি মাতে। বিড্ডুৰ মতে কেল্লাবাৰীৰ চাকৰ-বাকৰৰ পৰিয়ালৰ মানুহেও নিজকে নবাব বংশীয় বুলি ফুটনি মাৰে। আৰু চহৰৰ নজনা মানুহে তাকেই বিশ্বাস কৰে। পিছত এদিন বাৰি চাচাই মোক কৈছিল, কাল্লুৰ দ্বিতীয় পত্নী চিতাৰা বিড্ডুৰ এগৰাকী খুড়ীয়েকৰ ছোৱালী। আৰু তেতিয়াৰ পৰাই চিতাৰাৰ ওপৰত মোৰ চকু পৰিল।

এইবোৰ বিড্ডুৰ মুখত শুনা কথা। বিড্ডুৰ আচল নাম হৈছে মিৰ্জা আৰিফ বেগ। ওখ, বগা, পাতল চেহেৰাৰ এই ল'ৰাজনে মোক গুৰুত্ব দিছিল। কাল্লুৰ সৰু ভায়েক চুন্নু পিলখানাৰ চাকৰ। বিড্ডুৱেই মোক চুন্নুৰ লগত পৰিচয় কৰি দিয়ে 'পীৰচাহাবৰ ল'ৰা' বুলি। একমাত্ৰ এই দুৰ্দ্ধৰ্ষ চুন্নুকেই পান্নাই অলপ পৰোৱা কৰিছিল। গতিকে চুন্নুক মোৰ ভাল লাগে। বিড্ডুৱে গোপনে তাৰ ওচৰলৈ ভাঙৰ চিলিম হুপিবলৈ যায়। ময়ো চুন্নুৰ কথা মতে চিলিম হুপোঁ। কেতিয়াবা চুন্নুৰ ঘৰতেই ৰাতিটো পৰি থাকো। ভাগ্য ভাল যে সেই সময়ত বাৰি চাচা কোনোবা মহললৈ গৈছিল। তেতিয়া শীতকাল, খাজনা চপোৱাৰ সময়। খাজনা আদায়ৰ কাৰণে তেতিয়াই তাগিদা দিব লাগে। এই মৰা মানুহৰ চহৰখন প্ৰথম দিনাখনৰ পৰাই মোৰ কাৰণে খুব ৰহস্যময় লাগিছিল। ৰহস্য উদ্ঘাটন কৰিবলৈ মোৰ বাবে সেইটোৱেই সোণালী সুযোগ। বিড্ডুৰ লগত দিনে-নিশাই অলৌ-তলৌকৈ ঘূৰি ফুৰিছিলোঁ। স্কুলত খুব কঢ়া শাসন নাই। কিয়নো বেছিভাগ ছাত্ৰই নবাব খানদানৰ। কেইজনমানহে নবাব বাহাদুৰৰ বিষয়া-কৰ্মচাৰীৰ ঘৰৰ ল'ৰা। স্কুলত ইংৰাজী শিক্ষাৰ ওপৰতেই অধিক গুৰুত্ব দিয়া হয়। সেইবাবে স্কুললৈ যাবলৈ মোৰ মুঠেই ভাল নালাগিছিল। শিক্ষকসকলৰ ভিতৰত ভালেকেইজন এংলো-ইণ্ডিয়ান। এজনী মেমচাহেবো আছিল। মেমচাহেবাই এটা সুকীয়া ঘৰত বোৰ্খা পিন্ধা ছোৱালীহঁতক ইংৰাজী পঢ়ুৱায়। লালবাগতেই মই প্ৰথম গোৰা চাহাব আৰু মেম দেখিছিলোঁ। সিহঁতক দেখি এনে লাগিছিল যেন একোটা কথা ক'ব পৰা অদ্ভুত ৰঙীন পুতলাহে। দুজন বুঢ়া হিন্দু শিক্ষকে বাংলা পঢ়ুৱাইছিল। তেওঁলোকৰ শ্ৰেণীৰ সৰহ ভাগেই বঙালী কৰ্মচাৰীৰ ল'ৰা, মুছলমান ছাত্ৰ মাথোন এমুঠিমান। তাৰ ভিতৰত ময়ো এজন। পিছে পৰাক্ৰমী শিক্ষক বুলিলে ক'ব লাগিব আৰ্বি ফাৰ্চি, উৰ্দূৰ মৌলবী চাহাবসকলক। কোনোবা পীৰ চাহাবৰ ল'ৰাই বাংলা পঢ়াটো তেওঁলোকৰ বাবে সাংঘাতিক বেছৰিয়তি। গতিকে মোক দেখিলেই সিহঁতে মুখ ঘূৰায়। কোনো নিৰ্দিষ্ট কাৰিকুলাম নথকা, খেয়াল খুচিমতে পাঠদান কৰা এই প্ৰাইভেট স্কুলখনত তথাপিও ক্লাছ হৈছিল, পৰীক্ষা আদি পাতিছিল। কোনো ছাত্ৰই এইখন স্কুলত ফেল নপৰে। ময়ো ফেল কৰা নাই।

বাৰি চাচাজীয়ে মহলৰ পৰা ঘূৰি আহি নতুন কিতাপ-পত্ৰ কিনি দিলে। তেওঁৰ আনন্দ দেখি মই বুজিব পাৰিছিলোঁ যে এই নবাবী স্কুলখন সম্পৰ্কত তেওঁৰ বিশেষ একো ধাৰণাই নাই। গঙ্গাৰ পাৰত কেল্লাবাৰীৰ প্ৰধান দেউড়িৰ গাতে লগা এটা

দুমহলীয়া ঘৰত তেওঁ থাকে। ঘৰটোত অসংখ্য কিতাপ-পত্ৰ— সৰহসংখ্যকেই ইংৰাজী কিতাপ। আৰু মোৰ কিতাপৰ প্ৰতি সমূলি ধাউতি নাছিল। মোৰ ভাল লাগে গঙ্গাৰ পাৰৰ চক্‌চকীয়া ৰাষ্টাৰ দুকাষৰ ফুলনি, কাঠৰ ছাতি মেলি থোৱা চবুতৰা (চোতাল), সৰু ডাঙৰ পকী ঘাটবোৰ আৰু চিৰপ্ৰবাহিনী গঙ্গা। জাৰকালি গঙ্গাৰ কজলা পানীৰ তলত জল্‌মলাই থাকে কি যে সেইবোৰ! ভাব হয়, কোন কাহানিবা কোনোবা নবাবজাদিয়ে হেৰুৱাইছিল কাণৰ দুল। তাৰেই গুড়ি সেইবোৰ। আৰু বিড্ডুৱে কৈছিল; উও চিৰ্ফ বালু—জাষ্ট চেণ্ডচ্। তুম কভি গঙ্গা নেহি দেখা, চফি? দিচ ৰিভাৰ যিত্‌নি দূৰ চে আতি, যিত্‌নি দূৰ তক যাতি, বহতি, মেৰা খানদানকা মুল্লুক থি। ছালে ইংলিছ লোগোঁনে লুঠ লিয়া। আই হেট দা বাষ্টাৰ্ডচ্। বিড্ডুৰ দেউতাক কলিকতাত চাকৰি কৰে। মানুহজনক মই কোনোদিনেই দেখা নাই। বাৰি চাচাজীয়ে কৈছিল, বিড্ডুৰ দেউতাক কলিকতাত এগৰাকী মেম চাহাবৰ চৰ্দাৰ খানচামা। পিছে সাৱধান, এইবোৰ কথা বিড্ডুক নকবি। ময়ো কোৱা নাই। বিড্ডুৱে কৈছিল, ডাঙৰ হ'লে সি এটা ফৌজ গঠন কৰিব। পান্নাই তাক সহায় কৰিব। সেই ফৌজৰ সহায়ত সি ইংৰাজৰ বিৰুদ্ধে জেহাদ চলাব। কিয় জানো তাৰ এই কথাখিনি মোৰ বৰ ভাল লাগিছিল। সেই ভাল লগাৰ কাৰণে পান্না পেছোৱাৰিকো কেই মুহূৰ্তৰ কাৰণে অইন দৃষ্টিৰে চাবলৈ আৰম্ভ কৰিছিলোঁ। অথচ সেইজন বিড্ডুৱে যেতিয়া ক'লে যে সি পান্নাক ঘিণ কৰে আৰু পান্না এজন বিপদজনক মানুহ, তেতিয়া মই বৰ আচৰিত হৈছিলোঁ। আচলতে বিড্ডু আছিল অস্থিৰমতি, চঞ্চল আৰু ভীৰু প্ৰকৃতিৰ। পান্না পেছোৱাৰিক দেখিলে সি দূৰতেই বিদূৰ। ফুচফুচাই মোক কয়, নজৰ কৰকে দেখো, দিয়াৰ ইজ্ এ দাৰ্ক হেলো বিহাইন্দ হিম্, বহত খতৰনাক! উচকা চাথ বাত মত কৰো কভি। হি ইজ্ দেন্‌জাৰাচ্।

বাৰি চাচাজীৰ বাবুৰ্চি-নৌকৰ বুলিবলৈ বুঢ়া কৰিম বক্স। সিয়ো মোক পান্নাচাবৰ পৰা সততে আঁতৰত থাকিবলৈ পৰামৰ্শ দিছিল। এদিন কৰিম বুঢ়াই মুখ বিকটাই কৈছিল, পান্না পেছোৱাৰিৰ ক্ষেত্ৰত ল'ৰা-ছোৱালীৰ কোনো বাচ-বিচাৰ নাই। আপোনাৰ দৰে দেখনিয়াৰ ল'ৰাৰ ওপৰত তাৰ নজৰ পৰিলে মুচিবত হ'ব। মই তৎক্ষণাৎ কৰিম বুঢ়াৰ কথাখিনিৰ অৰ্থ বুজি পালোঁ। পান্না পেছোৱাৰিৰ ওপৰত মোৰ খঙৰ তৃতীয় কাৰণ এইটো।

এদিন কোনোবা মহলত কিবা গোলমাল হোৱা শুনি বাৰি চাচাজীয়ে হাতী লৈ তালৈ গ'ল। লগত চাতমাৰ কাল্লু আৰু এপাল ভেৰোণীয়া বৰকান্দাজ। সিহঁতে তলব পালেই ওচৰ-পাজৰৰ পৰা আহি হাজাৰ দুৱাৰি প্ৰাসাদৰ সম্মুখত গোট খায়। সেই সময়ত মই স্কুলত আছিলোঁ। গতিকেই সেই জঙ্গী সমাবেশ মই দেখা নাপালোঁ। পিছত কৰিম বুঢ়া আৰু বিড্ডুৱে ৰহন সানি ক'লে, ফৌজ ৰাওনা হৈছে। এই ক্ষেত্ৰত বিড্ডুৰ আনন্দ আৰু উত্তেজনাৰ কাৰণ মই বিচাৰি পোৱা নাছিলোঁ। দাম্ভিক নবাববাহাদুৰ পৰিয়ালৰ লগত সিহঁতৰ অহিনকুল সম্পৰ্ক। অথচ বিড্ডুৰ হেনো নবাবী তেজ উতলিছে। সি ক'লে, দা চেইম্ ব্লাদ্ চফি, খানদান কা খুন। সেই উলাহতে সি মোক

এঠাইলৈ যাবলৈ লগ ধৰিছিল, স্ফূৰ্তি কৰিবলৈ। দক্ষিণফালৰ প্ৰকাণ্ড দেউড়িটোৰ ওচৰত পান্না পেছোৱাৰিৰ মুখতে পৰিলোঁ। তাক এৰাব পৰা নগ'ল।

গেটৰ দুকাষত টুলত বহি থকা দুজন লেংপেঙীয়া প্ৰহৰীয়ে পান্নাক চালাম জনালে। সিহঁতৰ হাতত দীঘল সঙ্গীন লগোৱা বন্দুক। মোৰ ওপৰত পান্নাৰ চকু পৰিল। সি হাঁহি হাঁহি ক'লে, আবে বিড্ডু! আ—আ যা মেৰা পাছ! তাৰ পিছত তাৰ কাজলসনা চকু দুটাৰে মোলৈ দৃষ্টি নিক্ষেপ কৰি সুধিলে, ইয়ে কৌন বে?

বিড্ডুৱে লাহেকৈ ক'লে, বঙালী। ছোটা দেৱান চাহাবকা ভতিজা।

পান্না পেছোৱাৰিয়ে মোৰ ওচৰলৈ আহি মোৰ থুঁতৰিত ধৰি ক'লে, ওৱাহ! ওৱাহ! মই তৎক্ষণাৎ তাৰ কাষৰ পৰা কেইখোজমান আঁতৰি গ'লোঁ। প্ৰহৰী দুজনৰ এজনে মিচিকিয়া হাঁহি মাৰি ক'লে, কোই পীৰ চাহাবকা আওলাদ, হুজুৰ! বঙ্গাল মুলুক কা বড়া পীৰ, শুনা!

পান্নাই ক'লে, তো তুম পীৰ চাহাবকা আওলাদ ঔৰ ছোটা দেৱানকা ভাতিজা। ঠিক হেয়, চলো, মেৰা চাথ ঘুমনে চলো। এ বিড্ডু, তু ভি আ যা।

মই লৰচৰ নকৰাকৈ থিয় দি থাকিলোঁ। বিড্ডুৱে মোক আঁতৰৰ পৰাই দৌৰি পলোৱাৰ ইঙ্গিত দিলে। পান্নাই আকৌ এবাৰ মোৰ থুঁতৰিত ধৰিবলৈ আগবাঢ়িল। কী? হামাৰা কথা সমজতে পৰা নাই? হাম থোড়া, থোড়া বাংলা বলতে। বোলো ক্যা বোলে? মিঠাই খাবা? বলা মোৰ লগত।

মই আকৌ পিছুৱালোঁ। ইতিমধ্যে বিড্ডু মোৰ পৰা ভালেখিনি আঁতৰত। তেনেতে ক'ৰবাৰ পৰা চুল্লু পাঠান ওলালহি। সুধিলে, ক্যা হুৱা পান্নাচাব? ঝামেলা মাত কৰো! মুছকিল্ হো যায়েগা!

পান্না পেছোৱাৰিয়ে বেঁকা হাঁহি মাৰিলে।.... হাঁ বে চুল্লু! মুছকিলতো হৰঘড়ি হোতা। তেৰা ছোটি ভাবিভি বলতী কি চুল্লু বাহাদুৰ মৰ্দ হো গয়া— মুছকিল হো যায়েগা। তো ঠিক হেয়।

সি দেউড়িৰে কেল্লাবাৰীত সোমাল। অলপ পৰ থিয় হৈ থাকি চুল্লুৱে ক'লে, চফিচাব, চলিয়ে মেৰা চাথ।

সুধিলোঁ, ক'লৈ?

চুল্লুৱে হাঁহিলে। জানিবাবাৰ মাজাৰত উৰচ চৰিফৰ মেলা। তালৈকে যাবলৈ ওলাই আহি সৌখিনিৰ পৰা দেখিলোঁ, চয়তানটোৱে আপোনাৰ লগত কথা পাতিছে। সাৱধান! তাক ওচৰলৈ অহা গম পালেই দূৰলৈ আঁতৰি যাব। সৌৱা দেখিছে, বিড্ডু ক'লৈ আঁতৰি গৈছে।

আঁতৰত ৰাষ্টাৰ দাঁতিৰ এখন মিঠাইৰ দোকানৰ ওচৰত মানুহৰ ভীৰৰ মাজত বিড্ডু থিয় হৈ আছে। মই তাৰ কাষলৈ গ'লোঁ। তাৰ কাষ চাপি যোৱাৰ লগে লগে সি মাতিলে, কাম অন চফি। জলদি আও। মই ক'লোঁ, চুল্লুৱে আমাক মাতিছে।

চুল্লু-উল্লু ছোড়ো! সি মোৰ হাতত ধৰি নহবতখানাৰ ফালে টানি লৈ গ'ল। চুল্লু খুব আচৰিত হৈছিল। এবাৰ ঘূৰি চাই দেখো সি একে ঠাইতে ৰৈ আমাৰ ফালে চাই

আছে। আমি সোঁফালে ঘূৰি উত্তৰপিনৰ ৰাস্তাটোৰে খোজ ল'লোঁ। ৰাস্তাটো নহবতখানাৰ তলেৰে গৈছে। ৰাস্তাটো পাৰ হৈ বিড্ডুক ক'লোঁ, চুন্নুৱে উৰচচৰিফৰ মেলালৈ যাবলৈ লগ ধৰিছিল। তালৈ যোৱা হ'লেই ভাল হ'লহেঁতেন, বিড্ডু।

বিড্ডুৱে ক'লে, চিন্তাই নকৰিবা, তাতকৈ বহু বেছি ভাল ঠাইলৈ তোমাক লৈ গৈ আছো! সি মুখ টিপি হাঁহিলে। তাৰ কূৰ্ত্তাৰ পৰা আঁতৰৰ মলমলীয়া গোন্ধ ওলাইছিল। ৰাস্তাটো লেতেৰা। ক'লা ইটাবোৰ ৰাস্তাত খেলিমেলিকৈ পাৰি থোৱা। ৰাস্তাৰ দুয়োকাষৰ জঙঘলত ধ্বংস স্তূপ, অ'ত ত'ত এমহলীয়া জৰাজীৰ্ণ ঘৰ। বেৰৰ পকা ঠায়ে ঠায়ে খহি পৰাত শেলুৱৈ গজিছে। ঘৰবোৰ একোটাহঁত দাঁত নিকটাই থকা কংকাল যেন লাগে। হাবিৰ মাজৰ মছজিদৰ গম্বুজত এজাক পাৰ চৰাই পৰি আছে। ৰাস্তাটো নিৰ্জন। বাওঁফালৰ এটা লেতেৰা গলিৰে সোমাই বিড্ডুৱে ক'লে, এইটো বিবিমহল্লা। বাঁহ খেৰৰ জুপুৰি ঘৰ। ক'ৰবাত দুটা এটাহে ইটাৰ ঘৰ। সেইবোৰৰো একেই বিবৰ্ণ চেহেৰা। গৰু, ছাগলী, মূৰ্গী, কুকুৰ আৰু জুপুকা লাগি বহি থকা মানুহেৰে ভৰা। খাটিয়াত বহি বুঢ়া-বুঢ়ীবোৰে চেপা মাতেৰে কথা পাতিছে আৰু হোকা টানিছে। কোনোবাজন কাহি কাহি অস্থিৰ। ঘৰৰ দুৱাৰমুখবোৰত একোপাল গাভৰুৱে বহি আড্ডা মাৰিছে। সিহঁতে আমাক দেখি গা লৰালে। এনে অশ্লীল কথাৰে ঠাট্টা কৰিলে যে মই লাজ আৰু অস্বস্তিত মৰি যোৱা যেন হ'লোঁ। ইহঁতেই তেনেহ'লে বেশ্যা? কথাষাৰ ভাবি মোৰ অস্বস্তিবোধ আৰু অধিক তীব্ৰ হ'ল। মহল্লা পাৰ হৈ পোনে পোনে আবেলিৰ গঙ্গাৰ মুখামুখি হ'লোঁ। পাৰত এখন দেৱাল। তাৰ কাষেদি আগবাঢ়িব লওঁতে বিড্ডুৱে চেপা হাঁহি মাৰি ক'লে, কানিজা নানীৰ হাভেলিলৈ যাম। তুমিও নানী বুলি মাতিবা দেই। বুঢ়ী খুছি হ'ব।

ধ্বংসস্তূপ, গম্বুজধাৰী পৰিত্যক্ত মছজিদ আৰু তাৰে মাজত ওখ দেৱালেৰে ঘেৰা এটা এমহলীয়া ঘৰ। ঘৰটোৰ দেউড়ি ওখ। দুৱাৰমুখত মল্লিকা ফুলৰ গছ। বন্ধ হৈ থকা কাঠৰ প্ৰকাণ্ড দুৱাৰখনত ফুল কটা আছে। দুৱাৰৰ পাল্লা দুখন এসময়ত টিক্‌টিকিয়া ৰঙা আছিল। দেউড়িটোও খুব মজবুতকৈ সজা হৈছিল। এতিয়া জৰাজীৰ্ণ অৱস্থা। পাল্লা দুখনৰ এখনৰ এটা ফুটাৰে এডাল শকত ৰছী বাহিৰফালে ওলমি আছে। ৰছীডালৰ মূৰত এটুকুৰা সৰু লোহা। তাতে ধৰি বিড্ডুৱে ৰছীডাল টানিলে। ভিতৰত ঢং ঢংকৈ ঘণ্টা বাজিল। দুৱাৰখন লাহেকৈ খুলিলত এহালি চকু দেখি মই চক খাই উঠিলোঁ। এজনী আদবয়সী শকত-আবত তিৰোতা। তাই চেলোৱাৰ কামিজ উৰ্ণি পিন্ধিছে। তাই বিড্ডুক আদাব জনালে।

বিড্ডুৱে ক'লে, মুন্নিপেহী, ইয়ে মেৰা দোস্ত চফি। বহুত উচাঁ খান্‌দান। চোতালত এজোপা ডালিমগছৰ ওচৰত এজাক গাভৰুৱে খাটিয়াত শুই, বহি আৰু পৰস্পৰে পৰস্পৰৰ গাত আউজি কথা পাতি আছিল। সিহঁতে আমাক চাবলৈ ধৰিলে। বাৰাণ্ডাৰ সৰু চালপীৰা এখনত বহি এগৰাকী বৃদ্ধাই গুড়গুড়ি হোকা টানিছে। শকত তিৰোতাগৰাকীয়ে গৈ বুঢ়ীক ক'লে, বিড্ডুচাব আয়া আম্মি!

বুঢ়ীয়ে ভুৰু কোঁচাই সুধিলে, কৌণ ৰি?

বিড্ডুৱে বৃদ্ধাৰ কাষলৈ গৈ ক'লে, নানী! মেয় বিড্ডু হুঁ। কেইছে হো তুম নানীজান? খবৰ আচ্ছি তো? কথাখিনি কৈ সি মোৰ নামটো মাথোন ক'লে। বৃদ্ধাই তাইৰ ঘোলা চকুহালিৰে মোৰ ফালে চাই হোকা টানি থাকিল।

মুন্নি, অৰ্থাৎ সেই শকত তিৰোতাজনীয়ে মোলৈ চাই সুধিলে, তুমি বাঙ্গালী নেকি বাবু?

এতিয়া মই বুজি পাওঁ যে এই চহৰৰ উৰ্দূভাষীসকলৰ 'বাবু' হিন্দুৰ 'বাবু'ৰ সমাৰ্থক নহয়। ই আদৰ সূচোৱা 'বাবা'ৰ ভাৱ প্ৰকাশকহে। বিড্ডুৱে মোৰ বুকুত টুকুৰিয়ালে।

মই ক'লোঁ, হয়।

বৃদ্ধাই ক'লে, বিড্ডুৱা, তু বহত্ ঝুটবাজ।

কাহে ৰি নানী? বিড্ডু তাইৰ কাষতে বহিল। সি মোকো বৃদ্ধাৰ ওচৰতে বহিবলৈ ইঙ্গিত দিলে। মই নবহিলোঁ।

বুঢ়ীয়ে এমোকোৰা ধোঁৱা উলিয়াই ক'লে, কাতোৱাল চাবকো তু কুছ না বোল। কাল হাৰামিবাচ্চা দাৰোগাবাবুকো চাথ লেকে আয়া। লোটিছ লটক দিয়া গেট মে। বোলা কি আদালতকা পেয়াদাভি আবে! তো মেয় হাভেলি ছোড় কৰ কালকাত্তা জাউঙ্গি? কা?

বিড্ডুৱে ক'লে, তেৰা কিৰিয়া নানী, খোদাকা কচম, কোতোৱালচাবকো হাম—

ছোড় বে ছালে পাঁঠ্ঠে! বৃদ্ধাই বাওঁহাতেৰে তাৰ পিঠিত থাপৰ মাৰিলে। মেয় পান্নাচাবকো খবৰ ভেজুঙ্গি।

মুন্নিয়ে ঘৰৰ ভিতৰৰ পৰা এখন তিনিঠেঙীয়া চকী আনি মোক বহিবলৈ ক'লে। চকীখনত কুচন আছে। মুন্নিয়ে মোক কান্ধত ধৰি বহুৱাই দিলে।

বৃদ্ধাই এখন হাত মেলি ক'লে, এ বাঙ্গাল ছোকড়া! কিতনা ৰূপেয়া হেয় তেৰা পাছ? নানীকো তো কুচ্চ ইনাম দেনা পৰেগা! দে! বিড্ডুৱে ক'লে, নানী! উও বাঙ্গালকা চবচে বড়া পীৰচাবকা আওলাদ। উচকো পাচ কৈ ফিকিৰ মাত কৰুগি তু। উও চিৰ্ফ তেৰি চাথ মুলাকাতকে লিয়ে আয়া—

বৃদ্ধাই ভুৰু কোঁচাই ক'লে, আবে ছোড় চালে পাঁঠ্ঠে। তেৰা মতলব মেয় সমঝি। উও ভি ৰাণ্ডিবাজ লড়কা!

নানী, এক চৰিফ লড়কাকো তু—

বৃদ্ধাই আকৌ থাপৰ মাৰিব ওলালত বিড্ডু থিয় হ'ল। ইঙ্গিত দি মোকো উঠিবলৈ ক'লে।

ডালিমজোপাৰ ওচৰত জুমপাতি থকা গাভৰুবোৰ খুব বগা— ঢাক খাই থকা ঘাঁহৰ দৰে শেতা বগা। বিড্ডু বাৰাণ্ডাৰ পৰা নামি সিহঁতৰ কাষলৈ গ'ল। মই অলপ আঁতৰত থিয় হৈ থাকিলোঁ। বিড্ডুৱে সৰু মাতেৰে সিহঁতৰ লগত কিবা কথা পাতিলে। মোক আঙুলিয়াই গাভৰু কেইজনীয়ে হাঁহিব ধৰিলে। মই খঙেৰে বিড্ডুক ক'লোঁ, বিড্ডু, মই আহিলোঁ।

এজনী গাভৰুৱে মুখ ভেঙুচালে, মই আহিলোঁ। বিড্ডু, চা বাঙ্গাল চোকড়া যাবলৈ ওলাইছে। আহা, আহাচোন। কেলেই যোৱা অ' মোৰ কেঁচা সোণ? অলপ গাখীৰকে খাই যোৱা। আহাচোন অলপ কোলাত লওঁ।

তাই বুকু উদঙাই দেখুৱাৰ নিচিনা কৰিলে। বিড্ডুৱে খিলখিলাই হাঁহিলে। মই খং, দুখ আৰু লাজত মৰি যোৱা যেন হ'লোঁ। দেউড়িৰ ফালে বেগাই খোজ দিলোঁ। প্ৰকাণ্ড দুৱাৰখন খুলি বাহিৰ ওলালোঁ। মোৰ পিছে পিছে 'কি কৰা, কি কৰা' বুলি চিঞৰি দৌৰি আহি মুন্নিয়ে দুৱাৰখন বন্ধ কৰিলে। বাহিৰত মই অলপ পৰ বিড্ডুৰ কাৰণে অপেক্ষা কৰিলোঁ। কিন্তু সি নাহিল।

বিবিমহল্লাৰ ভিতৰেৰে উভতিবলৈ মন নগ'ল। সোঁফালে ধ্বংসস্তূপ, কবৰখানা আৰু জোপোহাৰ হাবি। হাবিৰ মাজেদি গৈ থাকোতে দূৰৈত নহবতখানা চকুত পৰিল। অলপ দূৰ যোৱাৰ পিছত এটা লুংলুঙীয়া বাট। বাটটো ক্ৰমান্বয়ে গঙ্গাৰ পিনে নামি গৈছে। তাতেই ভেটা-ভেটি হ'ল কাল্লু পাঠানৰ ঘৈণীয়েক চিতাৰাৰ লগত।

চিতাৰাই মাটিৰ কলহ লৈ গঙ্গাৰ পৰা পানী নিবলৈ আহিছে। তাই সুধিলে, চফিচাব! তুমি অকলে ইয়াত কি কৰিছা? কি হৈছে তোমাৰ? মোক কোনে ক'লৈ নিছিল আৰু তাত কি ঘটিল, এইবোৰ কথা তাইক ক'ব পৰা নাযায়। চিতাৰা সম্পৰ্কে চৰিত্ৰহীনা নাৰী বুলি যিমানেই বদনাম নাথাকক কিয়, সেই মুহূৰ্তত তাইক কানিজা বেগমৰ হাভেলিৰ কোনো এজনী বেশ্যাৰ দৰে নালাগিল। তাই এগৰাকী পৰিচিতা নাৰী। তাইৰ দেহত নবাবী খানদানৰ ছাপ। তাইৰ খোজ-কাটল আৰু কথা-বতৰা পতাৰ ভঙ্গীতো আভিজাত্যৰ ছাপ আছে। হ'ব পাৰে তাই কাল্লু পাঠানৰ পত্নী। তাতেনো কিহৰ জগৰ? চাচাজীয়ে কৈছিল, আতানবাবে জাতিভেদ নামানে। আৰু সেইকাৰণে কেল্লাবাৰীত এঘৰীয়া। বেচেৰাৰ ভাগ্যই বেয়া বুলিব লাগিব, সাত-আঠজনী ছোৱালী, এটাও ল'ৰা নাই। তেনে অৱস্থাত বেচেৰাই কৰিব কি? যাকেই পচন্দ হয় আৰু যিজনে টকা-সিকা দিব পাৰে, তালৈকে এজনী এজনীকৈ উলিয়াই দিছে। তিনিজনী জীয়েক অৱশ্যে ভাল পাত্ৰতেই পৰিছে। সিহঁত কলিকতাত থাকে। বাকী কেইজনীক য'তে-ত'তে বিলাইছে। তথাপি চিতাৰা কাল্লুৰ ঘৰত সুখেৰেই আছে বুলি শুনিছোঁ।

চিতাৰাৰ প্ৰশ্নৰ উত্তৰত ক'লো, এনেয়ে ঘূৰি ফুৰিছোঁ।

আজি বিড্ডু লগত নাই নেকি? চিতাৰাই হাঁহিলে। দুয়োজনৰ মাজত কিবা লাগিছে নেকি?

নাই লগা।

তেন্তে ব'লা মোৰ লগত। মই গা ধুম আৰু তুমি মোক পহৰা দিবা। ঘাটলৈকে তাই আৰু একাষাৰ কথাও নাপাতিলে। ময়ো মনে মনে থাকিলোঁ। গঙ্গাৰ পাৰত এসময়ত পকী অট্টালিকা আছিল। সকলোবোৰ ভাঙি-চিঙি শেষ হৈ গৈছে। ঘাটৰ দুকাষে ডাঙৰ ডাঙৰ ভঙা পকাৰ টুকুৰা পৰি আছে। স্বচ্ছ পানীৰ তলতো এনেকুৱা অসংখ্য টুকুৰা পৰি আছে। কিছুমান পানীৰ ওপৰলৈ মূৰ তুলি আছে। কলহটো বুকুত

লৈ সেই নিৰ্জন ঘাটত চিতাৰাই অকলে সাতুৰিবলৈ ধৰিলে। বঙালী তিৰোতা মানুহৰ দৰে তাই শাৰী পিন্ধিছে। দীঘল হাতৰ কুৰ্ত্তা। ঘৰত তাই ৰঙা চটি জোতা পিন্ধি থাকে। তাইক দেখি আচমাৰ কথা মনত পৰিল।

ভঙা পকা এডোখৰত বহি বহি ভাবিছিলোঁ, নৈৰ লগত নাৰীৰ কিবা যেন এক সম্পৰ্ক আছে। যিমানেই ভাবিছিলোঁ, সিমানেই নৈখনে মোক টানিছিল। পিছে এইখনি সেই সৰু নৈখনি নহয়। এই নৈৰ পানী স্বচ্ছ কজ্বলা ৰঙৰ। এই নৈ বিশাল, সুদীৰ্ঘ। কিন্তু সোঁত বৈ আছেনে নাই ধৰিব নোৱাৰি। দূৰৈত বালিচৰ। নৈখনে বাওঁফালে ভাঁজ লৈছে কাৰণে দূৰলৈ দেখা নাযায়। অৱশ্যে মই জানো সেইপিনেই আছে কেল্লাবাৰী, ইমামবাড়া, হাজাৰদুৱাৰি পেলেচ, মোতিমহল ইত্যাদি। চিতাৰাই হঠাতেই মোৰ গালৈ পানী ছটিয়াই মাতিলে, আও চফিচাব— আও! খেলুঙ্গি! খেলোঁ আহা।

যদি এইখন ইন্দ্ৰাণীৰ কাচাৰীৰ পিছফালৰ খৰস্ৰোতা বেহুলা হ'লহেঁতেন আৰু চিতাৰা গুচি আচমা হ'লহেঁতেন, মই সেই মুহূৰ্ততেই পানীত জপিয়াই পৰিলোহেঁতেন। কজ্বলা পানীৰ ফালে চাই মোৰ ভয় লাগিল। ভয় লাগিছিল চিতাৰাৰো। দূৰৈত সিপাৰৰ বাঁহনিত বেলিটো হেৰাই গৈছে। চৌপাশে আন্ধাৰৰ পাতল আবৰণ। পানীখিনি গভীৰ ক'লা হৈ পৰিছে। চিতাৰাই আকৌ পানী ছটিয়ালে। লগে লগে ভাবিলোঁ, নৈখনক ভয় কৰি থকা উচিত হ'ব নে অনুচিত হ'ব মুহূৰ্ততেই মই এক খাটাং সিদ্ধান্তত উপনীত হোৱা উচিত। তাই মোক টানিছে, মই উলটি তাইক টানিমনে? শেষলৈ এই টাগ অৱ ৱাৰত মই হাৰি গ'লোঁ।

হাৰি গ'লোঁ অথবা জিকি গ'লোঁ। লুংলুঙীয়া বাটেৰে গৈ ডাঙৰ ৰাস্তাটোত উঠি এবাৰ ভাবিলোঁ, চিতাৰাই বাৰু মোক কি বুলি ভাবিলে? যিয়েই নাভাবক তাই নষ্ট হৈ যোৱাৰ বিপদৰ পৰা মই তাইক উদ্ধাৰ কৰিলোঁ। এইখিনিয়েই মোৰ সুখ। যদি মই পানীত জঁপিয়াই পৰিলোহেঁতেন, তাই নষ্ট হৈ গ'লহেঁতেন। কোনেও তাইক বচাব নোৱাৰিলেহেঁতেন, আনকি মই নিজেও।

সিদিনা ৰাতি খাবলৈ বহি কৰিম বুঢ়াক সুধিলোঁ, হাভেলি কি? বুঢ়াই ওলোটাই সুধিলে, কিয়? 'কোঠি'। পিছে কণচাব আপুনি বা কোনটো হাভেলিৰ কথা সুধিছে? এ টৌনমে তো একহি হাভেলি আছে। বহুত খাৰাব জাগা। কানিজা বেগমকি হাভেলি। বাইজীবোৰ থাকে।

কথা প্ৰসঙ্গত সি এক দীঘল ইতিহাসেই শুনালে। কানিজা বেগম আছিল ৰিছালাদাৰ মীৰ মুৰ্গিন খাঁৰ ঘৈণীয়েক। বিছ বছৰৰ আগে মুৰ্গিন খাঁক ডকাইত বুলি বদনাম জাপি দি সদৰৰ কালেক্টৰ চাহাবে তেওঁৰ বিৰুদ্ধে চিপাহী-পল্টন পঠায়। তোপখানাৰ জঙ্গলৰ ভিতৰত অলপ পৰ যুদ্ধ হয়। মুৰ্গিন ধৰা পৰিল। আদালতত তেওঁৰ ফাঁচিৰ হুকুম হয়। কানিজা বেগমে হেনো তেওঁৰ মৃত্যুত উল্লাসিত হৈ ভোজ পাতি মানুহক খুৱাইছিল। কেল্লাবাৰীৰ কোতোৱাল বাকিউদ্দিনৰ লগত কানিজাৰ প্ৰেম আছিল। সেই সময়ত কেল্লাবাৰীৰ গৰীব ঘৰৰ ছোৱালীবোৰ কানিজাই কিনি নিয়ে। বাকিউদ্দিনে তাইক এই কামত সহায় কৰে। আচলতে কানিজা নিজেই আছিল

বাইজীৰ ছোৱালী। লক্ষ্ণৌৰ পৰা মুৰ্গিনে তাইক পলুৱাই আনিছিল। সেয়া আৰু এক দীঘল ইতিহাস। খোৱা-বোৱা শেষ হোৱাৰ পিছতো কৰিম বুঢ়াই মোক কাহিনী শুনাই থাকিল। বাকিউদ্দিন নিজেই এজন চোৰ। সি কেল্লাবাৰীৰ দামী বয়-বস্তুবোৰ গোপনে বিক্ৰী কৰিছিল। তাৰ পিছত কানিজাৰ যৌৱন মৰহি যোৱাৰ পিছত কোতোৱালে কেনেকৈ কানিজাক এৰি দিলে তাৰ সৰস বৰ্ণনা কৰিম বুঢ়াই দিলে। কোতোৱালচাব বহুত হাৰামি লোক। থানাৰ দাৰোগা তাৰ দোস্ত। সদৰৰ কালেক্টৰ মহাশয়কো দৰ্খাস্ত দি কোৱা হৈছে যে হাভেলিত বেশ্যাৰ ব্যৱসায় চলিছে। তো আফচোচ কি বাত, দাম্ভিক নবাব বাহাদুৰেও দৰ্খাস্তত চহী দিছে। নোটিছ জাৰি হৈছে যে হাভেলি এৰি দিব লাগিব। এতিয়া কওকচোন কণচাব বেশ্যা বুলিয়েই কওক বা অইন কিবাই কওক, বিবি মহল্লাৰ কথা নুঠিল কিয়? নহয়— পান্নাচাব বিবি মহল্লাৰ জিম্মাদাৰ! কৰিম বক্সে হাঁহিলে। দাড়ি খজুৱাই ক'লে, একো নহয়। একো নহয়, কিয়নো কানিজা বেগম নোম টেঙৰ। পান্নাচাবক ধৰিব। বচ্!......

পিছদিনা স্কুলত বিড্ডুৰ লগত মোৰ দেখাদেখি হ'ল। সি মোক স্কুলৰ পিছফালে গঙ্গাৰ পাৰলৈ মাতি নিলে। হাঁহি হাঁহি ক'লে, ইউ আৰু কাৱাৰ্ড চফি! পলালা কেলেই? হোৱেন ইউ গো দিয়াৰ, ইউ মাষ্ট নীড এ বিট পেচেন্স। আজি যাবানে? কোৱা?

মই ক'লোঁ, নাযাওঁ।

মই গুছি অহাৰ পিছত কালি হাভেলিত তাৰ কি হৈছিল সি মোক শুনাইহে এৰিলে। সেই অশ্লীল কাহিনী শুনি মোৰ ইমান বেয়া লাগিল যে মই আৰু বিড্ডুৰ সঙ্গ নলবলৈ ঠিৰাং কৰিলে। নিজকে আৰু অধিক নষ্ট হ'বলৈ এৰি নিদিওঁ। সিদিনা স্কুল ছুটিৰ পিছত সি মোক মাতিবলৈ আহিব বুলি শঙ্কা কৰিয়েই কেল্লাবাৰীৰ ভিতৰেদি মোতিমহলৰ সম্মুখেৰে খোজ কাঢ়ি হাজাৰদুৱাৰি পেলেচৰ ওচৰত চবুতৰাত বহিলোঁ। তলত চিৰি থকা ঘাট। চবুতৰাৰ কাঠৰ ছাটিৰ তলত বহি গঙ্গাৰ শোভা চাবলৈ ধৰিলোঁ। সিপাৰৰ গাঁৱৰ গছ-গছনিৰ মাজত বেলিটো ডুবিল। তাৰ পিছত হঠাৎ মোৰ নিৰ্জ্জনতা বৰ অসহ্য লাগিল। ইমামবাড়াৰ কাষেৰে উত্তৰ ফালৰ গেটখন পাৰ হৈ সোঁফালে ঘূৰিয়েই আকৌ পৰিলোঁ চিতাৰাৰ সম্মুখত।

তাই গা-পা ধুই উঠি ঘৰলৈ উভতিছে। কাষত মাটিৰ কলহ। থমকি ৰৈ ভাবিলোঁ, তায়ো বিড্ডুৰ দৰে কিবা এষাৰ ক'ব। ঠাট্টা কৰিব। কিন্তু তাই তেনেকুৱা একোৱেই নকৰিলে। অকণমান হাঁহি ক'লে, সদায় সদায় এনেদৰে তোমাৰ লগত দেখাদেখি হৈ থাকিলে মুস্কিল হ'ব, চফিচাব! বুজিব নোৱাৰি সুধিলোঁ, কি মুস্কিল হয় বাৰু তোমাৰ?

মুস্কিল হয়। তোমাক নকওঁ।

মনে মনে থকা দেখি তাই আকৌ সুধিলে, তুমি ইমান কমকৈ কথা কোৱা, চফিচাব? ডেকা ল'ৰাজন হৈও তুমি ছোৱালী মানুহৰ দৰে সকলো সময়তে মাত-বোল নকৰাকৈ থাকা। কিবা এষাৰতো ক'ব পাৰা। কোৱাচোন। মই শুনোঁ।

লাহেকৈ সুধিলোঁ, কি কওঁ তোমাক?

কোৰা। মই জানোঁ, তোমাৰ বহুত কথা আছে।

একো নাই।

তাইক পিছ পেলাই যাবলৈ ওলালত তাই মাতিলে, চফিচাব, শুনা। এটা কথা, শুনা।

কি কথা?

কাল্লু পাঠানৰ পত্নী হ'লোঁ বুলি তুমি মোক কামিনা, নীচ তিৰোতা বুলি নাভাবিবা। মুৰ্চিদাবাদ নিজামতৰ সকলোতকৈ উচ্চ খানদানৰ তেজ আছে মোৰ গাত!

বিস্মিত হৈ মই ক'লো, সেইবোৰ কি কথা কৈছা চিতাৰা?

মই কচবি (বেশ্যা) নহওঁ।

চিতাৰা! তুমি এইবোৰ কথা কৈছা কিয়?

চিতাৰাই মুখ তুলি ক'লে, আমি চিয়া হওঁ। তোমালোক চুন্নি। শুনিছোঁ, তোমাৰ দেউতাৰা বুজুৰ্গ পীৰ। সেয়া নহ'লে লালবাগৰ কোনো চিয়া তিৰোতা বা ছোৱালীয়ে তোমাৰ লগত কথাই নাপাতিলেহেঁতেন।

কথাখিনি কৈ তাই ভিজা কাপোৰৰ চৰপ্ চৰপ্ শব্দ কৰি গুছি গ'ল। মোৰ মনত পৰিল, প্ৰথম যিদিনাখন কাল্লু পাঠানে মোক আদৰ সাদৰ কৰি তাৰ ঘৰলৈ মাতিছিল, সিদিনা সি চিতাৰাক কৈছিল, চফিচাব  চৈয়দ। বেঁকা হাঁহি মাৰি চিতাৰাই সুধিছিল, চৈয়দ? তো চুন্নি কাহে? আব্বাজান বোলা, চব চৈয়দ চিয়া হোনে লাগে। চফিচাব, তুমি কেনে ধৰণৰ চৈয়দ চাই লওঁ বাৰু। তাই খপ্‌কৈ মোৰ হাতত ধৰিছিল। কাল্লুৱে খুব হাঁহিছিল। চিতাৰাই কৈছিল, চৈয়দ হোৱা হ'লে মোৰ হাত পুৰি গ'লহেঁতেন। নগ'ল। তুমি প্ৰকৃত চৈয়দ নহয়! তাই হাঁহি হাঁহি সুধিছিল, তুমি মোক খং কৰিছা নেকি? চোৱা, মোতিমহলৰ নবাবসকলে দম্ভ মাৰি নিজকে চৈয়দ বুলি জহায়। সিহঁতে আমাক বান্দা-চাকৰ নোকৰৰ খানদান বুলি উপলুঙা কৰে। লেকিন তুমি চোৱা, মই যেতিয়া তোমাৰ হাতত ধৰিলোঁ, সঁচা কথা কবা দেই, মোৰ হাতখন জুই যেন লগা নাছিলনে? কাল্লু হাঁহিত বাগৰি পৰিছিল। সি কৈছিল, জবাব দিজিয়ে ছোটাচাব! মই কুচ্ছ নকওঁ। আপোনাৰ জবাব আপুনিয়েই দিয়ক। ঔৰ য়ে চিতাৰা! তমিজ্‌চে বাত কৰ উনহি কা চাথ।

তুম তুম কৰতি কিঁউ ৰি? চিতাৰাই তাক ধম্‌কি দি কৈছিল, চুপচে বৈঠো! চিলিম পীও। মেয় মেহমানকা চাথ আপনা খেয়াল চে বাত কৰুঙ্গি।.....

এটা বৰটোপৰ ওপৰত বহি থাকোতেই জোন ওলাল। গেটখন পাৰ হৈ নহবতখানাৰ পিনে আগবাঢ়িলোঁ। জৰা-জীৰ্ণ ঘৰবোৰ পাৰ হৈ এলানি এমহলীয়া ঘৰৰ এমূৰত কাল্লুৰ ঘৰ। ঘৰটোৰ সম্মুখৰ ফালে জেওৰা দিয়া আছে। সৰু চোতালখনত এজোপা মধুৰিআমৰ গছ। বাৰাণ্ডাত এটা লেম জ্বলি আছে। মই লাহেকৈ মাতিলোঁ, চিতাৰা!

সমিধানত চিতাৰাই 'কৌন' বোলাৰ লগে লগে বুকুখন চিৰিংকৈ গ'ল। মনে মনে গুছি যাওঁ নেকি? কিন্তু চিতাৰাই মোৰ মাত চিনি পায় আৰু তেতিয়া ফৰিংফুটা

জোনাক। তাই বাৰাণ্ডাৰ পৰা নামি পদুলিমুখলৈ আগুৱাই আহি ক'লে, আহা, তেনেকৈ বাহিৰত থিয় হৈ থাকিলে ভাল নেদেখি। আহা, ভিতৰলৈ আহা।

বাৰাণ্ডাৰ খাটিয়াত এখন বিছনা-চাদৰ পাৰি দিলে। মন কৰিলো যে ঘৰৰ ভিতৰত কোনোবাই গায়ে-মূৰে কাপোৰ লৈ শুই আছে। সেই ফালে চোৱা দেখি চিতাৰাই ক'লে, মোৰ শাহু। বেমাৰ।

কাল্লুৰ মাকে কাপোৰৰ তলৰ পৰা মুখ উলিয়াই সুধিলে, কৌন ৰি বহু?

ছোটাদেৱানচাবকা ভাতিজা। পীৰচাবকা আওলাদ। উও দিন আয়া থা না?

হাঁ বুলি কৈ বুঢ়ী আকৌ কাপোৰৰ তলত মুখ লুকালে।

চিতাৰাই লাহেকৈ ক'লে, কোৱা, এতিয়া!

কি কম? ভাবিলোঁ তুমি মোৰ ওপৰত খং কৰিলা। সেইকাৰণে আহিলোঁ। অলপ পৰ মনে মনে থাকি চিতাৰাই হুমুনিয়াহ কাঢ়ি ক'লে, চাহপাত আছে। একাপ চাহ খোৱা। লগতে ময়ো খাওঁ।

হঠাতে এনেদৰে তাইৰ ঘৰলৈ আহি অস্বস্তি অনুভৱ কৰিছিলোঁ। ক'লোঁ, হ'ব, নালাগে। কেলেই নালাগিব? চিতাৰাই বাৰাণ্ডাৰ চুকৰ জুহালত জুই ধৰাত ব্যস্ত হ'ল। কাষৰ ঘৰবোৰত মানুহে চেপা মাতেৰে কিবা কথা পাতিছে। কুকুৰ এটাই বিৰামহীন ভাবে ভুকিছে। সি ভুকিব এৰিব খুজিলেই ওচৰতেই ক'ৰবাত শিয়ালে হুৱা দিয়ে। গতিকে কুকুৰটোৰ ভুকভুকনি চৰিলহে। কৰিম বুঢ়াই কৈছিল ওচৰৰ হাবিত বাঘ আছে। জাৰকালি টোপখানাৰ পুখুৰীৰ ফালে হেনো সি বাঘৰ মাত শুনিছে। ঠাইখিনি বৰ নিজান। চহৰৰ শেষপ্ৰান্ত আৰু ধ্বংস্তূপ, কবৰখানা, ভগ্ন মছজিদ, হাবি আৰু মাইলৰ পিছত মাইল জুৰি আমগছৰ বাগিছা। ভাবিছিলোঁ নহবতখানাৰ ফালেৰে উভতি নাযাওঁ। অহা বাটেৰে ঘূৰি যোৱা নিৰাপদ। পিছে উত্তৰৰ গেটখন খোলা নাথাকিব। স্কুলঘৰৰ পিছফালে ভঙা দেৱালখনৰ সুৰুঙাৰে যাব লাগিব। গঙ্গাৰ পাৰত ওলাব পাৰিলে আৰু চিন্তা নাই। চিনাকি ঠাই। কোনেও নুসুধিব মই কোন।

চিতাৰাই এটা মাটিৰ টেকেলিত চাহপাত সিজাই তাতে অলপ গাখীৰ আৰু কেইখনমান বাতাচা পেলাই দিলে। তাইৰ চাহৰ সোৱাদ বেলেগ। বগা ফটাকাণি এডোখৰেৰে চেকি দুটা ধুনীয়া চীনা মাটিৰ পিয়লাত চাহ বাকিলে। মজিয়াতে বহি তাই ক'লে, পীও, খাও! তাই হাঁহিলে। মই বাংলা শিকিবই নোৱাৰিলোঁ। কেনেকৈনো শিকোঁ? বিয়াৰ পিছতহে কেল্লাবাৰীৰ পৰা বাহিৰলৈ আহিলোঁ। এতিয়া অলপ-অচৰপ শিকিছোঁ। আগেয়েতো মুঠেই নাজানিছিলোঁ, এটা কথাও ক'ব পৰা নাছিলোঁ। কোৱাচোন বাৰু এতিয়া কিমানখিনি পাৰোঁ। পাৰো নে?

পাৰিছা।

তুমি যিমান বেছি কথা পাতিবা সিমানেই মোৰ শিকা হ'ব। কোৱা। কথা কোৱা, তুমি আগেয়ে কোৱা, মোৰ ওপৰত খং কৰিছা কিয়?

মোৰ ইচ্ছা! তুমিও খং কৰিব পাৰা। নোৱৰানে?

নাই, নোৱাৰোঁ।

অলপ পৰ ফুৰাই শব্দ কৰি কৰি চাহ খাই চিতাৰাই ঈষৎ হাঁহিলে। তাৰ পিছত ক'লে, তুমি আৰু ডাঙৰ হোৱা। পূৰা জওৱান হওঁ। তেতিয়া সকলো বুজিব পাৰিবা। এতিয়া সৰু ল'ৰাৰ নিচিনা হৈ আছা, চফিচাব! জানানে? সেইবাবে তুমি মোক এগৰাকী বেয়া তিৰোতা বুলি ভাবিছা।

পিয়লাটো থৈ থিয় হ'লোঁ। ক'লোঁ, মই কোনো অসৎ উদ্দেশ্যেৰে তোমাৰ ওচৰলৈ অহা নাই।

মোৰ মাতটো অলপ ডাঙৰ হৈছিল। কাল্লুৰ মাকে নিহালিৰ তলৰ পৰা মুখ উলিয়াই সুধিলে, কা ৰি বহু? কিচকা চাথ তকৰাৰ কৰতী তু? কাল্লুবেটাকো আনে দো—

চুপ! চুপচে নিদ যাও। গলা দাবা দুঙ্গি!

চিতাৰাৰ ভয়ঙ্কৰ ৰূপ দেখি মই চঁক খাই উঠিলোঁ। মোৰ লগে লগে তাই চোতাললৈ নামি আহি ক'লে, দেখিছোঁ তুমিও খং কৰিব পাৰা। তুমি বাহাদুৰ! তাই হাঁহিব ধৰিলে।

মধুৰি আমজোপাৰ তলত থিয় হৈ শলখাডাল বিচাৰিছিলোঁ! হঠাতেই চিতাৰাই আহি মোৰ হাতত ধৰিলে। মই শিয়ৰি উঠিলোঁ। পিছ মুহূৰ্ততে ভাবিলোঁ, তাই হয়তো মোক পৰীক্ষা কৰিছে। জোৰকৈ হাতখন এৰুৱাই আনিলোঁ। চিতাৰাই হুমুনিয়াহ কাঢ়ি ক'লে, নাদান! বুদ্ধু! মোৰ হাতখন কি বুলি ভাবিলা তুমি? গৰম লাগিল? পুৰি গ'ল?

তাই আহি নঙলামুখত শলখাডাল ঠেলি দি অলপ আঁতৰত থিয় হৈ থাকিল। মই ওলাই গৈ সেইডাল জোৰকৈ লগাই দি বেগাই খোজ ল'লোঁ। ভাবিছোঁ, এয়া মোৰ উদ্দশ্যহীন যাত্ৰা। ক'লৈ যাম মই নিজেই নাজানোঁ।

সেই বসন্তকালত মৃতকৰ চহৰখনত চিতাৰা আৰু মই যেন উল্লাসিত হৈ এক অদ্ভুত ধৰণৰ লুকাচুৰি খেল খেলিছিলোঁ। মাজে মাজে ভাবিছিলোঁ মই খুব সোনকালেই ডাঙৰ হোৱা উচিত—চিতাৰাৰ ভাষাত 'পূৰা জওৱান'। পিছে মানুহৰ জীৱনলৈ এনে একোটা সময় আহে, যেতিয়া দেহৰ বয়সতকৈ মনৰ বয়স বাঢ়ি যায়। সেই দ্ৰুতগামিতাত যেন এটা অন্ধ ঘোঁৰাৰ গতি-বেগ থাকে। মই এক বিব্ৰত ছৱাৰীয়ে বিৰামহীন ভাবে ঘোঁৰা চেঁকুৰাইছিলোঁ। হাতত চাবুক নাই আৰু ঘোঁৰাও লেকামহীন। মোৰ এই দুৰন্ত যাত্ৰাৰ পথতেই এদিন জোনাকী সন্ধিয়া নিৰ্জন গঙ্গাৰ পাৰত চিতাৰাক আৱিষ্কাৰ কৰি মই চক খাই উঠিছিলোঁ। তাই ক'লে, তোমাৰ লগত এটা জৰুৰী কথা আছে, চফি চাব। কৰিম বুঢ়া বৰ হাৰামি মানুহ। তোমাৰ চাচাজীয়ে কিবা ক'লে তোমাৰ বদনাম হ'ব। সেইকাৰণে ইয়াতে বহি আছোঁ।

বুজিলোঁ মই নিতৌ ইয়ালৈ আহি বহি থকা তাই গেটখনৰ পৰা লক্ষ্য কৰিছে। কাঠৰ দীঘল বেঞ্চ এখনৰ এমূৰত তাই বহি আছিল। তাইৰ ওপৰত কাঠৰ ছাটিৰ ছাঁ পৰিছিল। অলপ আঁতৰত বহি ক'লোঁ, কোৱা।

তুমি মোৰ কাষলৈ নাহা নেকি? আহা— ইয়ালৈ আহা। কোনোৱে নেদেখে।

অলপ ওচৰ চাঁপি যোৱাত তাই মোৰ হাতত ধৰি আৰু কাষলৈ টানিলে। মোৰ শৰীৰটোৱে, হাৰামজাদা কুত্তা শৰীৰটোৱে খুব জোৰকৈ চিৎকাৰ কৰি উঠিব খুজিলে—আৰ্তনাদৰ দৰে। চিতাৰাই তেনেতে হাতখন এৰি দিলে। ফুচফুচাই ক'লে, ভাবিছিলোঁ বিড্ডুৰ হতুৱাই তোমাক মাতি পঠাও। কিন্তু বিড্ডুৱে মোক বেয়া ভাবিব পাৰে। সৰু দেৱান উভতি আহিলে মোৰ হৈ তেওঁক এটা কথা ক'ব পাৰিবানে বাৰু?

সুধিলোঁ, কিয়? কাল্লুভাইকেই ক'ব পাৰা দেখোন?

চুপ। সকলোবোৰ সেই হাৰামিৰ কাৰচাজি। চিতাৰাই আগৰ দৰে চেপা মাতেৰে ক'লে, পৰহিৰ পৰাই পান্নাই খুব জুলুম কৰিছে। আজি দুপৰীয়া সি আকৌ আহিছিল। মোক চুৰী দেখুৱাইছিল। ময়ো তৰোৱাল দেখুৱালোঁ। মোৰ ঘৰত তৰোৱাল আছে। তেতিয়া সি হাৰামজাদাই অশ্লীল মাত মাতিলে। সি ক'লে, মোক হেনো 'উঠাই' নি কলিকতাত বিক্ৰী কৰিব।

তুমি চুল্লুক নক'লা কিয়? পান্নাই চুল্লুক ভয় কৰে।

চুল্লু যে অকলে। পান্নাৰ লগত টাউনৰ বহুত গুণ্ডা আছে। খানদানী মানুহ আছে। পান্নাই মাথো সৰুদেৱানচাবক ভয় কৰে। কিয়নো নবান বাহাদুৰক জনালে তেওঁ কালেক্টৰ বাহাদুৰলৈ খবৰ পঠাব। তেতিয়া চয়তানক চিপাহীহঁতে ফাটেকত দিব। অলপ পৰ মনে মনে থাকি সুধিলোঁ, তুমি নিজেই চাচাজীক নোকোৱা কেলেই? চিতাৰাই তলমূৰ কৰি ক'লে, মোৰ লাজ লাগে।

পিছত মই বুজিব পাৰিছিলোঁ এইটোও আছিল তাইৰ একেবাৰে মিছা ওজৰ। আচলতে তাই মোক উচটাব খুজিছিল। মই কি কওঁ, কেনে প্ৰতিক্ৰিয়া দেখুৱাওঁ, কি কৰোঁ, এইবোৰৰ তাই উমান লব বিচাৰিছিল। আৰু মই মূৰ্খৰ দৰে তাইৰ ফান্দত ভৰি দিছিলোঁ। চিতাৰাই আধা ফুটা মাতেৰে কৰা 'লাজ' শব্দটোৰ উচ্চাৰণে মোক এনেদৰে জোকাৰি দিলে যে এটা চৰম মীমাংসাৰ কাৰণে মই উদগ্ৰীব হৈ পৰিছিলোঁ।

থিয় হৈ ক'লোঁ, যাওঁ।

চবুতৰাৰ পৰা জঁপিয়াই নামি তাই ক'লে, ক'লৈনো যোৱা? অলপ বহাচোন।

তাই মোৰ কান্ধত হাত থ'লে। মই ক'লোঁ, তুমি ইয়াত আৰু বেছি পৰ থকা উচিত নহ'ব। টহলদাৰ আহিবৰ সময় হৈছে।

দেউড়িত ঘণ্টা বাজিল। কেইবজাৰ ঘণ্টা বাজিল মই লেখা নাই। কিন্তু ঘণ্টাৰ শব্দ শুনিয়েই চিতাৰাই লৰালৰিকৈ গুচি গ'ল। উজ্বল জোনাকত মোতিমহলৰ কাষেৰে পিছফালৰ কেল্লাবাৰীৰ মুখ থেকেচা খাই পৰি থকা গেটখনেৰে তাই অদৃশ্য হৈ যোৱা মই স্পষ্টকৈ দেখিবলৈ পালোঁ। বুজিলোঁ ৰাতিটো তাই বাপেকৰ ঘৰত কটাব।

পান্না পেছোৱাৰিৰ আস্তানা আছিল ৰোশ্‌নিমহল্লাৰ ভিতৰৰ এটা লেতেৰা গলিৰ মুখত। এদিন বিড্ডুৱে মোক ঘৰটো দেখুৱাই দিছিল। তাৰ ঘৰটোৰ গাতে চবুতৰাৰ লেখীয়া এবুকুমান ওখ এখন মুকলি বাৰাণ্ডা। তাতে খাটিয়াত বহি পান্নাই দুজন কোমল বয়সী ল'ৰাৰ সেৱা-যত্ন উপভোগ কৰি আছিল। ঘৰৰ দুৱাৰৰ ফাকেৰে এচেৰেঙা পোহৰ আহি তাৰ গাত পৰিছিল। উদং গাৰে বহি থকা পান্নাই আৰামত চকু মুদি দিছিল। তাৰ চুলিত জোনাক আৰু লেমৰ পোহৰ।

মৃতকৰ চহৰখনত সকলো ঠাইতে ধ্বংসস্তূপ আৰু য'তে-ত'তে অসংখ্য ভঙা ইটা আৰু শিলৰ টুকুৰা। মই এডোখৰ ইটা বুটলিবলৈ চাপৰিলোঁ। মোক লৰ-চৰ কৰা দেখি পান্নাৰ গা মালিচ কৰি থকা ল'ৰা দুজনে একেলগে ক'লে, কুত্তা নেহি, আদ্‌মি! পান্না পেছোৱাৰিয়ে চকু নেমেলিয়েই ক'লে, আবে চালা! আপনা কাম কৰ! ল'ৰা দুজনে কিন্তু মোৰ ফালে একেথৰে চাই আছিল। মাথোন কেইহাতমান আঁতৰৰ পৰা সেই লৌহ কঠিন ইটাৰ টুকুৰাটো মোৰ দেহৰ সমষ্ট শক্তিৰে পান্না পেছোৱাৰিৰ মুখলৈ বুলি মাৰি পঠালোঁ। পান্নাই মৰিলোঁ ঔ বুলি চিঞৰ মাৰি দুহাতেৰে মুখ ঢাকিলে। ল'ৰা দুজনে চিঞৰিলে, মাৰ ডালা! মাৰ ডালা পান্নাচাবকো! ঘৰৰ ভিতৰৰ পৰা দুজন মানুহ দৌৰি ওলাই আহিল। মই তৎক্ষণাৎ সম্মুখৰ ফালে দৌৰ মাৰিলোঁ। পিছফালে চিঞৰ-বাখৰ হৈ-চৈ আৰম্ভ হৈ গ'ল। লেতেৰা গলিটোত কোনো পথ-চাকি আদি নাছিল। মাথোন জোনাক আৰু অ'ত ত'ত পাতল আন্ধাৰ। গলিৰ ভিতৰতো হুলস্থূল আৰম্ভ হ'ল। চোৰ-চোৰ বুলি চিঞৰ-বাখৰ হ'ল। মই দৌৰা দেখি মানুহবোৰে মোকেই চোৰ বুলি ভাবি খেদিবলৈ ধৰিলে। গলিৰ অন্তত জোপোহা জাৰণি। তলত এটা নলা। বোকাপানী ভাঙি সিপাৰৰ ঘন গছ-গছনিৰ মাজত সোমালোঁ। বুজিলোঁ এইখন আমৰ বাগিছা। বাগিছাখন যেন শেষেই নহয়। অৱশেষত যেতিয়া শেষ হ'ল, দেখোঁ সম্মুখত এটা কেঁচা আলিবাট। বাটত উঠি গছৰ তলত ধুপুহকৈ বহি পৰিলোঁ। উশাহ-নিশাহ যেন বন্ধ হৈ যাব। এনে লাগিছিল যেন মই বুকু ফাটি মৰি যাম।......

## তেৰ

'হুঁছিয়াৰ নিশাই যেতিয়া ক'লা বোৰ্খাৰে ঢাকি থয়
দিনৰ পোহৰ/আৰু হুঁছিয়াৰ যেতিয়া স্বচ্ছতা
ধূসৰ হৈ যায়/আৰু হুঁছিয়াৰ
ৰাতি যিবোৰ ভাবি থাকা/চয়তান
সি যে অশৰীৰী/সেয়ে
হুঁছিয়াৰ হুঁছিয়াৰ হুঁছিয়াৰ....'

সোঁ সোঁ শব্দ কৰি আকস্মিক ভাবে এচাটি বতাহ্ পাৰ হৈ গ'ল। তাৰ পিছত গছ-গছনিৰ শব্দ, পানীত শব্দ। কিছু পৰ ফুচ্‌ফুচনি, চেপা হাঁহি বা কান্দোন— অথবা এনেকুৱা কিবা গোপনীয় মানবিক আৰ্তি আৰু চক্ৰান্তৰ আভাস চৌদিশে। পিছফালৰ আটাইতকৈ ওখ তালজোপাৰ পাতত খৰ্‌খৰণি, বাদশ্বাহী আলিৰ কাষত আঁহত জোপাত পত্ পত্ শব্দ কৰি পাতবোৰৰ ধাৰাবাহিক অস্থিৰতা। কিবা ঘটিবলৈ লৈছে নেকি? সঁচাকৈয়ে কিবা ঘটিব নেকি? মই কাণ পাতিলোঁ। অপেক্ষা কৰিলোঁ। আকৌ চৌপাশে সেই একেটা শব্দ, হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ! প্ৰতিদিনে পৃথিৱীৰ বুকুলৈ নিশা নামে আৰু প্ৰতিনিশা মই শুনোঁ এই হুঁছিয়াৰি। ফাৰ্চি ভাষাত লিখা 'হুঁছিয়াৰ-নামা' কিতাপখন জপাই থৈ লেমৰ পোহৰ কমালোঁ। এতিয়া খিড়িকীৰে বাহিৰখন স্পষ্টকৈ দেখি। জোনাকত পুখুৰীৰ পানী জল্‌মলাইছে। পুখুৰীৰ নকৈ পকী কৰা ঘাটত বহিবৰ মোৰ মন গ'ল। কিন্তু উঠিবলৈ লওঁতেই কোনোৱে চেপা মাতেৰে কথা পাতি থকা মোৰ কাণত পৰিল। উহুঁ, কথা পতা নহয়, তকৰাৰ। নুৰুজ্জামানে খুব তৰ্ক কৰে। আৰু বৰগাজিও একেই। মই দুৱাৰৰ ওচৰলৈ গৈ থিয় হ'লোঁ। দেওবন্দিৰ লগত আলিগড়ীৰ বাহাচ (তৰ্ক) চলিছে। ৰাস্তাৰ কাষত ঘোঁৰাটোৰ এখন ৰেকাবত ভৰি দিও বৰগাজিয়ে কৈছে, আপুনি যিয়েই কওঁক মৌলবীচাহাব, আপোনাৰ সেই ঢাকাৰ নবাবে বৰ ভুল কৰিছে। সঁচা.... মই আছ্‌ৰাফ-আতৰাফ মানো। সেই বুলিয়েই বাংলাৰ আছ্‌ৰাফৰ ভাষা উৰ্দু হ'ব লাগিব, এইটো মই নামানোঁ। নুৰুজ্জামানে ক'লে, আপুনিও ভুল কৰিছে, গাজিচাহাব! আতৰাফ নহয়, আজলাফ বুলি কওঁক। বৰগাজি ঘোঁৰাৰ পিঠিত উঠি ক'লে, ভাল বাৰু। আজলাফেই কওক বা আতৰাফেই কওক, তেওঁলোক এই দেশৰ মানুহ। আছ্‌ৰাফসকল আৰব পাৰস্যৰ পৰা আহিছে ঠিকেই, কিন্তু

তেওঁলোক এতিয়া এই দেশৰ মানুহ হয়নে নহয়? মুছলমানে যি দেশলৈকে গৈছে সেই দেশৰেই ভাষা কৈছে। এলেম শিকিছে। বৰগাজিয়ে হাঁহিব ধৰিলে।....আৰু আপুনি কৈছে মৌলানা মোহাম্মদ কাছেম চাহাবৰ কথা। তেওঁলোকেতো ৱাহাবিসকলৰ দৰে এই দেশক 'দাৰুল হৰ্ব' (শত্ৰুৰ দেশ) বুলিছে। আনকি এই দেশৰ জুম্মাৰ নামাজ নাজায়েজ (অসিদ্ধ) বুলি ফটোৱা জাৰি কৰিছে। কিন্তু মৌলানা কেৰামৎ আলিয়ে ফটোৱা সম্পৰ্কত কৈছে যে ফটোৱা জাৰি কৰাটোৱেই নাজায়েজ! নুৰুজ্জামান বান্ধ খাই গ'ল। সি ক'লে, ফিৰ বাত কৰেঙ্গে। ৰাতি ভালেখিনি হ'ল। হুঁছিয়াৰচে যাইয়ে গাজিচাহাব! বৰগাজিয়ে ততালিকে তেওঁৰ তৰোৱালখন উলিয়ালে। জোনৰ পোহৰত সেইখন জিলিকি উঠিল। মই চঁক খাই উঠিলোঁ। বৰগাজিয়ে তৰোৱালখন দেখুৱাই ক'লে, জুলফিকাৰ মৌলবীচাহাব! এইখন হজৰত আলিৰ তৰোৱাল বুলি ভাবি লব! নুৰুজ্জামান খং কৰি গুছি গ'ল যেন লাগিল। হজৰত আলিৰ তৰোৱালখনৰ নাম আছিল-জুলফিকাৰ! বৰগাজিয়ে তেওঁৰ নিজৰ তৰোৱালখনক জুলফিকাৰ বুলি কোৱা কাৰণে নুৰুজ্জামানৰ খং উঠাটোৱেই স্বাভাৱিক কথা। পিছে চিয়াসকলে শুনা হ'লে বৰগাজিৰ মূৰ উৰি গ'লহেঁতেন। বৰগাজিৰ ঘোঁৰাৰ খুড়াৰ শব্দ দূৰণিত মিলি গ'ল। মই হাঁহিলো। এই দুজন নাদান বুৰ্বকৰ কাণ্ড দেখি মই মনে মনে হাঁহো।

ৰাতিটো আকৌ নিজম হৈ পৰিল। তাৰ পিছত আকৌ সেই হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ— চৌপাশে। মনে মনে ক'লোঁ, হে কুলমখলুকাতৰ মালিক! হে আল্লাহ! তোমাৰ এই বান্দা সকলো মুহূৰ্ততেই হুঁছিয়াৰ। দুমাহেই হ'ল মছজিদৰ বিপৰীত ফালে ৰাষ্টাৰ ইপাৰে গাৱঁৰ মানুহে এই এবাদতখানা সাজি দিছে। মছজিদত থকা মোৰ কাৰণে খুব অসুবিধা হৈছিল। কোনোমতেই মছজিদত অকলে থাকিব পৰা নাযায়। ওৰে দিনটো কিমান যে মানুহ আহে! বৰ জুলুম। অৱশেষত গাৱঁৰ মানুহখিনিয়ে দলবদ্ধভাৱে আহি এই এবাদতখানাখন সাজি থৈ গ'ল। এতিয়াও নতুনকৈ দিয়া চুণৰ তীব্ৰ গোন্ধ। গোন্ধটো বৰ অস্বস্তিকৰ। আচৰিত কথা, এই গোন্ধটোৱে কিয় জানো মোক চফিৰ কথাহে সোঁৱৰায়। কিয় বাৰু? পুখুৰীৰ ঘাটৰ মূৰলৈ গৈ বহি থাকোতে হঠাৎ মনত পৰিল, এৰা—খৈৰাডাঙ্গাৰ স্কুলত নাম লগাই দিবলৈ মই নিজে তাক লৈ গৈছিলোঁ। তেতিয়া স্কুল ঘৰটোত নতুনকৈ চুণ-তেল দিছিল। ঠিক, ঠিক! চফিৰ কথা মনলৈ অহাত মনটো গধুৰ হৈ পৰিল। দেৱান চাহাবে হেনো এতিয়াও তাক বিচাৰি ফুৰিছে। বিশ্বাস নহয়। চয়তানৰ হাতত মই মোৰ ল'ৰাক তুলি দিছিলোঁ। আফচোচ! মানুহে মোৰ জীৱনৰ এই কথাবোৰ লৈ মূৰ নঘমায়। কিয় যে মোৰ মেজাজ আজি এনেদৰে সলনি হৈ গ'ল, লাহে লাহে শান্তভাৱে কথা কওঁ, কাকোৱেই আগৰ দৰে দাবি-ধম্‌কি নিদিওঁ বা ভৰ্ৎসনা নকৰোঁ, ওঠত সকলো সময়তে হাঁহিৰ ৰেখা টানি থাকো, এইবোৰ কথা কোনোৱে মনেই নকৰে। ওপৰলৈ উঠি যোৱাজনৰ সকলোখিনি তলৰবোৰে নমনে। সিহঁতে ভাবে, মোৰ ঘৰ-সংসাৰ নাই, ল'ৰা-তিৰোতা নাই, মই বেলেগ মানুহ। অথচ মোৰ এই সকলোবোৰ আছে। সকলোবোৰ মনৰ মাজত বৰ্তি আছে। চাইদাৰ আহাম্মুকিৰ প্ৰতিশোধ লবলৈ গৈ মই নিকাহ কৰিলে মানুহৰ দৃষ্টিত

মই বৰ সৰু হৈ যাম বুলি ভয় লাগে। মানুহে ভাবিব, তেতিয়া হ'লে বুজুৰ্গৰো খাহেছ (কামনা-বাসনা) আছে? হেৰৌ নাদান বেঅকুফ! পৱিত্ৰ পুথিত কৈছে, কৃষকে কৃষি পথাৰলৈ যোৱাৰ দৰেই পুৰুষেও নাৰীৰ কাষলৈ গমন কৰিব। আৰু কৈছে, নাৰীয়ে পতিৰ খাহেছ পূৰণ কৰিবলৈ সকলো সময়তে সাজু থাকিব, যদিহে তেওঁ ৰজস্বলা নহয়। আৰু মুছলমানে নিতৌ পাঁচবাৰ নামাজৰ সময়ত হাত তুলি কয়, হে দয়াময়! মোক ইহলোক আৰু পৰলোকৰ শ্ৰেষ্ঠ বস্তুবোৰ দান কৰা। মানুহবোৰে এই কথাবোৰ চিন্তা কৰি চাব লাগে। 'পুৰুষ আৰু নাৰী পৰস্পৰে পৰস্পৰৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ'— এয়াও পৱিত্ৰ পুথিৰেই কথা। স্ৰষ্টাই আদমক সৃষ্টি কৰিছিল। আদম পুৰুষ। তাৰ বুকুৰ বাওঁফালৰ হাড়েৰে বিবি 'হবা'ক সৃষ্টি কৰিছিল। কিয়? নিষিদ্ধ গছৰ ফল খোৱাৰ কাৰণে চয়তানে বিবি হবাক কুমন্ত্ৰ দিলে। চাইদাক চয়তানে হাতৰ মুঠিলৈ নিছে। তেওঁক উদ্ধাৰ কৰা উচিত। কিন্তু কি কৰিম মই? আজি দিনচেৰেক আগেয়েও মোৰ ঘৰলৈ যোৱাৰ ইচ্ছা জাগিছিল। তাৰ পিছত হঠাতেই মোৰ মূৰত খেলাল, জুম্মাবাৰত মই খোত্‌বা পাঠৰ সময়ত এটা দৃষ্টান্ত দিছিলোঁ। প্ৰেৰিত পুৰুষে এবাৰ সম্পূৰ্ণ এটা চান্দ্ৰমাহ ঘৈণীয়েকসকলৰ পৰা আঁতৰি অকলশৰীয়াকৈ মছজিদত আছিল। সেইটো আছিল উনত্ৰিশদিনীয়া মাহ। প্ৰেৰিত পুৰুষৰ খানদানত মোৰ জন্ম। কিন্তু মই আল্লাহ আৰু তেওঁৰ প্ৰেৰিত পুৰুষৰ এজন নিঃকিন সেৱক মাথোন। গতিকে মই আৰু অধিক দিন আঁতৰি থকা উচিত।'...... এই কৈফিয়ৎ দিয়া জৰুৰী আছিল। ভাবিছিলোঁ, প্ৰেৰিত পুৰুষৰ পত্নীসকলৰ ক্ষেত্ৰত মুছলমান নামধাৰী মোনাফেকহঁতে কুৎসা ৰটনা কৰিছিল। আজিৰ দিনতো তেনে ধৰণৰ মোনাফেকৰ সংখ্যা কম নহয়। এই কথাটো ভাবিয়েই দৃষ্টান্তটো দিছিলোঁ। পিছে মই যি বুজিছোঁ মানুহ বেছি ওপৰলৈ উঠিলে তলৰ মানুহৰ দৃষ্টিয়ে তেওঁক ঢুকি নাপায়। অথচ মোৰ বৰ কষ্ট হয়। মোৰ মনত খাহেছ আছে। তচবিহ জপতে ভুল হয়। তেতিয়া মনত পৰিছিল 'হুঁছিয়াৰনামা' কিতাপখনৰ কথা। তাৰ পিছৰ পৰা মোৰ চৌপাশে হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ.....। অথচ ৰাতি গভীৰ হ'লেই সেই হুঁছিয়াৰিৰ মাজতো চেপা হাঁহি-কান্দোনৰ মানৱিক আৰ্তি ভাঁহি আহে। কোনেনো হাঁহে, কোনেনো উচুপি কান্দে, একো উৱাদিহ নাপাওঁ। কি কৰা উচিত হ'ব মই নিজেই নাজানোঁ। ওৰে নিশা চকুৰ পতা জাপ নাখায়। মাথোন চিন্তা, উদ্ভট চিন্তাবোৰ গছৰ পাত সৰি পৰাৰ দৰে ক'ৰবাৰ পৰা মোৰ মনৰ মাজত সৰি পৰে। বতাহত পাতবোৰ উৰে, ছত্ৰভঙ্গ দিয়া এজাক পাৰৰ দৰে। কি যে অস্পষ্ট, অৰ্থহীন, বাৰে ভচহু কথাবোৰ মোৰ মনৰ মাজত ভীৰ কৰেহি! আৰু লগে লগে হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ.....। পুখুৰীৰ পানীত তিৰ্‌বিৰ্ জোনাক। হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ! সিপাৰৰ ক'লা গছ-গছনিৰ ছাঁত বহি চয়তানে চাই আছে, হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ! মোৰ গা শিয়ঁৰি উঠিল। মই ইমান অকলশৰীয়া! 'আল্লাহ, তুমি মোক চয়তানৰ হাতৰ পৰা বচোৱা।' কথাষাৰ কেবাবাৰো বিৰ্‌বিৰালোঁ। পথাৰৰ ফালে শিয়ালে হুৱা দিছে। গাৱঁৰ পিনে কুকুৰজাকে ভুকিছে। আঁতৰৰ পৰা প্ৰহৰীৰ মাত ভাঁহি আহিল, হুঁছিয়াৰ! হুঁছিয়াৰ! হুঁছিয়াৰ! আঃ অসহ্য।

# ভেড়াৰ পিঠিত টুপি পিন্ধা জিন

মোৰ খিদমতগাৰ (সেৱক) আলি বখ্‌চে পুৱাৰ জলপানৰ যা-যোগাৰ কৰি থকাৰ মাজতে ক'লে, হুজুৰে আলা! কথা এটা সুধিব খুজিছিলোঁ। পিছে সুধিবলৈ ভয়ো লাগিছে।

আলি বখ্‌চ মানুহজন বৰ ক'লা, অলপ কুঁজা, তলৰ পাৰিৰ এটা দাঁত নাই। দাঁতটো নাথাকিলেও অৱশ্যে ধৰিব নোৱাৰি। গোটেই জীৱন দাঁতত বোল খুৱাই দাঁতবোৰ ক'লা কৰিছে। সেই কামটো মই নাপাক (অপবিত্ৰ) বুলি কোৱাৰ পিছতহে সম্প্ৰতি সি এৰিছে। এতিয়া সাওৰাৰ ডালেৰে মোৰ দৰে দাঁত ঘঁহে। তথাপি তাৰ সেই নাপাক ক'লা বোল আৰু নগ'ল। তাৰ ফালে চাই চাই মই এইবোৰ কথাই ভাবিছোঁ।

সি অলপ বিব্ৰত বোধ কৰি ক'লে, তেতিয়া হ'লে থাওক হুজুৰ, মই নকওঁ। অলপ হাঁহি ক'লোঁ, নহয়, কচোন বাৰু।

সি ক'লে, হজৰত! (হজৰত সম্বোধনটো আজিকালি নুৰুজ্জামানক দেখি আটায়ে কৰিবলৈ ধৰিছে। আলি বখ্‌চৰ মুখত শুনি মোৰ হাঁহি উঠিল। সি অধিক বিব্ৰত বোধ কৰিলে)। সি ক'লে, দোষ মাৰ্জনা কৰিব হুজুৰে আলা। মই নাদান মানুহ।

অলপ আগেয়ে সি বাদশ্বাহী আলিৰ ফালে উৎসুক দৃষ্টিৰে চাই চাই পৰঠা সেকিছিল। ৰাষ্টাৰে এপাল ভেড়া গৈছিল। পালটো এতিয়াও দূৰৈত গৈ থকা দেখিছোঁ। ৰাষ্টাত খুব ধূলি উৰিছে। ভেড়া সম্পৰ্কে সি কি জানিব খুজিছে মই গম পালোঁ। ক'লোঁ, আলি বখ্‌চ! ভেড়াবোৰৰ পিঠিত মই জিনবোৰ দেখিছোনে নাই তাকেই জানিব খুজিছ, নহয়নে?

আলি বখচ আচৰিত হৈ মোৰ ফালে ভেবা লাগি চাই থাকিল। তাৰ জিভাখন দেখা গৈছিল। মই আকৌ ক'লোঁ, আলি বখ্‌চ, মই জিনবোৰ দেখা পাইছোঁ। সিহঁতৰ মূৰত টুপি আছে— বগা ঘূৰণীয়া টুপি। মোৰ কথা শুনি আলি বখ্‌চ খুব আনন্দিত হ'ল। সি ক'লে, হজৰত! মোৰ ককাদেউতা আছিল এজন অতি সাধাৰণ মানুহ। তেওঁ জিনৰ ওজা আছিল। তেওঁৰ মুখতে শুনিছিলোঁ যে জিনবোৰে হেনো ভেড়াৰ পিঠিত চৰিবলৈ বৰ ভাল পায়।

মই ক'লোঁ, এৰা, জিনবোৰে তেনে কৰে। কিয় কৰে মই কওঁ শুন। সেইবোৰ শিশু জিন। সিহঁতে ভেড়াৰ পিঠিত উঠি স্ফূৰ্তি কৰে। সৌৱা চা আলি বখ্‌চ, ঘূৰ্ণি বতাহ আহিছে। ঘূৰ্ণি বতাহ সিহঁতৰ পিতাক। এতিয়া চা কেনে লৰা ঢপৰা লাগিছে। শিশু জিনবোৰে ভেড়াৰ পিঠিৰ পৰা নামি যেনি তেনি পলাব লাগিছে। কেইজনমানৰ আকৌ টুপি মাটিত পৰিছে। বুটলি লৈ দৌৰিছে।

তাৰাখন জুইৰ পৰা নমাই আলি বখ্‌চ থিয় হ'ল। মই হাঁহিব ধৰিলোঁ। সি দৃশ্যটো চাই থাকিল। তাৰ পিছত মোৰ পিনে ঘূৰি সি ক'লে, হজৰত! সঁচাকৈয়ে এই গৰীব বান্দাক আপুনি এটা মোজেজা দেখুৱালে।

মই তৎক্ষণাৎ গহীন হৈ পৰিলোঁ। মই জানো সঁচাকৈয়ে ভেড়াৰ পিঠিত টুপি পিন্ধা

জিন দেখা পাওঁ? যেন দেখোঁ। আচলতে এয়া মতিভ্ৰম। মনত পৰিল বহু বছৰ আগেয়ে এখন গাৱঁত থাকোতে এনে ধৰণৰ এটা ঘটনা ঘটিছিল। সেয়া এখনি নৈ সম্পৰ্কত।

## নদী, সেন্দুৰ, নাৰী

নৈ। বদিউজ্জামানৰ মতে নৈখন সুপ্ৰাচীন। কিন্তু নৈখন কিমান পুৰণি সেই সম্পৰ্কে ভাবি একো উৱাদিহ্ নাপালে। গাৱঁখনৰ বিশাল ৰুক্ষ পথাৰখন (গাৱঁৰ মানুহবোৰ আছিল এলেহুৱা, অকৰ্মণ্য আৰু আড্ডাবাজ) অসংখ্য টেমুনাৰ দৰে চাপৰ ঢিপৰ সমষ্টি। পথাৰখনৰ দাঁতিয়েদি বৈ যোৱা এখনি সুকৌশলী লুপ্ত নৈৰ গতিপথ তেওঁৰ চকুত আশাব্যঞ্জক অস্পষ্টতাৰে প্ৰতিবিম্বিত হৈছিল আৰু তেওঁ মাথোন এইটোৱেই বুজিছিল যে তেওঁ যি দেখিছে বা চাব খোজে সেয়া মৰীচিকা নহয়। কিয় যে এখনি প্ৰাচীন নৈৰ আকাঙ্খাই তেওঁৰ লগ এৰা নাছিল তেওঁ নাজানে। এনে নহয় যে মৌলানা বদিউজ্জামান কোনো নৈপৰীয়া ঠাইৰ পৰা উষৰ, গছ-বিৰিখ নথকা সেই গাওঁখনলৈ নিৰ্বাসিত হৈছিল। নৈ সম্পৰ্কে এই তীব্ৰ অনুৰাগৰ কাৰণ এইটোও নহয় যে তেওঁ ইতিহাসবেত্তা, অথবা নৈৰ লগত সভ্যতাৰ সম্পৰ্কৰ বিষয়ে কিবা জানিছিল। ইছলামি সভ্যতা-সংস্কৃতিৰ বাহিৰে সকলোবোৰ সভ্যতাই যে তেওঁৰ মানত বৰ্বৰতা, আৰু ইছলামৰ অভ্যুদয় মৰুৰ বুকুতেই! তেওঁ অপ্ৰকৃতিস্থ মানুহো নাছিল। অথচ ওখোৰা-মোখোৰা ৰুক্ষ সেই পথাৰখনৰ লৌকিক বাস্তৱতাৰ কোনোবা সূক্ষ্ম জলগুাৰে সেই অলৌকিক অশ্বডিম্ব সদৃশ পৰাবাস্তৱতাই তেওঁৰ কাজলসনা চকুৰ আগত ভাঁহি উঠিছিল। ইও এক ৰহস্য। প্ৰথম দৰ্শনতে, প্ৰতিটো আবেলি থিয় হৈ তেওঁৰ মাথোন এটাই ভাব হৈছিল, সেইখিনিতে এখন নৈ থকা হ'লে ভাল আছিল অথবা সেইখিনিতে কোনোবা কাহানিবা এখনি নৈ আছিল। নৈখন সম্পৰ্কে ক্ৰমশঃ তেওঁৰ এক বদ্ধমূল ধাৰণা জন্ম লয়। প্ৰায়ে মগৰেবৰ নামাজৰ পিছত সেই পৰাবাস্তৱতাক কুঁৱলি-ধূসৰ সন্ধিয়াৰ পথাৰৰ গৰ্ভৰ পৰা নেজত ধৰি গাঁতৰ পৰা সাপ উলিয়াই অনাৰ দৰে টানি বাহিৰ কৰি চাইছিল এঁকা-বেঁকা সেই নৈখনৰ ফালে। প্ৰায়ে পৌত্তলিক পটুতাৰে নৈখন উদ্ধাৰ কৰাৰ তাগিদা অনুভৱ কৰিছিল। তাৰ পিছত ধূসৰ গধূলিৰ পটভূমিত জিলিকি উঠা বেঁকাৰেখাডালে তেওঁক শিহৰিত কৰিছিল। হঠাতেই তেওঁ আৱিষ্কাৰ কৰিলে সেন্দুৰৰ আভা আৰু সেই ৰেখাডালৰ কোমলতাখিনি যেন তেওঁ হাত মেলিলেই চুব পাৰিব। মুহূৰ্ততে উদ্ধাৰ কৰিবলগীয়া স্ৰোতস্বিনীক চয়তানৰ ভেলেকি বুলি ভাবি তেওঁ চকু মুদিছিল। অথচ চয়তানৰ শিল্পকলাত সেন্দুৰৰ উজ্জ্বলতা, কোমলতাৰ কোলাহল আৰু স্নিগ্ধতাৰ অনুপুঙ্খময় চাপত যেন এজনী তিৰোতা— তওবা! নাউজুবিল্লাহ!

# পীৰৰ সাঁকো, কুষ্ঠৰোগী আব্দুলৰ পত্নী

সেয়া এক নিশ্চিত ব্যৰ্থতা। পিছত বহু দিনৰ পিছত, এদিন দোভাগ ৰাতি মনত পৰিছিল সেই ঘটনাটোৰ কথা। মৰহুম আব্বা (স্বৰ্গীয় দেউতা)ৰ লগত সৰুকালতে এদিন ক'ৰবালৈ গৈ থাকোতে এখনি নৈৰ পাৰত এটা বিভৎস ঘটনা দেখিছিলোঁ হিন্দু তিৰোতা এগৰাকীক গিৰিয়েকৰ চিতাত তুলি দি জুই লগাই দিছিল.... হায় আল্লাহ! আব্বাই মোৰ চকু দুটা তেওঁৰ পৱিত্ৰ হাতেৰে ঢাকি দি ক'লে, উধাৰ মাত দেখো। কিন্তু ইতিমধ্যে মই দৃশ্যটো দেখিছিলোঁৱেই। গাভৰু তিৰোতাজনীৰ কপালত দগমগাইছিল সেন্দুৰৰ ফোঁট। চাইদাক এই ঘটনাটোৰ কথা ক'লেই তেওঁ মোক সাৱটি ধৰি উচুপিছিল। সেই চাইদাৰ আজি......

আলি বখ্চে আহি ক'লে, হজৰত! মোৰ ৰন্ধা-বঢ়া হ'লেই। পিছে এইফালে এই কাণ্ডটো চাওঁকচোন। আপোনাৰ বোৱাৰীয়েকে আপোনাৰ কাৰণে নাস্তা পঠিয়াইছে।

মই ক'লোঁ, তয়েই খা। সি তথাপি থিয় দি থাকিল। খঙেৰে ক'লোঁ, মই যি কৈছোঁ তাকেই কৰ, আলি বখ্চ।

সি লাহেকৈ ক'লে, মাজু-মিঞাচাহাব ৰৈ আছে হজৰত!

ঘূৰি চাই দেখোঁ, লাঠিত ভৰ দি মণিৰুজ্জামানে এবাদতখানাৰ বেৰৰ কাষত থিয় হৈ আছে। তাৰ কাষত গামোচা পিন্ধি উদং গাৰে সৰু ল'ৰা এজন। সেই গৰখীয়া ল'ৰাজন! সি মোক দেখিয়েই হিঁ হিঁকৈ হাঁহি দৌৰ মাৰিলে। চাইদাৰ গাইজনী চৰাবলৈ নিয়া মই দেখিছোঁ। মোক আঁতৰৰ পৰা দেখিলেই বে-আদবি কৰে— হাঁহে। এদিন আলি বখ্চে তাক পিছে পিছে খেদিছিল। মণিৰুজ্জামানে মোৰ ফালে চালে। তাক ধমকি দি ক'লোঁ, এইবোৰ কেলেই আনিছ? ঘৰলৈ যা, কৈছোঁ নহয়। সি মুখ ওন্দোলাই থৰক্-বৰক্ খোজেৰে যাবলৈ ধৰিলে। তাক আকৌ ক'লোঁ, মই কৈছোৱেই নহয় যে মোৰ কাৰণে এবাদতখানালৈ তহঁতে একো খোৱা বস্তু নপঠাবি। তথাপি এইবোৰ কেলেই কৰিছ? মোৰ অনুমতি নোলোৱাকৈ এবাদতখানাৰ ভিতৰলৈ অহা সকলোৰে বাবে নিষিদ্ধ। আলি বখ্চক খুব বকিলোঁ। সি সন্ত্ৰস্ত হৈ ৰান্ধনিশালৰ ফালে আঁতৰি গ'ল। এবাদতখানাৰ বাৰাণ্ডাত মোৰ খাদ্যবস্তুখিনি ৰেছমী কাপোৰেৰে ঢাকি ৰাখিছে। খাবলৈ মন যোৱা নাছিল। কিন্তু কেলেইনো নাখাওঁ? আল্লাহে প্ৰত্যেকজন মানুহৰ কাৰণেই নিতৌ জোখ-মাখ কৰি খাদ্য দিয়ে। এয়া মোৰ প্ৰাপ্য! খাই থাকোতে দেখো আলি বখ্চে মোৰ ফালে পিঠি দি বহি খাই আছে। চাইদা অথবা বোৱাৰীয়ে কি নাস্তা পঠিয়াইছে চাবলৈ মন গ'ল। কিন্তু আলি বখ্চৰ খোৱাৰ ভঙ্গিটো কুকুৰ-মেকুৰীয়ে জোপোহাৰ আঁৰত গোপনে কিবা খাই থকাৰ নিচিনা লাগিল। নাউজুবিল্লাহ! মই এইবোৰ কি কথা ভাবিছোঁ? খাই উঠাৰ পিছতো আলি বখ্চৰ খোৱাৰ ভঙ্গিটোৰ বিৰক্তিকৰ স্মৃতিয়ে মোক আমনি দিছিল। অলপ সময় ঘৰৰ ভিতৰত ধ্যানত বহিলোঁ। কিন্তু মনটো অস্থিৰ। হৰিণমাৰাৰ সৰু গাজিয়ে দিয়া দিওৱান-ই-হাফিজৰ পাণ্ডুলিপিটো তক্তাৰ ওপৰৰ পৰা নমাই আনিলোঁ। খোলাৰ লগে লগে চকুত পৰিল :

'জে পাদ্‌শাহ ব জুদা ফাৰিগম ব হম্‌দ্ ইল্লাহ্
জুদা এ খাকে দৰে দোস্ত পাদশাহে মন্ অস্ত্....'

'উপাস্যক প্রশংসা! বাদশ্বাহৰ পৰা মোক পৃথক কৰিছে। দোস্তৰ দুৱাৰমুখৰ ধুলিয়েই এতিয়া মোৰ বাদশ্বাহ।' মাৰহাবা! ছাবাছ! কিন্তু ক'ত মোৰ দোস্ত আৰু দুৱাৰ! উপাস্য আল্লাহ জানো এই বান্দাৰ দোস্ত হ'ব পাৰে? তেওঁৰ দোস্ত মাথোন প্রেৰিত পুৰুষহে। মই বেঅকুফ ফৰিদুজ্জামানৰ দৰে চুফি নহওঁ। ফৰিদুজ্জামান মোৰ সহোদৰ ভাই আছিল। সি নিজকে মাশুক (প্রেমিক) বুলি ভাবিছিল। ছোৱালীৰ দৰে তাৰ দীঘল চুলি। সি গান গাইছিল। নাউজুবিল্লাহ! চুলি কাটি জোতাৰে কোবাই কোবাই তাক হাবিৰ মাজৰ আশ্রমৰ পৰা খেদি দিছিলোঁ। আঃ মোৰ বুকুখনত যেন কোনোবাই হাতুৰী মাৰিছে! লগ পোৱা হ'লে তাক সুধিলোহেঁতেন যে আল্লাহৰ মাশুক হোৱাৰ যোগ্যতা প্রেৰিত পুৰুষত বাজে অইন মানুহৰ সঁচাকৈয়ে আছে জানো? বাৰাণ্ডাত কাহ মৰাৰ শব্দ। তাৰ পিছত আলি বখ্‌চে লাহেকৈ ক'লে, হুজুৰক লগ পাবলৈ আনিচুৰ ৰহমান আহিছে। বিৰক্ত হৈ বাহিৰলৈ ওলাই আহিলোঁ। এবাদতখানাৰ ঘৰৰ ভিতৰত মই কাকো সোমাবলৈ নিদিওঁ। আনিচুৰে চোতালত থিয় হৈ প্রথমে সম্ভাষণ জনালে। তাৰ পিছত ক'লে, হজৰত, কুষ্ঠৰোগী আব্দুলৰ ঘৈণীয়েকৰ কাৰণে খুব দিগদাৰি হৈছে। আব্দুল মৰাৰ পিছৰ পৰা তাই ডাইনী হৈছে। পীৰৰ সাঁকোৰ ওচৰত ৰাতি নাঙঠ হৈ বন্তি জ্বলাই তাই হিন্দুসকলৰ দৰে পূজা কৰে। বহুতে দেখিছে। সোনকালেই কিবা এটা নকৰিলে আমাৰ মান-সন্মাম সকলো যাব এতিয়া। হানাফি গাৱঁৰ মানুহে হাঁহিব লাগিছে। সিহঁতে কয়, বোলো এতিয়া তোমালোকৰ পীৰচাহাবৰ কুদৰতি (লীলা মাহাত্ম্য) নেদেখুৱা কেলেই? হুজুৰ হজৰতে আলা! আপুনিয়েই মোক মৌলাহাটৰ ফৰাজি জমাতৰ চৰ্দাৰ বাচনি কৰিছে। সেয়ে আপোনাৰ হুকুম অবিহনে আমি একো নকৰোঁ। আনিচুৰৰ কথা শুনি শুনি পুখুৰীৰ সিপাৰেৰে উত্তৰ-পশ্চিম ফালে দূৰৈৰ নৈখনৰ ওপৰত থকা পুৰণি সাঁকোখনলৈ মই দৃষ্টি প্রসাৰিত কৰিলোঁ। সেইফালে এজাক ঘূৰ্ণি বতাহ বৈছে। ধূলি, খেৰ-কুটা, শুকান পাতবোৰ জিনৰ পাগুৰিৰ দৰে ঘূৰণীয়া হৈ ঘূৰিব লাগিছে। কোনোবা ক'লা জিনেই হ'ব! আনিচুৰে সুধিলে, হুজুৰে জানো কি কয় এতিয়া? মই লাহেকৈ সুধিলোঁ, তিৰোতাজনীৰ নাম কি আছিল জানো?

আনিচুৰে ক'লে, ইকৰা-ইকৰাতন।

হুঁ, 'ইকৰাতন' মানে আবৃত্তিকাৰিণী। দূৰৈৰ জৰাজীৰ্ণ সাঁকোখনৰ ওচৰত 'আবৃত্তিকাৰিণী'ক সিদিনা আকৌ এবাৰ দেখিছিলোঁ। আনিচুৰক ক'লোঁ, আপোনালোকে একো কৰিব নালাগে। মই চাম। কৈয়েই ঘৰৰ ভিতৰত সোমালোঁ। বাহিৰত আনিচুৰ আৰু আলিবখ্‌চে ফুচফুচাই কিবা কথা পাতিছে। মই উত্তৰফালৰ খিড়িকীখনৰ কাষলৈ গৈ আকৌ সেই পুৰণি সাঁকোখনৰ ক'লা খুটাবোৰলৈ দৃষ্টি

নিক্ষেপ কৰিলোঁ। তাৰ পিছত বিজুলীৰ চমকণিৰ দৰে চাঁতকৈ মোৰ মনত পৰিল সেই ধুমুহাৰ ৰাতি মই চাইদাৰ কাষ চাপিলত তেওঁ কোৱা কথাষাৰ। কৈছিল ইকৰাতনলৈ মোৰ চকু পৰিছে। তৎক্ষণাত আবৃত্তি কৰিলোঁ ঃ

হাসবানুল্লাহ্ নি'মাল আকিলু!
আলাল্লাহি তাওৱাকাল্না—'

বেমাৰ-আজাৰ আৰু আপদকালত এই বাক্যশাৰি আওৰোৱা নিয়ম! ঘূৰ্ণি বতাহজাকে এতিয়া সাঁকোৰ পুৰণি ক'লা খুটাবোৰ ঘেৰি ধৰিছে। মই যেন স্পষ্টকৈ দেখিবলৈ পাইছোঁ এটা ক'লা খুটাৰ গাত টিক্‌টিকিয়া ৰঙা সেন্দুৰৰ ফোট জিলিকিছে। নে দেখিবলৈ ইচ্ছা কৰাৰ কাৰণেহে দেখিছোঁ? খোদাইহে জানে তেওঁ মোক কি দৃষ্টিশক্তি দিলে। সাঁকোৰ কৃষ্ণকায় খুটাৰ মাজত এজনী নাৰী, নাঙঠ নাৰীজনীৰ কপালত সেন্দুৰ, আৰু সেই নদী, চিতাৰ জুইৰ দৰে খাওঁ খাওঁ ৰ'দ। আব্বাৰ পৱিত্ৰ হাতে আকৌ ঢাকি দিয়ক মোৰ চকুহালি। মোৰ মতিভ্ৰম হৈছে নেকি? নে আচলতে মই এটা মোজেজা দৰ্শন কৰিলোঁ? বিবি ইকৰাতন হিন্দু তিৰোতা নেকি? তাইক গিৰিয়েকৰ চিতাৰ পৰা আব্দুলে পলুৱাই আনিছিল নেকি? শুনিছোঁ আব্দুল হেনো দুৰ্দ্ধৰ্ষ ডকাইত আছিল। মই বাহিৰলৈ ওলাই আহি দেখোঁ আনিচুৰ তেতিয়াও থিয় হৈ আছে। সুধিলোঁ, আপুনি জানে নেকি যে ইকৰাতন হিন্দু আছিল? আনিচুৰৰ চকুত অপাৰ বিস্ময়। গহীন মাতেৰে সি ক'লে, হজৰতে আলা! আপোনাৰ অজানা একোৱেই নাই। আপুনি যি ক'লে, সেয়া এইবাৰ সত্য বুলি প্ৰমাণিত হ'ল। কিয়নো আমি শুনিছো যে আব্দুলে তাইক ক'ৰবাৰ পৰা পলুৱাই আনিছিল। আৰু এইটোও শুনিছোঁ যে তাই হেনো হিন্দু আছিল। বামুণৰ ছোৱালী। মই ক'লোঁ, বুজিলোঁ।

## হাম্মালাতাল হাতাব্

পৱিত্ৰ পুথিৰ চুৰা (অধ্যায়) 'লাহাবৰ' শেষ বাক্যটো আজিকালি সঘনে মনত পৰে ঃ 'হাম্মালাতাল হাতাব্'। যি তিৰোতাৰ কান্ধত খেজুৰ পাতৰ ৰচী ওলমি থাকে। প্ৰেৰিত পুৰুষৰ আত্মীয় আবু লাহাবৰ ঘৈণীয়েক আছিল খৰিকটীয়া। আবু লাহাবে প্ৰেৰিত পুৰুষক হাতেৰে আঘাত কৰিছিল। সি অভিশপ্ত। আৰু তাৰ ঘৈণীয়েকো অভিশপ্ত। কিয়নো তাই আছিল কুৎসা ৰটনাকাৰী। খিড়িকীৰে পুখুৰীৰ সিপাৰে কান্ধত ৰচী ওলোমাই আৰু হাতত দা লৈ থকা ইকৰাক দেখি কথাষাৰ মনত পৰিছিল। বাক্যটো স্থিৰ হৈ চকুৰ সম্মুখত ভাঁহি উঠিছিল। তাৰ পিছত কঁপি কঁপি বাক্যটো ক্ৰমান্বয়ে বহল হৈ যেন শূন্যত মিলি গ'ল। আজিকালি বাহিৰলৈ ওলাই অকলে ঘূৰি ফুৰিবৰ খুব মন যায়। কিন্তু ওলালেই যে মানুহৰ ভীৰ। সৌ সিদিনালৈকে মই য'তেই আছিলোঁ ত'তেই মোৰ ইচ্ছানুসৰি ঘূৰি ফুৰিব পাৰিছিলোঁ। কোনোৱেই বিশেষ নজৰ দিয়া

নাছিল। কিন্তু আজিৰ এই অৱস্থাটো মোৰ বাবে খুবেই দুৰ্বিসহ। প্ৰতিদিনেই ৰাস্তাত দলে দলে মানুহ আহি গোট খায়। তেওঁলোকে মোৰ পৰা বিচাৰে দোৱা (আশীৰ্বাদ) , মন্ত্ৰপূত পানী, কবচ-মাদুলি ইত্যাদি। জুম্মাবাৰৰ দিনাখন ঘটনাই বেলেগ ৰূপ লয়। হাজাৰ হাজাৰ মানুহ! কিমান ধৰণৰ যে যান-বাহন! সেই অসহনীয় ভীৰৰ পৰা ৰক্ষা পাবলৈকে এই এবাদতখানা! আজি হঠাতে পুখুৰীৰ সিপাৰত 'হাম্মালাতাল হাতাব'ক দেখি এনে ভাব হ'ল যে জীৱনৰ কোনো এটা সময়ত প্ৰতিডোখৰ ঠাই তন্ন তন্নকৈ অনুসন্ধান কৰা প্ৰয়োজন বা জৰুৰী হৈ পৰে। ভালদৰে অনুসন্ধান কৰি চোৱা কোনডোখৰ ঠাই তোমাৰ বাবে উপযুক্ত বাসভূমি হ'ব। কিন্তু আচৰিত কথা এই যে এতিয়া কথাটো মই ভাবিবলৈ ল'লো কিয়? ইমানদিনে এই কামকেই কৰি ফুৰা নাইনে? বদিউজ্জামানৰ সন্ধানী জীৱনত আকৌ নতুনৰ সন্ধানৰ পৰোৱানা হাজিৰ— এই এবাদতখানাও তোমাৰ যেন আচল বাসস্থান নহয়। মোৰ চিন্তাই মোক ঘানীৰ গৰুৰ দৰে ঘূৰাই মাৰিব লাগিছে এবাদতখানাৰ চৌপাশে বহু দূৰলৈ।

'ম্যায় হুঁ বাদশাহ্ যিত্না দূৰোঁতক জৰিপ ক্যৰে/
মুঝকা দখলদাৰি কৈ না বৰবাদ কাৰ শ্যকে।'

খিড়িকীখন বন্ধ কৰিবলৈ গৈয়ো নোৱাৰিলোঁ। বাহিৰলৈ ওলাই আহি পুখুৰীৰ ঘাটত থিয় দিলোঁ। হাম্মালাতাল হাতাবে হাবিৰ মাজত থমকি ৰৈ মোৰ ফালে চাইছে। নীলা চকু! তাইক অনুসৰণ কৰোঁ নেকি? আবলুচ কাঠৰ ময়ূৰমুখী লাঠিডালেৰে তাইলৈ ফৰ্মূটি মাৰিম নেকি? পুখুৰীৰ ওপৰেৰে সিপাৰলৈ লাঠিডাল যাবনে? হজৰত মুছা— তেওঁও এজন প্ৰেৰিত পুৰুষ। তেওঁ লাঠিৰে নীলদৰিয়াৰ (নীল নদীৰ) বুকুত কোব মাৰিছিল আৰু জলভাগ দুভাগ হৈছিল। ময়ো চেষ্টা কৰি চাওঁ নেকি? নাউজুবিল্লাহ! ৱাহাবিসকলে এইবোৰ মোজেজা বিশ্বাস নকৰে। তেওঁলোকে কয়, আচা (লাঠি) শব্দটোৰ আন এটা অৰ্থ হৈছে 'গোষ্ঠী'। মুচাই নীলদৰিয়াত ভাটা নমাত গোষ্ঠীসহ মিচৰৰ পৰা কেনানলৈ পলাই গৈছিল। অথচ ৱাহাবি হৈয়ো মই যেন মোজেজা দেখো। অলৌকিক ঘটনা অনুভৱ কৰোঁ। আল্লাহে বাৰু মোক কোন পথেৰে পৰিচালনা কৰিছে? মই যে সঁচাকৈয়ে পীৰ-বুজুৰ্গ হৈ পৰিলোঁ! বুকুৰ ভিতৰত আৰ্ত্তনাদ হ'ল, মই মানুহ! মই মানুহ! নিতান্তই এজন মানুহ!

আলি বখ্চে আহি খবৰ দিলে যে এজন বিদেশীয়ে হেনো মোৰ দৰ্শন লাভৰ কাৰণে ৰাস্তাত ৰৈ আছে।

ভ্ৰূ কুঞ্চিত কৰি সুধিলোঁ, বিদেশী? কোন তেওঁ?

নাজানোঁ হুজুৰ, আলি বখ্চে মূৰ জোকাৰি ক'লে।

মই ক'লো, মাতি আন।

চোতালৰ বগৰী গছজোপা কাটিবলৈ দিয়া নাই। তলত কাঁইট পৰি নাথাকিবৰ কাৰণে আলি বখ্চে চাফ-চিকুণকৈ ৰাখিছে। তালৈ গৈ মই অস্থিৰ ভাবে অপেক্ষা

কৰিলোঁ। চফিৰ খবৰ আনিছে নেকি? তাৰ পিছত দেখোঁ বিদেশী মানে আলি বখ্‌চে এজন হিন্দুক বুজাইছে। অলপ ইতস্ততঃ কৰি ক'লোঁ, আহক, ভিতৰলৈকে আহক। গাত চুটি চোলা, মূৰত পাগুৰি, মালকোচ কৰা চুৰীয়া। জোতাযোৰ বাহিৰত খুলি থৈ আহিছে। তেওঁ হাতযোৰ কৰি মূৰ দোৱাব ধৰোতেই ক'লোঁ, মোক গোনাহগাৰ নকৰিব বাবু! মই মানুহ। মানুহে শিৰ নত কৰিব লাগে একমাত্ৰ পৰমস্ৰষ্টাৰ ওচৰত। মানুহজনে কিঞ্চিৎ বিব্ৰত ভাবে হাঁহি ক'লে, আপুনি সাধক পুৰুষ পীৰচাহাব! গোস্তাফি মাফ কৰিব। অধীনৰ নাম গোবিন্দৰাম সিংহ। মই কৃষ্ণপুৰৰ পৰা আহিছোঁ। বাবু জমিদাৰ অনন্তনাৰায়ণ ত্ৰিবেদীয়ে মোক পঠাইছে। এখন চিঠি আছে।

মই লাহেকৈ ক'লোঁ, পঢ়কচোন, শুনোঁ।

চোলাৰ জেপৰ পৰা ফাৰ্চি ভাষাত লিখা চিঠিখন ভদ্ৰলোকজনে সুন্দৰকৈ উচ্চাৰণ কৰি পঢ়িলে ঃ মাহাত্ম্যপ্ৰদৰ্শনকাৰী অলৌকিক কীৰ্ত্তিধৰ পুৰুষ, সাধু মুছলমান পীৰৰ প্ৰতি তেওঁৰ সবিনয় নিবেদন এই যে তেওঁৰ কনিষ্ঠা কন্যাক জিনে ধৰিছে বুলি তেওঁৰ বিশ্বাস। কিয়নো তাই সম্ভৱতঃ আৰ্বি ভাষাত অদ্ভুত কিবা-কিবি কয়। অনন্তনাৰায়ণে ফাৰ্চি জানে। সুযোগ নথকাত আৰ্বি শিকা হোৱা নাই। তদুপৰি সম্প্ৰতি দেশত আৰ্বি-ফাৰ্চিৰ সলনি বাংলা-ইংৰাজীৰহে চৰ্চা হৈছে। মহানুভৱ মহাত্মাই যদি এই 'বান্দা'ৰ প্ৰতি হুকুম জাৰি কৰে, তেওঁ তেওঁৰ জিনেলম্ভা কন্যাক লৈ সাধু মহাত্মাৰ ওচৰত হাজিৰ হ'ব।...

আজিকালি হিন্দুসকলেও মোৰ ওচৰলৈ আবেদন নিবেদন জনাবলৈ আহে। মই অলপ পৰ চিন্তা কৰি আলি বখ্‌চক মাতিলোঁ, আলি বখ্‌চ, চিঠিখন লৈ যা। আৰু ডাঙৰীয়া, আপুনি গৈ জমিদাৰবাবুক ক'ব তেওঁ যেতিয়াই আহিব খোজে তেতিয়াই আহিব পাৰিব। মই চেষ্টা কৰি চাম। গোবিন্দৰাম সিংহই আকৌ হাতযোৰ কৰি শিৰ নত কৰি মোক সেৱা জনাই গুছি গ'ল। পিছত ভাবিলোঁ, মই ভদ্ৰলোকজনক এই কথাটো কিয় ক'লোঁ বাৰু?

আলি বখ্‌চে হাঁহি মুখেৰে চিঠিখন হাতত লৈ মোৰ ফালে চাই আছিল। নিঃশব্দে হাতখন আগবঢ়োৱাত সি সম্ভ্ৰমেৰে দুহাতেৰে চিঠিখন মোৰ হাতত দিলে। খুলি হাতৰ আখৰ দেখি ভাল লাগিল। মোৰ ককাদেউতাৰ দিনতেই ইংৰাজ শাসকহঁতে ফাৰ্চি ভাষাৰ প্ৰচলন উঠাই দিছে। ফাৰ্চি আছিল হিন্দুস্থানৰ দৰবাৰি ভাষা। যি হওক ফাৰ্চি ভাষাত লিখা চিঠিখনে মোক অনন্তনাৰায়ণ সম্পৰ্কে আগ্ৰহী কৰি তুলিলে। চিঠিখন হাতত লৈ আকৌ পুখুৰীৰ ঘাটলৈ গৈ খট্‌খটিৰ মূৰত থিয় দিলোঁগৈ। মোৰ মনত আজি ইমান অহঙ্কাৰবোধ কিয়? ইংৰাজ শাসনকালত এতিয়াও এজন হিন্দুৱে ফাৰ্চি ভাষাত চিঠি লিখিছে কাৰণে? মূৰ দাঙি চাই দেখোঁ ৰাষ্টাৰ কাষত আহঁত গছৰ তলত এখন দোলা, গোবিন্দৰাম আৰু কেইজনমান মানুহে তাতে জিৰাই আছে। মই জানো যে আলহী সুধিব খোজা হ'লে তেওঁ বিব্ৰতবোধ কৰিলেহেঁতেন। কিন্তু আল্লাহৰ কি যে কুদৰত! হিন্দু জমিদাৰৰ কন্যাই আৰ্বি ভাষাত কথা পাতে! ঘটনাটো মই চোৱা

দৰকাৰ, জনা দৰকাৰ। পুখুৰীৰ বুকুলৈ চাই শিয়ঁৰি উঠিলোঁ। নীলা আকাশখনক টুকুৰা-টুকুৰ কৰি ঢৌবোৰে মোক কি খেল দেখুৱাব খুজিছে বাৰু? হাফিজ আবৃত্তি কৰিলোঁ ঃ

'অ্যায় শাহান্ শাহে বুলন্দ্ আখতাৰ খুদায়া হিম্মতে
ত-ব-বোসম্ হামেচো গৰ্দুন খাৰে অ্যায়বানে শুমা....'

হে উচ্চতম ৰাজাধিৰাজ! কৰুণা ভিক্ষা মাগিছোঁ যেন সেই আচমানৰ উচ্চতাত থকা তোমাৰ আসনৰ ধূলি চুম্বন কৰিব পাৰোঁ। তাৰ পিছতেই মনত পৰিল মোৰ বাচা চফিউজ্জামানৰ কথা। সি প্ৰায়েই মাকক সুধিছিল, মা, পানীৰ তলত আৰু এখন জগত আছে নেকি? কোৱাচোন মা, পানীৰ তলত সকলোবোৰ ওলোটা কিয়? তাৰ মাকে কৈছিল, ওলোটা মানুহৰ দেশ আছে—তোৰ দেউতাৰক সুধিবি! চফিয়ে মোক সোধাৰ সাহ নকৰে। কিন্তু সঁচাকৈয়ে পানীৰ তলত ওলোটা মানুহৰ এখন জগত আছে নেকি? মনোযোগেৰে চাই থাকোতে পানীৰ ঢৌবোৰ শান্ত হ'ল। পানীৰ তললৈ তীক্ষ্ণ দৃষ্টিৰে নিৰীক্ষণ কৰি থাকোতে চৌপাশে মাটি আৰু গছ-লতিকাৰ মাজত এঠাইত দেখো— নাউজুবিল্লাহ! সেই হাম্মালাতাল হাতাব থিয় হৈ আছে। তাইৰ হাতত দা আৰু কান্ধত ৰচী। মূৰ তুলি চোৱাৰ লগে লগে তাইৰ চকুৱে চকুৱে পৰিল। নিশাচৰ জন্তুৰ দৰে তাইৰ চকুৰ নীলা জেউতি ছিটিকি পৰিছে! মাতিলোঁ, আলি বখ্চ! সি আহিলত সুধিলোঁ, সেই বেচৰম তিৰোতাজনী কোন? বেপৰ্দা হৈ যে হাবিৰ মাজত ঘূৰি ফুৰিছে, সেইজনী কোন খান্নাচ (চয়তানৰ অনুচৰী)? আলি বখ্চে ক'লে, হুজৰত! তাই সেই কুষ্ঠৰোগী আব্দুলৰ বিবি। ক'লো, তাইক মাতি আন। আলি বখ্চে কুণ্ঠিত ভাবে ক'লে, হুজুৰে আলা! তাইৰ মাত কথা খুব বেয়া। গালি-গালাজ পাৰিব। মানুহ মাৰিবলৈকেও তাই ভয় নকৰে। লাঠিডাল হাতত লৈ পুখুৰীৰ দক্ষিণ পাৰেৰে ঘূৰি পূব পাৰলৈ গ'লোঁ। খোজৰ শব্দ শুনি পিছলৈ ঘূৰি চাই দেখো, আলি বখ্চ পিছে পিছে আহিছে। তাক ধমকি দি ক'লোঁ, এবাদতখানালৈ যা, বেঅকুফ! কুকুৰ সোমাব! সি মুখ ওন্দোলাই উভতি গ'ল। উত্তৰ পাৰলৈ গৈ দেখোঁ হাম্মালাতাল হাতাবে পথাৰৰ ফালে পোনাইছে। তাই ঘূৰি ঘূৰি মোলৈ চাইছে। এনেতে এটা আকস্মিক ঘূৰ্ণি বতাহত পৰি তাই প্ৰায় নাঙঠ হোৱাৰ উপক্ৰম হ'ল। মই চকু মুদি দিলোঁ। নাউজুবিল্লাহ।

## মাটি, হায় মাটি!

এবাদতখানাৰ দক্ষিণ, পূব আৰু উত্তৰ ফালৰ ওখ মাটিবোৰৰ মালিক হৰিণমাৰাৰ হিন্দু জমিদাৰ। নবাবী মহলৰ মাজত ছিটমহল। যেন চৌপাশৰ পৰা হিন্দুসকলে মুছলমানৰ মাটি ল'বলৈ হাত মেলিছে। ইংৰাজ চৰকাৰে এই ক্ষেত্ৰত সহায় কৰিছে। সৰু গাজিৰ মতে কথাটো অলপ তেনেকুৱাই। পিছে নবাব বাহাদুৰো দুৰ্বল হৈ পৰিছে।

খাজনাৰ দায়ত সৰু-সুৰা মহল নিলাম হ'ব ধৰিছে। অৱস্থাবান হিন্দুসকলে কিনি লৈছে। মই যেতিয়া ক'লোঁ যে এবাদতখানাৰ কাৰণে মাটিৰ দৰকাৰ হৈছে, কিয়নো তাত মই এতিমখানা (অনাথ আশ্ৰম) আৰু মেহমানখানা (অতিথিশালা) খুলিব খোজোঁ, তেতিয়া সৰু গাজিয়ে উল্লাসিত হৈ ক'লে, আজিয়েই গৈ জমিদাৰবাবুক কথাটো কম। তেওঁ আপোনাক শ্ৰদ্ধা কৰে বুলি মই জানোঁ। সম্প্ৰতি মোক এটা স্বপ্নই ব্যাকুল কৰি তুলিছে। দূৰ-দূৰণিৰ পৰা মানুহ আহে। তেওঁলোকৰ থকা-মেলাৰ ব্যৱস্থা কৰা উচিত। আৰু এতিমখানাত এতিম— মাউৰা ল'ৰা-ছোৱালীবোৰ থাকিব, এলেম শিকিব, ইছলামৰ ক্ষয়প্ৰাপ্ত বুনিয়াদ হিন্দুস্থানত পুনৰ গজগজীয়া হ'ব। ভায়েকৰ মুখত কথাটো শুনি আবেলি পৰত বৰগাজিও আহিল। এই মানুহজনক বুজিব নোৱাৰি। তেওঁৰ হেনো খুব ইংৰাজী এলেম আছে। সকলো ক্ষেত্ৰতেই এখুন্দা যুঁজিবলৈ সাজু হৈ থাকে। তেওঁ ক'লে, হজৰত! জমিদাৰ নৰেন্দ্ৰবাবুক মদুৱে (সৰু গাজি) চিনি নাপায়। বৰ মতলববাজ মানুহ তেওঁ। মদুৱে কথা পাতিবলৈ গৈ বেইজ্জতি হৈছে। জমিদাৰ বাবুৱে কৈছে, পীৰচাহাবৰ দেখোন অগণন ভক্ত। মই পঁচপন্ন হাজাৰ টকাৰে কিনিছো। চাঁদা তুলি দিয়ক তেওঁলোকে। দলিল বিক্ৰী কৰি দিম। অৱশ্যে পীৰ চাহাবৰ খাতিৰত পাঁচ বিঘামান মাটি দান কৰিবলৈ সাজু। চালাকি হজৰত! গোকাট মিছা কথা। যি পাঁচ বিঘা মাটি দান কৰাৰ কথা কৈছে, মই জানো, সেই মাটি তেওঁৰ এক সম্পৰ্কীয়ৰহে। সেই মাটিলৈ কলিকতাৰ আদালতত মামলা-মোৰ্কদমা চলি আছে। মই ক'লোঁ, তেনেহ'লে কথাটো মুস্কিলেই হ'ল দেখোন!

বৰগাজিয়ে ক'লে, কিহৰ মুস্কিল, হুজুৰ? আপোনাৰ হুকুমত এই অঞ্চলৰ সমস্ত মুছলমানে জান কোৰবান কৰিবলৈ সাজু। আমি যুঁজ কৰি মাটি দখল কৰিম।

মই ক'লোঁ, গাজি চাহাব! যুঁজ বাগৰ বাৰু পিছত হ'ব। আগেয়ে আপুনি জমিদাৰ বাবুলৈ মোৰ চিঠিখন লৈ যাওক। মই তেওঁলৈ সকলো কথা বিতংকৈ বুজাই লিখিম। বৰগাজি অলপ থতমত খালে। মোৰ চাল-চলনত আগৰ দৰে জঙ্গী ভাব নাই। মই নিজেও কথাটো গম পাওঁ। বৰগাজিয়ে লাহেকৈ ক'লে, হজৰতৰ যি ইচ্ছা। ফাৰ্চি ফাষাত চিঠিখন লিখি চীল মোহৰ মাৰি দিলোঁ। বৰগাজিয়ে এটা দুৰ্বল হাঁহি মাৰি ক'লে, মই ফাৰ্চি ভালকৈ পঢ়িব নাজানোঁ। মদুৱে অৱশ্যে পাৰে। তাক লগত লৈ যাম। নৰেন্দ্ৰবাবুৱে মোৰ লগতে কলেজত পঢ়িছিল। এনেয়ে মানুহজন সিমান দুষ্ট নহয়। কিন্তু মাটি হৈছে তেওঁৰ কলিজা। কালেক্টৰ বাহাদুৰ পেটাৰচন চাহাবে তেওঁক খুব ভাল পায়। বৰগাজি ঘোঁৰা চেকুৰাই গুছি গ'ল। মই এবাদতখানাৰ পৰা ওলাই পুখুৰীৰ পাৰেৰে গৈ হাবিখনত সোমালোঁ। এক আচৰিত ধৰণৰ স্তব্ধতা! গুপগুপীয়া গৰম। জিলীৰ মাত, চৰাই-চিৰিকতিৰ মাত সেই স্তব্ধতাত বিলীন হৈ গৈছে। আল্লাহৰ কুদৰত! তলমূৰ হৈ মাটিৰ ফালে চাই থাকিলোঁ। লাঠিৰ আগেৰে খুচি অকণমান গুড়ি মাটি হাতৰ তলুৱাত ল'লোঁ। হঠাৎ মনত পৰিল, এয়াই দেখোন সেই মাটি। কোনোদিনেই মন দি চোৱা নাই এই মাটি— যি মাটিৰ পৰা আল্লাহে পৃথিৱীৰ প্ৰথমজন মানুহ আদমক সৃষ্টি কৰিছিল। মোৰ দেহত এই মাটি আছে। এই মাটিৰেই

দুনিয়াও গঢ়া হৈছে। মোৰ মৃত্যুৰ পিছত এই দেহ এই মাটিতেই মিলিব। আৰু ফেৰেস্তা ইস্রাফিলে যিদিনা শিঙাত ফু দিব সিদিনা এই মাটিৰ দুনিয়াও ধ্বংস হৈ যাব। হায় এই মাটি! পৱিত্র পুথিত সেই দিনটোৰ কথা লিখিছে ঃ

আলকাৰিয়াহ্ ত মালকাৰিয়াহ্.......

মহাপ্রলয়! মহা বিপদ! কিহৰ বিপদ? মহা প্রলয়ৰ। জিকাৰ খাই উঠিলোঁ। বান্দা বদিউজ্জামান। এই দুনিয়াৰ কাৰণে তোৰ ইমান মায়া, ইমান সপোন! প্রচণ্ড হতাশা আৰু তাৰ পিছত অর্থহীনতাৰ চিন্তাই মোক গ্রাস কৰি পেলালে। কিন্তু মইতো কোনোদিনেই মাটিৰ প্রত্যাশী নাছিলোঁ! আজি কিয় মাটিৰ কাৰণে এই খাহেছ? এতিমখানা, মেহমান খানা, এবাদত খানা। কি এক অদ্ভুত ঘটনাৰ মাজত মই বন্দী হ'লোঁ বা বন্দী হ'বলৈ গৈ আছো? অনিত্য মাটিৰ কথা নাভাবিয়েই জানো ইমান দিনে মুছাফিৰৰ দৰে ঠাই সলনি কৰি ঘূৰি ফুৰা নাই? অথচ আজি মই এইবোৰ বিৰিখৰ দৰে শিপা মেলি থিয় দিব খুজিছোঁ। মাটিৰ গুড়িখিনি হাতৰ তলুৱাৰ পৰা ফু মাৰি উৰুৱাই দিলোঁ। এটা কেৰ্কেটুৱাই শুকান গছ-পাতৰ মাজত মুখ সুমুৱাই কুৰ্কুৰ্কৈ কিবা কুটিছিল। সেইকণ শব্দতে বেচেৰাই দৌৰি পলাল। তাৰ পিছত পথাৰৰ ফালৰ পৰা এচাটি শীতল বতাহ বলিল। যেন চাৰিওফালে কোনোবাই ফুচফুচাইছে— হুঁছিয়াৰ, হুঁছিয়াৰ, হুঁছিয়াৰ!....

## নাওঠ আবৃত্তিকাৰিণী

তচবিহ লৈ চকু মুদি আল্লাহৰ নাম জপিছিলোঁ। তাৰ পিছত ভাব হ'ল এটা অদ্ভুত দৃশ্য অস্পষ্টকৈ মোৰ চকুৰ আগত ভাঁহিব লাগিছে। এদল অশ্বাৰোহী। সিহঁতৰ পোছাক বগা। ঘোঁৰাবোৰ নীলা। ডাঙৰ ডাঙৰ কাজলসনা চকু। অশ্বাৰোহীসকলৰ হাতত খোলা তৰোৱাল। সিহঁতে মোৰ হুকুমৰ বাবে বাট চাইছে। লগে লগে মই চকু মেলি দিলোঁ। এয়া কিহৰ নিদর্শন দেখুৱালা হে আল্লাহ? সিহঁত আচমানৰ পৰা নামি অহা জিন নেকি? মোক সাহায্য কৰিবলৈ সিহঁত ৰৈ আছে নেকি? এনে অৱস্থাত তচবিহ জপা নিস্ফল। লেমটোৰ শলিতাডাল বঢ়াই দি 'হুঁছিয়াৰ নামাহ' কিতাপখন মেলি লৈ দেখিলো—

'হুঁছিয়াৰ পিতল চকুৱা নাৰী সম্পর্কে। আৰু
হুঁছিয়াৰ ওঁঠত যদিহে তাইৰ থাকে
তিলচিহ্ন। হুঁছিয়াৰ তাই যদি সঘনাই
স্থান সলনি কৰে! তাই যদি হয়
চঞ্চলা মৃদুভাষিণী। উদ্দেশ্যহীন
তাইৰ ভ্ৰমণ—'

এনেতে দূৰৈত অস্পষ্ট কোলাহল শুনিলোঁ। কিতাপৰ পৰা মূৰ তুলি কাণ পাতিলোঁ, ৰাতি খুব বতাহ বলিছে। চৌপাশে কিবা যেন এক অস্থিৰতা। কোলাহল

কেতিয়াবা স্পষ্ট কেতিয়াবা অস্পষ্ট। বাৰাণ্ডাত আলি বখ্চৰ শব্দ শুনিলোঁ। সি কাহ মাৰিছিল। মোক কিবা কোৱাৰ প্ৰয়োজন হ'লে তেনেকৈ কাহ মৰা তাৰ অভ্যাস। মই মাতিলোঁ, আলি বখ্চ! সি উত্তৰ দিলে, হজৰত! গাৱঁত ডকাইতি হৈছে যেন পাওঁ।

মই ক'লোঁ, ভয় নকৰিবি তই। মনে মনে শুই থাক।

সি উত্তেজিত ভাবে ক'লে, হুজুৰ, শব্দ এইফালেই আহিছে। আপুনি হুকুম দিলে মই কেইখোজমান আগুৱাই গৈ চাই আহিব খোজোঁ।

মই তাক যাবলৈ দিলোঁ। হয়, শব্দটো বাদশ্বাহী আলিৰ ফালেই আগুৱাই আহিছে। মোৰ ঘৰৰ ভিতৰৰ বাকচটোত টকা-পইচা, সোণ আদি আছে। সেইবোৰ মুৰিদহঁতৰ নজৰাণা। সেই টকা-পইচাৰে এতিমখানা আৰু মেহমানখানাৰ খৰচ চলাব লাগিব। হুঁছিয়াৰ হৈ থকা দৰকাৰ। প্ৰেৰিত পুৰুষে নিজে তৰোৱাল ধৰি শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। ওহোদৰ যুদ্ধত তেওঁৰ পৱিত্ৰ দাঁতত আঘাত লাগিছিল। মুছলমান যে সকলো সময়তে যুঁজৰ কাৰণে প্ৰস্তুত। কুতুবগঞ্জত গোমস্তা আব্দুল কাদিৰে ভালেমান বছৰ আগেয়ে মোক তেওঁৰ প্ৰয়াত দেউতাকৰ এখন ঢাল আৰু তৰোৱাল উপহাৰ দিছিল। এবাদতখানাৰ বেৰত সেইখন আঁৰি থৈছোঁ। অলপ ইতঃস্ততঃ কৰি এটি দোৱা মাতিলোঁ ঃ

'আল্লাহুম্মা ইন্না নাসায়ালুকা ফি নুহুৰিহিম অ
নাউজুবিকা মিন শুৰুৰিহিম.....

শত্ৰু নিপাত কৰাৰ দোৱা এইটো। ঢাল-তৰোৱাল হাতত লৈ দুৱাৰখন খুলি খোজ দিছোহে মাথোন, এনেতে কিহবাই বা কোনোবাই মোৰ কাষেৰেই ভিতৰলৈ সোমাই লেমটো নুমাই দিলে। মই হতভম্ব হ'লোঁ। হুচ আহিলত ঘূৰি গৰ্জি উঠিবলৈ গৈ দেখো ডিঙিত যেন কিবা এটা লাগি ধৰিছে। আল্লাহৰ কছম, ভয় নহয়। আন্ধাৰ ঘৰ। বাহিৰত ইতিমধ্যে জোনৰ হালধীয়া ৰশ্মি। হাই উৰুমি এইবাৰ উত্তৰে, পুখুৰীৰ সিপাৰৰ হাবিৰ ফালে শুনা গ'ল। আলি বখ্চ উভতি আহিল। সি হেপাই-ফেপাই ক'লে, ডাইনী হজৰত! ডাইনী! নাওঠ হৈ খোৰাপীৰৰ থানত চাকি জ্বলাই— বাধা দি সুধিলোঁ, ইকৰাতন? আলি বখ্চে ক'লে, জী হুজুৰ।

মোৰ দেহত যেন বিজুলীৰ চমক লাগিল। ক'লোঁ, আলি বখ্চ, পৱিত্ৰ পুথিত লিখা আছে, আল্লাহৰ ঘৰ হৈছে মছজিদ, এবাদতখানা। তাৰ ভিতৰত বা তাৰ চৌপাশে এশ হাতৰ ভিতৰত মানুহেই হওক বা জন্তুৱেই হওক, তাক আঘাত কৰা নাজায়েজ। আলি বখ্চে একো নুবুজিলে। মাথোন ক'লে, জী হজৰত! তেতিয়া মই ক'লোঁ, আলি বখ্চ, তই গৈ মানুহবোৰক ক মোৰ হুকুম— আটায়ে ঘৰলৈ উভতি যাওক। আৰু শুন, তই নিজৰ ঘৰলৈ গৈ তোৰ ভনীয়েৰৰ (আলি বখ্চৰ ঘৈণীয়েক ঢুকাইছে। সি দ্বিতীয় বিবাহ কৰা নাই) এখন শাৰী লৈ আহিবি। আলি বখ্চ! তোৰ ভনীয়েৰ বা অইন কোনোবাই সুধিলে কবি, জবাব দিবলৈ মই তোক বাৰণ কৰিছোঁ। আৰু শুন আলি বখ্চ। মই দুজন জিন পঠাই তহঁতৰ ডাইনীক ধৰি অনাইছোঁ। তাইক তওবা পাঠ কৰাই খাঁটি মুছলমান কৰিম। আলি বখ্চৰ বিস্ময়ত বিস্ফাৰিত চকুহালি

জোনৰ পোহৰত জল্‌মলাইছিল। সি দৌৰি ওলাই গ'ল। তাৰ পিছত মই ঘূৰি ঘৰৰ ভিতৰত সোমাই থকা 'খান্নাচ'জনীক লাহেকৈ মাতিলোঁ, অ'ই বেচৰম লেড়কী! মোৰ ঘৰত সোমাবলৈ তই ইমান সাহস ক'ত পালি? চেপা ফেফনিৰে তাই ক'লে, সিহঁতে মোক মাৰি পেলালেহেঁতেন। অলপ হাঁহি সুধিলোঁ, তই ডাইনী নেকি? নাঙঠ হৈ মূৰত চাকি লৈ নাচিছিলি? তাই ক'লে, মই থানলৈ দৰৰ তুলিবলৈ গৈছিলোঁ।

কিন্তু নাঙঠ হৈ কেলেই?

নহ'লে যে দৰৱে গুণ নিদিয়ে।

বুৰ্বক! কাৰ কাৰণে দৰৱ তুলিবলৈ গৈছিলি?

ৰূপমাৰিৰ এজনী ছোৱালীৰ বেমাৰ। দুই কঠা চাউল দিম বুলি কৈছিল।

হাঁহি হাঁহি সুধিলো, মানুহক ঠগাই ফাঁকি দি খাইছ, নহয়?

তাই উচুপি ক'লে, পেটৰ দায়ত পীৰ চাহাব!

তই হিন্দু ছোৱালী আছিলি নেকি?

এইবাৰ একো নামাতি কান্দিবলৈ ধৰিলে। ধম্‌কি দি ক'লোঁ, চুপ! নাদান বেচৰম কাহেকা। তথাপি তাই কান্দি থাকিল। অলপ পৰ চিন্তা কৰি ক'লোঁ, আলি বখ্‌চে কাপোৰ আনিবলৈ গৈছে। তোক তাৰ লগতে হৰিণমাৰাৰ সৰুগাজিৰ ঘৰলৈ পঠিয়াই দিম। তাতেই থাকিবি। ৰাজি নে?

জী হাঁ।

তোক আগেয়ে তওবা কৰিব লাগিব। তই কলমা জাননে? আব্দুলে তোক মুছলমান কৰিছেতো?

জী হাঁ।

বাহিৰত হাই-উৰুমি বন্ধ হৈছে। তথাপি আলি বখ্‌চ আহোতে অলপ পলম হ'ব। ক'লো, মই যি কম, তাকেই কবি। নক'লে মুস্কিল হ'ব। ক—

কলমা ছাহাদত ঃ

'লা এলাহা ইল্লাল্লাহ্ মহম্মদৰ্ ৰচুলাল্লাহ্'

আল্লাহ বিনে উপাস্য নাই, মহম্মদ তেওঁৰ প্ৰেৰিত পুৰুষ। আচৰিত, আচৰিত, সঁচাকৈ আঁচৰিত! তাই কান্দোন মিহলি কণ্ঠেৰে সুন্দৰকৈ আবৃত্তি কৰিলে। ক'লোঁ, মাৰহাবা! চাবাচ! ইমান মধুৰ তোৰ লব্‌জ্! তাই লাহেকৈ ক'লে, ৰুকুৱে মোক শিকাইছিল।

মোৰ বোৱাৰীয়ে?

জী হাঁ।

মাৰাহাবা! মাৰহাবা! অ'ই ছোৱালী! তোৰ নামৰ অৰ্থ কি জাননে? যি তিৰোতাই মুখস্থ গাব পাৰে। আল্লাহৰ কথা, ৰচুলৰ কথা মুখস্থ কৰিব নোৱাৰনে? আৰু ইকুৰাতন্নেচা! তোৰ বাৰু মনত পৰেনে যে মোৰ লগত তই নৈৰ পাৰত এদিন তৰ্ক কৰিছিলি?

জী হাঁ।

ঠিক সেই সময়তে আলি বখ্‌চ হেপাই-ফেপাই আহি পালে। তাক লাহেকৈ ক'লোঁ মোৰ পোহনীয়া জিনবোৰে তিৰোতাজনীক ধৰি আনি বান্ধি ৰাখিছে, আলি বখ্‌চ্। তাৰ হাতৰ পৰা কাপোৰখন লৈ আন্ধাৰ ঘৰটোৰ ভিতৰলৈ দলি মাৰি দিলোঁ। দুৱাৰখন জপাই দি জিনহঁতক উদ্দেশ্য কৰি কোৱাৰ দৰে ক'লোঁ, তাইক তোমালোকে কাপোৰ পিন্ধোৱা। বিস্ময় বিমূঢ় আলি বখ্‌চ্ বাৰাণ্ডাত বহি থাকিল। অলপ পিছত সি আপোন মনেৰে ক'লে, সকলো হুজুৰৰ কেৰামতি!

## আৰু এক ব্যৰ্থতা

'হুঁছিয়াৰনামাহ' কিতাপত লিখাৰ দৰেই। ইকৰা সঁচাকৈয়ে পিতলচকুৱা। গাৱঁৰ মানুহে তেনেবোৰক মেকুৰীচকুৱা বোলে। তাই চঞ্চলো। তাইৰ ওঁঠত সঁচাকৈয়ে এটা তিল চিহ্ন আছিল। তাই সঘনাই স্থান পৰিৱৰ্তন কৰিছিল। সিদিনা ৰাতি হৰিণমাৰালৈ যোৱাৰ পথত বেচেৰা দুৰ্বল আলি বখ্‌চক তাই ঢকা মাৰি হোলা এটাত পেলাই থৈ পলাই যায়। আলি বখ্‌চে হুজুৰৰ ভয়ত এটা কাহিনী সাজি কৈছে যে হোলাটোৰ কাষ পাওঁতেই এদল ক'লা জিনে তাক আগুৰি ধৰে আৰু মাৰ-পিট কৰে। প্ৰমাণ হিচাপে সি তাৰ পিন্ধি থকা ফটা চোলাটো আৰু কপাল, হাত আৰু ভৰিৰ ছাল ছিগা জখমবোৰ দেখুৱাইছিল। পিছে বদুপীৰৰ এই সামান্য পৰাজয়ৰ ঘটনাই সমাজত একো বুৰ্‌বুৰণি নতুলিলে। বৰং জিনবোৰৰ লগত তেওঁৰ সম্পৰ্কহে সুসাব্যস্ত হয়। কিন্তু বদিউজ্জামানৰ জীৱনত এইটোও এটা ডাঙৰ ব্যৰ্থতা— তেওঁৰ নিজৰ ওচৰতে। প্ৰতিটো সন্ধিয়া তেওঁ ব্ৰাহ্মণী নৈৰ সেই পুৰণি সাঁকোৰ কাষত থিয় হৈ দুখ, ব্যৰ্থতা, খং আৰু অভিমানত উন্মাদ হৈ পৰিছিল। তাৰ পিছত সাঁকোৰ শিলৰ খুটাবোৰ ভাঙি পেলাবলৈ ফটোৱা জাৰি কৰে। পুৰণি সাঁকোখন নিশ্চিহ্ন হৈ যায়। অথচ এবাদতখানাত বহি অথবা পুখুৰীৰ পাৰত নিজম ৰাতি থিয় হৈ বদিউজ্জামানে যেন হুবহু সাঁকোৰ সেন্দুৰ ঘঁহা খুটা দেখিছিল, নাঙঠ তিৰোতাজনী দেখিছিল আৰু তাকে দেখি চকু মুদিছিল। মুখেৰে বিৰ্‌বিৰাই কৈছিল ঃ আল্লাহ! চয়তানৰ যাদুৰ পৰা তুমি মোক ৰক্ষা কৰা। আচলতে জীৱনৰ অনিবাৰ্য স্পষ্টতাবোৰ নিজকে ওপৰত তুলি ৰখাৰ কাৰণে তেওঁৰ নিজৰ ওচৰতে অস্পষ্ট হৈ পৰিছিল।

## চৈধ্য

# এটা কথোপকথন

আইচানা, শুলি নে?

উহুঁ, কথা এটা ভাবিছোঁ! বাৰু, দাদিমা (আইতা)?

কি হ'ল অ'?

সৰু ককাই যে বাঘ দুটা দেখিছিল, সিহঁতে যে তোমাৰ শহুৰ চাহাবৰ মাজাৰলৈ চালাম কৰিবলৈ গৈছিল, কেনেকৈ জানিলা?

শুনিছোঁ।

সকলোবোৰ মাথোন শুনিছাহে। একোৱেই দেখা নাই?

কেনেকৈ দেখিম ক? হিজৰি ১৩১৩ চনত শহুৰ চাহাব মৌলাহাটলৈ আহে। সেই তেতিয়াৰ পৰাই সঁজাত সোমালোঁ। ১৩১৪ চনৰ আহিনত আমাৰ দুই বাই-ভনীৰ বিয়া হ'ল। সজাৰ দুৱাৰত তলা লাগিল।

ৰ'বা, পঞ্জিকা চাই হিচাবটো কৰোঁ।

আঃ পোহৰ নজ্বলাবিচোন। চকুত লাগে।

হুঁ, এতিয়া হৈছে হিজৰি ১৩৭৩ চন। ইংৰাজী ১৯৫৩। দাদিমা, বিয়াৰ সময়ত তোমাৰ বাৰু বয়স কিমান আছিল?

বাৰ-তেৰ বছৰমান হ'ব ছাগে। তাৰ পিছৰ বছৰ তহঁতৰ দেউতাৰৰ জন্ম হয়।

অ' আই! এই বয়সতে বিয়া— কেঁচুৱাৰ মাক— দাদিমা, তুমি এইবোৰ কৈছা কি?

সেই কালত তেনেকুৱাই আছিল। পিছে, জান আইচানা, তোৰ দেউতাৰৰ জন্মৰ খবৰটো শহুৰ চাহাবক দিবলৈ গৈছিল দুখুৱে। আঘোণ মাহ, খুব জাৰ পৰিছিল সেই বছৰ। দুখুৱে উভতি আহি ক'লে বোলে তেওঁ এবাদাতখানাত— অৰ্থাৎ এতিয়া য'ত তেওঁৰ মাজাৰচৰিফ আছে, জিনৰ মজলিছত ব্যস্ত।

ধুৰ! বাজে কথা।

দুখুৱে ক'লে, খিড়িকীৰ ফাঁকেৰে উজ্বল পোহৰ বাহিৰলৈ ওলাইছে। তেতিয়া শাহু আয়ে ক'লে, নুৰুক খবৰ দে। সি আহি কেঁচুৱাৰ কাণত আজান দিয়ক।

নুৰু— মানে ডাঙৰ ককা?

অঁ’। ভাই শহুৰো পাছ কৰা মৌলানা। দেওবন্দত পাছ! আহি তোৰ দেউতাৰৰ কাণত আজান দিলে। তেতিয়া ৰাতি পোহৰ হোৱাৰ সময়। আইমণি পেহীয়ে বগৰী খৰিৰ জুই ধৰি মোৰ গা সেকিছে। বুঢ়ী ধাইজনীয়ে লুকাই লুকাই বিড়ি টানিছে।

দাদিমা, আমাৰ ককাও দেখোন আছিল! তেওঁ আজান নিদিলে কিয়?

বোবা-খোৰা মানুহ। খুব কষ্টেৰেহে লৰা-চৰা কৰিছিল। ডিঙিৰে ভালকৈ মাতেই নোলাইছিল।

আমাৰ ককা মাজু নহয়?

হুঁ। শহুৰে ইন্তেকাল কৰাৰ সময়ত কৈ গৈছিল যে তেওঁ এই এবাদতখানাৰ মালিক হ’ব! তাৰ পিছত মুৰিদসকলে পীৰচাহাবৰ মাজাৰ সাজি দিয়াত তহঁতৰ ককাৰই তাতেই থাকিবলৈ লয়। নজৰানা চেলামি যি পায় আদায় কৰে। দহ বিঘা ৰুৱাতলী মাটি আছিল। তাৰ পৰাও আমি ধান পাইছিলোঁ। মাৰ ভাগৰ সম্পত্তি মই কুটা-এগছো নল’লোঁ।

কিয় নললা? অ’ দাদিমা! কোৱাচোন, কিয় নললা?

সেইবোৰ কথা আজিলৈকে ওলোৱা নাই, নোলোৱাকৈয়ে থাকক দে। ৰাতি হৈছে, শো এতিয়া।

দাদিমা, ডকাইতে হেনো ককাক মাজাৰত খতম কৰিছিল?

আঃ মনে মনে থাকচোন! কেলেই খতম কৰিব? ক’লা জিনে ডিঙি টিপি মাৰিছিল।

বাৰু দাদিমা, সৰু ককা হেনো ডকাইত আছিল?

আইচানা! শোঁ বুলিছোঁ।

কোৱা দাদিমা, সৰু ককাৰ কথা। হাবিৰ মাজত জীৰ্ণ মছজিদ, জোনাক নিশা, দুটা বাঘ— তাৰ পিছত কি হ’ল?

ৰাতি জাগি থাকিলে, পুৱা স্কুললৈ যাব নোৱাৰিবি। শো।

পোহৰ জ্বলাম, কৈ দিছোঁ কিন্তু।

নাই, নাই!

তুমি আন্ধাৰৰ প্ৰাণী, দাদিমা।

হুঁ, আন্ধাৰ মোৰ বৰ ভাল লাগে অ’। গোটেই দিনটো মোৰ বৰ কষ্ট হয়! নাযায়হে যেন লাগে।

ঠিক আছে, নাওঁ, আৰম্ভ কৰা। হাবিৰ মাজত জীৰ্ণ মছজিদ। জোনাক নিশা। দুটা বাঘে খেলিছে।

মইতো দেখা নাই। শুনিছোঁহে। এদিন বাৰিষাৰ ৰাতি। দেওৰ চাহাব আহিছিল মাকক দেখা কৰিবলৈ। তেতিয়া তেওঁ স্বদেশী আন্দোলন কৰে। সেয়া মোৰ বিয়াৰ দহ বছৰ পিছৰ কথা! শেষ ৰাতি গুছি গ’ল। গাত হিন্দুৰ পোছাক।

অ’ দাদিমা! তেতিয়া হ’লে সৰু ককা টেৰৰিষ্ট আছিল। কিন্তু বুৰঞ্জীৰ কিতাপততো তেওঁৰ নাম থাকিব লাগিছিল। আচৰিত! কিয় নাই?

দেওৰ চাহাব বৰ নামী মানুহ আছিল। গোটেই জিলাতে তেওঁৰ নাম। মেজিষ্ট্ৰেৰ লাট ৰায়বাহাদুৰ খান বাহাদুৰে তেওঁৰ ভয়ত গাঁতত সোমাই থাকিছিল।

তথাপি হিষ্ট্ৰিত নাম নাই।

কথাটো তোৰ দেউতাৰেও কৈছিল। কৈছিল, হিন্দুৱে মুছলমানক গুৰুত্ব নিদিয়ে। সেইবাবেইতো হিন্দুস্থান-পাকিস্তান হ'ল। পিছে দেওৰ চাহাবে শেষলৈ স্বদেশী এৰি খুন খাৰাপি কৰি ফুৰিছিল। তেওঁৰ মূৰৰ দাম—

বাদ দিয়া সেইবোৰ! আগতে গল্পটো কোৱা। হাবি, জীৰ্ণ মছজিদ, এহাল বাঘ, জোনাক ৰাতি।

কওঁ বাৰু।........

## গল্পৰ অংশবিশেষ

হাবিৰ বুকু ফালি বগা মাটিৰ ৰাস্তাটো গৈছে। ফৰিংফুটা জোনাক। ৰাস্তাৰ দাঁতিত জীৰ্ণ মছজিদ। এদল হাটৰুৱা চহৰলৈ গৈছিল শস্য বিক্ৰী কৰিবলৈ। সিহঁতৰ কান্ধত সিকা-বাংকা। সিহঁতৰ পৰা গম পালোঁ যে এই ৰাস্তাটো গৈছে পদ্মাৰ পাৰৰ চুপাৰিগোলাৰ হাটলৈ। ওচৰতে ভগৱানগোলা। তেতিয়া গঙ্গাখন বৈছিল ভগৱানগোলাৰ কাষেৰে। ভগৱানগোলাত মামা আবু মিৰৰ ঘৰ। সম্পূৰ্ণ নাম মিৰ মহম্মদ আবু তৈয়ব। আবু মিৰৰ ভাগিন বুলিয়েই হাটৰুৱাহঁতে মোক খুব আদৰ-সাদৰ কৰিছিল। সিহঁতে কৈছিল, বাপ্‌ৰে বাপ! তেওঁ এই ঠাইৰ নামজ্বলা লোক। তেওঁৰ নাম শুনিলে বাঘে-ছাগে একে ঘাটে পানী খায়। হাটৰুৱাহঁত যাব বহু দূৰলৈ। ৰাস্তাত ডকাইতৰ ভয়। সেইকাৰণে ভঙা মছজিদৰ চোতালতে ৰাতিটো কটাবলৈ ঠিক কৰিছে। সিহঁতে ক'লে, আপুনি পীৰ চাহাবৰ ল'ৰা। তদুপৰি আবু মিৰৰ ভাগিন। আমাৰ লগতে ৰাতিটো থাকক। পুৱা মিৰ চাহাবৰ ঘৰত আপোনাক থৈ যাম। অকলে অকলে যাব নালাগে। মানুহকেইজনৰ সৰলতা দেখি মোৰ ভাল লাগিল। জীৰ্ণ মছজিদৰ চোতালত বহি সিহঁতে মোকো গুড় আৰু মুড়ি খাবলৈ দিলে। কাষতেই পুখুৰী এটা। তাৰেই পানী খালে। পানীখিনি বেয়া। তাৰ পিছত সিহঁত চোতালতে যেনি তেনি শুলে। শুবলৈ মোক এখন বস্তা দিলে। দেখোঁ মানুহবোৰে গাৰ কাষতে যাঠি, বল্লম, দা লৈ শুইছে। এই ধৰণৰ পৰিশ্ৰমী মানুহৰ টোপনি বৰ গভীৰ। কিন্তু মোৰ পক্ষে যে শোৱা অসম্ভৱ! বস্তা, তাতে আকৌ গাৰু নাই। জোনাক ৰাতি। হো-হোকৈ বতাহ বলিছে। চাৰিওফালে আচহুৱা কিবাকিবি শব্দ। মামাৰ কথাই ভাবিছিলোঁ। তেওঁ বাৰু মোক চিনি পাবনে? সেই ছয় বছৰ বয়সতে এবাৰ মাৰ লগত গৈছিলোঁ। গৈয়েই হ'ল সমস্যা। পিছদিনাখনেই মামাৰ লগত কাজিয়া কৰি মা গুছি আহিল। গোটেই বাটছোৱা মাই কান্দি আহিছিল। কাৰণটো হ'লে নাজানোঁ। মামা হেনো নিচাখোৰ। অঞ্চলটোৰ ডকাইত চৰদাৰবোৰ তেওঁৰ গোলাম। কিমান যে অদ্ভুত অদ্ভুত কাহিনী শুনিছোঁ আইতাৰ মুখত! মামাক হেনো সৰুতেই গোৰা পল্টনে ধৰি লৈ গৈছিল, দেউতাক হাচু

মিৰক নাপাই। কিয়? আইতাই কৈছিল, হাচুমিৰে ইংৰাজৰ বিৰুদ্ধে যুঁজ কৰিছিল। সেয়া চিপাহী বিদ্রোহেই আছিল হবলা। প্ৰয়াত ককাও হেনো চিপাহী বিদ্রোহৰ সময়ত লুকাই ফুৰিছিল। বাৰিচাচাজীৰ মুখত চিপাহী বিদ্রোহৰ কাহিনী শুনিছোঁ। মাথোন আঠত্রিশ বছৰ আগৰ ঘটনা। হৰিণমাৰাৰ বৰগাজিয়ে কৈছিল বঙালী হিন্দুসকলে বিশ্বাসঘাতকতা নকৰা হ'লে হিন্দুস্থানৰ পৰা আটাইসোপা ইংৰাজকেই খেদিব পৰা গ'লহেঁতেন। কথাটো সাঁথৰ হেন, একোৱেই বুজি নাপাওঁ। জানিবলৈ মন যায়। যোৱা মাহত লালবাগ চহৰত এজন গোৰা পল্টনে গঙ্গাৰ ঘাটত ছোৱালীবোৰক বেইজ্জতি কৰিছিল। আচৰিত কথা, সেই পান্না পেছোৱাৰিয়ে পল্টনটোক শায়েস্তা কৰিছিল। পান্না চয়তানটোৱে কিছুমান ভাল কামো হওঁতে নকৰা নহয়। বোধকৰোঁ সেইকাৰণেই চহৰৰ মানুহে তাক ভাল পায়। আটায়ে পান্নাৰ পিছত থিয় নিদিয়া হ'লে তাৰ বিপদেই হ'লহেঁতেন। মাতাল গোৰা পল্টনটোক বৰহমপুৰ বেৰেকলৈ বদলি কৰা হৈছিল। এইবোৰ কথাই পাগুলি পাগুলি কাতি হৈ এবাগৰ মাৰি উঠি চকু মেলি চাই দেখোঁ, অলপ আঁতৰত তলৰ মুকলি ঠাইডোখৰত দুটা বাঘ। তাত জোনৰ পোহৰ পৰিছে। বাঘ দুটাই নেজ দুডাল লৰচৰ কৰি আছে। কেনে এক ফেঁউ-ফেঁউ মিহি মাত সিহঁতৰ! ইটোৱে সিটোক কামুৰিছে, আচুৰিছে। তাৰ পিছত এটা বাঘ চিৎ হৈ শুই পৰিল। অইনটোৱে কাষতে পিছ ঠেং পাৰি বহিল আৰু মাজে মাজে আগ ঠেং এখনেৰে লগৰটোৰ গাল, পেট আৰু হাতোৰাত থপৰিয়াবলৈ ধৰিলে। মই থৰ লাগি চাই থাকিলোঁ। কাষৰ মানুহবোৰ টোপনিত লালকাল। পলক এটাও নেপেলোৱাকৈ চাই থাকোতে হঠাৎ মোৰ ধাৰণা হ'ল যে বাঘ দুটা এহাল মতা-মাইকী। সিহঁতে যে আমাক দেখা নাই তাৰ এটাই কাৰণ— আব্বাই এদল জিন পঠিয়াই দিছে। কিছু সময় এইদৰে ধেমালি-ধুমুলা কৰি বাঘ-বাঘিনীহাল সিপাৰৰ এন্ধাৰ হাবিডোখৰত সোমালগৈ। তেতিয়া মোৰ ভাবটো আহিল এইবুলি, মই সপোন দেখা নাছিলোতো? মানুহকেইজনৰ এজনক চিকুটি জগাই ফুচফুচাই ক'লোঁ, বাঘ! সি টোপনিতেই মাথো ক'লে, হুঁ! বতাহৰ সোঁ-সোঁ শব্দৰ মাজতো এবাৰ যেন বাঘৰ মাত শুনিলোঁ। পিছ ৰাতি আৰু টোপনিয়েই নাহিল। পুঁৱতি নিশা যাবলৈ ওলাওঁতে সিহঁতক কথাটো ক'লোঁ। সিহঁতে কথাটোত বিশেষ গুৰুত্বই নিদিলে। এজনে মাথোন ক'লে, ৰাতি বাঘে মছজিদত চালাম কৰিবলৈ আহে। মানুহৰ ক্ষতি নকৰে। অৱশ্যে সেই কালত গাওঁবোৰৰ চাৰিওফালেই হাবি আৰু সকলোতে বাঘ আছিল। ইয়াৰ পিছত যেতিয়া দেবনাৰায়ণ ৰায় নামৰ এজন বৰ আকৰ্ষণীয় মানুহৰ লগত শাঁখালাৰ হাবিত খেতিৰ কাম চাবলৈ গৈছিলোঁ তেতিয়া তাত প্ৰায়ে একোটাকৈ বাঘ মৰা হৈছিল। বাঘ, বনৰীয়া গাহৰি, সাপ। মানুহো মৰিছিল। পিছে মই এইহাল বাঘৰ কথা এশ, দুশ বা তিনিশ জন মানুহক কম। কৈয়েই থাকিম। গল্পটো হয়তো বাজে আৰু হয়তো মোৰ জীৱনত খুব মূল্যবান। পিছত যিমান বাৰেই মনত পৰিছে সিমানবাৰেই মোৰ গাটো জিকাৰ খাই উঠিছে। তেনেহ'লে প্ৰকৃততে মই কাক দেখিছিলোঁ? এক জোনাক নিশা হাবিৰ মাজত মিথুনমত্ত বাঘ-বাঘিনী— সিহঁত কোন? দেবনাৰায়ণদাই কৈছিল, এপ্ৰিল মাহ

বাঘৰ মেটিং চিজন। হুঁ, ইংৰাজী ১৮৯৬ চন। ত্ৰিশ এপ্ৰিল। তাৰিখটো মনত আছে। পান্না পেছোৱাৰিলৈ এটুকুৰা ইটা দলিয়াই পলাই আহিছিলোঁ। ৰাষ্টাত হাটৰুৱাসকলক লগ পাইছিলোঁ। জীৰ্ণ নবাবী মছজিদৰ কাষৰ হাবিত সঙ্গমলিপ্ত এহাল বাঘ। বুকুৰ মাজত ক্ৰমশঃ সিহঁতৰ গোজৰণি শুনিবলৈ পাইছিলোঁ। সিহঁতে উমলি-জামলি অবচেতনাৰ অন্ধকাৰত হেৰাই গৈছিল। এই গল্পটো কাকোৱেই কোৱা উচিত হোৱা নাই।

## ব্ৰহ্ম আৰু আনন্দ

আবু মিৰে চফিক প্ৰথমে চিনিব পৰা নাছিল। তেওঁৰ দুজনী ঘৈণীয়েক। ডাঙৰজনীৰ তুলনাত সৰুজনীক নাবালিকা বুলিব পাৰি। দুয়োজনীয়ে আবু মিৰক যম যেন দেখে। ডাঙৰজনীৰ নাম অজিফা বেগম আৰু সৰুজনীৰ নাম জৰি বেগম। গিৰিয়েক ঘৰত নাথাকিলে দুয়োজনীৰ উখনা-উখনি লাগিয়েই থাকে। চফি যোৱাৰ আগদিনা আবু মিৰে অজিফা বেগমক তালাক দিছিল। বেচেৰী এটা সন্তানো গৰ্ভত ধাৰণ কৰিব নোৱাৰিলে। আৰু জৰি বেগমে স্বামী গৃহলৈ আহিয়েই গৰ্ভ ধাৰণ কৰিলে। আবু মিৰে হোকাত ধপাত হুপি আছিল। চোতালত এপাল মানুহ বহি আছিল। সিহঁতে তাড়ি খাইছিল। সিহঁতৰ লগত লাঠি, বল্লম, টাঙ্গি, তৰোৱাল আদি। কেইডালমান পেংলাখুটিও আছিল। এইবোৰেৰে ল'ৰাহঁতে খেলা চফিয়ে দেখিছে। জপৰা চুলি, দাঢ়ি গোফ, ৰঙা ৰঙা চকুৰ এইবোৰ যে ডকাইত চফিৰ বুজাত অসুবিধা নহ'ল। ভালেখিনি পৰ জেৰা কৰাৰ পিছত আবু মিৰে তত্ ধৰিব পাৰিছিল, ল'ৰাজন তাৰ ভনীয়েক চাইদাৰেই সন্তান বুলি। কিন্তু সি চফিক সিমান গুৰুত্ব দিয়া নাছিল। মাথোন জৰি বেগমেহে চফিক থকাৰ কাৰণে জোৰকৈ ধৰিছিল। দুপৰীয়া আদৰ-সাদৰ কৰি খুৱাইছিল। মুৰ্গীৰ মাংস, মাহৰ দাইলৰ বৰা আৰু কোমোৰাৰ আঞ্জা। ভাতবোৰ গোট গোট আৰু ৰঙচুৱা। আবু মিৰ তেতিয়া ওলাই গৈছে। ভাত খাই উঠি চফিয়ে মাত লগালে, মামী মই যাওঁ। জৰি বেগমে সুধিলে, কিয়? সৰু মামীয়েৰাক ভাল লগা নাই নহয়? ডাঙৰ মামীয়েৰা থকা হ'লে ভাল লাগিলহেঁতেন। পিছে মই কি কৰোঁ, কোৱা? কালি তোমাৰ মোমায়েৰাই ৰাইজ মাতি তালাক দিলে। এনেয়ে থাকিলহেঁতেন যদিও চফিৰ এতিয়া আৰু থাকিবলৈ ইচ্ছা নোহোৱা হ'ল। সি মৌলাহাটলৈ উভতি যাবই। জৰি বেগমৰ চেহেৰাত একধৰণৰ নিষ্ঠুৰতাৰ ভাবো ইয়াৰ কাৰণ হ'ব পাৰে। সি মোমায়েকৰ ঘৰৰ পৰা ওলাল। শুকান গঙ্গা পাৰ হৈ সিপাৰে এজন মানুহ লগ পালে। মানুহজনে তৰমুজ খেতিৰ মাজত বহি হোকা টানিছিল। মানুহজনে তাক মৌলাহাটলৈ যোৱা বাটটো বুজাই দিলে। তাৰ পৰা হেনো চৈধ্য ক্ৰোশ দূৰ। খোজ কাঢ়ি গৈ থাকোতে এঠাইত এটা পান্থশালাৰ ওচৰত বেলি ডুবিল। পান্থশালাৰ পিছফালেই হাটখোলাৰ চালি ঘৰ। তাত এজাক মানুহ জিৰণি লৈ আছে। ওচৰতে এখন দোলা। দোলাভাৰীহঁতে ভৰি মেলি বহি চিৰা খাইছে। মূৰত ৰঙা পাগুৰি পিন্ধা পিয়াদা এজনে হাতত লাঠি লৈ মানুহবোৰক খৰধৰ কৰিবলৈ কৈ আছিল। চফিয়ে পান্থশালাৰ

সম্মুখত এখন বাঁহৰ চাঙত বহি ঘটনাটো বুজাৰ চেষ্টা কৰিছিল। এনে সময়তে হাটখোলাৰ পিছফালৰ পৰা এজন ওখ-পাখ ভদ্রলোক হাতত গাৰু এটা লৈ দোলাৰ কাষলৈ আহিল। মানুহজনৰ পিন্ধনত চুৰীয়া, ভৰিত নাগাৰা জোতা, উদং গা। চফিক দেখি মানুহজনে গাৰুটো দোলাত থৈ তাৰ কাষলৈ আহিল। অবাক হৈ চফিলৈ চাই সুধিলে, তোমাৰ ঘৰ ক'ত?

এনেদৰেই কপালীতলাৰ জমিদাৰহঁতৰ সৰু বাবু দেবনাৰায়ণ ৰায়ৰ সৈতে চফিৰ পৰিচয় হৈ যায়। দেবনাৰায়ণ আছিল খেয়ালী মানুহ। ককায়েকহঁতৰ লগত, জ্ঞাতিৰ মানুহৰ লগত তেওঁৰ মিলা-প্রীতি নাছিল। তেওঁ কপালীতলাত প্রায় এঘৰীয়াৰ দৰেই। মেল-মোকৰ্দমা কৰি শাঁখালা নামৰ এটা অনাবাদী জঙ্গলৰ মহল ভাগত পায়। কেবাটাও সৰু সৰু নদীৰ অববাহিকাত কেইবৰ্গমাইলমান খেতি-খলা নোযোৱা মাটি। তাতে মানুহ বহুৱাবলৈ লৈছে দেবনাৰায়ণে। মাটিৰ লোভত এদল মানুহ কিছুদিন আগেয়ে তালৈ উঠি গৈছে। এইবাৰ দ্বিতীয় দলটোক লৈ গৈ আছে। কোনোটো দলেই হলে এতিয়ালৈকে ঘৰ-গৃহস্থী পাতি ল'ৰা-তিৰোতা লৈ যাবলৈ আগ্রহ দেখুওৱা নাই। গতি-গোত্র বুজি উঠিহে নিব। দেবনাৰায়ণে মানুহক খুব সহজে আপোন কৰিব পাৰিছিল। জাত-পাত নামানিছিল। কৈছিল, একমাত্র ব্রহ্মাত বাদে নো কোন আছে? আমি মানুহবোৰ আটায়ে পৰম ব্রহ্মৰ একো একোটা প্রকাশ। এই বিশ্বব্রহ্মাণ্ড চেতনাময়। কাণ পাতি শুনা, প্রকৃতি জুৰি ব্রহ্মৰ তান। বতাহৰ সোঁ-সোঁৱনিত, চৰাইৰ কাকলিত, নৈৰ সোঁতৰ শবদত, ফুলৰ মেল খোৱা পাপৰিত, সকলোতে আনন্দৰূপ ব্রহ্মৰ তান। তেওঁৰেই আনন্দৰ বাবে সৃষ্টি, স্থিতি, লয়। এইবুলি কৈ তেওঁ গলগলীয়া মাতেৰে গান জুৰিছিল।

অৰ্থাৎ দেবনাৰায়ণ ব্রাহ্ম আছিল।......

## বন্দেমাতৰম্

দেবনাৰায়ণদা আছিল এক ধৰণৰ চেৰা-বলিয়া। পিছে তেওঁৰ হাতত পৰি যে মোৰ জীৱনৰ ভালেখিনি সলনি হৈছিল সেইটো ঠিক। শাঁখালা নামটো সলাই তেওঁ শঙ্খিনী ৰাখে। মানুহে অৱশ্যে এতিয়ালৈকে গ্রহণ কৰা নাই। পিছে ওখ মাটি ডৰাৰ ওপৰত মূল বসতি পাতি তাৰ যে তেওঁ ব্রহ্মপুৰ নাম দিছিল সেইটো প্রচলিত হৈছে। এজোপা প্রকাণ্ড বটগছৰ তলত উপাসনা বেদী। নাম দিছিল ব্রহ্ম মন্দিৰ। তাত সাধাৰণ মানুহবোৰক গোটাই লৈ আব্বাৰ দৰেই গলগলীয়া মাতেৰে ভাষণ দিছিল। বেদৰ মন্ত্র আবৃত্তি কৰিছিল। এইবোৰ ক্ষেত্রত আব্বাৰ লগত অলপ যে মিল আছিল, সেইটো খাটাং। মাথোন আব্বাৰ দৰে তৰ্জন-গৰ্জন কৰা নাছিল। শান্ত আৰু গম্ভীৰ, অথচ এক প্রসন্ন ভাবৰ জেউতি চৰিছিল তেওঁৰ চকুৱে মুখে। মাজে সময়ে কৈছিল, জান চফি, কোৰাণ মোৰ মুখস্থ? কৈ তেওঁ কোনোবা এটা চুৰা আংশিক আবৃত্তি কৰিছিল। মই উচ্চাৰণৰ ভুল শুধৰাই দিছিলোঁ। মোৰ লগত ইছলাম আৰু উপনিষদৰ বিষয়ে আলোচনা কৰিব বিচাৰিছিল। এইবোৰ মুহূৰ্তত তেওঁক মোৰ খুব বিৰক্তিকৰ

লাগিছিল। ধৰ্ম অধৰ্মৰ ভাব ইতিমধ্যে মোৰ মনৰ পৰা বহু আঁতৰত। অৱশ্যে সন্ধিয়াৰ অনুষ্ঠানটো মোৰ ভাল লাগিছিল। ব্ৰহ্ম মন্দিৰৰ বেদীত বহিছিল দেবনাৰায়ণদা। ব্ৰহ্ম কীৰ্ত্তন আৰম্ভ হৈছিল। খোল বজাই গান গায়। দেবনাৰায়ণদাই সিহঁতক কৈছিল বৈতালিক। সেয়াই প্ৰথম মই একেবাৰে কাষৰ পৰা সঙ্গীতৰ জুতি পাওঁ। আব্বাই কৈছিল,-এবাৰ গান-বাজনা শুনিলে চল্লিশ দিনৰ বন্দেগি (উপাসনা) বৰবাদ হয়। অথচ এনেকৈ যদি আল্লাহৰ নামত গান গোৱা হয়, আল্লাহ কিয় খড়্গহস্ত হ'ব মই একো ভাবি নাপাওঁ। দেবনাৰায়ণদাই মোকো গানত যোগ দিবলৈ কয়। মোৰ গান নোলায়। আৰু এটা বিৰক্তিকৰ ঘটনা হ'ল কোনোবা ভদ্ৰলোক আহিলেই দেবনাৰায়ণদাই মোক দেখুৱাই কৈছিল, এওঁ আমাৰ সমাজৰ মুছলমান সদস্য। তেওঁলোকে বিশ্বাস কৰা নাছিল। তেতিয়া মই চুৰীয়া-কামিজ পিন্ধোঁ। তেওঁলোকে প্ৰশ্ন কৰে, সঁচা নেকি? তেওঁলোকৰ মুখত অবিশ্বাসৰ ভাব স্পষ্ট। মই খং কৰি আঁতৰি গৈছিলোঁ। এদিন এজন ভদ্ৰলোক আহিল। তেওঁৰ নাম যামিনী মজুমদাৰ। ৰুগীয়া চেহেৰাৰে চুটি-চাপৰ মানুহ। মোৰ লগত আবেলি ফুৰিবলৈ ওলাল নতুন বান্ধৰ পথেৰে। কিছু দূৰ মনে মনে যোৱাৰ পিছত তেওঁ হঠাতে সুধিলে, তুমি জানো মুছলমান? ক'লোঁ, হয়—মোৰ নাম চৈয়দ চফিউজ্জামান। মোৰ দেউতা এজন পীৰ। যামিনী বাবুৱে মোৰ এখন হাতত ধৰি লাহেকৈ সুধিলে, তুমি দেবুদাৰ লগ লাগিলা কেনেকৈ? তেওঁক মাথোন অলপ-অচৰপ ক'লোঁ। পান্না পেছোৱাৰিক মাৰি পলাই অহাৰ কথাটো কিন্তু নক'লোঁ। যামিনী বাবুৱে ক'লে, তুমি ইয়াত নাথাকিবা। অঞ্চলটোৰ ভদ্ৰলোকসকলে দেবুবাবুক ভাল নাপায়। তেওঁ ব্ৰাহ্ম। মাটিৰ লোভত কোনো কোনোৱে ইয়ালৈ আহি তেওঁৰ ওচৰত দীক্ষা লৈছে। এইবাবে বহুতেই খঙতে গুজৰি-গুমৰি আছে। এই বান্ধ বন্ধা হৈছে, শ শ গৰীব দুখীয়া ৰাইজে কোৰ মাৰিছে— অহাবাৰলৈ খেতি-বাতিও কৰিব; কিন্তু মোৰ কি ভয় হয় জানা? বাৰিষা কোনোবাই বান্ধ কাটি দিব। তদুপৰি তুমি মুছলমান— ব্ৰাহ্ম হৈছা। অঞ্চলটোৰ মুছলমানসকলেও এইটো সহ্য নকৰিব। মই ক'লোঁ, মই ব্ৰাহ্ম হোৱা নাই। যামিনীবাবুৱে হাঁহিলে। তেতিয়াহ'লে ইয়াত আছাহি কিয়? দেউতাৰাৰ ওচৰলৈ উভতি নোযোৱা কিয়? ক'লোঁ, ইয়াতে থাকি ভাল লাগিছে। যামিনীবাবুৱে সুধিলে, মাথোন এই কাৰণতেই? ক'লোঁ, হাবিত জন্তু-জানোৱাৰ আছে। মাজে-সময়ে মাৰা হয়। চাওতাল বস্তিৰ মানুহবোৰ চিকাৰত ওলায়। সিহঁতৰ লগত ময়ো যাওঁ। এইবোৰ মোৰ ভাল লাগে। যামিনীবাবুৱে ক'লে, আহা। ইয়াতে অলপ বহোঁ। বান্ধৰ ওপৰত ঘাঁহ গজা চপৰা আনি দিয়া হৈছিল। দুয়ো তাতে বহিলোঁ। অলপ পিছত যামিনীবাবুৱে গুণগুনাই গাবলৈ ধৰিলে। গানটো আগেয়ে কৰবাত শুনা যেন লাগিছে। মিঠা সুৰ।

বন্দেমাতৰম্।
সুজলাং সুফলাং মলয়জশীতলাম্
শস্য শ্যামলাং মাতৰম্.........

তেওঁ গান গোৱা বন্ধ কৰি মোৰ ফালে চাই ঈষৎ হাঁহিলে। কেনে লাগিছে? ক'লোঁ, ভাল। তেওঁ আকৌ গালে,

শুভ্রজ্যোৎস্নাপুলকিতযামিনীম্
ফুল্লকুসুমিত দ্রুমদলশোভিনীম্
সুহাসিনীং সুমধুৰভাষিণীম্
সুখদাং বৰদাং মাতৰম্......

যামিনীবাবুৱে সুধিলে, কিবা বুজিলানে? তেওঁৰ ফালে চাই থাকিলোঁ। যামিনীবাবুৱে হাঁহিব ধৰিলে। দেবুদাই তোমাৰ মূৰটো খালে। শুনা, গানৰ অৰ্থটো তোমাক কওঁ। এইবাৰ ক'লোঁ, গানটো মই জানোঁ। বঙ্কিমচন্দ্ৰৰ 'আনন্দমঠ' মই পঢ়িছোঁ। তদুপৰি স্কুলত মই সংস্কৃত পঢ়িছোঁ। যামিনীবাবুৱে লৰচৰ কৰি বহি মোৰ কান্ধত হাত থৈ ক'লে, সুন্দৰ! ক'লোঁ, কিন্তু 'আনন্দমঠ'ত মুছলমানক ঘৃণা কৰা হৈছে। বাৰি চাচাজীয়ে কৈছিল। যামিনীবাবুৱে ভুৰু কোঁচাই সুধিলে, তেওঁ আকৌ কোন? ক'লোঁ, নবাব বাহাদুৰৰ সৰু দেৱান আব্দুল বাৰি চৌধুৰী। যামিনীবাবু খুব আচৰিত হ'ল। সুধিলে, চৌধুৰীচাহাব তোমাৰ সম্পৰ্কীয় হয় নেকি? কি আচৰিত! ইমান সময়ে কোৱা নাই কিয়? যামিনীবাবুৰ কথা শুনি মই ভয় খাই গ'লোঁ। যদি এওঁ বাৰিচাচাজীক মই ইয়াত থকাৰ খবৰটো দিয়ে তেতিয়াহ'লে মোৰ ইয়াত থকাৰ মুদাই মৰিব! সেয়ে ক'লোঁ, ঠিক আত্মীয় নহয়, অলপ-অচৰপ চিনাকি। যামিনীবাবুৱে মোক বুজাই থাকিল, বঙ্কিমচন্দ্ৰই উপন্যাস লিখিছে। কিন্তু এই গানটো সত্য। জন্মভূমিক আই বুলি কোৱাত তোমাৰ আপত্তি আছে নেকি? দেবুৰ থাকিবও পাৰে। সি সকলোতে ব্ৰহ্মাৰ অস্তিত্বই দেখে। সিহঁতে পুৰুষৰূপী ঈশ্বৰৰ উপাসনা কৰে। কিন্তু আমি উপাসনা কৰোঁ দেশৰ। দেশ আমাৰ আই। চফি, দেশক তুমি ভাল নোপোৱানে? স্বীকাৰ নকৰানে জন্মভূমিৰ লগত জন্মদাত্ৰী মাৰ মিল আছে বুলি?..... এই প্ৰথম মই এজন 'স্বদেশীবাবু' দেখিলোঁ। স্বদেশীবাবুহঁতৰ বিষয়ে মোৰ বিশেষ তেনে একো ধাৰণা নাছিল। সেইবাবে কথাবোৰ বিতংকৈ জানি লোৱা উচিত হ'ব বুলি ভাবিলোঁ। সিদিনা গধূলিপৰলৈকে যামিনীবাবুৱে যিবোৰ কথা ক'লে, তাকে শুনি ধাৰণা হ'ল, ঠিক একেবোৰ কথাই আব্বাৰ মুখত নাইবা হৰিণমাৰাৰ বৰগাজিৰ মুখত অলপ অন্য ৰূপত শুনিছোঁ। ইংৰাজ আমাৰ শত্ৰু। উভতি অহাৰ পথত যামিনীবাবুক সুধিলোঁ, আপুনি ইয়াত কিমান দিন থাকিব বাৰু? যামিনীবাবুৱে অলপ হাঁহি ওলোটাই প্ৰশ্ন কৰিলে, কেলেই? মোক পুলিচৰ হাতত ধৰাই দিবা নেকি? ক'লোঁ নহয়। আপোনাৰ লগত যাবলৈ মন গৈছে। যামিনীবাবুৱে মোৰ হাত খামুচি ধৰি ক'লে, বঢ়িয়া। কিন্তু আৰু কিছুদিন তুমি ইয়াতে থাকা। এতিয়াই তোমাক লৈ যোৱাটোত মোৰ কিছু অসুবিধা আছে। তদুপৰি তুমি মন স্থিৰ কৰা। সুধিলোঁ, কিয়? মই আচলতে ক'ব বিচাৰিছিলোঁ যে মই স্বাধীন, মুক্ত, য'লৈকে মন যায়, ত'লৈকে যাব পাৰোঁ, যি মন যায় তাকেই কৰিব পাৰোঁ। যামিনীবাবুৱে মোৰ কথাৰ উত্তৰত ক'লে, আমি এতিয়াও সংঘবদ্ধ হৈ উঠা নাই। গোটেই দেশতে অ'ত ত'ত সিঁচৰিত হৈ আছোঁ। কিছুমান মানুহৰ মাজত— যেনে ধৰা মোৰ, মোৰ মাজতো এটা সঙ্কল্পই দৃঢ় ৰূপ ধাৰণ কৰিবলৈ লৈছে। আমি চেষ্টা কৰিছোঁ, পৰস্পৰক যোগাযোগ কৰি এটা সমিতি গঠন কৰাৰ। ইয়ালৈ মই অহাৰ উদ্দেশ্যও সেইটোৱেই। এইবাৰ সুধিলোঁ, আপোনাৰ ঘৰ ক'ত?

যামিনীবাবুৱে ঈষৎ হাঁহি ক'লে, বৰহমপুৰত আছিল। ওকালতি কৰিছিলোঁ। সেই সূত্ৰেই দেৱান চৌধুৰীক চিনোঁ। সুধিলোঁ, ব্ৰাহ্মসকলৰ সম্পৰ্কত আপোনাৰ ধাৰণা কি? যামিনীবাবুৱে অলপ পৰ মনে মনে থাকি ক'লে, তেওঁলোকৰ নিজৰ মাজতেই মতবিৰোধ আছে। সকলোতে দলাদলি। এদলে লগুন লোৱাৰ বিৰোধী—যেনে দেবুদাহঁত। দেবুদাহঁতে জাতি ভেদ নামানে। ব্ৰাহ্মণ-শূদ্ৰ-মুছলমান-খৃষ্টান আটাইকে দীক্ষা দিছে। অন্য দলে বিচাৰে ব্ৰাহ্মণৰ আধিপত্য। আচাৰ্য হ'ব মাথোন ব্ৰাহ্মণেই। বামুণবোৰে লগুণ ত্যাগ নকৰে। যিহওক, যিসকল ব্ৰাহ্মণ-কায়স্থ ভদ্ৰলোক আহি দেবুদাৰ লগ লাগিছেহি, সিহঁতৰ মাটিৰ লোভ। লোভতহে আহিছে। মই ক'লোঁ, মুছলমানৰ সৈতে দেবনাৰায়ণদাৰ খুব মিল। যামিনীবাবুৱে খুব হাঁহিলে।.... কাৰ লগত মিল নাই? পাঁচ ক্ৰোশ আঁতৰত এজন ইংৰাজ চাহাবে ৰেছম ফেক্টৰী খুলিছে। তাৰ নাম ষ্টেন্‌লি। তাৰ লগতো দেবুদাৰ খুব মিল। কোনোবা দিনা দেখিবা সিও ইয়াত হাজিৰ হৈছেহি। অথচ সেই চাহাবক মোৰ হত্যা কৰিবলৈ মন যায়। চমকিত হৈ ক'লোঁ, সেয়া আকৌ কেনে কথা! কিয়নো? যামিনীবাবু গম্ভীৰ হৈ গ'ল। লাহেকৈ ক'লে, নুৰপুৰৰ ৰেছম ফেক্টৰীটোৱে অঞ্চলটোৰ শিপিনীসকলৰ সৰ্বনাশ কৰিছে। আৰু ষ্টেন্‌লি বৰ অত্যাচাৰী। এইবোৰ কথা পাতি পাতি দেবনাৰায়ণদাৰ বাহৰ পালোঁগৈ। তেতিয়া সান্ধ্য উপাসনা আৰম্ভ হৈছে। সদায় কৰাৰ দৰে বাঁহৰ খুটাত কেইটামান লেম ওলোমাই দিছে। বেদীত বহি দেবনাৰায়ণদাই আব্বাৰ দৰে গলগলীয়া মাতেৰে বেদমন্ত্ৰ আবৃত্তি কৰিছে। যামিনীবাবুৱে লাহেকৈ ক'লে, দেবুদাৰ এইখনেই স্বৰ্গপুৰী। এচমকা হালধীয়া পোহৰত যামিনীবাবুৰ মুখত এটা বেঁকা হাঁহি দেখিলোঁ। হাঁহিটো বেয়া লাগিল। অইনদিনাৰ দৰে মজলিছত বহিবলৈ গৈছিলোঁ, কিন্তু যামিনীবাবুৱে মোক হাতত ধৰি টানি আন্ধাৰৰ আঁৰ লৈ মাটিৰে লেপা ঘৰবোৰৰ ফালে লৈ গ'ল। 'অতিথি ভৱন' নামৰ আটাইতকৈ দীঘল ঘৰটোৰ বাৰাণ্ডাত উঠি ক'লে, ব্ৰহ্ম সঙ্গীত দূৰৈৰ পৰাই শুনা ভাল। অলপ দূৰলৈ নগ'লে সত্যক চিনি পোৱা নাযায়। ইয়াৰ পৰা মানুহবোৰক লক্ষ্য কৰা। সত্য ধৰা পৰিব। যামিনীবাবুৰ এই ৰহস্যময়, সাঁথৰ যেন লগা কথাবোৰ বুজিব পৰা নাছিলোঁ। অলপ পিছতেই দেবনাৰায়ণদাৰ উদাত্ত কণ্ঠৰ আবৃত্তি ভাঁহি আহিল পোহৰৰ ফালৰ পৰা,

আনন্দাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে.....

যামিনীবাবুৱে চেপা ক্ৰুদ্ধস্বৰে ক'লে, আনন্দ! ক'ত আনন্দ? সকলোতে নিৰানন্দ। সকলোতে দুখ। অপমান। অত্যাচাৰ।.......

## দ্বিতীয় কথোপকথন

দাদিমা। দাদিমা!

মই ইয়াত।

বৰ অদ্ভুত তুমি! বাহিৰত কি কৰি আছা?

পোনা নাহিল যে!

নাহক। তুমি শোৱাহি! ইমান ৰাতি বাহিৰত থাকিব নালাগে।

মোৰ ভয় লাগে অ', ইমান ৰাতিলৈকে সি বা ক'ত থাকে?

ক'ৰবাত আড্ডা মাৰি আছে। তুমি আহা। দুৱাৰত দাং দিয়া।

জান আইচানা, পোনাৰ স্বভাৱটো ঠিক তহঁতৰ সৰু ককাৰৰ দৰে।

অ' সেইকাৰণে?

মোৰ ভয় লাগে, কেতিয়া যে পুলিচে তাক—

আঃ মনে মনে থাকাচোন! শোৱাহি।

তই মোক বহুত দিনৰ পিছত দাদিমা বুলি মাতিলি, আইচানা!

কি জানো। তোমাৰ ভ্ৰম হ'ব ধৰিছে। মইনো আকৌ কেতিয়া তোমাক দাদিজী বুলি মাতিছিলোঁ!

পোনাই দাদিজী বোলে। হুঁ, তই অৱশ্যে দাদিমা বুলিয়েই মাত। কিন্তু পোনাই কিয় দাদিজী বুলি মাতে বাৰু?

ভূতৰ মুখত ৰাম নাম! তাৰ কথা বাদ দিয়াচোন।

আইচানা, তই একেবাৰে হিন্দু হৈ গৈছ।

ভালেই কৰিছোঁ। হিন্দুৰ দেশ। হিন্দু হ'বও পাৰোঁ।

যিয়েই নকৰ সোণ, হিন্দুসকলে তোক আপোন কৰি নলয়।

তুমি অন্ধকাৰৰ প্ৰাণী। কি জানা, কি জানা? এতিয়া সকলো সলনি হৈছে।

তহঁতৰ সৰু ককাৰে কৈছিল, মুছলমানৰ খোদা এজন। হিন্দুৰ তেত্ৰিশ কোটি। মুছলমানে এজন খোদা বেয়া কৰিব পাৰে। হিন্দুৰ তেত্ৰিশ কোটি খোদা বেয়া কৰা কঠিন।

সৰু ককা তোমাৰ হিৰো!

কি ক'লি?

সৰু ককা মোৰো হিৰো!

হিৰো— সেইটো আকৌ কি অ'?

দিনত বুজাই দিম বাৰু। মোৰ টোপনি ধৰিছে।

চুপ! সেয়া বোধহয় পোনা আহিছে! পোনা, আহিছ?

আচৰিত! বতাহৰ শব্দ। তোমাৰ কাণৰো গোলমাল হৈছে নহয়?

মোৰ শাহু আয়েও ঠিক এনেকৈ মাতিছিল, জাননে? কিবা এটা টুং কৰিলেই মাত দিয়ে, চফি আহিলি? ওৰে নিশা তেনেকৈ কটায়। এবাৰ ঘৰৰ ভিতৰ, এবাৰ বাহিৰ। মাথোন চট্‌ফটনি। পিছে এদিন বাৰিষাৰ ৰাতি। বৰষুণ দি আছে। হো-হোকৈ বতাহ। আইমণি পেহী শাহু আইৰ ওচৰতে শুই আছে। তেনেতে হঠাৎ খিড়িকীৰে বাহিৰত—

উ টোপনি ধৰিছে। কাইলৈ নিশা শুনিম।

হঠাৎ খিড়িকীৰে বাহিৰত মাত, মা! আইমণি পেহীয়ে ক'লে, চফি।

শাহু আয়ে ক'লে, অইনৰ ঘৰত কোনোবাই মাতিছে। চফি হোৱা হ'লে আম্মা বুলি

মাতিলেহেঁতেন। আইমণি পেহীয়ে ক'লে, নহয়, মই স্পষ্টকৈ শুনিছোঁ, চফিৰ মাত।

তুমি নিজে নিজে বকি থাকা। মই একো শুনা নাই কিন্তু!

আইমণি পেহীয়ে খিড়িকী খুলি মাত দিলে, চফি? দেওৰচাহাবে খঙেৰে ক'লে, তিতি গ'লোঁ। আৰু এবাৰ মাতি শুছিয়েই গ'লোহেঁতেন।

আইমণি পেহী দুৱাৰ খুলি বৰষুণত তিতি বাহিৰ ওলাল। শাহু আয়ে লেম জ্বলাবনে নাই ভাবি পোৱা নাই। হতভম্ব হৈ বিছনাত বহি আছে। মানুহৰ মাত শুনি লেমটো জ্বলাই বাহিৰলৈ আহি দেখোঁ কোনোবা এজন যুৱক। হিন্দুৰ পোছাক পিন্ধিছে। মুখৰ পিনে ঢাই ওৰণি টানি ঘৰ সোমাব খুজিছোঁ, এনেতে দেওৰচাহাবে ক'লে, এতিয়া যে আৰু তুমি বুলিব পৰা নাযায়। ৰুকু বুলিও মাতিব নোৱাৰি। নবৌ, কেনে আছে? মোৰ বুকু ভাঙি কান্দোন আহিল। নিজকে সংযত কৰিব নোৱাৰিলোঁ। ঘৰৰ ভিতৰলৈ সোমাই গ'লোঁ।.....

## এটা পিস্তল, এটা কান্দোন

ব্ৰহ্মপুৰত দেবনাৰায়ণদাৰ ৰমৰমা অৱস্থা। পকা ঘৰ হৈছে। ব্ৰহ্মোপাসনাৰ বেদী ঘেৰি দালান সজা হৈছে। শাৰী শাৰী খুটাৰ ওপৰত ছাদ। মাটিৰ বেদী বগা পাথৰেৰে বন্ধোৱা হৈছে। বাহিৰত ওপৰত লিখা আছে 'ব্ৰহ্মপুৰ সাধাৰণ ব্ৰাহ্ম সমাজ। নৰনাৰী-জাতি ধৰ্ম নিৰ্বিশেষে অবাধ প্ৰৱেশাধিকাৰ।' তাৰ ওপৰত লিখা আছে ঃ 'ওঁ তৎসৎ। চাৰিওফালে আন কিছুমান বৈদিক মন্ত্ৰও লিখা আছিল। এইটো আশ্ৰমৰ অংশ। আশ্ৰমৰ বাহিৰত ব্ৰাহ্ম বিদ্যালয়। ব্ৰাহ্ম দাতব্য চিকিৎসালয়। হোজা বয়সস্থসকলৰ কাৰণে এটা শিক্ষামন্দিৰ। দেবনাৰায়ণদাৰ পৰিচয় তেতিয়া 'আচাৰ্যদেব'। 'দেব' কিয় বুলি সোধাত ঈষৎ হাঁহি কৈছিল, সন্মানিত অৰ্থত। মই কৈছিলোঁ, ময়ো 'আচাৰ্যদেব' বুলিম, দাদা! মোৰ দুগুণ বয়সীয়া মানুহজনে মোক তেওঁৰ বুকুত সাৱটি ধৰি ক'লে, সেই যে তাৰাপুৰ পান্থশালাত তোৰ লগত পৰিচয় হ'ল আৰু তোক ক'লোঁ, 'মোক দেবনাৰায়ণদা বুলি মাতিবি', দ্যেট ইজ্ ফাইনেল। যামিনীবাবু সেই যে গুছি গ'ল, আজি এবছৰে একো খা-খবৰেই নাই। পিছৰ বছৰ খৰালিৰ দিনত ধান চপোৱাৰ পিছত খবৰ পোৱা গ'ল, নুৰপুৰ ৰেছম ফেক্টৰীৰ মালিক ষ্টেন্‌লিক গুলীয়াবলৈ গৈছিল। গুলি নুফুটিল। বিপৰীতে ষ্টেন্‌লিৰ গুলিয়ে তেওঁৰ কলিজা থকা-সৰকা কৰিলে। গোটেই অঞ্চলটো ভয়ত থৰহৰি কম্পমান। ভালেকেইমাহ ধৰি চাৰিওফালে সন্ত্ৰাসৰ ভাব। বাৰিষা কালত দেবনাৰায়ণদাই বহৰমপুৰৰ পৰা এগৰাকী ভদ্ৰ মহিলা আৰু তেওঁৰ ছোৱালীক দোলাৰে ব্ৰহ্মপুৰলৈ অনালে। তেওঁলোকক আশ্ৰমৰ এটা ঘৰত থাকিবলৈ দিলে। মই পলমকৈ গম পালোঁ যে তেওঁলোক যামিনীবাবুৰ ঘৈণীয়েক আৰু জীয়েক। দেবনাৰায়ণদাই কথাটো কাকো জানিব দিয়া নাই। মোকো কোৱা নাই। এদিন লাইব্ৰেৰীত বহি 'বাবু ৰবীন্দ্ৰনাথ ঠাকুৰৰ' (দেবনাৰায়ণদাই 'বাবু' শব্দটো লগাই দিছিল) 'নিৰ্ঝৰেৰ স্বপ্নভঙ্গ' কবিতাটো খুব মনযোগেৰে পঢ়ি আছোঁ। এনেতে

খিড়িকীৰে এনেয়ে এবাৰ বাহিৰলৈ চাওঁতে বাহিৰত ফুল এজোপাৰ কাষত ছোৱালী এজনী দেখিলোঁ। সেই সময়ত কোনোবা এজনী ছোৱালী দেখিলেই ৰুকুৰ সৈতে তুলনা কৰা অভ্যাস হৈছিল। হয়তো মোৰ মনত সেই শক্তিশালী কবিতাটোৰ যি আবেগ আছিল, মোৰ দৃষ্টিত তাৰ প্ৰকাশ ঘটিছিল। ছোৱালীজনীয়ে চকু নমালে। দেখিলোঁ তাই কৰণিত ফুল তুলিছে। সিহঁতকেই দেবনাৰায়ণদাই বৰহমপুৰৰ পৰা লৈ অনা কথাটো জানোঁ। আত্মীয় বুলি পৰিচয় দিছে। ছোৱালীজনীৰ নামো মই জানিছিলোঁ। বৰ অদ্ভুত নাম ঃ স্বাধীনবালা! তাইৰ মাকৰ নাম সুনয়নী। সুনয়নীয়ে মোলৈ অবাক দৃষ্টিৰে চাই কৈছিল, তোমাক বোপা মুছলমান যেন নালাগে। ভিতৰি খং উঠিলেও বাহিৰত দেখুৱাই হাঁহিছিলোঁ। সদায় একেটা কথাকে শুনি শুনি এতিয়া অৱশ্যে কিছু সহিব পৰা হৈছোঁ। স্বাধীনবালাক ফুল তোলা দেখাৰ পিছত, তদুপৰি সেইদৰে মৰম লগাকৈ দৃষ্টি আঁতৰাই নিয়াৰ ভঙ্গী দেখাৰ পিছত মোৰ ধাৰণা হ'ল, হয়তো যামিনীবাবুৱে সঠিক কথা কোৱা নাই, সেই যে কৈছিল 'ক'ত আনন্দ?' এয়া, ইয়াতেইচোন আনন্দ। সেই ফুল, সেই ৰূপহী গাভৰু। আৰু ইতিমধ্যে দেবনাৰায়ণদাই যেন মোৰ মূৰত আনন্দ বিষয়টো সুমুৱাই দিছে। পথাৰত কৃষকে কোৰ মৰাটোতো আনন্দ অনুভৱ কৰোঁ। নাঙলৰ ফালে কৰ্ষণ কৰি উৰ্বৰ ভূমিৰ বুকু ফালি দিয়া কাৰ্যত আনন্দ দেখা পাওঁ— তাতেই যে এদিন গজি উঠিব শুকান বীজৰ পৰা সেউজীয়া শইচ। বীজেও নিজকে দুফাল কৰি লৈ আনে সেউজ মাধুৰী। হাবিৰ কাষত থিয় হৈ গছ-লতিকাৰ ফালে চাই বঙ্কিমচন্দ্ৰই কৈছে, 'ওই আভূমিপ্ৰণত শ্যামলতা দুলিতেছে'। মই সলনি হ'ব ধৰিছোঁ অথবা সলনি হৈ গৈছিলোঁ। পান্না পেছোৱাৰিৰ কথা, চিতাৰাৰ কথা, লালবাগ চহৰৰ সকলো কথা ভৰিৰে মোহাৰি পেলোৱাৰ পিছত মোৰ দৌৰৰ গতি কমিছে। লেকামছিগা ঘোঁৰাটোক এৰি দিছোঁ, পিছলৈ গুছি গৈছে, মই খোজ কাঢ়িছোঁ। নিজৰ ভৰিৰে ঘূৰি ঘূৰি আবিষ্কাৰ কৰিছোঁ আনন্দ, আনন্দ, আনন্দ। যি ধ্বংস, যি মৃত্যু, যি দুখ, সকলো এটা আনন্দৰ লয়ৰ পিছত অইন এটা আনন্দৰ জন্ম। কেইদিনমান পিছত লাইব্ৰেৰিত বহি 'বাবু ৰবীন্দ্ৰনাথ ঠাকুৰৰ' অইন এখন কিতাপ পঢ়ি থাকোতে মোক চমকিত কৰি হঠাতে স্বাধীনবালা সোমাল। মই মূৰ তুলি নাচালোঁ। তাই আলমাৰিত কিবা কিতাপ বিচাৰিবলৈ ধৰিলে। তাৰ পিছত লাহেকৈ সুধিলে, লাইব্ৰেৰিত বাৰু কোনো উপন্যাস নাই নেকি? ক'লোঁ, নাজানোঁ। স্বাধীনবালাই হাঁহিলে। কিয়? আপুনিয়েই হেনো লাইব্ৰেৰিয়ান? ক'লোঁ, নাই নহয়! স্বাধীনবালাই ক'লে, দেবু জেঠাই ক'লে দেখোন। বাৰু, কথা এটা সুধিব খুজিছোঁ, বেয়া নাপায়তো? মূৰ জোকাৰিলোঁ। স্বাধীনবালাই সুধিলে, আপুনি সঁচাকৈয়ে মুছলমান নেকি? ইচ্ছা হৈছিল, খঙেৰে এটা ৰূঢ় উত্তৰ দিওঁ—তাইক কওঁ— মুছলমান কি সৃষ্টিৰ বাহিৰৰ প্ৰাণী যে তাক বেলেগে চিনিব লাগিব? স্বাধীনবালাই ক'লে, আমি ব্ৰাহ্ম হৈছোঁ। ব্ৰাহ্ম ধৰ্মত হিন্দু মুছলমান-খৃষ্টানৰ ভেদাভেদ নাই। অবাক হৈ তাইৰ ফালে চাই থাকিলোঁ। পুনৰ সুধিলে, আপোনাৰ নামটো কি বুলিলে জানো—? ক'লো, চৈয়দ চফিউজ্জামান। স্বাধীনবালাই ক'লে, উচ্চাৰণ কৰিবই

নোৱাৰিম। ঘৰত মতা নাম নাই আপোনাৰ? লাহেকৈ ক'লোঁ, চফি। স্বাধীনবালাই ক'লে এতিয়াৰ পৰা আপোনাক চফিদা বুলিয়েই মাতিম। বাৰু চফিদা, আপোনাৰ ঘৰ ক'ত? ক'লোঁ, মৌলাহাটত। স্বাধীনবালাই জেৰা কৰি ঠিক তাইৰ বাপেকৰ দৰেই জানি লব খুজিছিল মই কিয় আৰু কেনেকৈ এইখিনি পালোঁহি। ময়ো একেদৰে কৌশল কৰি প্ৰশ্নবোৰ এৰাই চলিলোঁ। শেষত ক'লোঁ, আপোনাৰ দেউতাকৰ লগত মোৰ বৰ ভাল সম্পৰ্ক হৈছিল। কথাষাৰ শুনি স্বাধীনবালা চঞ্চল হৈ উঠিল। ভাব হ'ল, দেউতাকৰ সম্পৰ্কত তাই খুব কম জানে। যামিনীবাবুৰ লগত মোৰ যিবোৰ কথা হৈছিল ক'লোঁ। শুনাৰ পিছত স্বাধীনবালাই আমন জিমনকৈ আঙুলিৰে আঁচল মেৰিয়াই মেৰিয়াই (আঃ! ৰুকুইও এনে কৰিছিল!) ক'লে, মোৰ এটা পিস্তল থকা হ'লে ষ্টেন্‌লিক গুলীয়াই মাৰিলোহেঁতেন। তাইৰ কথাষাৰে মোৰ বুকু খুন্দিয়াই গ'ল। তাইক কিবা-কিবি কম বুলি ভাবিছিলোঁ। কিন্তু এনেতে দেবনাৰায়ণদা আহিল। পথাৰৰ পৰা আহিছে। খালি ভৰিত বোকা। মুখত ঘাম বিৰিঙিছে। চুকৰ ফালে থকা কাঠৰ চালপীৰাখনত বহি ক'লে, এটা কথা ভাবিছো, দুয়োজনেই শুনচোন। চফিয়েতো চেকেণ্ড ক্লাছ পৰ্যন্ত পঢ়িছ। আৰু স্বাধীনে পঢ়িছ মাইনৰ পৰ্যন্ত। ঠিক আছে। প্ৰাপ্ত বয়স্কৰ শিক্ষাকেন্দ্ৰৰ দুজন শিক্ষক পোৱা গ'ল। চফিয়ে পঢ়ুৱাবি মতামানুহখিনিক, স্বাধীনে তিৰোতাবোৰক। কি? ৰাজি নে? স্বাধীনবালাই আনন্দিত হৈ ক'লে, উঁ। মই ক'লো, কিন্তু— দেবনাৰায়ণদাই খং দেখুৱাই ক'লে, তোৰ মূৰত এটা 'কিন্তু'ৰ গোজ সোমাই আছে। সেইটো উভালি পেলোৱা দৰকাৰ। স্বাধীনবালাই হাঁহি দিলে। দেবনাৰায়ণদাই ক'লে, মই ঠিক কথাই কৈছোঁ। সেই কিন্তুটোৱেই তোৰ সৰ্বনাশ কৰিব, চফি! সন্মুখত তোৰ এটা জীৱন পৰি আছে। তাক ফুলে ফলে জাতিস্কাৰ কৰিব লাগিব—যেনেদৰে মই খেতিত নামিছোঁ। বঙ্কিমচন্দ্ৰ গোড়া হিন্দু। কিন্তু তেওঁৰ সেই প্ৰশ্নটো মোৰ খুব ভাল লাগে ঃ 'জীৱনটোৰে কি কৰিম?' তোক এটা কথা কওঁ, শুন। মুছলমান আৰু ব্ৰাহ্মসকলৰ মাজত এটা সাধাৰণ বেচিক ইউনিফৰ্মিটি আছে। যি মুছলমান হৈ জন্মে তাৰ তিনিটা মূল কালচাৰ। ইছলামি কালচাৰ, পাৰিপাৰ্শ্বিকগত হিন্দু কালচাৰ আৰু শিক্ষা সূত্ৰে লাভ কৰা পাশ্চাত্য, আধুনিক কালচাৰ। ব্ৰাহ্মসকলৰো সেয়াই। ইছলাম-খৃষ্টান-হিন্দু। হিন্দু মানে অ'ৰিজিনেল বৈদিক কালচাৰৰ কথাই কৈছোঁ। গতিকে...... দেবনাৰায়ণদাই এবাৰ মুখ মেলিলে বন্ধ কৰিব নিবিচাৰে। মই আঁৰ চকুৰে দেখিছিলোঁ, স্বাধীনবালাই খুব মনোযোগেৰে বক্তৃতাটো শুনিছে।

ইয়াৰ এমাহমানৰ পিছত এদিন আবেলি বান্ধলৈ গৈ অকলশৰে থিয় দি আছোঁ। দেখোঁ স্বাধীনবালা মোৰ ফালে আহি আছে। চকু-মুখত উন্মাদৰ দৰে ভাব। ঘনকৈ উশাহ লৈ ক'লে, সেই ষ্টেনলি আহিছে, দেবুজেঠাৰ ওচৰলৈ। চফিদা, তুমি মোক এটা পিস্তল যোগাৰ কৰি দিব পাৰিবা? নোৱাৰানে চফিদা? কিমানৰ লগত তোমাৰ চা-চিনাকি। তাই কান্দি পেলালে। তোমাৰ ভৰিত ধৰিছো, চফিদা। মোক এটা পিস্তল যোগাৰ কৰি দিয়া। আবেলিৰ হেঙুলীয়া ৰ'দত তাইৰ কান্দোনখিনি হয়তো মই উপভোগ কৰিছিলোঁ।......

## পোন্ধৰ

In Heaven a spirit doth dwell
"Whose heart-strings are a lute"
None sings so wildly well
As the angel Israfel.....

চান্দ্ৰমাহ জেলহজ্জৰ দশম দিনা কেয়ামতৰ (মহাপ্ৰলয়) নিদৰ্শন প্ৰকাশ পাব। সেইদিনা সূৰ্য উদয় নহ'ব। দুনিয়া অন্ধকাৰত ডুবি থাকিব। মানুহে ভাবিব, এয়া কি হ'ল? মানুহবোৰ সন্ত্ৰস্ত হৈ পৰিব। ইয়াৰ পিছত তেওঁলোকে দেখি আচৰিত হ'ব, পশ্চিমফালে বেলি উঠিছে। তেতিয়া তেওঁলোকে বুজিব, কেয়ামত পালেহিয়েই। কিন্তু হায়! তেতিয়া তওবাৰ (ক্ষমা প্ৰাৰ্থনা) কাৰণে আল্লাহে দুৱাৰ বন্ধ কৰি দিছে। তেওঁলোকে পৱিত্ৰ পুথি মেলি চাই দেখিব যে হৰফবোৰ অদৃশ্য হৈ গৈছে। আৰু সেই সময়ত আৰব দেশৰ চাফা পৰ্বত দুফাল কৰি দাব্বাতুল আৰদ ওলাই আহিব। ইয়াৰ মুখৰ আকৃতি মানুহৰ দৰে। কিন্তু কান্ধ ঘোঁৰাৰ দৰে। ঠেং উটৰ দৰে। নেজ গৰুৰ দৰে। পিছফাল হৰিণৰ দৰে। শিং দুটা বলধৰ দৰে। আৰু হাত দুখন বান্দৰৰ দৰে। তাৰ এহাতত থাকিব পয়গম্বৰ চুলেমানৰ আঙুঠি, আনখন হাতত থাকিব পয়গম্বৰ মুচাৰ লাঠি। দাব্বাতুল আৰদে অবিশ্বাসীহঁতৰ কপালত সেই আঙুঠিৰে ক'লা তিলক আৰু বিশ্বাসীহঁতৰ কপালত সেই লাঠিৰে বগা তিলক আঁকি দিব। তাৰ পিছত জুম্মাবাৰে দোকমোকালি পৰত আল্লাহে ফেৰেস্তা ইস্ৰাফিলক শিঙা বজাবলৈ ক'ব। প্ৰথমে অতি ক্ষীণ ধ্বনি। ক্ৰমশঃ সেই ধ্বনি ডাঙৰ হ'ব! মানুহে ভাবিব, এয়া কিহৰ শব্দ? ক্ৰমান্বয়ে ইস্ৰাফিলৰ শিঙাৰ মাতে মানুহৰ কাণ তাল মাৰি ধৰিব। দুনিয়া কঁপি উঠিব। সকলো পৰ্বত আৰু মাটি ধুনা তুলাৰ দৰে ওপৰলৈ উৰি যাব। জীৱ-জন্তুবোৰ মৰি নিশ্চিহ্ন হ'ব। সকলো এক নিৰাকাৰ শূন্যত বিলীন হৈ যাব। মাথোন থাকিব আল্লাহ্ আৰু তেওঁৰ বান্দা ফেৰেস্তাবোৰ। আৰু আল্লাহে তেতিয়া ইস্ৰাফিলক দ্বিতীয়বাৰ শিঙাত ফু দিবলৈ ক'ব। তেতিয়া সকলো মৃত প্ৰাণী, মানুহ আৰু জিনে পুনৰ জীৱন লাভ কৰিব।

পোনা ঃ দাদিজী, এইবোৰ কাৰ গাজাখুড়ী কাহিনী, কোৱাচোন?

দিলৰুখ বেগম ঃ তওবা! আস্তাগ্‌ফিৰুল্লাহ্! পোনা, তই মুখ চণ্ডালি কথা কবিচোন। তই বুজুৰ্গ পীৰৰ বংশধৰ।

আইচানা ঃ পোনা, তই হাফ-এজুকেটেড। গাজাখুড়ী বুলি কৈছ? পৃথিৱীখন জানো ধ্বংস নহ'ব? বিজ্ঞানৰ কিতাপত কি লিখা আছে জান? আৰু চাৰিশ কোটি বছৰৰ পিছত সৌৰজগত ধ্বংস হ'ব।

পোনা ঃ আইচানা, মোক জ্ঞান দিব নালাগে, কৈ দিছোঁ। নহ'লে থাপ্পৰ খাবি।

দি. বেগম ঃ উহুঁ, দুয়ো কাজিয়া নকৰিবি। সেইখন কিতাপ মোৰ শহুৰে লিখা। হৰিণমাৰাৰ বৰ গাজিচাহাবে কলিকতাত ছপাই আনিছিল। দে, বাকচত সুমুৱাই থওঁ। আৰু এটা কথা, কেতিয়াও নাপাক (অপৱিত্ৰ) হাতেৰে বাকচ নুচুবি। দে, কিতাপখন!

আইচানা ঃ দাদিমা, মই পঢ়িম। মোৰ হাতত থাকক। প্লিজ দাদিমা!

পোনা ঃ অ'ই পণ্ডিতনী! তই জান জানো ইস্রাফিল কোন? কচোন তেওঁ কোন?

আইচানা ঃ হৈছে হৈছে, তই মোৰ ওচৰত জ্ঞান জাহিৰ নকৰিবি। ক্লাচ নাইনত ফেল মৰা ল'ৰাৰ মুখত 'ইস্রাফিল কোন', এই প্ৰশ্ন নুশুৱায়।

পোনা ঃ তই নাজানই, ইস্রাফিলক মুছলমানে বাইবেলৰ পৰা চুৰি কৰিছে। কি ভেট্ ভেট্‌কৈ চাই আছ? মোৰ পৰা শিকি ল। ইস্রাফিল স্বৰ্গৰ মিউজিচিয়ান।

আইচানা ঃ বাজে কথা বকি নাথাকিবি।

পোনা ঃ বাজে কথা? ৰহ, তোক মই সৰুককাৰ কিতাপ এখন আনি দেখুৱাও।

দি. বেগম ঃ পোনা! পোনা! বাকচ নুখুলিবি আকৌ। অ' সোণ, হাক দেচোন তাক!

পোনা ঃ এই চা। সৰু ককাই আণ্ডাৰলাইন কৰি থৈছে।

আইচানা ঃ এয়া দেখোন ইংৰাজী কবিতাৰ কিতাপ! এড্‌গাৰ এলেন পো। কি আচৰিত! নাম কৰা কবি বোধহয়?

পোনা ঃ সৰু ককা পণ্ডিত আছিল। একমখা ইংৰাজী কিতাপ আছে।

দি. বেগম ঃ ফাঁচি হোৱাৰ পিছত সেই কিতাপবোৰ জেলৰ পৰা পঠাই দিছিল। মই বাকচত ভৰাই ৰাখিছিলোঁ। যিদিনা খবৰটো আহিল— হে খোদা!

পোনা ঃ আঃ দাদিজী! কন্দা-কটা নকৰিবাচোন! ইংৰাজহঁতে বহুত মানুহক ফাঁচি কাঠত ওলোমাইছে। তেওঁলোকৰ কাৰণে কান্দিবলৈ মানুহ নাই।

আইচানা ঃ আছে অ'! শ্বহীদ ঘোষণা কৰি ষ্টেচু সাজিছে। বাৰ্থ ডেত মালা পিন্ধাইছে। মাথোন আমাৰ ককাৰ কাৰণে একো কৰা নহয়। হয়তো মুছলমান কাৰণেই কৰা নহয়।

পোনা ঃ ধূৰ্! সৰুককা— মোৰ বোধেৰে ফ্ৰিডম্ ফাইটাৰ নাছিল, বুজিলিনে? তেওঁ আছিল এনাৰ্কিষ্ট। এনাৰ্কিষ্ট কাক বোলে জান? যিসকলে ৰাষ্ট্ৰ বুলি, চৰকাৰ বুলি একো নামানে। যিসকলে কয়, মানুহ বৰ্ণ-ফ্ৰি।

আইচানা ঃ বুজিলোঁ, তই পাচুবাবুৰ 'পাল্লাত' পৰিছ! পোনা, সাৱধান কিন্তু! কামাল চাৰে কৈছে, মানুহজনে কিবা মতলব লৈ ইয়ালৈ আহিছে। তেওঁক খুব সোনকালেই পুলিচে ধৰিব।

পোনা ঃ তহঁতৰ কামালচাৰক কবি, প্ৰি-পাৰ্টিচন পিৰিয়ডততো লীগৰ লিডাৰ আছিল। এতিয়া পোছাক সলাই কংগ্ৰেছ কৰিছে কিয়? তেজপিয়াৰ বাচ্চা! বহুৰূপীৰ দল, ডালৰো খাব, তলসৰাও খাব।

আইচানা ঃ পোনা, যা-তা কথা নকবি, কৈ দিছোঁ। কামালচাৰ নাথাকিলে মোৰ পঢ়া-শুনাই নহ'লহেঁতেন।

দি. বেগম ঃ পোনা, এই ৰ'দত আকৌ ক'লৈ ওলালি?

পোনা ঃ আহি আছোঁ।

আইচানা ঃ দাদিমা!

দি. বেগম ঃ উ?

আইচানা ঃ বাকচত ইমানবোৰ মূল্যবান বস্তু থকাৰ কথা তুমি মোক ঘূণাক্ষৰেও কোৱা নাই! গুপ্তধনৰ দৰে লুকুৱাই থৈছা। ভাগ্য ভাল পোনাই বাকচতো খুলিলে। এতিয়াহে গম পালোঁ আজো-ককাই কিতাপ লিখিছিল, সৰুককাই ইংৰাজী কবিতা পঢ়িছিল। ভাবিবই নোৱৰা কথা!

দি. বেগম ঃ তহঁত বুজুৰ্গ আলেমৰ খানদান, ভাই! কিতাপেই তহঁতৰ সম্পত্তি। শহুৰ চাহাবে কৈছিল, তুচ্ছ মাটিৰ প্ৰতি মানুহৰ ইমান লোভ কিয়? কৈছিল, মাটিয়ে আমাক নুসুজে। সেয়ে যি পায়, দুহাতেৰে বিলাই দিছিল। ইচ্ছা কৰা হ'লে কিমান মাটিৰ মালিক হ'ব পাৰিলহেঁতেন! কিন্তু নহ'ল। তেওঁৰ পৰাই শিকিছোঁ, মাটিৰ কোনো দাম নাই।

আইচানা ঃ কিন্তু ডাঙৰ ককা? তেওঁ যে সাত পুৰুষৰ সম্পত্তি কৰি গৈছে— সেইটোও নোকোৱা কিয়?

দি. বেগম ঃ ভাইশহুৰে বাপেকৰ কোনো গুণেই পোৱা নাই। অন্য ধাতুৰ মানুহ।

আইচানা ঃ আচ্ছা, তোমাক ফাঁকি দি পথৰ ভিকহু কৰি—আৰু তোমাৰ সহোদৰা ভনীয়েৰাইও, বাঃ কি চমৎকাৰ!

দি. বেগম ঃ ছিঃ আইচানা! মুখ বন্ধ কৰ! নাপায় কব।

## Whose heart-strings are a lute

স্বাধীনবালাই তাইৰ দেউতাকৰ ঘাতকক হত্যা কৰিব খোজে। তাই মোৰ ওচৰলৈ পিস্তল বিচাৰি আহিছিল! কথাটো যেতিয়াই ভাবোঁ তেতিয়াই মোৰ বুকুৰ ভিতৰখনত কিবা এটা কঁপি উঠে। ছোৱালীবোৰ কিয় যে মোৰ ওচৰলৈ নালিচ জনাবলৈ আহে মই বুজি নাপাওঁ। কাল্লু চাতমাৰৰ ঘৈণীয়েক চিতাৰা বেগমেও এদিন জোনাক নিশা অন্য ভাষাত এনে এটা নালিচ জনাইছিল। মোৰ ভিতৰত কি আছে মই নিজেই নুবুজোঁ। সিঁহতে যেন ভাবে, এই অৰ্থহীন, উদ্দেশ্যহীন পৃথিৱীখনক অৰ্থপূৰ্ণ আৰু উদ্দেশ্যময় কৰাৰ কাৰণে দুই-এজন মানুহৰ দৰকাৰ। সেয়েহে হবলা পীৰ-বুজুৰ্গ-পয়গম্বৰ-সাধু-সন্ত-মহাত্মা নেতাসকলৰ দৰকাৰ। কথাটো পিছত দ'কৈ চিন্তা কৰিছোঁ। দেবনাৰায়ণদাৰ এই নতুন খেতি-খোলাৰ প্ৰায় আৰম্ভণিৰ পৰাই মই আছোঁ। প্ৰথমে স্পষ্টকৈ বুজিছিলোঁ যে ইয়ালৈ অহা মানুহবোৰ মাটি-লোভী। তেওঁলোকৰ মাজত ক্ৰমশঃ এটা পৰিবৰ্ত্তন ঘটিব লাগিছে। মাটি পোৱাৰ পিছত তেওঁলোকে যেন এই জীয়াই থকাৰ—এই জীৱনৰ আৰু পাৰিপাৰ্শ্বিক পথিৱীখনৰ ওপৰত কিবা এটা অৰ্থ

আৰোপ কৰিব বিচাৰিলে। বান্ধ আৰু ওখ টিপৰ ওপৰত দুবছৰৰ ভিতৰতে যিবোৰ বসতি গঢ়ি উঠিল, দেবনাৰায়ণদাই সেইবোৰৰ নাম ৰাখিলে, কেশৱ পল্লী, শিৱনাথ পল্লী, দেবেন্দ্ৰ পল্লী, বিজয় পল্লী, আনন্দ পল্লী। এইবোৰ নাম কেলেই? সোধাত দেবনাৰায়ণদাই তিনি-চাৰি ঘন্টা সময় ধৰি নিৰাকাৰ ব্ৰহ্মৰ স্বৰূপ, ব্ৰহ্মজ্ঞান অৰ্জনৰ পন্থা, তাৰ পিছত এই পথেৰে যিসকলে ব্ৰহ্মজ্ঞানৰ বত্তি হাতত লৈ (যিহেতু পৃথিৱী অজ্ঞানতাৰ আন্ধাৰত আচ্ছন্ন) ভ্ৰমণ কৰিছে, তেওঁলোকৰ নামবোৰ জানি থবলৈ ক'লে। মাথোন কোৱাই নহয়, কাকতত সুন্দৰ হাতৰ আখৰেৰে লিখিও দিলে ঃ 'কেশৱ চন্দ্ৰ সেনৰ নামেৰে কেশৱ পল্লী, শিৱনাথ শাস্ত্ৰীৰ নামেৰে শিৱনাথ পল্লী, দেবেন্দ্ৰনাথ ঠাকুৰৰ নামেৰে দেবেন্দ্ৰ পল্লী, বিজয়কৃষ্ণ গোস্বামীৰ নামেৰে বিজয় পল্লী আৰু আনন্দমোহন বসুৰ নামেৰে আনন্দপল্লী।' তাৰ পিছত মিচিক-মাচাক হাঁহি ক'লে, কিন্তু তই মন কৰিছ নিশ্চয় যে আমাৰ প্ৰথম পথ-প্ৰদৰ্শক পৰম গুৰু ৰাজা ৰামমোহন ৰায়ৰ নামেৰে কোনো পল্লী স্থাপন কৰা নাই। আচৰিত নহবি। নুৰপুৰ ৰেছম ফেক্টৰীৰ কাষত অনাবাদি ত্ৰিশ বিঘা বাম মাটি ষ্টেন্‌লি চাহাবৰ পৰা সোনকালেই লম। তাতেই ৰামমোহন পল্লী স্থাপনৰ কাম আৰম্ভ কৰা হ'ব। কাষতেই বাদশ্বাহী আলি। গতিকে এখন বজাৰো পতা হ'ব। এই ব্ৰহ্মপুৰত কিছুমান অসুবিধা আছে। মাটিখিনি অলপ দ হোৱা কাৰণে বানপানী হোৱাৰ সম্ভাৱনা প্ৰবল। পশ্চিমে তিনি ক্ৰোশ আঁতৰত বাদশ্বাহী আলি। তইতো জানই যে ৰাষ্টা জাতীয় সম্পদৰ দৰে। বিভিন্ন ঠাই আৰু বিভিন্ন মানুহৰ মাজত যোগসূত্ৰ গঢ়ে ৰাষ্টাই। চফি, যাত্ৰাৰ বাবে সাজু হ। দেবনাৰায়ণদাই কথাই কথাই সংস্কৃত শ্লোক বা ফাৰ্চি বয়েৎ আওৰায়। কথা সাং কৰি এটা ফাৰ্চি বয়েৎ মৃদুকণ্ঠে আবৃত্তি কৰিলে ঃ

কিশ্‌তি শিকস্ত্‌ গাঁয়েম অ্যায় বাদ-এ শুৰ্তা বৰ্‌খেজ
বাশদ্‌কে ওৱজ বিন্‌য়েম দিদাৰ-এ আশনাৰা..............

মোৰ মুখৰ ফালে চাই সুধিলে, হেৰ পীৰজাদা! কিবা বুজিলিনে? লাহেকৈ কলোঁ, মই ফাৰ্চি নাজানোঁ। দেবনাৰায়ণদাই উদাত্ত কণ্ঠে ক'লে, কবি হাফিজে কৈছে ঃ 'নাওত উঠি বহিছোঁ। হে অনুকূল বতাহ! প্ৰবাহিত হোৱা। মই যেন সেই প্ৰিয় বন্ধুৰ দৰ্শন লভিব পাৰোঁ।'

বাদশ্বাহী আলি! নামটো যিমানবাৰ শুনিছোঁ সিমান বাৰেই বাৰি চাচাজীৰ সেই ক'লা ঘোঁৰাটোৰ হেহঁনি আৰু খুড়াৰ শব্দত যেন মই আক্ৰান্ত হৈছোঁ। মন যায়, এতিয়াই দৌৰি গুছি যাওঁ, উভতি যাওঁ মৌলাহাটলৈ। মাৰ কাৰণে চট্‌ফটায় মোৰ মন। আইমনি পেহীৰ কাৰণেও মনটোৱে যে কেনেখন কৰিছে। তাৰ পিছতেই অবধাৰিত ভাবে মনলৈ আহে ৰুকুৰ কথা। অৰ্দ্ধমানৱ অৰ্দ্ধপশু এক উদ্ভট জীৱৰ কবলত পৰিছে হৰিণৰ দৰে নিস্পাপ এজনী কিশোৰী! হওক সি মোৰ সহোদৰ ভাই, তীব্ৰ ঘৃণাই মোক তিক্ত কৰি তুলিছে। পলাই যাব পৰা নাই ৰুকুৱে? পাৰা নাই তায়ো মাকৰ দৰে ফাঁচি লবলৈ? এনেবোৰ চিন্তাৰ মাজত বুৰ গৈ থাকোতেই এদিন স্বাধীনবালাই আহি সুধিলে, তোমাক এনে বিষন্ন বিহ্বল লাগিছে কিয়, চফিদা?

ঈষৎ হাঁহি কলোঁ, একো হোৱা নাই। তুমি—

ৰৈ গ'লা যে? কি?

তুমি আজি কালি উপাসনা সভালৈ যাবলৈ বাদ দিছা কিয়, স্বাধীন?

দেবুজেঠাই কিবা কৈছে নেকি?

নাই, মোৰহে চকুত পৰিছে।

তুমি মোৰ ওপৰত ইমান নজৰ ৰাখিছা কেলেই?

অলপ চমকিত হৈ তাইৰ চকুৰ ফালে চালোঁ। কলোঁ, হয়তো মোৰ ভয় হয়, তুমিও তোমাৰ দেউতাৰাৰ নিচিনা কিবা এটা কৰি পেলোৱা বুলি।

কৰিবলৈতো ইচ্ছা জাগেই। দৃঢ়তাৰে ক'লে। তাৰ পিছত হুমুনিয়াহ কাঢ়িলে।

দূৰলৈ চাই ক'লে, মাই ইয়াত থাকিব নোখোজে। মাই উপাস্য দেৱতা এৰি নিৰাকাৰ দেৱতাক উপাসনা কৰিব নোখোজে। পলাই যোৱাৰ কথা কয়। কিন্তু মই ইয়াতে থাকিব খোজোঁ।

ষ্টেন্‌লিক হত্যা কৰাৰ কাৰণে?

ষ্টেন্‌লিক হত্যা কৰাৰ কাৰণে।

তাইৰ কথা শুনি হাঁহিলোঁ। তাই খং কৰি ক'লে, মোক তুমি কি বুলি ভাবা? মই এজনী সামান্য ছোৱালী নহওঁ। দেউতাই কৈছিল মোৰ মাজত হেনো ল'ৰাৰ স্বভাৱ আছে।

লক্ষ্য কৰিছোঁ অৱশ্যে!

বতৰটো ডাৱৰীয়া। ভাদ মাহ। গুপগুপীয়া গৰম। ব্ৰহ্মোপাসনা মন্দিৰৰ কাষৰ খালৰ পাৰৰ এজোপা বটগছৰ তলত থিয় হৈ কথা পাতিছিলোঁ। খালৰ সিপাৰত ন-ভাঙনি মাটিৰ সেউজীয়া ধাননিত এজাক বগলী পৰি আছিল। কিন্‌কিনীয়া বৰষুণ দিবলৈ ধৰিলত বটজোপাৰ গাৰ কাষ চাপি গৈ থিয় দিলোঁ। স্বাধীনবালাই গছৰ পাতৰ মাজেৰে পৰা বৰষুণত তিতিছে। সুধিলে, তুমি দেবুজেঠাক মোৰ কথা কিবা কৈছা নেকি?

ক'লে নিশ্চয় গম পালাহেঁতেন। কিন্তু বৰষুণত তিতিছা কেলেই?

ইচ্ছা গৈছে।

হঠাতে মুখৰ পৰা ওলাই গ'ল, মুছলমান কাৰণে তুমি মোক ঘিণ কৰা নেকি?

স্বাধীনবালা চক্‌খাই গ'ল। লাহেকৈ ক'লে, হঠাতে এনে কথা তুমি ভাবিলা কিয়? আচৰিত!

মন কৰিছোঁ, তুমি সকলো সময়তে অলপ আঁতৰত থিয় হৈ মোৰ লগত কথা পাতা! তদুপৰি, চোৱা তুমি তাত থিয় হৈ তিতি আছা, অথচ ইয়ালৈ অহা নাই। স্বাধীনবালাই এইবাৰ হাঁহিলে। তাইৰ চকুত দুষ্টামিৰ চাৱনি। নিৰ্লজ্জ ভঙ্গিত ক'লে, মুছলমান কাৰণে নহয়। কিয় জানো তোমাক মোৰ ভয় লাগে।

কৈয়েই তাই লৰালৰিকৈ গুছি গ'ল। অৱশ্যে বৰষুণজাক ডাঙৰ হৈছিল। তাই মন্দিৰৰ পিছফালেৰে ঘূৰি চোতাল পোৱাৰ লগে লগে কাণ তাল মৰা শব্দ কৰি

বজ্রপাত হ'ল। বিজুলীৰ চমকনিয়ে চকু চাট মাৰি ধৰিলে। আকৌ মেঘৰ গাজনি। মই গছজোপাৰ গাত লিপিট খাই থিয় হৈ থাকিলোঁ। খং, দুখ আৰু অভিমাত জৰ্জৰিত। এই ছোৱালীজনীৰ গাত ভালেখিনি চিতাৰাৰ স্বভাৱ আছে। কিন্তু চিতাৰাৰ লগত মোৰ প্ৰেম কৰাৰ মন গৈছিল। স্বাধীনবালাৰ সৈতে ভাবিবই নোৱাৰি। তাই হিন্দু, মই মুছলমান, এই কাৰণে নহয়। এনে লাগে যেন দুজনৰ মাজত এক অনতিক্ৰম্য ব্যৱধান আছে। সেয়া কি তাইৰ পুৰুষসুলভ চাল-চলনৰ কাৰণে? সঁচা কথা কবলৈ গ'লে, বেউলা নৈৰ পাৰৰ হাবিত আচমা খাতুন নামৰ এজনী আদিম নাৰীৰ দেহে মোৰ দেহৰ পৱিত্ৰ তেজত যি বিষ মিহলাই দিছিল, সেই যন্ত্ৰণাৰ উপশম যে আজিও হোৱা নাই। অসংখ্য নাৰীৰ পদমূলত মূৰ থেকেচি কাতৰ কণ্ঠে কবলৈ মন যায়, তোমালোকে মোক ক্ষমা কৰা, ক্ষমা কৰা, ক্ষমা কৰা! আকাশৰ গ্ৰহ-নক্ষত্ৰৰাজিলৈ আব্বাৰ দৰে চাই যেন কাকুতি-মিনতি কৰি কম, হে মহান ফেৰেস্তাসকল! তোমালোকে মোক ক্ষমা কৰা। এই ব্ৰাহ্ম উপাসনা মন্দিৰৰ ভীৰৰ মাজত বহি মনে মনে প্ৰাৰ্থনা কৰিছিলোঁ, হে পৰমেশ্বৰ! মোক ক্ষমা কৰা! বৰষুণ এৰিলত দেবনাৰায়ণদাৰ ঘৰলৈ গলোঁ। তেওঁ এদম কিতাপ আলোচনী লৈ বিছনাত বহি আছিল। মুখখন গহীন। মোক দেখি ক'লে, বহ চফি! এটা ভাল খবৰ আছে। গাওঁ অঞ্চলত ব্ৰাহ্ম সমাজ আন্দোলন ক্ৰমশঃ বিয়পি গৈছে। 'তত্ত্ব কৌমুদী' পত্ৰিকাখন, আশা কৰোঁ, তই নিয়মিত পঢ়।

কলোঁ, হয়। ইণ্ডিয়ান মিৰৰ, বামাবোধিনীও পঢ়োঁ।

মোৰ কথাৰ ওপৰতে মাত লগাই দেবনাৰায়ণদাই ক'লে, তই সংস্কৃত সাহিত্যও পঢ়িব লাগিব।

পঢ়িছোঁ। এতিয়া মই লাইব্ৰেৰিতে দিনটো কটাও।

ইংৰাজী সাহিত্যও পঢ়িছতো? বিশেষকৈ ইউৰোপীয় দৰ্শন তই খৰছি মাৰি অধ্যয়ন কৰা উচিত।

পঢ়িছোঁ। মানে বুজিবলৈ চেষ্টা কৰিছোঁ। শাস্ত্ৰীজী, ভূপতিদা, এওঁলোক মোৰ শিক্ষক।

দেবনাৰায়ণদাৰ গম্ভীৰ মুখখন ক্ৰমশঃ উজ্জ্বল হৈ উঠিল। ক'লে, এইবাৰ পৰৱৰ্ত্তী পৰিকল্পনাৰ কথা কওঁ। অহা মাঘোৎসৱত মহাপণ্ডিত শিৱনাথ শাস্ত্ৰী মহোদয়ে ব্ৰহ্মপুৰত পদধূলি পেলাব। তেওঁৰ লগত আহিব মৌলবী আফতাবউদ্দিন আহমেদ।

তেওঁ কোন?

তোৰ নিচিনাই আমাৰ এজন মুছলমান ব্ৰাহ্ম ভাই। দেবনাৰায়ণদাই অধিক উল্লসিত হৈ ক'লে, সেই সময়তে ব্ৰহ্মপুৰ আশ্ৰমৰ পুণৰ্বিন্যাস কৰিম। কথাটো খুলি কওঁ। ইংৰাজী কিতাপত চেমেটিক ধৰ্মসমূহৰ ইতিহাস অধ্যয়ন কৰি এটা তথ্য গম পালোঁ। ইহুদিসকলৰ কৃষিজনপদক কিবুৎচ্ বুলি কোৱা হয়। ইংৰাজীত কমিউন বোলে। কিছুদিন আগেয়ে কলিকতাত থকা কলুটোলা ষ্ট্ৰীটত তেনেকুৱাই এটি কমিউন ব্ৰাহ্মভাতৃবৃন্দই স্থাপন কৰিছে। কিন্তু নগৰৰ তুলনাত এই কৃষি কমিউনেই এই ব্যৱস্থা গজগজীয়া কৰিবলৈ অধিক সক্ষম হ'ব। কলুটোলাৰ কমিউনটোৰ নাম দিয়া হৈছে

আশ্ৰম। আমিও ব্ৰহ্মপুৰ আশ্ৰম—নহয়, তাতকৈ বৰং 'ব্ৰহ্মপুৰ সমবায় আশ্ৰম' নাম দিম। তই কি কৱ?

ভালেই হ'ব।

উত্তেজনাত দেবনাৰায়ণদাই মোৰ হাত খামুচি ধৰিলে। মোক বহুৱাই দি ক'লে, ব্ৰহ্মপুৰত মোৰ ব্যৱস্থাপনাত যিমান ভূ-সম্পত্তি আছে তাত ব্ৰাহ্ম ভাই-ভনীহঁতৰ সমান অধিকাৰ থাকিব। কাপোৰ বোৱা শাল আৰু অন্যান্য কুটীৰ শিল্প গঢ়ি তোলা হ'ব। সকলোবোৰৰ আয় সমবায় তহবিলত থাকিব। নিজা বুলি কাৰো একো নাথাকিব। সকলোৰে প্ৰয়োজনীয় বয়-বস্তু আশ্ৰমে যোগান ধৰিব। একে ঠাইতে সকলোৰে ৰন্ধা-বঢ়া, খোৱা-বোৱা, কাপোৰ-কানি বিতৰণ, ঔষধ পাতি বিতৰণ—বুজিছ?

হৃদয়নাথ শাস্ত্ৰী, ভূপতিৰঞ্জন মিত্ৰ, ব্ৰহ্মানন্দ মণ্ডল, গিয়াচুদ্দিন আহমদ প্ৰমুখ্যে এদল, কোনোবাই বিলাতী ছাতি, কোনোবাই জাপি মূৰত লৈ বৰষুণৰ মাজেৰেই আহিল। মই ৰক্ষা পৰিলোঁ। দীঘল বাৰাণ্ডাখনেৰে মই তিতা কাপোৰ সলাবলৈ মোৰ থকা ঘৰলৈ গলোঁ। লাইব্ৰেৰিৰ কাষত সৰু ঘৰ এটা। এখন কাঠৰ চালপীৰাত বিছনা। দেবনাৰায়ণদাৰ দৰে বিছনাত কিতাপ-পত্ৰ সিঁচৰতি হৈ থাকে। দুৱাৰত তলা মৰাৰ দৰকাৰ নহয়। এনেয়ে জপোৱা থাকে। আহি দেখো দুৱাৰ খোলা। ডাৱৰীয়া বতৰ কাৰণেই ঘৰৰ ভিতৰখন অলপ আন্ধাৰ আন্ধাৰ। অলপ আচৰিত হলোঁ যদিও বিশেষ দুশ্চিন্তা একো নকৰিলোঁ। কিয়নো চুৰি কৰিব পৰা বিধৰ একো বস্তু মোৰ ঘৰত নাই।

কিন্তু মই চমকিত হ'ব লগা হ'ল। ঘৰৰ ভিতৰত খিড়িকীৰ কাষত বহি স্বাধীনবালাই বাহিৰত বৰষুণ চাই আছে।

দুৱাৰদলিত থিয় হৈ থকা দেখি তাই মোৰ ফালে ঘূৰি ক'লে, নিজৰ ভয় ভাঙিবলৈ অনাধিকাৰ চৰ্চা কৰিলোঁ। ইংৰাজী কিতাপত পঢ়িছোঁ, 'ট্ৰেছপাচাৰ্চ্ উইল বি প্ৰচিকিউটেড্।' দেখা যাওঁক।

গহীন হৈ কলোঁ, তুমি অকল মোকেই নহয় নিজকো বিপদত পেলাব খুজিছা, স্বাধীন। খুব বেছি কৰিলা।

উলটি এইবাৰ তাইহে খঙেৰে ক'লে, মই তোমাৰ প্ৰেমত পৰা নাই দেই। মই কেতিয়াও নাপাহৰোঁ যে ব্ৰাহ্মই হোৱা বা যিয়েই হোৱা, তুমি মুছলমান আৰু ময়ো হিন্দু।

খুব ভাল কথা! তেতিয়াহ'লে এনেদৰে মুছলমানৰ ঘৰত সোমাইছাহি কিয়?

কৈছিলোঁ নহয় ভয় লগাৰ কথা। সেই ভয় ভাঙিবলৈ।

এইটো বৰ বিপদজনক খেলা পিছে। কৈয়েই মই লাইব্ৰেৰিৰ ফালে খোজ দিলোঁ।

স্বাধীনবালাই লাহেকৈ মাতিলে, চফিদা! শুনা , কথা আছে।

কোৱা!

তুমি হাজাৰিলালক চিনি পোৱা নেকি? তুমি নিশ্চয় নাজানা যে তেওঁৰ আচল নাম হাজাৰিলাল নহয়?

তুমি কৈছা কি?

কাকো নকবা কিন্তু। তেওঁৰ আচল নাম হৰিনাৰায়ণ ত্ৰিবেদী। তেওঁ ব্ৰাহ্মণ। ইয়াত হাজাৰিলাল নাম লৈ হিন্দুস্থানী ভেশ ধৰি আছে। স্বাধীনবালাই আৰু অধিক চেপা মাতেৰে ক'লে, হৰিদা জেলৰ পৰা পলাই আহিছে। তেওঁৰ লগত পিস্তল আছে। কাকো নকবা। আৰু শুনা, হৰিদাই কৈছে, তেওঁৰ ভৰিত আঘাত লাগিছে। খোৰাই খোৰাই খোজ কাঢ়ে, দেখা নাই?

অবাক হৈ তাইৰ কথা শুনিছিলোঁ। সুধিলোঁ, কিন্তু হঠাতে এইবোৰ কথা মোক ক'বলৈ আহিলা কিয়?

হৰিদাই ষ্টেন্‌লিক মাৰিব। পিছে লগত এজন সাহসী মানুহ বিচাৰিছে।

অলপ হাঁহি কলোঁ, তুমি আছা দেখোন।

নহয়, তেওঁ এজন মতা মানুহ বিচাৰিছে। মই তোমাৰ কথা কৈছোঁ। গধূলি আটায়ে মন্দিৰলৈ যোৱাৰ সময়ত তুমি ঘৰতে থাকিবা। মই তেওঁক মাতি আনিম। থাকিবা কিন্তু।

স্বাধীনবালা গুছি গ'ল। ভাগ্য ভাল, এই সময়ত বাৰাণ্ডাত বা অইন ঠাইত কোনো নাছিল। চকুত পৰা হ'লে কি ভাবিলেহেঁতেন কব নোৱাৰিছো। অলপ পৰ দুশ্চিন্তাত কটালোঁ।। সঁচা কথা কবলৈ গ'লে ময়ো ইয়াত হাজাৰিলালৰ দৰেই আছোঁ। এজন ফেৰাৰিৰ অজ্ঞাতবাসত আত্মগোপন। আচলতে মই এটা উদ্দেশ্যহীন জীৱনৰ পৰা পলাব বিচাৰিছিলোঁ। দেবনাৰায়ণ ৰায়ৰ আশ্ৰয় আৰু সাহচৰ্যত নিতৌ মোৰ ভিতৰত এটা ৰূপান্তৰ ঘটিবলৈ আৰম্ভ কৰিছিল। ভাব হৈছিল, জীৱনৰ নিশ্চয় কিবা এটা মহৎ উদ্দেশ্য আছে—যিটো বুজি পাবলৈ এটা বয়স লাগে। দৰকাৰ হয় এটা অনুকূল পৰিৱেশৰ। সেই বয়স আৰু পৰিৱেশ মই ইতিমধ্যে পাইছোঁ। অস্পষ্টকৈ বুজিছোঁ যে দেবনাৰায়ণদাই যাক 'কৰ্মযজ্ঞ' বুলি কয় তাৰ মাজত 'আনন্দ'ৰ স্বৰূপ আৰু 'অব্যক্তৰ ব্যক্ত' হোৱা বিষয়টো নিহিত আছে। আৰু কি যে আচিৰিত মিল আছে 'ঈশোপনিষদ'ৰ এই শ্লোকটোৰ লগত মুছলমানৰ নামাজৰ লগত মতা এই দোৱাটোৰ, আব্বাই যাৰ একে ধৰণৰ ব্যাখ্যা কৰিছিল।

ঈশাবাস্যমিদং সৰ্বং যৎকিঞ্চ জগত্যাং জগৎ
তেন ত্যক্তেন ভুঞ্জীথাঃ মা গৃধঃ কস্যসিদ্ধনং..........

নাই, মই ধাৰ্মিক নহয়। ব্ৰাহ্ম-মুছলমান নহয়। এতিয়া মুছলমানো নহয়। বাৰি চাচাজীয়ে সেই তাহানিতে যে মোৰ মূৰত 'নেচাৰ' সুমুৱাই দিলে, সিয়ে মোক গিলি খালে। ব্ৰাহ্মধৰ্মৰ প্ৰৱৰ্ত্তক ৰাজা ৰামমোহন ৰায়ে হেনো শিশুকালতেই 'পৰম সত্য'ৰ উমান পায়। ময়ো পাইছিলোঁ নেকি বাৰু? সেই সিদিনা যিদিনা উলূৱনিৰ মাজত এলানি গৰু-গাড়ীৰ পিছে পিছে আহি অকলশৰীয়া হৈছিলোঁ আৰু তৃণভূমিৰ বুকুত প্ৰকৃতিৰ ৰহস্যময় সঙ্গীত শুনিছিলোঁ।

Whose heart-strings are a lute.........

কোনোবাই ফুচফুচাই মাতিলে, চফিদা! হৰিদা আহিছে! আন্ধাৰ আৰু পোহৰৰ

অস্পষ্টতাত ছোৱালীজনী মিলি গ'ল। মন্দিৰৰ পৰা দেবনাৰায়ণদাৰ গহীন কণ্ঠৰ বেদমন্ত্রোচ্ছাৰণ ভাঁহি আহিছে। বিলাতী চাকি জ্বলিছে। দুৱাৰমুখলৈ অস্পষ্ট মূৰ্ত্তি এটা আগুৱাই আহি পৰিচিত কণ্ঠে ক'লে, চেলাম চফিচাব!

হাজাৰিলালক যে অলপ সন্দেহৰ চকুৰে ছোৱা নাছিলোঁ, তেনে নহয়। তেওঁ থাকে কেশৱ পল্লীত। তেওঁৰ ভঙা ভঙা কথিত হিন্দুস্থানী মাত-কথাৰ মাজতে দুই একাষাৰ সাধু-ভাষাও ওলাই অহা মই শুনিছোঁ। তেওঁৰ অকলে অকলে থকা স্বভাৱটোও সন্দেহজনক। খেতি পথাৰত দেখা হলেই তেওঁ কপালত হাত লগাই কয়, চেলাম চফিচাব!

তেওঁ হেনো হৰিনাৰায়ণ ত্রিবেদী। শুনিছোঁ ত্রিবেদীবোৰ হেনো আচলতে বামুণ! বঙ্গলৈ তেওঁলোক গুছি আহিছে। এৰা, হাজাৰিলালৰ হিন্দুস্থানী ভাষাত কথা কোৱাৰ সুবিধা, কিয়নো তেওঁ যে আচলতে হৰিনাৰায়ণ ত্রিবেদী। মই ভিতৰলৈ মাতিলোঁ, আহক দাদা।

ভিতৰলৈ আহি তেওঁ নিঃশব্দে বহিল। বয়সত মোতকৈ ভালে কেইবছৰে ডাঙৰ হ'ব। অলপ পৰ মনে মনে থাকি ক'লে, আপুনি মোৰ পৰিচয় গম পাইছে। ময়ো কিন্তু আপোনাৰ পৰিচয় গম পাইছো। পিছে মই এনেদৰে লুকাই থকাৰ এটা উদ্দেশ্য আছে। আপোনাৰ কি উদ্দেশ্য, ভাই?

মই চক্ খাই উঠিলোঁ। কলোঁ, মোৰ পৰিচয়তো আটায়ে জানে। মই এজন পীৰচাহাবৰ ল'ৰা। কথাটো সকলোৱে জানে।

হৰিবাবুৱে অকণমান হাঁহিলে। ক'লে, এতিয়া যদি তুমি বুলি মাতো, খং কৰিবা নেকি? আপুনি বয়সত মোতকৈ সৰু হ'ব।

আনন্দিত হৈ ক'লোঁ, নিসঙ্কোচে তুমি বুলিব পাৰে। ময়ো আপোনাক হৰিদা বুলিম।

তুমি কৃষ্ণপুৰৰ নাম শুনিছা?

নাই, কেলেই?

কৃষ্ণপুৰৰ জমিদাৰ অনন্তনাৰায়ণ ত্রিবেদী মোৰ দেউতা। মোৰ ভনী ৰত্নময়ীক হেনো ভূত নে জিনে ধৰিছে। নায়েব গোবিন্দৰাম সিংহৰ লগত দুমাহমান আগেয়ে হঠাৎ দেখা-দেখি হৈছিল। তেওঁ মোক খুব চেনেহ কৰে। গতিকেই মোৰ কথা গোপনে ৰাখিব বুলি মোৰ বিশ্বাস হয়।

হৰিবাবুৱে হুমুনিয়াহ কাঢ়ি আকৌ ক'লে, মই পিতৃদ্রোহী—বহু কাৰণত। মোৰ দেউতা ইংৰাজৰ ভৰি চেলেকা কুকুৰ। যিহওঁক গোবিন্দদাৰ পৰা গম পালোঁ যে ৰত্নময়ীক লৈ তেওঁ মৌলাহাটৰ পীৰচাহাবৰ ওচৰলৈ গৈছিল। পীৰচাহাবে কথা প্রসঙ্গত গোবিন্দদাক ক'লে যে তেওঁৰ সৰু পুতেক চফিয়ে লালাবাগত পঢ়া-শুনা কৰিছিল। সি নিৰুদ্দেশ হৈছে। তেওঁ তেওঁৰ অনুগত জিনবোৰক চফিক বিচাৰি উলিয়াবলৈ পঠাইছে।

হাঁহি হাঁহি সুধিলোঁ, তাৰ পিছত?

হৰিবাবুৱেও হাঁহিলে। ক'লে, তথাপি গোবিন্দদাক তেওঁ অনুৰোধ কৰিছে, দৈবাৎ ক'ৰবাত চফিৰ সম্ভেদ পালে তেওঁক যাতে খবৰটো দিয়ে।

মোৰ মুখৰ হাঁহি মাৰ গ'ল। লাহেকৈ সুধিলোঁ, আপুনি গোবিন্দবাবুক কিবা কৈছিল নেকি?

নাই। হৰিবাবুৱে জোৰ দি ক'লে, মই এজন বিপ্লৱী। কিছুমান নীতি মানি চলোঁ। স্বাধীনৰ দেউতাক যামিনী মজুমদাৰ মোৰ দীক্ষাগুৰু আছিল।......... এটা কাম কৰা যাওঁক। ইয়াত কথা পতা ঠিক নহয়। ব'লা আমি পথাৰৰ পিনে যাওঁ।

দুয়ো ফুলনিৰ মাজেৰে খোজ কাঢ়ি পথাৰ পালোঁগৈ। তাৰ পিছত বান্ধলৈ গৈ দেখোঁ গোটেই দিনটো বৰষুণ হোৱা কাৰণে বোকা হৈছে। হৰিবাবুৱে ক'লে এতিয়া বৰং মোৰ পঁজালৈকে যাওঁ ব'লা।

বান্ধৰ পথেৰে অলপ দূৰ গ'লেই কেশৰপল্লী। বান্ধৰ এফালে সৰু সৰু টিপৰ ওপৰত খেৰী ঘৰবোৰ। দুই এটা ঘৰত টিমিক ঢামাক পোহৰ দেখা যায়। অনুচ্চ কণ্ঠে মানুহবোৰে কথা পাতিছে। কুকুৰবোৰে ভুকিছে। আকাশত দুই-এচমকা মেঘ। মাজে মাজে জোনটোৱে মেঘৰ ফাঁকেৰে ভুমুকি মাৰিছে। হাজাৰ-বিজাৰ পোক-পৰুৱাৰ মাত! এক আচৰিত ধৰণৰ অনুভূতি জাগি উঠিল। সঁচাই 'এত প্ৰাণ এত গান আছে ভুবনে'! দেবনাৰায়ণদাৰ 'পৰমা প্ৰকৃতিৰ' অস্তিত্ব মাথোন বীজে গজালি মেলাত, শস্য লহপহকৈ বাঢ়ি অহাত, ফুল ফুলাত, দিন-ৰাতি-মাহ-ঋতুচক্ৰ-আবৰ্ত্তনত সীমাবদ্ধ নহয়, প্ৰাণৰ চিৎকাৰতো তাৰ স্পন্দন। কিয় সেই চিৎকাৰ? কিহৰ আহ্বান? হৰিবাবুৱে ক'লে, এইটোৱেই মোৰ পজাঁ। অলপ ৰ'বা। মই লেমটো জ্বলাওঁ। ভৰি ধুব লাগিব।

বাঁহৰ বেৰৰ ঘৰটোৰ ভিতৰত এখন চালপীৰাৰ ওপৰত এখন খেজুৰপাতৰ কঠ পাৰি থোৱা আছে। লেতেৰা গাৰু এটাৰ ওপৰত এখন লেপ জাপি থোৱা আছে। ঘৰটোৰ এচুকত মাটিৰ ৰন্ধা-বঢ়া বাচন-বৰ্ত্তনবোৰ। এটা লোৰ কেৰাহিও আছে। লেমৰ পোহৰত এখন কোৰ চিক্‌মিকাইছিল। কৃষ্ণপুৰৰ জমিদাৰপুত্ৰৰ এই জীৱন দশাই মোক জোঁকাৰি দিলে।

কিবা এটা মুখত দিয়া, ভাই! তুমি যে মোৰ আলহি।

হৰিবাবুৰ কথা শুনি তপৰাই কলোঁ, নাই নালাগে। এতিয়া ভোক লগা নাই। হৰিবাবুৱে ভুৰু কোঁচাই কিবা ভাবিলে। অলপ পিছত ক'লে, তোমাক বেচি পৰ ইয়াত ৰখাই থোৱা ঠিক নহ'ব। যিটো কথাৰ কাৰণে তোমাক মাতি আনিলোঁ, সেইটো আলোচনা কৰোঁ।

আব্বাৰ খা-খবৰ জানিবৰ ইচ্ছা হৈছিল। সেয়ে অলপ হাঁহি সুধিলোঁ, আপোনাৰ ভনীয়েকৰ জিনটোৰ এতিয়া কি অৱস্থা?

হৰিবাবুৱে হাঁহিলে। তুমি এইবোৰ বিশ্বাস কৰা নেকি?

কি জানো! পিছে আব্বাৰ বহুত অদ্ভুত অদ্ভুত কাণ্ড দেখিছোঁ। বৰ ৰহস্যময় যেন লাগে।

ৰত্নই হেনো তোমাৰ দেউতাৰাৰ লগত আৰ্বি ভাষাত তৰ্ক-বিতৰ্ক কৰিছে—

গোবিন্দদাই কৈছিল। মানুহৰ হেনো খুব ভীৰ হৈছিল। তিনিদিন চেষ্টা কৰাৰ পিছত হেনো জিনটো পলাল। হৰিবাবুৱে হঠাতে কথা বন্ধ কৰি লেমৰ পোহৰ কমাই দিলে। তাৰ পিছত ওলাই গৈ বাহিৰত কাৰোবাক মাতিলে, কোন অ? কোনোবাই সহাঁৰি দিলে, মই সুধন্য, হাজাৰিদা! সুধন্য? ক্যা বে? কৌন কাম কৰিছ তই?

মাছ—মাছ ধৰিছোঁ হাজাৰিদা! চেপা পাতিছিলোঁ, তাকে চাইছো মাছ সোমাইছেনে নাই।

ঠিক হ্যায়।

হৰিবাবুৱে ভিতৰলৈ আহি ক'লে, ইয়ালৈ অহাৰ পিছৰ পৰাই মোৰ পঞ্চ ইন্দ্ৰিয় বৰ প্ৰখৰ হৈছে। তদুপৰি ষষ্ঠ ইন্দ্ৰিয় লাভ কৰিছোঁ। আন্ধাৰত থকা প্ৰাণীবোৰৰ দৰে সকলোবোৰ দেখোঁ। শুনোঁ। শত্ৰু-মিত্ৰ কোন গম পাওঁ।

সুধন্যক মই চিনোঁ।

চিনিবাই। কোনেনো তাক নিচিনে? হৰিবাবুৱে বহি ক'লে। ল'ৰাজন জীৱ জন্তুবোৰৰ দৰে প্ৰাকৃতিৰ মাজতেই ঘূৰি ফুৰে। তাৰ এটা ডাঙৰ গুণ কি জানানে? সি বৰ শুৱলা গীত গায়। যিখন গাৱঁত তাৰ ঘৰ আছিল, তাত বেউলা-লখিন্দৰৰ পালা হ'লে সি হেনো বেউলা সাজিছিল। কথাটো দেবনাৰায়ণবাবুৰ কাণত পৰা হ'লে তাৰ নিশ্চয় গত লাগিলহেতেন। কিন্তু তেতিয়া হ'লেও সি ব্ৰাহ্ম-সঙ্গীত গাই গাইয়ে মৰিব লাগিব। অৰ্থাৎ তাৰ পথাৰে-সমাৰে ঘূৰা-বন্ধ হৈ যাব। আচাৰ্যদেবৰ হাতত বন্দী হ'ব লাগিব। হৰিবাবুৱে খিক্‌খিকাই হাঁহিলে।

## ৰক্ত তিলক

"বাংলা ১২৯৯ চনৰ শুভ ১০ বহাগৰ সন্ধিয়া মই প্ৰথম নৰহত্যা কৰোঁ। বহু বছৰ পিছত জানিব পাৰিলোঁ যে নৰাধম পশু পান্না পেছোৱাৰিৰ পঞ্চত্বপ্ৰাপ্তি হৈছে। এটুকুৰা ইটা আছিল মাথোন। লৰচৰবিহীন। তুমি মানুহ। জঙ্গম। তুমি জড়পিণ্ডকো তোমাৰ গতি দিবলৈ সমৰ্থ। তুমি নাজানা, তোমাৰ ভিতৰত প্ৰকৃতিয়ে অসীম গতি সঞ্চাৰিত কৰিছে। তুমি জীৱনত ইয়াৰ এক তিলাৰ্দ্ধও কামত খটুৱাব পাৰা নেকি, চোৱা। নিশ্চয় পাৰিবা।............

'আৰু চোৱা, প্ৰকৃতিৰ বুকুত সকলো ঘটনাই উদ্দেশ্যপূৰ্ণ। সেয়ে তেজ আৰু চকুলোৰ কোনো পৃথক পৃথক মূল্য নাই। মূল্য বিচাৰ কৰাৰ তুলাচনী নাই। সেয়া মানুহৰ হৃদয়ত স্থাপিত। যিকোনো ঘটনাৰ দুটা দিশ আছে। এটা বিষয়গত, আনটো বস্তুগত। দ্বিতীয় দিশটোৰ পৰা চালেই দুখ, ভয়, অনুশোচনা প্ৰভৃতি নানাবিধ প্ৰতিক্ৰিয়া জাগিব। প্ৰথমটো দিশৰ পৰা চালে ধাৰণা হ'ব, ই নিশ্চয় উদ্দেশ্যমূলক। তোমাৰ অগোচৰে কিবা মঙ্গলৰ কাৰণে ঘটিছে। .........

'মোৰ দ্বিতীয় নৰহত্যা বাংলা ১৩০২ চনৰ আহিন মাহৰ ২ তাৰিখে সন্ধিয়া পৰত। নুৰপুৰ ৰেছম ফেক্টৰীৰ মালিক ৰিচাৰ্ড ষ্টেন্‌লিয়ে সেইদিনা ঘোঁৰাত উঠি

দেবনাৰায়ণ ৰায়ৰ ওচৰলৈ আহিছিল। স্বাধীনবালাই হৰিনাৰায়ণ আৰু মোক খবৰটো দিয়ে। হৰিনাৰায়ণ আৰু মই হাবিৰ মাজেৰে গৈ আছিলোঁ। তেনেতে পিছফালে কাৰোবাৰ খোজৰ শব্দ শুনি উভতি চাই দেখোঁ, স্বাধীনবালা দৌৰি আহিছে। তাইক ৰণোন্মাদিনী যেন লাগিছিল। তাই ক'লে ৰ'বা, তোমালোকক বিজয় তিলক পিন্ধাওঁ। তাইৰ হাতত এখন চুৰী আছিল। তাৰে তাই নিজৰ সোঁহাতৰ তৰ্জনী আঙুলিটো ফালি আমাৰ দুয়োৰে কপালত তেজৰ ফোঁট আঁকি দি ক'লে, বন্দেমাতৰম্। আমিও কলোঁ, বন্দেমাতৰম্! তাই ঠিয় হৈ থাকিল। বিদায় লৈ আমি আগুৱালোঁ। মাজে মাজে উভতি চাই দেখো তাই ঠিয় হৈয়েই আছে। হৰিনাৰায়ণদাই খঙেৰে ক'লে, এই নিৰ্বোধ ছোৱালীজনীয়ে সৰ্বনাশ কৰিহে এৰিব।............

'নুৰপুৰ ৰেছম ফেক্টৰীৰ উদ্ধত সুউচ্চ ইটাৰ স্তম্ভটো বহু দূৰৰ পৰাই চকুত পৰে। শুনিছোঁ সেইটো হেনো সাতসত্তৰ ফুট ওখ। কিছুদূৰ গৈ আমি কহুৱানিৰ মাজত লুকাই থাকিলোঁ। কাষতেই প্ৰশস্ত আলিটো। স্থানীয় মানুহৰ মতে এইটো 'কেদাৰ ৰজাৰ আলি'। সেইটো হেনো এবাৰ সেই ৰজাৰ উপাস্য দেৱী মঙ্গলচণ্ডীয়ে এৰাতিতেই নিৰ্মাণ কৰিছিল। ষ্টেন্‌লি এই পথেৰে উভতিব। এই অঞ্চলত সি টাংলিচাহাব বুলি পৰিচিত। শুনা কথা, ইংৰাজী ১৭৪৪ চনত মেজৰ মনৰো নামৰ যিজন চাহাবে আঢ়ৈশ বিদ্ৰোহী চিপাহীক বৰটোপৰ সম্মুখত হাত ভৰি বান্ধি লৈ উৰুৱাই দিছিল (সেইটো ভাৰতবৰ্ষৰ প্ৰথম চিপাহী বিদ্ৰোহ), এই চয়তান ষ্টেন্‌লি তাৰেই বংশধৰ। সেই চিপাহী সকলৰ মাজত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মানুহ আছিল। ইংৰাজী ১৮৫৭ চনৰ মহাবিদ্ৰোহৰ সময়ত ষ্টেন্‌লিৰ দেউতাকে এই অঞ্চলৰ পৰা এশ দুৰ্বৃত্ত দস্যু সংগ্ৰহ কৰি বিদ্ৰোহ দমনত সাহায্য কৰিবলৈ বহৰমপুৰ বেৰেকত উপস্থিত হৈছিল। সেই মহাবিদ্ৰোহত মোৰ ককাদেউতাই চিপাহীসকলক সহায়-সাহায্য কৰাৰ কাৰণে অশেষ নিৰ্যাতন সহিব লগা হৈছিল। এইবোৰ কথা যেতিয়া মই মোৰ মৰমিয়াল আইতা কামৰুন্নিচা বেগমৰ মুখৰ পৰা শুনোঁ, তেতিয়া মই বৰ সৰু। সবিশেষ একো বুজা নাছিলোঁ। এই মুহূৰ্ত্তত সেই কথাবোৰেই মনত প্ৰতিধ্বনিত হৈছে। হৰিনাৰায়ণে মোক এখন তৰোৱাল দিছিল। হৰিণমাৰাৰ বৰগাজিৰ তৰোৱালৰ দৰে অৱশ্যে এইখন সুদৃশ্য নহয়। কিন্তু শানত দি ক্ষুৰধাৰ কৰি তোলা হৈছে। ............

'হঠাতে হৰিনাৰায়ণে ক'লে, এটা কাম কৰা যাওঁক। ৰাস্তাটোত যিমান সম্ভৱ সিমান দ গাঁত এটা খান্দো। লৰালৰি কৰা। চালাৰ অহাৰ সময় হৈছে। তৰোৱালখনেৰে মই গাত খান্দিবলৈ ধৰিলোঁ। হৰিনাৰায়ণে মাটি তুলি সাহায্য কৰিলে। কামটো আধাতকৈ অলপ বেছি হৈছে, এনেতে দিগন্তত অশ্বাৰোহীৰ মূৰ্ত্তি এটা চকুত পৰিল। আমি বিজুলী বেগেৰে কহুঁৱানিৰ মাজত লুকালো। সূৰ্য তেতিয়া ডুবো ডুবো। অশ্বখুড়াৰ শব্দ ক্ৰমান্বয়ে কাষ চাপি আহিল। হৰিনাৰায়ণে পিস্তল হাতত লৈ সাজু হৈছে। তাকে দেখি ময়ো তৰোৱালৰ মুঠি খামুচি ধৰিলোঁ। ষ্টেন্‌লিৰ ঘোঁৰা গাঁতটোৰ পৰা কেইহাটমান আঁতৰত থমকি বৈ আগঠেং দুখন ওপৰলৈ দাঙিলে। চাহাবে লেকাম টানি ধৰিছিল। পিছমুহূৰ্ত্ততে সি কিবা এটা অনুমান কৰি লৰালৰিকৈ

পিস্তল উলিয়ালে। এনেতে হৰিনাৰায়ণে 'বন্দেমাতৰম' গৰ্জন কৰি তেওঁৰ পিস্তলৰ ঘোঁৰা টিপিলে। প্ৰথমটো গুলী চাহাবৰ কান্ধত লাগিল। দ্বিতীয়টো গা চুচৰি গ'ল। কিন্তু প্ৰথমটো গুলীতেই চাহাব বাগৰি পৰিল। ঘোঁৰাটো ভয় খাই থমকি ৰ'ল। চাহাব কাতি হৈ গাঁতত পৰিছিল। সি পিস্তল ব্যৱহাৰ কৰিবলৈ নৌপাওঁতেই মই দুহাতেৰে তৰোৱাল দাঙি লৈ তাৰ মূৰত ঘাপ মাৰিলোঁ। উপৰ্যুপৰি আঘাতত সি নিশ্চল হৈ পৰিল। তথাপি মোৰ তেজৰ নিচা নুগুচিল। তাৰ গোটেই দেহত মই ঘপিয়াই থাকিলোঁ। হৰিনাৰায়ণে পিছফালৰ পৰা মোক সাৱটি ধৰি মাতিলে, চফি! চফি! মানুহ আহিছে। মোৰ তেতিয়াহে সম্বিৎ ঘূৰি আহিল। হৰিনাৰায়ণে ষ্টেন্‌লিৰ পিস্তলটো ল'লে। মোক মাতিলে আহা! কহুঁৱানিৰ মাজেৰে পলাই যাওঁ। মোৰ কাপোৰ কানিত ষ্টেন্‌লিৰ তেজ। কিছুদূৰ হৈ বিলৰ পানীত জপিয়াই পৰিলোঁ। তেতিয়া মোৰ দেহ মৰা মানুহৰ দৰে অনুভূতিহীন। মাথো কপালৰ ৰক্ত তিলকটোৱে সিৰ্‌সিৰণি তুলিছিল।

'আৰু সেই মুহূৰ্ত্তত এটা কথা ভাবি জিকাৰ খাই উঠিলোঁ। চিতাৰাৰ কাৰণে পান্না পেছোৱাৰিক আক্ৰমণ কৰিছিলোঁ। এইবাৰ স্বাধীনবালাৰ কাৰণে ষ্টেন্‌লিক আক্ৰমণ কৰিলোঁ। নিয়তি বুলি সঁচাকৈ কিবা আছে নেকি?"

## যাৰ হৃদয়তন্ত্ৰী এটি বীণা

আইচানা ঃ দাদিমা, শুলা নেকি?

দিলৰুখ বেগম ঃ নাই অ'! এই দুটা কণা চকুলৈ ক'ত টোপনি আহে। কবৰতহে আৰাম কৰি শুব পাৰিম।

আইচানা ঃ আকৌ বাজে কথা? শুনা, আজি কামালচাৰৰ পৰা ইংৰাজী কবিতাটো বুজি লৈছোঁ! Whose heart-strings are a lute! যাৰ হৃদয়তন্ত্ৰী এটি বীণা। কিবা বুজি পালা নে?

দি. বেগম ঃ মই জানো সেইবোৰ কথা বুজোঁ? মই জানো তহঁতৰ দৰে লিখা-পঢ়া শিকিছোঁ?

আইচানা ঃ সৰু ককাদেউতাই এজনী ছোৱালীক ভাল পাইছিল। হিন্দু ছোৱালীক। সেইটো জানানে?

দি. বেগম ঃ আইচানা, মনে মনে থাক। সেইবোৰ একেবাৰে বাজে কথা।

আইচানা ঃ সঁচাই, বাকচত সৰু ককাৰ এখন বহী পাইছোঁ।

দি. বেগম ঃ তেওঁৰ দৰে বেদিল বেৰহম (হৃদয়হীন নিৰ্দয়) মানুহ কোনো নাই।

আইচানা ঃ কিযে কথাবোৰ কোৱা, বুজি নাপাওঁ। যিসকলে মানুহ মাৰে, সিহঁতে জানো কাৰোবাক ভাল পাব নোৱাৰে?

দি. বেগম ঃ তেওঁৰ বুকুত মুহব্বত বুলি একো বস্তুৱেই নাছিল। তই মনে মনে থাক।

আইচানা ঃ তুমি দাংখাই উঠা কিয়? আচৰিত কথাতো?

দি. বেগম ঃ ৰাতি হৈছে, শুই থাক।

আইচানা ঃ দাদিমা, সেই গৰখীয়া ল'ৰাৰ কাহিনীটো কোৱা নাই কিন্তু। এতিয়া কোৱাচোন!

দি. বেগম ঃ মোৰ শহুৰো—কব নাপায়, খুব বেৰহম আছিল।

আইচানা ঃ কি আচৰিত ! কিয়? অ' দাদিমা, কিয় বাৰু তেনেকৈ কৈছা?

দি. বেগম ঃ ল'ৰাটোৰ এটাই দোষ, সি বাঁহী বজাইছিল। বাঁহীৰ মাত শুনা গোনাহ্। সেই কাৰণে—

আইচানা ঃ Whose heart-strings are a lute! কাহিনীটো কোৱা।

## ষোল

# বেদা'য়াতে সাইয়্যেয়া

বোৱাৰীয়েক দিলৰুখ ওৰফে ৰুকু বেগমৰ গৰ্ভজাত শিশুটোৰ ফালে চাইদা বেগমে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। তেওঁৰ বুজুৰ্গ পতিয়ে এই শিশুটোৰ জন্মৰ সময়ত ইছলামি নিয়ম অনুসৰি কাণত আজান দিবলৈ অহা নাই। কিন্তু জন্মৰ সাত দিন পিছত খৎনা (Circumcision) আৰু আকিকা (নামাকৰণ) অনুষ্ঠানত তেওঁৰ খিদমতগাৰ আলি বক্সৰ হাতত এটুকুৰা কাগজ দি পঠাইছিল। তাত ডাঙৰ ডাঙৰকৈ লিখা আছিল 'কামৰুজ্জামান' শব্দটো। চাইদাই কাগজটুকুৰা পঢ়িয়েই ফালি পেলালে। টান মাতেৰে ক'লে, আইমণি, আলি বক্সক কৈ দে, কেঁচুৱাৰ নাম ৰখা হৈছে ৰফিকুজ্জামান। আলি বক্সে বিবিচাহেবাক চালাম জনাই এবাদতখানালৈ উভতি যায়। আইমণিয়ে ভৰি মেলি বহি শিশুটোৰ গাত তেল হালধি ঘঁহি সুৰ লগাই গায়, 'সোণৰ মাণিক ৰফি এ। ডাঙৰ মানুহ হবি এ। খুড়াক বিচাৰি যাবি এ। ৰফিৰ খুড়া চফি এ'..........গাৱঁলীয়া তিৰোতাৰ এইটো ৰীতিয়েই! সিহঁতে অনৰ্গল এইদৰে জোৰাব পাৰে। এনেদৰে গ্ৰাম্য গীতবোৰ অসংবদ্ধতাৰ পৰা বিমূৰ্ত্ত সংবদ্ধতালৈ উত্তীৰ্ণ হয়। আইমণিয়ে শিশুটোক কেন্দ্ৰ কৰি গীত গাই গাই এটা শিল্পবৃত্ত গঢ়ি তুলিছিল, যাৰ মাজত এগৰাকী বন্ধ্যা স্বামী-ত্যাগিনী আৰু সাহসী নাৰীৰ তীব্ৰ চেনেহ উপচি আছিল, হৃদয় নিসৃত কোমলতা আছিল। আইমণিয়ে শিশুটোক পাই আপোনপাহৰা হ'ল। কিন্তু চাইদা বেগমে প্ৰতিমুহূৰ্ততে পৰীক্ষা কৰিছিল শিশুটোৰ গাত তাৰ প্ৰতিবন্ধী দেউতাকৰ কিবা কুলক্ষন আছে নে নাই। মণিৰুজ্জামানৰ শৈশৱৰ লগত তাক ৰিজাই চাইছিল। অৱশেষত সংশয়মুক্ত হ'ল। শৰীৰিক মানসিক উভয় দিশতে শিশুটো স্বাভাৱিক। ইয়াৰ পিছত আত্মহত্যাকাৰী বিয়নীয়েকৰ কথা সুঁৱৰিছিল। ৰুকুৱে বিব্ৰতবোধ কৰিছিল। মাকৰ স্মৃতি তাইৰ বৰ অসহ্য লাগে। চাইদাই থোকাথুকি মাতেৰে কৈছিল, বিয়নীৰ কাৰণে হাছৰৰ ময়দানত থিয় হৈ খোদাক কম, মোৰ আধাখিনি পুণ্যৰ বিনিময়ত তেওঁক জাহান্নামৰ পৰা বচোৱা! চাইদাৰ এই আন্তৰিক প্ৰতিশ্ৰুতিৰ কাৰণ এই যে আত্মঘাতীসকলৰ কাৰণে দোজখ সুনিশ্চিত। ৰুকুৱেও তাইৰ মাকৰ কাৰেণ নিজৰ অৰ্জিত পুণ্যৰ আধা ভাগ দান কৰিব বিচাৰিছিল। শিশুটোৰ প্ৰতি তাই যেন অলপ

উদাসীন আছিল। শাহুৰেক বা আইমণিয়ে দাবি-ধমকি নিদিলে কান্দি থকা ৰফিকক তাই পিয়াহ খুৱাবলৈকো নিবিচাৰিছিল। চাইদাই ভাবিছিল, বোৱাৰীয়েকৰ কম বয়সেই ইয়াৰ কাৰণ। তেওঁৰ নিজৰ জীৱনতো এনেকুৱাই হৈছিল। শাহুৰেক কামৰুন্নিচাই তেওঁৰ তিনিওজন পুতেকক লালন-পালন কৰিছিল। আইমণিয়ে কৈছিল, লাহে লাহে চব জানিব। সৌ সিদিনালৈ বাই-ভনী দুয়ো লেংটা হৈ ঘূৰি ফুৰিছিল। আৰু আজি ল'ৰাৰ মাক হৈছে। শিশুটোৰ ছমাহত চাইদা আৰু আইমণিয়ে এটা খুব গোপন কাম কৰি পেলায়। দোভাগ-ৰাতি শিশুটোৰ মঙ্গল কামনা কৰি শিশুটোক কোলাত লৈ পৰিত্যক্ত খোৰা পীৰৰ মাজাৰত নৈবেদ্য দিবলৈ যায়। ঘুমন্ত শিশুটোৰ গাত মাজাৰৰ ধূলি সানি দিয়া হয়। গোপনীয়তাৰ কাৰণ এই যে গম পালে ফৰাজি-মৌলাহাটত হৈ চৈ লাগি যাব পাৰে! তেওঁলোকে উভতি নহালৈকে ৰুকুৱে ঘৰৰ দুৱাৰদলিত খুব উদ্বিগ্ন হৈ থিয় দি আছিল। কিন্তু আচৰিত কথা এইটোৱেই যে গাৱঁলীয়া সমাজত একো কথাই গোপন হৈ নাথাকে। গাওঁ প্ৰকৃতিৰ হাতৰ মুঠিত, আৰু প্ৰকৃতি হৈছে সহস্ৰলোচন সত্তা। ইয়াত বাজে পৰৱৰ্ত্তী ঘটনাৰ একো ব্যাখ্যা বিচাৰি পোৱা নাযায়। কেনেকৈ জানো ৰৌঢ়ি ফুটিল যে ফৰাজি ধৰ্ম গুৰুৰ বিবিচাহেবাই প্ৰাচীন যুগৰ এজন চুফি পীৰৰ দৰগাহত নৈবেদ্য যাচিছে। ৰাতিপুৱাই এটা নতুন মাটিৰ টেকেলিত কেইখনমান বাতাচা, আখৈ আৰু মাটিৰ ঘোঁৰা (আইমণিৰ ঘৰত প্ৰাক-ফৰাজি আমোলৰ এই কণ কণ ঘোঁৰাবোৰ আছিল) বহুতৰ চকুত পৰিল। লগে লগে হুলস্থূল লাগিল। কথাটো হুজুৰক জনোৱা হয়। বহু দিনৰ পিছত জুম্মাবাৰত হুজুৰ মছজিদলৈ যায়। এই দেশৰ মছজিদ পূৱমুৱা। পশ্চিমৰ বেৰৰ মধ্যাংশত এটি তিনিকোণীয়া খোৰোঙৰ দৰে খিলান থাকে। ইয়াৰ ওপৰৰ অংশৰ আকৃতি ফুলৰ পাহিৰ দৰে। খোৰোঙত এখন কাঠৰ মিমবাৰ (বেদী) থাকে। ফৰজ নামাজৰ পিছত নামাজ পৰিচালক ইমামে (যাক খতিব বুলিও কোৱা হয়) মিমবাৰত বহি খোৎবা পাঠ কৰে আৰু শাস্ত্ৰ ব্যাখ্যা কৰে। সিদিনাৰ জুম্মাবাৰত হুজুৰ বদিউজ্জামানে খোৎবা পাঠ কৰাৰ সময়ত কিতাপখন হঠাতে জপাই থৈ আগৰ দৰে বজ্ৰকণ্ঠে ক'লে মোনাফেক আৰু কলঙ্কৰটনাকাৰী সকলৰ প্ৰতি আল্লাহে অভিশাপ দিয়ক! যিয়ে যি দেখিছে সেয়া চয়তানৰেই কুকৰ্ম দেখিছে। চয়তানে নাৰীৰ ভেশ ধৰিব পাৰে। চয়তানৰ অনুচৰ ক'লা জিনবোৰৰ বাসস্থান হৈছে সেই খোৰা পীৰৰ মাজাৰ। নাউজুবিল্লাহ! হুজুৰৰ এই কথা শুনাৰ লগে লগে মছজিদৰ ভিতৰৰ আৰু বাহিৰৰ মানুহবোৰে প্ৰচণ্ড জোৰেৰে প্ৰতিধ্বনি তুলিলে, তওবা,নাউজুবিল্লাহ! আৰু সেই জুম্মাবাৰৰ দিনা নামাজৰ শেষত মৌলাহাটৰ ফৰাজি মুছলমানসকলে কোৰ, চি প্ৰাং, হাতত লৈ লৰি যায়। খোৰা পীৰৰ মাজাৰ ব্ৰাহ্মনী নৈৰ পীৰৰ সাঁকোৰ দৰেই ধ্বংস কৰা হয়। আনকি ফুলৱতী মল্লিকাজোপাও কাটি টুকুৰা-টুকুৰ কৰা হয়। মাথোন সেই বিশাল বট গছজোপা অক্ষত আছিল। কথিত আছে যে সেই জুম্মাবাৰত মানুহৰ ভেশত অসংখ্য বগা জিনো তাত উপস্থিত আছিল। চুবুৰীয়া হানাফি গাওঁ অছিপুৰৰ মানুবোৰে যদি বাধা দিবলৈ আহিলহেতেন, বগা জিনবোৰে সিহঁতক যে আচমানলৈ দলিয়াই মাৰিলেহেঁতেন তাত কোনো সন্দেহেই নাই। এই ঘটনাটোৰ পিছত আৰু অধিক বিধ্বংসী আৰু অভাৱনীয়

অইন এটা ঘটনা ঘটে। তাৰ এটা প্ৰাসঙ্গিক সৰু তথ্য আছে। খোৰা পীৰৰ মাজাৰ ধ্বংস কৰাৰ দিনা সন্ধিয়া সময়ত হুজুৰৰ পবিত্ৰ হাতেৰে লিখা এটুকুৰা পবিত্ৰ কাগজ আলি বক্সে চাইদাক দি যায়। আইমণিয়ে সেই টুকুৰা চাইদাক দিলত তেওঁ দলিয়াই পেলালে। বোৱাৰীয়েক ৰুকু বেগমে টুকুৰাটো বুটলি লয়। তাত লিখা আছিল "বেদায়াতে সাইয়্যেয়া বৰ গোনাহৰ কাম। সেইবোৰ হৈছে—কবৰত নৈবেদ্য দিয়া, কবৰত নামাজ পঢ়া আৰু মাজাৰ অথবা দৰগাহ নিৰ্মাণ কৰা। মোৰ ইন্তেকাল হ'লে যাতে এইবোৰ একো কৰা নহয়।"..........

হাফিজ ইন খিৰ্কা কি দাৰি তু বিবিনি ফৰদা
কি চি জুন্নাৰ জে জেৰ-অশ্ ব জফা বিকুশায়েদ

পুখুৰীৰ পকী ঘাটত বহি সৰুগাজিয়ে দিয়া কিতাপখন পঢ়ি আছিলোঁ। 'দিৱানে হফিজ' নামৰ এই কিতাপখনে মোক চিন্তাৰূপী চয়তানৰ হাতৰ পৰা মাজে সময়ে ৰক্ষা কৰে। আজি গোটেই দিন মোৰ ওপৰত উপদ্ৰব চলিছে। উপদ্ৰব বুলিয়েই কব লাগিব। বৰগাজিৰ লগত এজন বৰ অদ্ভুত ধৰণৰ মানুহ আহিছিল। বৰগাজিয়ে পৰিচয় কৰি দিলে মৌলবী আফতাবউদ্দিন আহমেদ বুলি। মানুহজনে হেনো বহুত কেইটা ভাষা জানে আৰু শাস্ত্ৰজ্ঞ পণ্ডিত। হিন্দু ধৰ্মশাস্ত্ৰৰ ওপৰতো হেনো তেওঁৰ ইমান দখল আছে যে সমগ্ৰ হিন্দুস্থানৰ কোনো ব্ৰাহ্মণ পণ্ডিতেই তেওঁৰ লগত ফেৰ মাৰিব নোৱাৰে। মই ক'লোঁ, মাৰহাবা! ইংৰাজী শিকি ইংৰাজক পৰাস্ত কৰিব লাগে আৰু তেনেকৈ বুত পৰস্ত (পৌত্তলিক) এলেম শিকি হিন্দু সকলৰ ভ্ৰান্তি আঁতৰাব লাগে। আফতাবউদ্দিনক উত্তেজিত যেন দেখা গৈছিল। তেওঁ ক'লে, জনাবে হজৰত! খৃষ্টানসকলৰ দৰেই হিন্দুসকলো পথভ্ৰষ্ট। বুত্ পৰস্তি অনাৰ্য সকলৰহে ধৰ্ম। প্ৰকৃত হিন্দু ধৰ্ম হৈছে আৰ্য ধৰ্ম। সেই ধৰ্মৰ ধৰ্মগ্ৰন্থৰ নাম বেদ। বেদত কৈছে যে পৰম সৃষ্টিকৰ্ত্তা নিৰাকাৰ। তেওঁ একেজন মাত্ৰ। ইছলামৰ মূল তত্বৰ লগত বৈদিক মূল তত্বৰ একো পাৰ্থক্য নাই। উপনিষদ নামৰ গ্ৰন্থ আছে। সেয়া বেদৰ ব্যাখ্যা। সেইকাৰণে সেইবোৰক বেদাঙ্গ বুলি কোৱা হয়। আপুনি ৰজা ৰামমোহন ৰায়ৰ নাম শুনিছেনে? তেওঁ ইছলাম এলেমৰ বৰ ডাঙৰ পণ্ডিত আছিল। বৰগাজিয়ে তেওঁৰ কথাৰ মাজতে ক'লে, ৰাজাই ব্ৰাহ্ম ধৰ্ম নামৰ এটা নতুন ধৰ্ম প্ৰৱৰ্ত্তন কৰি গৈছে। ব্ৰাহ্মসলকৰ লগত মুছলমানসকলৰ বহু ক্ষেত্ৰত মিল আছে। এইখিনিতে মই কলোঁ, চাওক মৌলবী চাহাব! আল্লাহে পৱিত্ৰ মানুহৰ পথ প্ৰদৰ্শনৰ বাবে পৃথিৱীলৈ একলাখ সত্তৰ হাজাৰ পয়গম্বৰ পঠিয়াইছে। শেষৰজন পয়গম্বৰ হৈছে হজৰত মহম্মদ (সাঃ)। আৰু চাওঁক, ঐশী গ্ৰন্থ মাথোন চাৰিখন। তওৰাত, জবুৰ, ইঞ্জিল আৰু ফুৰকান (কোৰাণ)। এইবোৰক আহ্লে গ্ৰন্থ বুলি কোৱা হয়। আপোনাৰ বেদ কেতিয়াও আহ্লে গ্ৰন্থ নহয়। আফতাবউদ্দিনে ক'লে, হুজুৰে আলা! আপুনি এজন বিজ্ঞ আলেম। আপুনি ভাবে নেকি যে হিন্দুস্থানৰ কোটি কোটি মানুহৰ কাৰণে আল্লাহে কোনো পয়গম্বৰ পঠোৱা নাই আৰু কোনো ঐশী গ্ৰন্থ সৃষ্টি কৰা নাই? ধূৰ্ত্ত আৰু আমোদপ্ৰিয় বৰগাজিয়ে মুখ টিপি হাঁহি ক'লে, ভাবিব লগা কথা। ইয়াৰ পিছত আফতাবউদ্দিনে হিন্দুসকলৰ দৰে অসংখ্য সংস্কৃত শ্লোক মাতি তাৰ অৰ্থ ব্যাখ্যা কৰিলে। মই সুধিলোঁ, মৌলবী চাহাব,

আপুনি মুছলমান নে ব্ৰাহ্ম? আফতাবউদ্দিনে অলপ কুণ্ঠিত ভাবে ক'লে, দুনিয়াত আল্লাহৰ ধৰ্ম এটাই। বিভিন্ন ভাষাত তেওঁৰ বিভিন্ন নাম। হিন্দুস্থানত তেওঁৰ নাম ব্ৰহ্ম। আৰবত তেওঁৰ নাম আল্লাহ। সেই কাৰণে মই নামাজ পঢ়োঁ আৰু ব্ৰহ্মোপাসনাতো যোগ দিওঁ। বৰগাজিয়ে ক'লে, নুৰপুৰত এজন জমিদাৰে নতুনকৈ আবাদ পত্তন কৰিছে। তেওঁ ব্ৰাহ্ম। সেই আবাদত ব্ৰাহ্মসকলৰ ডাঙৰ ঘাটি হৈছে। আফতাব চাহাবৰ ঘৰ নুৰপুৰত। মই মোৰ ইচ্ছাৰ বিৰুদ্ধেই ৰূঢ় মাতেৰে সুধিলোঁ, আপুনি ব্ৰাহ্ম নে মুছলমান? একে সুৰতে আফতাবউদ্দিনে উত্তৰ দিলে, যিজন আল্লাহ তেৱেঁই ব্ৰহ্ম। অধিক ৰূঢ়তাৰে সুধিলোঁ, আপুনি মোৰ গুৰিলৈ আহিছে কিয়? আফতাবউদ্দিনে বিব্ৰত ভাবে ক'লে, হিন্দুস্থানৰ আজিৰ এই অৱস্থাত ব্ৰাহ্ম আৰু মুছলমানৰ ঐক্যৰ প্ৰয়োজন। ব্ৰাহ্ম হিন্দুসকলে মুছলমানক বেৰাদৰ (ভাই) বুলি গণ্য কৰে। কথাটো আপোনাক জনোৱা উচিত। ব্ৰাহ্ম পণ্ডিতসকলৰ কোনো কোনোৱে পৱিত্ৰ হদিছ গ্ৰন্থবোৰ বাংলাত ভাঙনি কৰিছে। পৱিত্ৰ কোৰাণখনো ভাঙনি কৰাৰ যো-জা চলিছে। মাজে সময়ে কলিকতালৈ গৈ সেই কামত মই তেওঁলোকক সহায় কৰিছোঁ। মোৰ কথা হৈছে, হিন্দু সকলেও ইছলাম কি জানক। মই বৰগাজিৰ ফালে চাই ক'লো, এইটো কামৰ বাবে মুছলমানে হিন্দু হোৱাৰ সকাম নাই। গাজি চাহাব, আপোনাৰ এইজন দোস্ত চয়তানৰ কুচক্ৰত পৰিছে। এখেতক এই মুহূৰ্ত্তে মোৰ এবাদতখানাৰ পৰা আঁতৰাই নিয়ক। বৰগাজিয়ে ততালিকে মানুহজনক উঠিবলৈ ইঙ্গিত দিলে। দুয়োজন ওলাই যোৱাৰ পিছত মই চোতাললৈ ওলাই আহি পায়চাৰি কৰিবলৈ ধৰিলোঁ। বহু বছৰ পূৰ্বে ঠিক এনেদৰে এজন ইংৰাজ পাদ্ৰী মোৰ ওচৰলৈ আহিছিল। তেওঁও বুজাব খুজিছিল যে খৃষ্টান আৰু মুছলমান বেৰাদৰ! দুনিয়াত চয়তানে কিমান যে ভেশ ধৰি ঘূৰি ফুৰিব লাগিছে! আবেলিলৈকে মোৰ মনৰ অস্থিৰতা নুগুছিল। ভয় হৈছিল, বৰগাজি চয়তানৰ হাতত পৰিল নেকি? পুখুৰীৰ ঘাটত বহি 'দিৱানে হাফিজ'ৰ পাত লুটিয়াই থাকোতে চকুত পৰিল, এই বয়েতটো ঃ ''হাফিজ ইন খিৰ্কা কি দাৰি তু বিবিনি ফৰদা/ কি চি জুন্নাৰ জে জেৰ-অশ্ ব জফা বিকুশায়েদ..........' তওবা, তওবা! নিজৰ চকুদুটাকে বিশ্বাস কৰিব নোৱাৰিলোঁ।

'হাফিজৰ এই পোছাক যদি টানি আজুৰি পেলোৱা
দেখিবা তাৰ তলত আছে যজ্ঞোপবীত...............'

ভাবিলোঁ এই সন্ধ্যা বেলা চয়তানে এই সুন্দৰ কিতাপখনৰ আখৰবোৰ সলনি কৰি হাবিৰ ক'লা ছাঁত লুকাই হাঁহিব লাগিছে। বেগাই পাত লুটিয়াই শেষৰ ফালে আন এটা বয়েতত দৃষ্টি পেলালোঁ।

'হৰ হলকা এমঘান্ আম্ আন্ পিসৰ্ চে খোস্ গুফ্ত্
ব কাফিৰান্ চে কাৰ্ অত্ গৰ্ বুত্ না মি পৰস্তি............'

তওবা, তওবা! ইমান দিন ধৰি এইখন কি কিতাপ পঢ়ি মই মুগ্ধ হৈ আছিলোঁ? এতিয়াহে জোলোঙাৰ মেকুৰী ওলাই পৰিছে। এই হাফিজ মানুহজন নিশ্চয় চুফি আছিল। চুফিসকল মুছলমান-ভেশধাৰী মোনাফেক!

কিতাপখন পুখুৰীৰ পানীত দলিয়াই পেলালোঁ। এনে লাগিছে যেন এই মুহূৰ্ত্তত

সৰুগাজি সম্মুখত থকা হ'লে সেই নাদানক চল্লিশ পয়জাৰ মাৰিলোঁহেতেন। আলি বক্সে সততে মোৰ ফালে চকু ৰাখে। সি দৌৰি আহি মলিন মুখেৰে মাথোন ক'লে, হজৰত! মই ক'লোঁ, একো হোৱা নাই। সি অবাক দৃষ্টিৰে পানীৰ ফালে চাই আছিল। লাঠিডাল দাঙি ক'লোঁ, অই কমবখত্! ইয়াত চাবলৈ কি আছে? যা! সি তলমূৰ কৰি গুছি গ'ল। অলপ পিছত তাক কম, ক'লা জিনৰ মুখলৈ কিতাপৰ ফৰ্মুটি মাৰিছিলোঁ। তেতিয়া সি খুব ভাল পাব। আচলতে মানুহৰ এইটো স্বভাৱেই। চৌদিশৰ সকলোতে অলৌকিকতা বিচাৰি ফুৰে। মোজেজা অন্বেষণ কৰে। সিহঁতে ভাবে, এই মাটিৰ জগতখনেই সমস্ত নে? ঠিকেইতো। মাটিৰ পৃথিৱীখনেই নিশ্চয় সকলো নহয়। পানীৰ তলৰ সেই প্ৰতিবিম্বৰ দৰে বহুত কিবা-কিবি আছে। সেয়া জনাৰ কাৰণে ইল্‌ম্ (প্ৰজ্ঞা) অৰ্জন কৰিব লাগে। অলপ পিছত আলি বক্সে পুনৰ ঘূৰি আহি ক'লে, আনিচুৰ চৰ্দাৰ আৰু কেইজনমানে হুজুৰ আলাক লগ ধৰিব আহিছে। ভাবিলোঁ, ভালেই হ'ল, মনটো পাতল কৰিবলৈ সিহঁতৰ সতে দুই-চাৰিটা লঘু কথা পতা যাওঁক। সিহঁতৰ যিমানেই জৰুৰী কাম নহওঁক কিয় আজি মই গুৰুত্ব দিয়াত নাই। আলি বক্সক কলোঁ, তেওঁলোকক ইয়ালৈকে মাতি আন। মৌলাহাট জামাতৰ মুৰব্বী মানুহ কেইজনে মোক সম্ভাষণ জনাই ঘাটলৈকে আহিল। তেওঁলোকক বহিবলৈ কোৱাত বহিল। তাৰ পিছত আনিচুৰে কিবা কবলৈ মুখ মেলিছেহে, এনেতেই ৰাষ্টাৰ পিনৰ পৰা বাঁহীৰ সুৰ ভাঁহি আহিল। লগে লগে দুয়োখন কাণত আঙুলি দি কলোঁ, এইজন কোন চয়তান, মোৰ চল্লিশ দিনৰ বন্দেগি বৰবাদ কৰিলে? তাক মুহূৰ্ত্তে ধৰি আনা।.......

## নুচাইবা নামে এগৰাকী নাৰী

দিলৰুখ বেগম ঃ আইচানা, টোপনি গ'লি নেকি, অ'?

আইচানা ঃ নাই যোৱা দিয়া। কোৱাচোন, শুনি আছোঁ। সদায় কওঁ ইমান হু-হুকৈ থাকিব নোৱাৰোঁ।

দি. বেগম ঃ শাহু আয়ে কোৱা শুনিছোঁ, পয়গম্বৰৰ দিনত আৰবদেশত হেনো এগৰাকী বৰ তেজস্বীনী তিৰোতা আছিল। তাইৰ নাম নুচাইবা খাতুন। খোদাই জিব্ৰাইল নামৰ ফেৰেস্তাৰ হাতত পাক কোৰাণৰ চুৰা (অধ্যায়) পঠাইছিল। পয়গম্বৰে সেইবোৰ মুখস্থ কৰি পিছত মজলিছত মোমিনহঁতক শুনাইছিল। পিছে এদিন নুচাইবা খাতুনে খং কৰি পয়গম্বৰ হুজুৰক ক'লে, হজৰত! খোদাই বাৰু কেলেই অকল পুৰুষ মানুহৰ প্ৰতি লক্ষ্য কৰিহে কথাবোৰ কয়? তিৰোতাবোৰ মানুহ নহয় জানো? আদমৰ বাওঁফালৰ কামিহাড়ৰ পৰা তেওঁ আমাক স্ৰজিছে। তেতিয়া হ'লে খোদাই কিয় আমাক লক্ষ্য কৰি পয়গাম (বাৰ্ত্তা) পঠোৱা নাই?

আইচানা ঃ মাৰ্ভেলাচ্! তাৰ পিছত দাদিমা, তাৰ পিছত কি হ'ল?

দি. বেগম ঃ শাহু আয়ে ক'লে, তাৰ পিছৰ পৰা খোদাৰ পয়গামত 'মুছলিমান ওৱা মুছলিমাত্' শব্দ দুটা সোমাই পৰিল।

আইচানা ঃ তাৰ মানে কি, কবানে দাদিমা?

দি. বেগম ঃ বুজা নাই? পুৰুষ-তিৰোতা দুয়োৰে উদ্দেশ্যে খোদাৰ পয়গাম আহিল। পাক কোৰাণ পঢ়ি চাবি। মতা মাইকী খোদাৰ ওপৰত সমান। কোনো সৰু বা কোনো ডাঙৰ নহয়।

আইচানা ঃ হঠাতে নুচাইবাৰ কথা কিয় ক'লা, দাদিমা? গৰখীয়া ল'ৰাটোৰ কি হ'ল?

দি. বেগম ঃ ল'ৰাটোৰ নাম আছিল ফজু। ঘাত মাউৰা ল'ৰা। আমাৰ ঘৰুৱা কাম কাজবোৰ চোৱা-চিতা কৰিছিল দুখুৱে। সেই দুখুৰেই ভাগিন সি। তেতিয়া তাৰ বয়স ন-দহ বছৰ হ'ব কিজানি। আমাৰ এজনী বাঁজী গাই আছিল। তাইৰ নাম আছিল মুন্নী। ভাই শহুৰে কিমানবাৰ যে ধৰিলে, দিয়া কোৰবানিত মুন্নীক হালাল কৰোঁ। শাহু আয়ে চকু পকাই ধৰি তেওঁক খেদি পঠাইছিল। তাৰ পিছত শিষ্যসকলে এজনী খীৰতী গাই দিছিল। তাইৰ গাৰ বৰণটো কজলা বাবেই আমি নাম ৰাখিছিলোঁ 'কাজলী'

আইচানা ঃ আঃ গৰখীয়া ল'ৰাটোৰ কথা নোকোৱা কিয়?

দি. বেগম ঃ কৈছোঁ, ৰহচোন! আমাৰ এজনী ছাগলীও আছিল। তাইৰ নাম 'কুলচুম'। ফজুৱে সেই মুন্নী, কাজলী আৰু কুলচুমক চৰাবলৈ নিয়ে। ল'ৰাজন আছিল বৰ ধেমেলীয়া। সি শালিকা চৰাই পুহিছিল। আৰু চৰাইটোৰ কাৰণে নৈৰ সিপাৰৰ পৰা ফৰিং ধৰি বাঁহৰ চুঙাত ভৰাই আনিছিল। আৰু তাৰ চখ্ আছিল বাঁহী বজোৱা।

আইচানা ঃ এক মিনিট দাদিমা! গৰখীয়া ল'ৰাই বাঁহী বজায়েই। কিয় বাৰু, কোৱাচোন?

দি. বেগম ঃ ওৰে দিন পথাৰে-সমাৰে ঘূৰি ফুৰে। সময় কটাবলৈ বোধহয় বাঁহী বজাই ফুৰে।

আইচানা ঃ বঢ়িয়া! ঠিক কৈছা। পিছে মই কি ভাবোঁ জানা? প্ৰকৃতিৰ মাজলৈ গ'লে মানুহে অকলশৰীয়া বোধ কৰে। —লোন্‌লি ফিলিংচ্! অথবা প্ৰকৃতিৰ বুকুত সকলো সময়তে সুৰ বাজি থাকে বুলি কবি গুৰু ৰবীন্দ্ৰনাথৰ কবিতাত পঢ়িছোঁ। সেই সুৰকেই মানুহে, অৰ্থাৎ গৰখীয়া ল'ৰাজনে, মানে তোমালোকৰ ফজুৱে বাঁহীত তুলিব খুজিছিল। প্ৰতিধ্বনিৰ দৰে। Whose heart-strings are a lute!

দি. বেগম ঃ তই নিজেই কেপ্‌কেপাই থাকিবি নে গল্পটো শুনিবি?

আইচানা ঃ চৰি! কোৱা, তাৰ পিছত কি হ'ল? তোমাৰ পৰাক্ৰমী শহুৰ চাহাবে বেচেৰা গৰখীয়া ল'ৰাটোক বগৰী গছত বান্ধি জোতাৰে পিটিছিল। নাই, মোৰ মানুহজনৰ প্ৰতি শ্ৰদ্ধা-ভক্তি গুচিল। ধেৎ তেৰি, কেনে মানুহহে তেওঁ!

দি. বেগম ঃ তেওঁ ফৰাজি আলেম আছিল। মৌলাহাটৰ সেই জমানাও আছিল বেলগে। যি হওঁক ফজুক তেওঁ এবাদতখানাৰ চোতালৰ বগৰীজোপাত বান্ধি থৈছিল। তাৰ বাঁহীটো ভাঙি পুখুৰীত দলিয়াই পেলাইছিল। শাহু আয়ে মগৰেবৰ নামাজৰ কাৰণে বদনাত পানী লৈ ওজু কৰিবলৈ যাবলৈ ওলাওঁতেই খবৰটো শুনিলে। মই তহঁতৰ দেউতাৰক তহঁতৰ ককাৰৰ কোলাত তুলি দি বদনাটো হাতত লৈছোঁহে। হেন

সময়তে দুখুৱে কান্দি কান্দি আহি ঘৰত সোমাল। শাহু আইৰ হাতৰ পৰা বদনাটো সৰি পৰিল। মই চকামকাকৈহে দেখিলোঁ, বেপৰ্দা হৈ শাহু আই পদুলিৰে ওলাই গ'ল।

আইচানা ঃ তাৰ পিছত দাদিমা, তাৰ পিছত?

দি. বেগম ঃ তেতিয়াও বেলি ডুবা নাই। বাদশ্বাহী আলিয়েদি দৌৰি দৌৰি.........

আইচানা ঃ দৌৰি দৌৰি?

দি. বেগম ঃ দেখাবোৰে কৈছিল। পিছে মতা মানুহবোৰে তেওঁকতো চিনিয়ে নাপায়। তেওঁ গৈ এবাদতখানাত সোমাই ফজুৰ বান্ধ খুলি দিলে। বেচেৰা ল'ৰাটোৰ আধামৰা অৱস্থা। মুখেৰে তেজ ওলাইছে। তাক কোলাত লৈ ক'লে, 'কিমান ডাঙৰ বুজুৰ্গ হৈছে, কিমান জিন পুহিছে চাওঁ। যদি সাধ্য আছে আপোনাৰ জিনবোৰে মোৰ বুকুৰ মাজৰ পৰা ফজুক কাঢ়ি নিয়কচোন।' এই বুলি শাহু আই এবাদতখানাৰ পৰা ওলাই আহিল।

আইচানা ঃ আঃ কি অসাধাৰণ! বৰআম্মা, তোমালৈ হাজাৰ হাজাৰ চালাম! তুমি নুচাইবাৰ শিষ্যা!

দি. বেগম ঃ পিছে এই ঘটনা লৈ বহুত কিবা-কিবি কথা ওলাইছিল। কিন্তু গাৱঁৰ মানুহ মনে মনে শাহু আইৰ খুব প্ৰশংসা কৰিছিল । ইয়াৰ পিছত শহুৰে সাত দিন এবাদতখানাৰ ভিতৰত 'ইস্তেকাফ' লৈছিল। সাত দিনৰ পিছত শুনিলোঁ তেওঁ চফৰ কৰিবলৈ গ'ল। আলি বক্স এবাদতখানাৰ জিম্মাদাৰ হৈ থাকিল। তাক হেনো ক'লা জিনবোৰে খুব জুলুম কৰিছিল।

আইচানা ঃ তেওঁ ক'লৈ গ'ল?

দি. বেগম ঃ তিনিমাহৰ মূৰকত খবৰ পোৱা গ'ল, নুৰুপুৰত আছে।

আইচানা ঃ সৰু ককা সেইসময়ত দেখোন সেই এৰিয়াতেই আছিল। লগ পোৱা নাছিল নে?

দি. বেগম ঃ শুনিছোঁ, তিনি ক্ৰোশ আঁতৰত আছিল। সেইবাবে দেখা-দেখি হোৱা নাছিল। আৰু দেওৰ চাহাবে দেউতাকক দেখা দিবই বা কিয়? তেওঁ হেনো তেতিয়া হিন্দু হৈছে। সঁচা-মিছা নাজানোঁ, শুনা কথা।.....

## হাম্মালাতাল হাতাব!

নুৰপুৰ মৌলাহাটৰ পৰা পোন্ধৰ ক্ৰোশ দূৰৈত। নুৰপুৰৰ কাজী গোলাম হুছেইন কেইবছৰমান আগেয়ে ফৰাজি মযহাবভুক্ত হৈছিল। তেওঁ প্ৰায়েই মৌলাহাটলৈ আহি নুৰুপুৰ চফৰৰ কাৰণে টানি অনুৰোধ কৰিছিল। মৌলবীবেশী আধা মুছলমান আফতাবউদ্দিনৰ লগত দেখা দেখি হোৱাৰ পিছৰে পৰা নুৰপুৰলৈ যাবলৈ মন গৈ আছিল। পাঁচ ক্ৰোশ দূৰৰ সাহাগঞ্জৰ পৰা কাজী চাহাবলৈ আগতীয়াকৈ খবৰ পঠালোঁ। পিছদিনা মগৰেবৰ সময়ত দেখোঁ দুটা তেজী ঘোঁৰাই টনা টাঙ্গা গাড়ী এখন আহি হাজিৰ হৈছে। তেতিয়া মাঘ মাহ। ৰাস্তাত খুব ধূলি। ৰাতিপুৱা ৰ'দ টান হোৱাৰ লগে

লগে ৰাওণা হলোঁ। সাহাগঞ্জৰ ৰাস্তাৰ দুকাষে অসংখ্য মানুহে জুম বান্ধিছে। সিহঁতে কেচুঁৱা ল'ৰা-ছোৱালীৰ দৰে কান্দি কান্দি বিদায় জনাইছিল। ভীৰৰ মাজত বহুত হিন্দু মানুহো আছিল। কৃষ্ণপুৰৰ জমিদাৰৰ জীয়েকৰ গাৰ পৰা জিন গুচোৱা খবৰটো গোটেই জিলাতে বিয়পি গৈছিল। নুৰপুৰ পাওঁতে আবেলি হ'ল। দূৰৈৰ পৰাই ওখ স্তম্ভটো দেখি বুজিব পাৰিছিলোঁ সেইটো ৰেছম ফেক্টৰী। কাজী চাহাবৰ মুখত শুনিলোঁ, কেইমাহমান আগেয়ে সেই ফেক্টৰীৰ মালিকজনক কোনোবাই বধ কৰিছে। মই ক'লোঁ, মাশাল্লাহ! চাবাচ! যিয়ে এই কামটো কৰিলে তাৰ বাবে বেহেস্তৰ দুৱাৰ মুকলি থাকিব। কাজী চাহাবে ক'লে, ষ্টেন্‌লি চাহাব বৰ অত্যাচাৰী আছিল। অঞ্চলটোৰ সকলো মানুহেই তাৰ দুশ্মন। সেইকাৰণে পুলিছে হত্যাকাৰীৰ শুং-সূত্ৰই পোৱা নাই। পিছে ষ্টেন্‌লিৰ গাত গুলীৰ জখম থকা কাৰণে চৰকাৰে সন্দেহ কৰিছে যে এই কাম বন্দেমাতৰম্‌ৱালাহঁতৰ হ'ব। সুধিলোঁ, সিহঁত আকৌ কোন? কাজী চাহাবৰ উত্তৰ শুনি ভাব হ'ল হিন্দুস্থানত হিন্দুসকলে ৰাজত্ব বিচাৰিছে। এইটো শুভ লক্ষণ নহয়। কথা প্ৰসঙ্গত সেই মৌলবীজনৰ বিষয়ে সুধিলোঁ। কাজী চাহাবে তাচ্ছিল্য কৰি ক'লে, আফতাবো এজন মানুহ আৰু! শুনিছোঁ, তেওঁ হেনো এতিয়া কলিকতাত আছেগৈ। খবৰৰ কাগজ ছপাব হেনো। নুৰুপুৰ পাই দেখো ইয়াতো বিৰ দি বাট নোপোৱাকৈ মানুহে মোৰ অপেক্ষাত বৈ আছে। কাজী চাহাবে ক'লে, ইনশা্‌ আল্লাহ! নুৰপুৰতো এটা ফৰাজি জামাত প্ৰতিষ্ঠা হ'ব। এই নুৰুপুৰত থকা সময়তে এজন ইংৰাজী জনা ডেকাৰ লগত মোৰ চিনাকি হয়। তাৰ নাম দিদাৰুল আলম। সি মোক ফৰাজি মযহাবৰ উৎপত্তি সম্পৰ্কে সুধিছিল। এদিন সি এখন প্ৰকাণ্ড কিতাপ হাতত লৈ মোৰ ওচৰলৈ আহিল। সি ক'লে, হজৰত! আপুনি হাজী ছৰিয়তুল্লাৰ কথা কৈছিল। এইখন এখন পুৰণি সংবাদ-পত্ৰৰ সংকলন। মোৰ আব্বাই চহৰত ওকালতি কৰিছিল। কাকত-আলোচনী-কিতাপ সংগ্ৰহ তেওঁৰ চখ। হঠাতে এইখনৰ এটা পৃষ্ঠা পঢ়ি মোৰ শৰীৰৰ তেজ উতলি উঠিল। আপুনি এই পৃষ্ঠাটো পঢ়ি কওঁক, এই খবৰটো সঁচা নে মিছা। প্ৰকাণ্ড কিতাপখন মেলি চাই দেখোঁ বাংলা ভাষাত চপোৱা। পৃষ্ঠাটো মনযোগেৰে পঢ়িলোঁ। তাৰ পিছত মোৰো দেহৰ তেজ উতলি উঠিল।

> "শ্ৰীযুক্ত দৰ্পণ প্ৰকাশক মহাশয় বৰাবৰেষু।— সম্প্ৰতি নদীয়া জিলাৰ অন্তৰ্গত নাড়িকেলবাড়িয়া গাঁৱত তিতুমিৰ নামে এজন জবনে ৰাজদ্ৰোহিতা আছাৰি দলবদ্ধভাবে প্ৰথমে গোবৰডাঙ্গা নিবাসী বাবু কালি প্ৰসন্ন মুখোপাধ্যায়ৰ ধন-জন-সা-সম্পত্তি আৰু অইন হিন্দুসকলৰ জাতি তথা প্ৰাণ নাশ কৰিবলৈ প্ৰবৃত্ত হোৱাত সেই ঠাইৰ মেজিষ্ট্ৰেট চাহাবে এই কাৰ্য্যক দাঙ্গা বুলি বিবেচনা কৰি ফৌজদাৰী নাজিৰ মোহম্মদ পুলিচক কেইজনমান চাপ্ৰাচীৰ লগত নাড়িকেলবাড়িয়ালৈ পঠিয়াই দিছিল। দুষ্ট জবনসকলে নিৰ্দয় ভাবে সেই হতভাগা পুলিচ নাজিৰক বধ কৰাত মেজিষ্ট্ৰেত চাহাবৰ ৰিপোৰ্ট অনুসৰি কলিকতাৰ পৰা অশ্বাৰোহী আৰু পদাতিক সৈন্য পঠাই দিয়াৰ পিছত এদিন তিতুমিৰ জবন নিপাত হ'ল।..........

পঢ়ি উঠি মই কলোঁ, দিদাৰুল! তিতুমিৰৰ কথা মই জানোঁ। মৰহুম আব্বা চাহাবৰ পৰা তেওঁৰ পালোৱানিৰ কাহিনী শুনিছোঁ। তেওঁ শ্বহীদ আৰু বেহেস্তত তেওঁৰ স্থান সুনিশ্চিত। দিদাৰুলে ক'লে, হজৰত ! পিছৰ কথাবোৰ পঢ়ক। আকৌ সেইটো পৃষ্ঠাত চকু দিলোঁ। মই চমকি উঠিলোঁ। নিস্পলক দৃষ্টিৰে চাই থাকিলোঁ।

............বৰ্তমান ফৰিদপুৰ জিলাৰ অন্তৰ্গত শিবচৰ থানাৰ সীমামূৰীয়া বাহাদুৰ গাঁৱত চৰিয়তুল্লা নামে এজন জবনে ৰাজদ্ৰোহী হৈ কম পক্ষেও ১২০০ জোলা (তাঁতী) আৰু মুছলমানক সংঘবদ্ধ কৰি নতুন এক নিয়ম জাৰি কৰি নিজৰ মতাৱলম্বী মানুহবোৰৰ মুখত দাঢ়ি, কঁকালত চামৰাৰ পেটিৰ কিম্ভূত কিমাকাৰ বেশ-ভূশাৰে ওচৰ-পাজৰৰ হিন্দুসকলৰ ঘৰত সোমাই দেৱ-দেৱীৰ পূজাৰ ক্ষেত্ৰত অশেষ বিঘিনি জন্মাইছে আৰু এই জিলা ঢাকাৰ অন্তৰ্গত মালকতগঞ্জ থানাৰ সীমাৰ ৰাজগৰ নিবাসী দেৱান মৃত্যুঞ্জয় ৰায়ে স্থাপন কৰা দ্বাদশ শিৱলিঙ্গ ভাঙি নদীত উটুৱাই দিছে আৰু সেই থানাৰে সীমাত পোৰাগাছা গাৱঁৰ এক ভদ্ৰলোকৰ ঘৰত ৰাতি সোমাই সৰ্ব্বস্ব লুট কৰি ঘৰটোৰ অৱশিষ্ট যিখিনি আছিল জুই লগাই পুৰি পেলালত এজন জবন ধৰা পৰে আৰু তাক ঢাকাৰ হাজোতত সুমুৱাই থোৱা হৈছে।.........শুনা যায়, দলটোৰ জবনবোৰে সেই ফৰিদপুৰৰেই অন্তৰ্গত পাটকান্দা গাঁৱৰ বাবু তাৰিণীচৰণ মজুমদাৰৰ পৰিয়ালত নানা ধৰণৰ দৌৰাত্ম্য অৰ্থাৎ তেওঁৰ ঘৰত দেৱ-দেৱী পূজাত বিঘিনি জন্মাই গো-হত্যা ইত্যাদি কুকৰ্ম কৰিলত মজুমদাৰে জবনহঁতৰ সৈতে সমুখ সমৰ কৰাটো উচিত নহ'ব বুলি ভাবি ফৰিদপুৰৰ মেজিষ্ট্ৰেট চাহাবৰ ওচৰত এই কথাবোৰ বৰ্ণালত চাহাবে বিচাৰ কৰি কেইজনমান জবনক কাৰাৰুদ্ধ কৰিছে আৰু এই সম্পৰ্কে শীঘ্ৰেই অনুসন্ধানৰ ব্যৱস্থা হাতত লবলৈ ঠিক কৰিছে।.........মই ভাবোঁ চৰিতুল্লা জবনে যেনেদৰে দল বান্ধি ক্ৰমে ক্ৰমে প্ৰবল হৈ উঠিছে, কম দিনত ভিতৰতে হিন্দু ধৰ্ম লোপ পাই অকাল প্ৰলয় হ'ব। চৰিয়তুল্লা দলটোৱে যিখিনি কৰিছে তাৰ এশ ভাগৰ এভাগো তিতুমিৰে কৰা নাছিল। ..........ইতি ১২৪৩ চন ২৪ চ'ত। ঢাকা জিলা নিবাসী দুঃখী তাপিগনস্য।

মূৰ তুলি চাই দেখোঁ দিদাৰুলে মোৰ ফালে একেথৰে চাই আছে। সি ক'লে, 'সমাচাৰ দৰ্পণ' পত্ৰিকাৰ ইংৰাজী ১৮৩৭ চনৰ ২২ এপ্ৰিল তাৰিখৰ সংখ্যাত এই চিঠিখন ছপা হৈছিল। এই সম্পৰ্কে আপুনি কি কয়? নিজকে সংযত কৰি ক'লোঁ, মোৰ মৰহুম আব্বাৰ মুখত শুনিছোঁ যে হাজী চৰিয়তুল্লা এজন নিষ্ঠাবান আলেম আছিল। হিজৰি ১২১৮ নে ১২১৯ চনত দিল্লীত ৱাহাবি আলেম আব্দুল আজিজে ফতোৱা জাৰি কৰিলে, নাচাৰাসকলৰ বিৰুদ্ধে মুছলমানসকলে যুঁজত নামিব লাগিব। চৈয়দ আহমদ বেৰিলভি তেওঁৰ লগত যোগ দিয়ে। হিজৰি ১২৭৪ চনত হিন্দুস্থানৰ সকলো হিন্দু-মুছলমান চিপাহীয়ে ইংৰাজ ৰাজত্বৰ বিৰুদ্ধে যুঁজত নামিছিল। সেই যুঁজত ৱাহাবিসকলেও যোগ দিছিল। হাজী চৰিয়তুল্লা সেই পথৰ পথিক। হিন্দুস্থানৰ মুছলমানক বুত্-পৰস্তি (পৌত্তলিকতা), ছেৰ্ক (ঈশ্বৰৰ অংশীদাৰী), বেদা'য়েত (উন্মাৰ্গগামিতা) ৰ পৰা উদ্ধাৰ কৰিবলৈ এইজন আলেমে জান কবুল কৰিছিল। এই

চিঠিৰ বিবৰণি গোকাট মিছা! দিদাৰুলে উত্তেজিত ভাবে ক'লে, চিঠিখনত এইটো স্পষ্ট যে চৰিয়তুল্লাই হিন্দু ধনী জমিদাৰহঁতৰ অত্যাচাৰৰ পৰা জনসাধাৰণক বচাব খুজিছিল। আজি বঙ্গৰ মুছলমানসকলৰ অৱস্থাৰ কথা ভাবক, হজৰত। তেওঁলোক নিতৌ দুখীয়া হৈ গৈছে। হিন্দুসকলে ইংৰাজী শিকি ইংৰাজৰ ধূৰ্ত্ত বুদ্ধি অৰ্জন কৰিছে। তেওঁলোকে মুছলমানৰ ভেটি খহাইছে। আৰু চাওক হজৰত, পলাছিৰ যুদ্ধত অকল মিৰ্জাফৰে বেইমানি কৰা নাই। জগৎ শেঠ, আমিৰ চাঁদ, ৰাজবল্লভ ৰায়বল্লভ, মানিকচাঁদ, নন্দকুমাৰহঁতেও বেইমানি কৰিছিল। ১৮৫৭ চনৰ চিপাহীবিদ্ৰোহত যেতিয়া সমগ্ৰ হিন্দুস্থানৰ হিন্দু-মুছলমানে একলগ হৈ যুঁজিছিল, তেতিয়া বঙ্গৰ ইংৰাজী শিক্ষিত হিন্দুসকলে ইংৰাজৰ সপক্ষে থিয় দিছিল। মোৰ কোনো কোনো কলেজীয়া হিন্দু বন্ধুৱে ধেমালি কৰি কয়, তোমালোকে সাতশ বছৰ আমাক জুলুম কৰিছা। আমি পাহৰিম কেনেকৈ? মই সিহঁতক কওঁ, এয়া ইংৰাজে শিকোৱা কথা। ৰজা-বাদশ্বাহসকলে প্ৰজাৰ ওপৰত অত্যাচাৰ কৰাটো স্বাভাৱিক কথা। ইয়াত হিন্দু-মুছলমানৰ কথা নাহে। কিন্তু সঁচাকৈয়ে যদি সেইটোৱে হ'লহেতেন, যদি মুছলমানসকলে তোমালোকৰ ধৰ্ম বিলোপ কৰিলেহেতেন, মন্দিৰবোৰ চূৰ্ণ কৰিলেহেতেন, তেতিয়া হ'লে হিন্দুস্থানত আজি ইমানবোৰ পুৰণি মঠ-মন্দিৰ নাথাকিলহেতেনে। ইংৰাজে লিখা ইতিহাস পঢ়ি পঢ়ি তোমালোকে কোৱা, এইখন জিলাত মুৰ্ছিদকুলিখাঁই হিন্দু মন্দিৰ ভাঙিছিল। ব'লা, তোমালোকক দেখুৱাই দিওঁ, তেওঁৰ আমোলৰ কিমান মন্দিৰ আজিও তেওঁৰ কবৰৰ আশে-পাশে মূৰ দাঙি আছে। তোমালোকে ঔৰংজেৱৰ নিন্দা কৰা। কিন্তু এটা কথা ভাবি নোচোৱা যে খেয়ালি বাদশ্বাহ ছাহজাহানে বিলাসিতাৰ কাৰণে ৰাজভঁড়ালৰ তলি উদং কৰিছিল। তাজমহল!

ভাবি চাওঁকচোন হজৰত, সেই এটা মাথোন তাজমহল সাজিবৰ কাৰণে কিমান কোটি কোটি টকাৰ ধন-সোণ খৰচ কৰা হৈছিল! এনে উশৃঙ্খল কাণ্ডজ্ঞানহীন বাদশ্বাহক বন্দী কৰা উচিত নহয়নে? ঔৰংজেৱ যদি হিন্দু-বিদ্বেষী, কিয় তেওঁৰ প্ৰধান সেনাপতি হৈছিল হিন্দু যশোৱন্ত সিং? কিয় উদিপুৰী নামৰ তেওঁৰ হিন্দু বেগমক মুছলমান নকৰিলে? তেতিয়া ঔৰংজেবৰ সলনি যদি কোনোবা হিন্দু বাদশ্বাহ থাকিলহেঁতেন তেৱোঁ একেই কামকে কৰিলেহেঁতেন। বিদ্ৰোহীসকলক এশিকণি দিবলৈ জিজিয়া কৰৰ দৰে কৰ আদায় কৰিলেহেঁতেন!..... এই মুছলমান ডেকাজনৰ ফালে মই আচৰিত হৈ চাইছিলোঁ। সি জোৰেৰে তপত হুমুনিয়াহ কাঢ়িলে। কাজী চাহাবে হাঁহি হাঁহি ক'লে, দিদাৰুলে তেওঁৰ উকীল দেউতাকৰ গুণটো পাইছে। বাপজান! এতিয়া হুজুৰক অলপ আৰাম কৰিবলৈ দিয়া। জিভা কামুৰি লজ্জিত হোৱাৰ ভঙ্গিত ডেকাজন থিয় হ'ল। ক'লে, আৰু এটা কথা আপোনাক কবলগীয়া আছিল, হজৰত! হিন্দু ৰজা-জমিদাৰসকলে কংগ্ৰেছ দল গঠন কৰিছে। কিছুমান সুবিধাবাদী মুছলমানো সেই দলত সোমাইছে। এইফালে বংকিম চেটাৰ্জীৰ নভেল পঢ়ি কিছুমান হিন্দুৱে 'বন্দেমাতৰম্' কৰি ঘূৰি ফুৰিছে। সিহঁতে দেশখনক দুৰ্গা দেৱী বুলি ধৰি লৈ পূজা কৰিছে। মোৰ বোধেৰে এই অৱস্থাত মুছলমানসকলেও এটা দল গঠন কৰা উচিত।

মই সোনকালেই কলিকাতালৈ যাম। আশীৰ্বাদ কৰক, যেন সফল হওঁ। কথাষাৰ কৈয়েই সি মোৰ পদচুম্বন কৰিলে। মই তাৰ কপালত চুমা খাই বুকুত সাৱটি ললোঁ। হে আল্লাহ! এই ডেকাজনৰ মাজত মই চফিউজ্জামানৰ প্ৰতিবিম্ব দেখিছোঁ নেকি? চফিয়েতো ইমান কথা নকৈছিল। অথচ মুখখন দেখিলেই ধৰিব পাৰি তাৰ ভিতৰত কব লগা কথা পাহাৰ সদৃশ দ'ম হৈ আছে। সেই পাহাৰৰ তলত খোদাই একুৰা জুই সাঁচি থৈছে। চফি শান্ত, নিশ্চুপ, গম্ভীৰ। অথচ কি আচৰিত, দিদাৰুলক চফিৰেই এটা ৰূপ বুলি ভুল হব খোজে। দিনটোত যিমানবাৰ দিদাৰুলৰ কথা মনত পৰিল, সিমানবাৰেই চফি মোৰ মনঃচক্ষুত জিলিকি উঠিল। আবেলিৰ আচৰৰ নামাজৰ পিছত অভ্যাস অনুসৰি অকলে ফুৰিবলৈ ওলালোঁ। কাজী চাহাবক কলোঁ, কোনেও যাতে মোৰ পিছে পিছে নাযায়। অন্যথা বিপদ হ'ব। মোৰ জীৱনত এই সূৰ্যাস্তৰ সময়খিনি সদায়ে খুব গুৰুত্বপূৰ্ণ। বাস্তৱিকতে ই এনে এটা সন্ধিক্ষণ, যেতিয়া ৰাতিৰ কাৰণে পৃথিৱী জুৰি এক বৈচিত্ৰময় প্ৰস্তুতি চলে আৰু চৌপাশে শুনা যায় নিৰৱ হুঁছিয়াৰি। চৰাচৰ স্থাবৰ-জঙ্গমত আৰম্ভ হয় কি যেন এক ধৰণৰ চেপা ব্যস্ততা। 'হুঁছিয়াৰ নামা' কিতাপখন যিয়ে লিখিছে, তেওঁ যে ইলম্ (প্ৰজ্ঞা) লাভ কৰিছে তাত সন্দেহ নাই। মই আৰ্বি ভাষাত আফলাতুন (প্লেটো) আৰু তেওঁৰ তালেবুল ইলম্ (শিষ্য) এৰিস্তোন (এৰিষ্টোট্‌ল্)ৰ কিতাপ পঢ়িছোঁ। মাদ্ৰাছাবোৰত তেওঁলোকৰ কিতাপ এতিয়াও পাঠ্য। কিন্তু মোৰ বোধেৰে 'হুঁছিয়াৰ নামা'ৰ লেখক অধিক বিজ্ঞ। নুৰপুৰ গাওঁখন ওখ ঠাইত অৱস্থিত। দক্ষিণে খলপীয়া পথাৰ। মাজে মাজে অনাবাদী পথাৰ আৰু অ'ত ত'ত হাবি। হাবিৰ কাষৰ এটা জোপোহাত এটা চৰাইৰ বাহ দেখিলোঁ। চৰাইজনীয়ে সম্ভৱতঃ উমনি দি আছিল। মোক দেখিও উৰি গুছি নগ'ল। আল্লাহৰ মহিমা বুজাই বৰ টান। চৰাইবোৰ বাৰু তেওঁ কেলেই স্ৰজিলে? নিশ্চয় তেওঁৰেই বন্দেগিৰ কাৰণে। আবেলিৰ হেঙুলীয়া ৰ'দত চৰাইবোৰৰ বন্দেগি শুনিবলৈ পালোঁ। অলপ অন্যমনস্ক হৈ আছিলোঁ। হঠাতেই সমুখৰ হাবিৰ মাজৰ পৰা এগৰাকী তিৰোতাই মূৰত খৰিৰ বোজা এটা লৈ ওলাই আহিল আৰু মোৰ চকুৱে চকুৱে পৰাত তাই থত্‌মত খাই ৰৈ গ'ল। এয়া দেখোন কুষ্ঠৰোগী আব্দুলৰ বিবি— 'হাম্মালাতাল হাতাব'! মই হো-হোকৈ হাঁহিলোঁ। এনেতে তাই খৰিৰ বোজাটো মাটিত নমাই থৈ বিজুলী বেগেৰে আহি মোৰ ভৰিত সাৱটি ধৰিলে। বিব্ৰত বোধ কৰি কলোঁ, এৰ্, এৰ! এয়া কি আৰম্ভ কৰিছ তই— নাদান, বেচৰম লড়কী! ইকৰাতনে থোকাথুকি মাতেৰে ক'লে, হুজুৰ মোক ক্ষমা কৰক। মই আপোনাৰ কথা নুশুনিলোঁ। আপুনি মোৰ প্ৰাণ বচাইছিল! তই দেখোন সৰুগাজিৰ ঘৰত ভালেৰেই থাকিব পাৰিলিহেঁতেন? আলি বক্সক ঢকা মাৰি পলালি কিয়? মোৰ প্ৰশ্নৰ উত্তৰত তাই চকু মোহাৰি মোহাৰি তলমূৰ হৈ ক'লে, বৰগাজিৰ ভয়ত। তেওঁ ভাল মানুহ নহয়। আৰু হুজুৰ, আলি বক্সে মোৰ হাতত ধৰিছিল। খঙেৰে ক'লোঁ, মিছা কথা নকবি! আলি বক্স 'পৰহেজোগাৰ' (ধাৰ্মিক) মানুহ। ইকৰাতনে আকৌ কান্দি ক'লে, আল্লাৰ কছম, হুজুৰ! সুধিলোঁ, তই ইয়াত ক'ত আছ? নিকাহ কৰিছ নেকি? তাই মূৰ জোকাৰি লাহেকৈ ক'লে, মোৰ

ননন্দজনীৰ ঘৰত আছোঁ। তাইৰো গিৰিয়েক নাই। লোকৰ ঘৰত ধান বানি খায়! ময়ো তাইৰ লগত ধান বানোঁ। তাই বৰ ভাল। মোক নিজৰ বুলি ভাবে। হাঁহি হাঁহি সুধিলোঁ, বেজালি এৰিছনে, নে চলাই আছ? তাই এইবাৰ তলমূৰ কৰি অলপ হহাঁৰ নিচিনা কৰি ক'লে, নাই, এতিয়া নকৰোঁ। আনন্দিত হৈ ক'লোঁ, ভাল কৰিছ। পিছে তই যে বেপৰ্দা হৈ অকলে অকলে হাবিলৈ আহিছ, তোৰ ভয় নালাগেনে? ক'লে, লাগে। কিন্তু কি কৰিম? ক'লোঁ, তই নিকাহ নকৰ কিয়? ক'লে, তেনে ইচ্ছা মোৰ নাই হুজুৰ। মতা মানুহবোৰ নিমখহাৰাম। মোৰ ঘিণ লাগে। তাই খৰিৰ বোজাটো মূৰত তুলি কাতৰ ভাবে ক'লে, দোহাই হুজুৰ, মই যে ডাইনী আছিলোঁ, কথাটো যেন আপুনি ইয়াত কাকোৱেই নকয়। তাই যাবলৈ খোজ দিওঁতেই মাতিলোঁ, ইকৰাতন্! এটা কথাৰ উত্তৰ দি যা। তাই ঘূৰিলত মই সুধিলোঁ, তই সচাঁকৈয়ে হিন্দু আছিলিনে? ক'লে, জী-হাঁ। সুধিলোঁ, ব্ৰাহ্মণ আছিলি নেকি? তাই ক'লে, যি কথা ঢাক খাই আছে, ঢাক খায়েই থাকক, হুজুৰ। আপুনি পীৰ। আপোনাৰ অজানা একো নাই। তাই বেগাই গুছি গ'ল। মই বহু দূৰলৈকে তাইক চাই থাকিলোঁ। তিৰোতাজনীৰ চেহেৰা ভাল হৈছে। খোৱা-বোৱা ভালেই হৈছে ছাগে। আবেলিৰ চেঁচা বতাহ বৈছিল। সম্মুখতে এটা পুখুৰী দেখিলোঁ। পুখুৰীৰ পানীৰে ওজু কৰি নামাজ পঢ়িম বুলি ভাবিছিলোঁ। কিন্তু লগত বদনা অনা নহ'ল। তদুপৰি পানীযুৰলিত বোকা। গতিকে হাবিৰ পৰা নিলগৰ এডোখৰ ওখ মুকলি ঠাইলৈ গলোঁ। তাত বহুকেইজোপা তাল গছ। বেলি ডুবিলত এটুকুৰা ঘাঁহ নগজা পৰিষ্কাৰ মাটিত হাত দুখন ঘঁহি 'তৈয়ম্মুখ' (পানীৰ অভাৱত এনেকৈ ওজু কৰাৰ বিধি আছে) কৰিলোঁ। হে আল্লাহ! নামাজৰ সময়ত সম্মুখৰ তালগছজোপা বাৰে বাৰে এজনী নাঙঠ তিৰোতা যেন লাগিল। 'হাম্মালাতাল হাতাব'— সেই খৰিকটীয়া তিৰোতাজনী বাৰু কোনোবা ক'লা জিনৰ যাদুৰ সৃষ্টি নেকি?.......

Her feet are tender, for she sets her steps,
Not on the ground but on the heads of men.........

—Homer

হিজৰি ১৩১৬ চনৰ কথা। জেঠ মাহ। সেই মাহৰ মহৰমৰ দিনা অছিপুৰৰ হানাফিসকলে তাজিয়া লৈ মৌলাহাটৰ পথাৰলৈকে আহিছিল। খোদাৰ যে কি মহিমা, অকস্মাতে ধুমুহা বৰষুণ আহিল। মৌলাহাটৰ ফৰাজিসকলে লাঠি, বল্লম, তৰোৱাল লৈ ওলাই গৈছিল। শহুৰ চাহাব তেতিয়া নুৰপুৰত। অছিপুৰৰ মানুহে ভাবিছিল যে মৌলাহাটৰ মানুহে আগৰ দৰেই সিহঁতৰ ধেমালি চাব। দুয়োটা দল মুখা-মুখিকৈ থিয় হৈছিল। ভাই শহুৰে ঘোঁৰা চেকুৰাই হৰিণমাৰা থানাত খবৰ দিবলৈ গৈছে। হেন সময়তে আকাশত মেঘে গাজিবলৈ ধৰিলে। আকাশখন মৌ-বাহ যেন হৈছে। অলপ পিছতেই হৰ্ হৰ্কৈ শিল পৰিবলৈ ধৰিলে। মোৰ আকৌ শিল বুটলি খুব ভাল লাগে। তাকে দেখি শাহু আয়ে খুব বকিলে। তাৰ পিছত আহিল বতাহ আৰু দবা-পিতা বৰষুণ। দুখুৱে ফজুক বিচাৰি বৰষুণতে ওলাই গ'ল। অলপ পিছত ঘূৰি আহি সি হাঁহি

হাঁহি ক'লে, পথাৰলৈ আৰু কি যাম, অছিপুৰৰ তাজিয়া উৰুৱাই নিলে। বৰ দুখ মনেৰে হাৰামজাদাহঁত পলাল। শাহু আয়ে উদ্বিগ্ন হৈ সুধিলে, ফজুৰ বা কি হ'ল? দুখুৱে ক'লে, ফজু বুধিয়ক ল'ৰা, বিবিচাহেবা! আপুনি চিন্তাই নকৰিব। ঠিকেইতো। সন্ধিয়া ধুমুহা-বৰষুণ যোৱাৰ পিছত সি ভুটুংকৈ ওলালহি। কৰবাত হেনো এজোপা গছৰ তলত গৰু-ছাগলী কেইজনী লৈ সি বহি আছিল। কিন্তু তেতিয়াও একো উমান পোৱা নাছিলোঁ যে অলপ পিছতেই এটা অদ্ভুত খবৰ পাম। লেমটো জ্বলাই ৰফিক গাখীৰ খুৱাই তাক দেউতাকৰ কোলাত তুলি দি দলিজঘৰৰ ফালে গৈ দেখোঁ, মেঘৰ বুকু ফালি মহৰমৰ জোন ওলাইছে। আগ দুৱাৰখন খুলি বাহিৰৰ পৃথিৱীখন চালোঁ। এনেতে টেক্‌টেকীয়া বোকাত ঘোঁৰা চেকুৰাই অহা মানুহ এজন দেখিলোঁ। ঘোঁৰাটো আহি দলিজঘৰৰ বাৰাণ্ডাৰ কাষত ৰ'ল। ঘোঁৰাৰ পিঠিৰ পৰা নমা মানুহজনক চিনি পাই মই এক প্ৰকাৰ চিঞৰি উঠিলোঁ, চাচাজী! চাচাজী! বাৰি চাচাই লাহেকৈ সুধিলে, ৰুকু নে? তহঁত কেনে আছ, মা? মোৰ বুকু ফালি কান্দোন ওলাই আহিল। চাচাজীয়ে মোক দলিজঘৰলৈ ধৰি লৈ গ'ল। শাহু আয়ে মাতিছিল, বোৱাৰী! কি হৈছে? অ' বোৱাৰী? বাৰাণ্ডালৈ গৈ কান্দোন সামৰি কলোঁ, বাৰি চাচা আহিছে আম্মা! শাহু আয়ে লেমটো লৈ আহিল। লেমটো দলিজ ঘৰত থৈ সুধিলোঁ, ইমান দিন ক'ত আছিল, চাচাজী? শাহুৱে আঁতৰৰ পৰা লাহেকৈ ক'লে, ভাতিজীহঁত কেনেকৈ আছে, খুড়াৰাৰ জনাৰ গৰজ কি? হাঁহিবলৈ চেষ্টা কৰি চাচাজীয়ে ক'লে, কোনখন মুখেৰে মই আপোনালোকৰ ওচৰলৈ আহোঁ বাৰু? চফিক বহুত আশা কৰি মোৰ হাতত তুলি দিছিল, তাক মই হেৰুৱালোঁ! দেখিলোঁ শাহু আই দুৱাৰ মুখৰ ওচৰৰ পৰা আঁতৰি গৈছে। ক'লোঁ, চাচাজী, আপুনি ইমান খীনাইছে যে? চাচাজীয়ে ক'লে, তোৰ অৱস্থাও দেখোন ভাল দেখা নাই! যি হওঁক, শুন, মই দেৱানি চাকৰি এৰি দি বহৰমপুৰত আছোঁ। সিদিনা তোৰ ভাই-শহুৰেৰক পালোঁ। ক'লে, কিবা-কিবি মামলা-মোকৰ্দ্দমাত হেনো জড়িত হৈছে। কথাৰ মাজতে সুধিছিলোঁ, শাহুৰেকৰ মাটি-সম্পত্তিৰ ফাৰাকাটি হ'লনে নাই। সোনকালেই হ'ব বুলি মোক ক'লে। তদুপৰি ক'লে, ৰুকুকতো ধান, মাহ আদি দিয়েই আছোঁ। এই কথা শুনি লাহেকৈ ক'লোঁ, ধান পাঁচ বস্তা আৰু মাটি-মাহ আধা বস্তা দিছে এইবাৰ। বহু দিন হ'ল ৰোজিক লগেই পোৱা নাই। চাচাজীয়ে ক'লে, সেইবোৰ কথা ভাবি-চিন্তিয়েইতো আহিলোঁ। কাইলৈ মজলিছ মাতি তহঁতৰ মাৰৰ সা-সম্পত্তিৰ ফাৰাকাটি কৰিম। ক'লোঁ, সেইবোৰ এতিয়া থাওঁক। আগেয়ে হাত-মুখ ধোৱকহি। পানী আনি দিছোঁ মই। চাচাজীয়ে ক'লে, ৰ'বি এটা ডাঙৰ খবৰ আছে নহয়! তোৰ শাহুৱেৰক মাতচোন। মই জানোঁ, তেওঁ মোক চফিৰ কাৰণে ক্ষমা কৰিব পৰা নাই। কিন্তু চফিক মই বিচাৰি উলিয়ামেই। মাত তেওঁক। খুব জৰুৰী খবৰ এটা আছে। শাহুৱে অলপ আতঁৰৰ বাৰান্দাৰ খুটা এটাত ধৰি বোধহয় কান্দি আছিল। মই মতাত চকুলো মচি কেইখোজমান আগুৱাই আহিল। চাচাজীয়ে সুধিলে, পীৰচাহাবৰ কিবা খা-খবৰ পায়নে, বিয়নী? শাহুৱে ক'লে, নাই। তেওঁৰ খবৰ জানি মোৰ লাভ কি? বাৰি চাচাই অলপ ইতস্ততঃ কৰিছিল। উদ্বিগ্ন হৈ মই সুধিলোঁ, একো বেয়া খবৰ

নহয়তো চাচাজী? বাৰিচাচাই হঠাতে কিবা অদ্ভুত ধৰণে হাঁহিলে। তাৰ পিছত ক'লে, নুৰপুৰৰ কাজী গোলাম হুছেইন কালি বৰহমপুৰলৈ গৈছিল। তেওঁ মোৰ চিনাকি মানুহ। তেওঁহে এটা বৰ আচৰিত খবৰ দিলে। পীৰ চাহাবে নিকাহ্ কৰিছে। ক'লোঁ, কি আচৰিত! চাচাজীয়ে ক'লে, পয়গম্বৰৰ তৰিকা মানি চলাৰ অধিকাৰ অৱশ্যে তেওঁৰো আছে। তদুপৰি মুছলমানে চাৰিগৰাকী বিবি ৰাখিব পাৰে। এইটো একো ডাঙৰ কথা নহয়। আচৰিত হৈছো অইন এটা কথাতহে। তিৰোতাজনী হেনো এই মৌলাহাটৰেই কোনোৰা হালোৰা হজুৰা ধৰণৰ মানুহৰ ঘৈণীয়েক আছিল। নামটো জানো কি অছিল— শাহু আয়ে ৰূঢ় কণ্ঠে ক'লে, ইকৰাতন! চাচাজীয়ে ক'লে, হয়, ইকৰাতন। মোৰ জানো কি হ'ল, দৌৰি গৈ শাহু আইক সাৱটি ধৰি কান্দিবলৈ ধৰিলোঁ। শাহুৱে মোক ঠেলি আঁতৰাই দি ক'লে, চুপ। বে-আদপ লড়কী। তাৰ পিছত বাৰি চাচাজীৰ উদ্দেশ্যে শান্ত মাতেৰে ক'লে, এইটো একো আচৰিত খবৰ নহয়, চৌধুৰীচাহাব! এনে হব বুলি মই জানিছিলোঁৱেই।

চাচাজীয়ে ক'লে, আপুনি জানিছিল? শাহু আয়ে ক'লে, বোৱাৰী, খুড়ায়েৰাক মুখ-হাত ধুবলৈ পানী আনি দিয়া। মই কিবা খোৱাৰ যা-যোগাৰ কৰোঁ। ৰফিক দেউতাকে শুৱাই থৈ বাহিৰলৈ ওলাই আহিছিল। বেৰত ধৰি ধৰি দলিজঘৰ পালেগৈ। বিকট মাতেৰে আচচালাম আলাইকুম ক'লে। মই তেওঁক ক'লোঁ, আপোনাৰ দেউতাকৰ কাণ্ড শুনিছেনে? সেই কুষ্ঠৰোগী আব্দুলৰ ঘৈণীয়েকক নিকাহ কৰিলে! ৰফিৰ বাপেকে বিকট শব্দ কৰি হাঁহিবলৈ ধৰিলে। খং আৰু বেজাৰত মই বাহিৰলৈ ওলাই আহিলোঁ। এবাল্টি পানী আৰু বদনা লৈ যোৱাৰ সময়ত ৰান্ধনিশালৰ চৌকাৰ সম্মুখত শাহু আইক দেখিলোঁ। হতভাগীয়ে উচুপি উচুপি কান্দিছে।

## সোতৰ

" I go and come with a strange liberty in Nature,
a part of herself....."

ষ্টেন্‌লিক হত্যা কৰি আশ্ৰমলৈ উভতি আহি দেখোঁ যে মন্দিৰত খোল বজাই ব্ৰহ্ম কীৰ্ত্তন চলি আছে। হৰিবাবুৰ কুটীৰৰ ফালেৰে আহিছিলোঁ। তেওঁ মোক আগবঢ়াই দিব খুজিছিল যদিও মই আহিবলৈ বাধা দিলোঁ। মন্দিৰৰ পিছফালেৰে ঘূৰি ঘৰত সোমায়েই তিতা কাপোৰযোৰ সলালোঁ। মন্দিৰৰ পৰা যি সামান্য পোহৰ আহি মোৰ ঘৰত পৰিছিল, তাতেই দেখিলোঁ যে কাপোৰৰ তেজৰ দাগ ভালকৈ যোৱা নাই। সেইবোৰ লৈ কি কৰোঁ কি নকৰোঁ বুলি ভাবি থাকোতেই স্বাধীনবালা আহিল। ক'লোঁ, কাম শেষ হ'ল, এতিয়া পুৰষ্কাৰ দিয়া। লগে লগে তাই মোৰ ভৰি চুই সেৱা কৰিলে আৰু মুহূৰ্ত্ততে মোৰ দেহ-মনত এক তীব্ৰ আনন্দৰ সোঁত বৈ গ'ল। সম্ভৱতঃ ইতিহাসত এই প্ৰথমবাৰৰ কাৰণে এজনী হিন্দু গাভৰুৱে এজন মুছলমান যুৱকক সেৱা কৰিলে। এয়া সপোন নে দিঠক? মই বৰ বিচলিত অনুভব কৰিছিলোঁ। সেৱা কৰি তাই থিয় দিয়াত তাইৰ নিশাহৰ বতাহে মোৰ মুখত কোবাই গ'ল। তন্ময় হৈ থিয় দি থাকিলোঁ। তাই সুধিলে, হৰিদা ক'ত? তেখেতক সেৱা জনাব লাগে। মোৰ ভাবাবেগ নিমিষতে আতঁৰিল। হায়! কি ভাবিছিলোঁ মই? কলোঁ, হৰিবাবু তেওঁৰ কুটীৰত আছে। কিন্তু মোৰ এটা প্ৰব্লেম হৈছে। এই কাপোৰখিনিত ষ্টেন্‌লিৰ তেজ লাগি আছে। এতিয়াই কিবা এটা উচিত ব্যৱস্থা কৰিব লাগে। স্বাধীনবালাই কাপোৰখিনি মোৰ হাতৰ পৰা লৈ ক'লে, মই পুঁতি থম। তুমি চিন্তাই নকৰিবা। তাই গুছি যোৱাত মই থিয় হৈ ভাবিবলৈ ধৰিলোঁ, স্বাধীনৰ এই সেৱা কৃতজ্ঞতা প্ৰকাশহে মাথোন। তাই মোক সেৱা কৰা নাই, সেৱা কৰিছে তাইৰ পিতৃহন্তাৰ প্ৰতিশোধগ্ৰহণকাৰীক। মই যদি এজন ইতৰ শ্ৰেণীৰ মানুহো হ'লোঁহেঁতেন তথাপি তাই মোক সেৱা কৰিলেহেঁতেন। কথাবোৰ যিমানেই পাগুলিয়ালোঁ সিমানেই ক্ষোভ, দুখ আৰু অনুশোচনাই মোক জৰ্জৰিত কৰিলে। সিদিনা ৰাতি ভোজনশালালৈ নগলোঁ। মোক মাতিবলৈকো কোনো অহা নাছিল। দেবনাৰায়ণদাৰ ঘৰত বহুত ৰাতিলৈকে কিবা আলোচনা হৈছিল! বাহিৰত সেয়া ভয় লগা শাৰদীয় জোনাক। মই বিনিদ্ৰ ৰজনী কটাইছোঁ। নিজৰ ওপৰত খুব ধিক্কাৰ জন্মিল। মই ষ্টেন্‌লিক কেলেই হত্যা কৰিলোঁ? এই জগতত ষ্টেন্‌লি নামৰ

এজন বগা চাহাবৰ লগত মোৰ বাৰু কি সম্পৰ্ক আছিল? পান্না পেছোৱাৰিক আক্ৰমণ কৰাৰ এটা নিৰ্দ্দিষ্ট কাৰণ আছিল। চিতাৰা নিমিত্ত মাথোন। পান্না পেছোৱাৰিৰ ঘৃণনীয় সমকামী স্বভাৱেই মোৰ তেনে আচৰণৰ কাৰণ। কিন্তু ষ্টেন্‌লিৰ লগত মোৰ এষাৰ কথাও হোৱা নাছিল। তেনে স্থলত কিয় তেওঁক হত্যা কৰিলোঁ? কিয়, কিয়, কিয়?

অহৰহ এই প্ৰশ্নৰ ফলত অৱশেষত কিছুদিনৰ ভিতৰতে ধৰ্ম বস্তুটোক ঘিণ কৰাৰ এক অদ্ভুত সিদ্ধান্তই মোক গ্ৰাস কৰি পেলালে। ভূতগ্ৰস্ত মানুহৰ দৰে অকলে, নিৰ্জন কোনো ঠাইত থুৱাই থুৱাই কওঁ, থুই ধৰ্মৰ ওপৰত। ধৰ্মই মানুহৰ মনৰ মাজত অসংখ্য গভীৰ গাঁত খান্দিছে। থুই! থুই! থুই! ধৰ্ম নিপাত যাওঁক! ধৰ্মই মানুহৰ জীৱনৰ সকলো কষ্ট আৰু গ্লানিৰ মূল। ধৰ্মই মানুহক হিন্দু সজায়, মুছলমান সজায়। ধৰ্মই মানুহৰ স্বাভাৱিক চেতনা আৰু বুদ্ধিক পথভ্ৰষ্ট কৰে। মানুহৰ চকুত পিন্ধাই দিয়ে ঘাণীৰ বলধৰ চকুত বন্ধা ঢাকনি। ষ্টেন্‌লিক হত্যা কৰাৰ পিছত গোটেই অঞ্চলটোত হৈ-চৈ লাগিছিল। গোৰাপল্টন আহি নুৰপুৰত ছাউনী পাতিলে। গাঁৱে গাঁৱে পুলিচ সোমাই যাকে-তাকে ধৰি নি অকথ্য নিৰ্যাতন চলালে। সিহঁতে ব্ৰহ্মপুৰৰ নবসতিলৈও যেতিয়াই তেতিয়াই আহিবলৈ ধৰিলে। কিন্তু দেবনাৰায়ণদাৰ লগত জমিদাৰি সূত্ৰে জিলাৰ ইংৰাজ বিষয়াবৰ্গৰ চা-চিনাকি আছিল। তদুপৰি অৰ্দ্ধ শতিকা কাল ব্ৰাহ্ম আন্দোলনৰ নিৰ্দোষ ধৰ্মীয় কাম-কাজৰ ঐতিহ্য ইংৰাজ চকুত সিমান সন্দেহযোগ্য বুলি বিবেচিত হোৱা নাই। বৰং মোৰ বোধেৰে, কলিকতাৰ ব্ৰাহ্ম নেতাসকলে ইংৰাজ শাসনৰ পৃষ্ঠপোষকতাহে কৰি আহিছে। তেওঁলোকৰ সমালোচকৰ ভূমিকাটোক মই 'শত্ৰুৰূপে ভজনা' কৰা বুলিহে কব খোজোঁ। এনেবোৰ কাৰণতেই ব্ৰহ্মপুৰ আশ্ৰমলৈ আহি পুলিচ বিষয়াসকলে মিচিকিয়া হাঁহি মাৰি কৈছিল, জাস্ত এ ৰুটিন ৱৰ্ক, দেবনাৰায়ণ বাবু! ভাগ্য ভাল যে যামিনী মজুমদাৰ ব্ৰাহ্ম বা আশ্ৰমৰ মানুহ নাছিল। পুলিচবাহিনী ব্ৰহ্মপুৰলৈ আহিব বুলি ভাবি মই ওৰে দিনটো পথাৰৰ হাবিতলীয়া ঠাইখিনিতে কটাইছিলোঁ। খেতিয়কবোৰৰ লগতেই খোৱা-বোৱা কৰিছিলোঁ। হৰিবাবুৱে ধাননিত বহি বহি নিৰণিৰ কাম কৰিছিল। অথবা সুধন্যৰ লগত জালেৰে মাছ মাৰিবলৈ গৈছিল। কিছুদিন আমি ইজনে সিজনক লগ ধৰা নাছিলোঁ বা কথা-বতৰা পতা নাছিলোঁ। এনেদৰে নিতৌ প্ৰকৃতিৰ বুকুত ঘূৰি ফুৰি থাকোতে ভিতৰি ভিতৰি মই সলনি হবলৈ ধৰিছিলোঁ। শঙ্খিনী নৈৰ পাৰৰ ডাঠ হাবিৰ মাজত এডোখৰ মুকলি ঘাঁহনি আছিল। ঘাঁহনিখিনিৰ মাজতে এজোপা বুঢ়া হিজল গছ যেন কাতি হৈহে পৰি আছিল। মাটিৰ সমান্তৰালকৈ বাঢ়ি যোৱা গছজোপাৰ শকত ডাল এটাত বহু সময় ধৰি বহি থকাটো মোৰ এটা অভ্যাসেই হৈছিল। এদিনাখন আবেলি পৰত হঠাতেই এক বিস্ময়কৰ চেতনাবোধে মোক জোকাৰি দিয়ে। এৰা, কি আচৰিত! ইয়াত কোনো খাজনা-আদায়কাৰী গোমস্তা নাই, পাইক বৰকন্দাজ নাই, আদালতৰ পিয়াদা নাই, পুলিচ নাই, ৰজা-জমিদাৰ নাই, বুজুৰ্গ পীৰ বা ব্ৰাহ্মণ নাই, ধৰ্মীয় সমাজ-সম্প্ৰদায় নাই, চৰকাৰ নাই, ৰাষ্ট্ৰ নাই! মানুহৰ কোনো নিৰ্মাণ ইয়াত নাই। ইয়াত যি আছে সেয়া প্ৰকৃতি সৃষ্ট আৰু স্বাভাৱিক। এইবোৰ উদ্ভিদ, চৰাই, পখিলা, পোক-পতঙ্গ, নিয়ৰ, চতুষ্পদ জীৱজন্তু, কি অবাধ স্বাধীনতাময়!

ইয়াৰ কিছুদিন পিছত মোৰ চাল-চলনত এক ধৰণৰ উদাসীনতা দেখি দেবনাৰায়ণদাই মোক জেৰা কৰি কাৰণটো উলিয়াবলৈ চেষ্টা কৰিছিল। প্ৰকৃতি সম্পৰ্কে মোৰ সেই ধাৰণাৰ কথা কোৱাত তেওঁ হাঁহিলে। ক'লে, চফি! যি বুজিছোঁ তই ইমান দিনৰ পিছত পৰমা প্ৰকৃতিৰ ব্ৰহ্মস্বৰূপ উপলব্ধি কৰিছ। তই সৃষ্টিৰ অন্তৰ্বৰ্তী আনন্দধাৰাৰ কাষ চাপিছ। পিছে সাৱধান! আমেৰিকান মনীষী হেন্‌ৰি ডেভিড্ থৰোত পৰিণত নহবি। মোৰ আবাদত থৰোৰ অসহযোগ আন্দোলনৰ প্ৰচাৰক হ'লে মহা পয়মাল হ'ব। প্ৰতি বছৰে মই সোতৰ হাজাৰ তিনিশ ছিয়ানব্বৈ টকা ন অনা তিনি পাই খাজনা কালেক্টৰিক আদায় দিব লাগে।

মই সুধিলোঁ, থৰোৰ কথা কিয় ক'লে? তেতিয়া দেবনাৰায়ণদাই মোক এখন কিতাপ দিলে। কিতাপখন দি ক'লে, ৱাল্ডেন আৰু ব্ৰহ্মপুৰ একে নহয় কিন্তু। মানুহো বেলেগ বেলেগ। তথাপি, প্ৰকৃতিৰ কথা ক'লি যেতিয়া, কিতাপখন পঢ়ি চাব পাৰ। আশাকৰোঁ ইংৰাজী ভাষাটো ইমান দিনে মোটামুটি আয়ত্ত কৰিছ। কিতাপখনৰ পাত লুটিয়াওতে এটা বাক্য চকুত পৰিল। মই চমকিত হলোঁ। 'ষ্ট্ৰেন্‌জ্ লিবাৰ্টি!' সঁচাই তেনেকুৱাই। ময়ো প্ৰকৃতিৰ মাজলৈ যাওঁ আৰু উভতি আহোঁ 'অদ্ভুত স্বাধীনতা' লৈ। সেই স্বাধীনতা প্ৰকৃতিৰেই অংশ! খুব মনযোগেৰে কিতাপখন পঢ়িবলৈ ললোঁ; অৰ্থ বুজি নোপোৱা শব্দবোৰ অভিধান মেলি চাওঁ।

## ৰূপান্তৰ আৰু জন্মান্তৰ বৃত্তান্ত

সেইবাৰ ভালকৈ বৰষুণ নহ'ল। আবাদ অঞ্চল দ আৰু কেবাটাও সৰু সৰু নৈৰ অববাহিকা হোৱা কাৰণেহে অলপ-অচৰপ ফচল পোৱাৰ আশা। এই নৈবোৰৰ ভিতৰত একমাত্ৰ শঙ্খিনীকহে নৈ বুলিব পাৰি। বাকী কেইটাক জুৰি বুলিলেহে শুৱায়। এই অঞ্চলত জুৰিক 'খাগড়ি' বোলে। উলূৱনিৰ অনাবাদী ভূণভূমিত এনে এটা 'খাগড়ি' দেখিছিলোঁ আৰু এজন আচৰিত ধৰণৰ বগা মানুহে (যাক আজিও জিন বুলি বিশ্বাস হয়, অথবা বিশ্বাস আৰু অবিশ্বাসৰ মাজৰ সূক্ষ্মতম সীমানাত অভিজ্ঞতাটো ঘড়ীৰ দোলকৰ দৰে দুলি আছে) আমাক বাট দেখুৱাইছিল। কিমান দিনৰ পুৰণি কাহিনী যেন লাগে! জুৰিবোৰৰ কাষলৈ গ'লে সপোনৰ দৰে উভতি আহে চ'তৰ এটি মেঘে ঢকা দুপৰীয়া। আৰু আশ্চৰ্য্যকৰ কথা এই যে 'আবাদ'ৰ আৰণ্যক নিসৰ্গত যেন প্ৰত্যাশা কৰোঁ কোনোবা বগা জিনৰ! এদিনাখন আবেলি শঙ্খিনীৰ পাৰৰ হিজলজোপাৰ সেই ডালটোত বহি এখন সৰু ইংৰাজী কিতাপ পঢ়িবলৈ লওঁতেই অলপ আঁতৰত গছ-গছনিৰ মাজত দুজন মানুহ দেখিলোঁ। তেওঁলোকে গছৰ ছাঁত থিয় হৈ কথা পাতিছিল। কৌতূহলী হৈ গছৰ ডালটোৰ পৰা নামি কেইখোজমান আগুৱাই গ'লোঁ। দেখোঁ, হৰিবাবু ওৰফে হাজাৰিলালে কান্ধত কুঠাৰ লৈ এজন ভদ্ৰলোকৰ লগত চেপা মাতেৰে কথা পাতিছে। মোক দেখি হৰিবাবুৱে ইঙ্গিত দি কাষলৈ মাতিলে। এনেতে বাওঁফালৰ গছ-বিৰিখৰ ফাকেঁৰে

নৈত এখন নাও দেখিলোঁ। নাওখনত কেইজনমান নাৱৰীয়া যেন লগা মানুহ আৰু তেওঁলোকৰ ভিতৰত দুই-তিনিজনৰ মূৰত ৰঙা পাগুৰি। বুজিলোঁ সিহঁত পাইক আৰু সিহঁত সশস্ত্ৰ। ওচৰ পোৱাত হৰিবাবুৱে ক'লে, চফি! এখেতেই মোৰ দেউতাৰ নায়েব মহাশয় গোবিন্দৰাম সিংহ। গোবিন্দ বাবুৱে চমকিত হৈ ক'লে, কি আচৰিত! কি আচৰিত! নমস্কাৰ! নমস্কাৰ! আপুনিয়ে মৌলাহাটৰ পীৰবাবাৰ নিৰুদ্দিষ্ট পুত্ৰনে? আপোনাৰ দেউতাকে আপোনাৰ কাৰণে—

তপৰাই ক'লোঁ, সেই কথা নিষ্প্ৰয়োজন।

গোবিন্দবাবুৱে সামান্য হাঁহি ক'লে, এইমাত্ৰ আপোনাৰ কথা সৰু বাবুৰ পৰা গম পালোঁ। আপোনাৰ লগত চিনাকি হোৱাৰ খুব ইচ্ছা হৈছিল। পৰমেশ্বৰৰ কৃপাত মোৰ সৌভাগ্যও হ'ল। আপুনি মহাপুৰুষৰ সন্তান।

অয় ফৰোগে মাহে হুস্‌ন্ অজ্ বুএ ৰুখশানে শুমা
অব্ বু এ খুবি অক্স চাহে জনখ্‌দানে শুমা ........

গোবিন্দ বাবুৱে এই ফাৰ্চি বয়েতটো আবৃত্তি কৰিলে। মই তেওঁৰ ফালে চাই থকা দেখি হৰিবাবুৱে ক'লে, মোৰ দেউতাৰ লগত থাকি থাকি গোবিন্দদা ফাৰ্চি-নবিচ হৈছে। অৱশ্যে দেউতাৰ ফাৰ্চি শিক্ষা আৰু মুছলমানি কালচাৰৰ আৰঁত বৈষয়িক স্বাৰ্থ নিহিত আছে। মুৰ্চিদাবাদৰ নবাববাহাদুৰ নামৰ পুতলাটোক লৈ ইংৰাজৰ লগত তেৰোঁ সমান দক্ষতাৰে খেলে। গোৱিন্দদা, আশা কৰোঁ ইতিমধ্যে সুজাপুৰ মহল আপোনাৰ মনিবমহাশয়ৰ অধীনলৈ আহিছে?

গোবিন্দবাবুৱে তেওঁৰ কথাত কাণ নিদিলে। মোৰ ফালে ভক্তি ভাবেৰে চাই ক'লে, পীৰজাদা! আপোনাৰ অনিন্দ্যসুন্দৰ মুখশ্ৰী দেখি কবি হাফিজৰ এই বয়েতটো আবৃত্তি কৰিলোঁ। ইয়াত মুখশ্ৰীৰ প্ৰশংসা কৰা হৈছে।

লাহেকৈ কলোঁ, মই আৰ্বি, ফাৰ্চি আখৰ চিনো, অৰ্থ বুজি নাপাওঁ। পঞ্চমমানলৈ যি অকণমান পঢ়িছিলোঁ এতিয়া সেইখিনিও মনত নাই। পিছলৈ মই সংস্কৃত আৰু ইংৰাজীহে পঢ়োঁ।

হৰিবাবুৱে মোৰ কান্ধত হাত এখন থৈ ক'লে, চফিৰ জাত গ'ল। তেওঁ এতিয়া হিন্দু— পিছে 'ব্ৰহ্মজ্ঞানী'হে!

গোবিন্দ বাবুৱে সুধিলে, আপুনি সঁচাকৈয়ে ব্ৰাহ্ম হৈছে নেকি?

অলপ পৰ মনে মনে থাকি মই ক'লোঁ, মই ধৰ্ম নামানো।

হৰিবাবুৱে অট্টহাঁহি মাৰিলে। নিজান বনভূমি ৰজনজনাই গ'ল। গোবিন্দবাবুৰ মুখৰ চেহেৰা দেখি বুজিলোঁ তেওঁ কথাটো বিশ্বাস কৰা নাই। আপুনি যে কিয় এনেদৰে পৰিয়ালৰ লগত সম্পৰ্ক ছিন্ন কৰিছে, নাজানো। হৰিনাৰায়ণৰ এই অজ্ঞাতবাসৰ প্ৰয়োজন আছে, বুজি পাওঁ। পীৰবাবা আৰু মৌলাহাটৰ সম্ভ্ৰান্ত মানুহবোৰৰ লগত কথা-বতৰা পাতি যিখিনি জানিব পাৰিছোঁ, আপোনাৰতো তেনে একো প্ৰয়োজন নাই। তেওঁলোকৰ ধাৰণা, পীৰবাবাৰ শতৰু ক'লা জিনবোৰে আপোনাক বধ-কৰিছে।

চফি চাহাব, আপুনি যদি কাৰোবাৰ ওপৰত অভিমান কৰি নিৰুদ্দেশ হৈ আছে, সেয়া ভুল। কথাখিনি কোৱাৰ কাৰণে আপুনি মোক ক্ষমা কৰিব। ঠিক আছে, আপুনি যদি ঘৰৰ পৰা আঁতৰত থাকিব খুজিছে, থাকক! কিন্তু আপোনাৰ মাক-দেউতাকক অন্ততঃ এখন চিঠি লিখি জনাওক যে আপুনি জীৱিত আছে আৰু নিৰাপদে আছে। আপোনাৰ ঠিকনা জনোৱাৰো দৰকাৰ নাই। আৰু এই বান্দাক যদি আদেশ দিয়ে, ময়ো এখন চিঠি লিখিব পাৰোঁ।

দৃঢ় কণ্ঠে কলোঁ, নহব।

হৰিবাবুৱে ক'লে, গোবিন্দদা, অনুৰোধ কৰিছোঁ, চফিৰ কথা লৈ আপুনি মিছামিছি মূৰ ঘোলা নকৰাই ভাল হ'ব। আৰু এটা কথা, আপুনি এইদৰে মোৰ ওচৰলৈ আৰু নাহিব। মোক বিপদৰ মুখত নেপেলাব! এতিয়াও মোৰ জীৱনৰ প্ৰতিজ্ঞা পূৰণ হোৱা নাই।

গোবিন্দবাবুৰ মুখখন মলিন হৈ পৰিল। লাহেকৈ ক'লে, হৰিনাৰায়ণ! মায়াৰ বান্ধোন। পিছে এইবাৰ আহিছো তোমাৰ ভনীয়েৰাৰ খাটনি এৰাব নোৱাৰিহে। তাই তোমাৰ বাবে ইমানেই উদ্বিগ্ন যে মোৰতো ভয়েই লাগে, সেই হাৰামজাদা ক'লা জিনটোৱে তাইক হয়তো আকৌ লম্ভিব। হৰিনাৰায়ণ! মানুহৰ আত্মা দুৰ্বল হ'লে প্ৰেতশক্তিয়ে কৰায়ত্ত কৰে। মুছলমানৰ মতে যিটো ক'লা জিন, খৃষ্টানৰ মতে সেয়া চাটান, বৌদ্ধৰ মতে মাৰ, জৰুথুষ্ট্ৰৰ মতে আহিৰমান আৰু হিন্দুৰ মতে অশুভ প্ৰেত শক্তি।

বুজিলোঁ, গোবিন্দৰাম সিংহ মহাশয় পণ্ডিত মানুহ। কথাখিনি বিষাদ গধুৰ মাতেৰে কৈয়েই তেওঁ নাওখনৰ ফালে বেগাই খোজ ল'লে। তেতিয়া হৰিনাৰায়ণে তেওঁৰ পিছে পিছে গৈ ক'লে, ঠিক আছে। আপুনি অহা মাঘত ব্ৰহ্মপুৰ আশ্ৰমত ব্ৰাহ্মসকলৰ মাঘোৎসৱ উপলক্ষে ৰত্নময়ীক লৈ আহিব। আশ্ৰমত স্বাধীনবালা নামে এজনী ছোৱালী আছে। তাই বুধি কৰি ৰত্নময়ীক এবাৰ মোৰ লগ লগাই দিব।

গোবিন্দবাবুৱে ঘূৰি থিয় হৈ সুধিলে, মাঘোৎসৱ কিমান তাৰিখে?

মাঘৰ ১১ তাৰিখে।

গোবিন্দবাবু গুছি গ'ল। নৈখনৰ ভাঁজটোত নাওখন অদৃশ্য হৈ যোৱাৰ পিছত হৰিবাবুৱে দীঘলকৈ হুমুনিয়াহ কাঢ়ি মোৰ পিনে চালে। ক'লে, মই বিপ্লৱৰ বাবে নিজকে উছৰ্গা কৰিছোঁ। 'আনন্দ মঠ' মোৰ জীৱনৰ আদৰ্শ। কিন্তু চোৱা চফি, মানৱ হৃদয় কেনে দুৰ্বল উপাদানেৰে গঠিত! মই জানো, ৰত্নময়ী বলিয়া হোৱাৰ কাৰণ মই নিজেই। ভূত-প্ৰেত এইবোৰ বাজে কথা। গোবিন্দদাৰ লগত কিয় গোপনে যোগাযোগ কৰিছিলোঁ, জানানে? একমাত্ৰ ৰত্নময়ীৰ খা-খবৰ জানিবৰ কাৰণেই। মাফ কৰিবা ভাই, তাই সুস্থ হোৱাৰ গুৰিত তোমাৰ দেউতাৰা নহয়, মইহে। এৰা ময়েই। মই ভালে-কুশলে আছো বুলি জানি ৰত্ন সুস্থ হৈছে। এই বিষয়ে অকণো সন্দেহ নাই।

কথা পাতি পাতি হৰিবাবু হিজল জোপাৰ কাষলৈ আহিল। কুঠাৰখন জোৰকৈ মাটিত ঘাপ মাৰি থৈ ঈষৎ হাঁহি ক'লে, তোমাক প্ৰায়ে ইয়ালৈ আহি বহি থকাটো মন

কৰিছোঁ। কোনোবাই কিবা সন্দেহ কৰে বুলিহে অহা নাই। যিহওক, তোমাৰ লগত কেটামান জৰুৰী কথা আছে। এই সুযোগতে পাতো। তোমাৰ হাতত বাৰু সেইখন কি কিতাপ?

ক'লো, ফৰাছী পণ্ডিত ভলটেয়ৰে লিখা। দেবনাৰায়ণদাই পঢ়িবলৈ ক'লে। কিতাপখন চাই হৰিবাবুৱে ক'লে, তুমি হিউমৰ কিতাপ পঢ়িবাই। তেৱোঁ এজন সুবিজ্ঞ দাৰ্শনিক। যি হওঁক, আচল কথাটোলৈ আহোঁ। এইবাৰ দেশৰ ভালেমান ঠাইত খৰাং। দুৰ্ভিক্ষৰ লক্ষণ ইতিমধ্যে দেখা গৈছেই। খবৰ পাইছোঁ বিহাৰত ইতিমধ্যে খুব আকাল আৰম্ভ হৈছে! তুমি লক্ষ্য কৰিছাই ছাগে, তাৰপৰা দলে দলে চাওঁতাল, মুণ্ডা মানুহবোৰ বঙ্গলৈ ধাপলি মেলিছেই। ইয়াতো কেবাটাও দল আহি সোমাইছে, জানানে?

হয়, দেবনাৰায়ণদাৰ মুখত কথাটো শুনিছোঁ। তেওঁ খুব উদ্বিগ্ন।

তিৰু হাড়াম নামে এজন মানুহৰ মুখত 'বীৰচা মহাৰাজ' নামৰ এজন মুণ্ডা চৰ্দাৰৰ বিস্ময়কৰ কীৰ্ত্তি কলাপৰ বিষয়ে শুনিলোঁ। তেওঁ হেনো শিক্ষিত মানুহ। ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। তেওঁৰ কাৰাদণ্ড হয়।

সম্প্ৰতি তেওঁ ৰাঁচীৰ জেলৰ পৰা মুকলি হৈ আহি আকৌ যুদ্ধৰ কাৰণে প্ৰস্তুত হৈছে। কিন্তু দুখৰ বিষয় এই যে মাথোন ইংৰাজৰ বিৰুদ্ধেই নহয়, দেশৰ হিন্দুসকলৰ বিৰুদ্ধেও তেওঁৰ ভীষণ আক্ৰোশ। আমাক তেওঁ 'দিকু' বোলে। ইয়াৰ আচল অৰ্থ হৈছে অসভ্য। বহু গাওঁ তেওঁ আক্ৰমণ কৰিছে। দলে দলে যে চাওতালবোৰ বঙ্গদেশলৈ আহিছে আৰু আমাৰ ইয়াতো সোমাইছে, কোনে জানে, সিহঁতৰ কিবা কুমতলব থাকিবও পাৰে।

খবৰৰ কাগজত এইবোৰ পঢ়িছোঁ। লাইব্ৰেৰিত কেবাখনো ইংৰাজী আৰু বাংলা কাকত আছে। হাঁহি হাঁহি কলোঁ, খবৰৰ কাগজবোৰত ভালেখিনি মিছা কথাই থাকে। কলিকতাৰ বাবু ভদ্ৰলোকবোৰ স্বপ্নদৰ্শী।

হৰিবাবুৱেও হাঁহিলে। তুমি দেবনাৰায়ণবাবুৰ প্ৰতিধ্বনি কৰিছা। তেওঁৰ মতে ব্ৰাহ্মসকলৰ খবৰৰ কাগজত বাজে বাকীবোৰ ভ্ৰষ্ট আৰু মৰীচিকাদৰ্শনকাৰী! এতিয়া মোৰ পৰা দুই-এটা আচল খবৰ শুনা। গোবিন্দদাৰ মুখত যিখিনি শুনিলোঁ তাৰ পৰা অনুমান হৈছে ইংৰাজ কালেক্টৰিয়ে সদায় ৰক্ত পিপাসুৰ দৰে আচৰণ কৰে আৰু এইবাৰো গৰীব -দুখীয়াৰ ওজৰ-আপত্তি গ্ৰাহ্য নকৰিব। জমিদাৰৰ ওপৰত হেঁচা দিব আৰু তেওঁলোকে কৃষকসকলৰ ওপৰত জুলুম চলাই খাজনা আদায় কৰিব। ইয়াৰ পৰিণাম মৰ্মান্তিক হব পাৰে। সেইবাবে কৈছোঁ, সাজু হোৱা, চফি!

একো বুজিব নোৱাৰি সুধিলোঁ, আকৌ কাক হত্যা কৰিব লাগিব, দাদা? হৰিবাবুৱে ক'লে, এজন নহয়, একাধিকজনক হত্যা কৰাৰ প্ৰয়োজন হব। মই মনে মনে থকা দেখি অলপ পিছত হৰিবাবুৱে লাহেকৈ সুধিলে, জন্মান্তৰবাদ কি তুমি জানানে চফি?

জানোঁ, কিন্তু জন্মান্তৰবাদৰ প্ৰসঙ্গ আকৌ কিয়?

হব পাৰে তোমাৰ জন্ম মুছলমান মাতৃৰ গৰ্ভত, কিন্তু তুমি পূৰ্বজন্মত নিশ্চয় হিন্দু আছিলা।

কৌতুক কৰি ক'লোঁ, আপুনি জানেনে যে মোৰ দেহত মুছলমানৰ পৰম-পুৰুষ পয়গম্বৰৰ কন্যাৰ তেজ আছে? আমি চৈয়দ। মোৰ ককাৰ জন্ম লক্ষ্ণৌত। তেওঁৰ দেউতাক পেচোৱাৰৰ। আৰু তেওঁৰ পূৰ্বপুৰুষ আছিল পাৰস্যৰ অধিবাসী। সেয়ে আমাৰ বংশগত নামৰ লগত আলখোৰাছানি যুক্ত আছে। খোৰছান পাৰস্য দেশৰ অন্তৰ্গত।

মোক আচৰিত কৰি হৰিদাই ক'লে, চফি! চফি! তোমাৰ দেহত তেনেহ'লে আৰ্যৰ তেজো আছে। তুমিতো মেক্সমূলাৰৰ কিতাপ পঢ়িছা। তুমি আৰ্য, ময়ো আৰ্য। খৃষ্টপূৰ্ব ডেৰহাজাৰ চন মানত আৰ্যসকল ভাৰতলৈ আহে। আৰ্য সভ্যতাৰ সময়ত ইউৰোপীয়সকল নৰমাংসভোজী আদিম জাতি আছিল। আৰ্যসকলৰ অপৌৰুষেয় গ্ৰন্থ হৈছে বেদ আৰু ঋষি-মুনিসকলৰ বেদব্যাখ্যাই বেদান্ত। ব্ৰাহ্মসকলৰ বেদান্ত ব্যাখ্যা অশুদ্ধ। বেদমাতা গায়ত্ৰীয়েই দশভুজা দুৰ্গাৰূপে প্ৰকাশমানা হয়। তেৱেঁই ভাৰতবৰ্ষ। চফি, বন্দেমাতৰম ধ্বনিত ভাৰতআত্মাৰ স্পন্দন আছে।

এই ধৰণৰ উচ্ছ্বসিত কথা হৰিবাবুৰ মুখেৰে আখৈ ফুটা দিব বুলি কল্পনাও কৰা নাছিলোঁ। মই ভেবা লাগি তেওঁৰ ফালে চাই থাকোতেই হঠাতে তেওঁ কুঠাৰখন কান্ধত তুলি লৈ চিঞৰ মাৰি সুধিলে, হেই সুধনিয়া! উহা ক্যা কৰিছ?

ঘূৰি চাই দেখোঁ সুধন্য আৰু এজন মানুহে অলপ আঁতৰত বৈ নৈখনৰ ফালে চাই আছে। সুধন্যৰ লগৰজনৰ চাল-চলন, ভাব-ভঙ্গি মোৰ খুব এটা ঠিক লগা নাই। তাক আগেয়ে কৰবাত দেখা দেখা যেন লাগিছে। ভগৱানগোলাৰ মামাৰ ঘৰত যে ডকাইতৰ দলটো দেখিছিলোঁ, তাৰে এজনৰ লগত খুব মিল থকা যেন লাগিছে। অলপ খা-খবৰ কৰাহে ভাল হব। বেলিটো দিগন্তত ঢলি পৰিছে। গছ-গছনিৰ ফাঁকেৰে বেলিৰ হেঙুলীয়া কিৰণ সৰকি আহিছে। অন্যমনস্কভাবে ভল্‌টেয়াৰৰ কিতাপখনৰ পাত লুটিয়াই আছোঁ। হঠাতে এঠাইত দৃষ্টি আবদ্ধ হ'ল— কি আশ্চৰ্য!

'Is it not quite natural that all the metamorphoses seen on earth led in the East, where everything has been imagined, to the notion that our souls pass from one body to another? A nearly imperceptible speck becomes a worm; this worm becomes a butterfly. An acorn is transformed into an oak, an egg into a bird. Water becomes cloud and thunder. Wood changes into fire and ashes. In short everything in nature appears to be metamorphosed ............. the idea of metapsychosis is perhaps the most ancient dogma of the known universe and it still reigns in a large part of India and China.'

সিদিনাৰ পৰাই মোৰ মনৰ মাজত এক ধৰণৰ আলোড়ণ সৃষ্টি হয়। স্বাধীনবালাক লগ পালেই সুধিবৰ মন যায়, মই পূৰ্ব জন্মত কি আছিলোঁ বুলি তোমাৰ ধাৰণা হয়? তাইক ক'বলৈ মন যায় যে হৰিবাবুৱে মোৰ দেহত আৰ্যৰ তেজ দেখিছে। কিন্তু তেজস্বিনী, মুখ-চতুৰ সেই ছোৱালীজনীৰ প্ৰতি বোধহয় মোৰ এক ধৰণৰ আতঙ্ক আছিল। তাৰক নৰসুন্দৰ নামে এজন নাপিত সপ্তাহত দুদিনকৈ ব্ৰহ্মপুৰলৈ আহে।

খালৰ পাৰত, বটগছৰ তলত সি আশ্ৰমবাসীৰ চুলি কটা, দাড়ি-গোফ খুৰোৱা কাম কৰে। বয়সস্থবোৰৰ দাড়ি-গোফ ৰখা ফেশ্বন। আদবয়সী বা মোৰ দৰে ডেকাবোৰে দাড়ি-গোফ ৰখাৰ পক্ষপাতী নহয়। মই হুবহু পান্না পেছোৱাৰিৰ গোফৰ অনুকৰণ কৰিছিলোঁ। তাৰকৰ চাৰিকোণীয়া সৰু আইনাখনত নিজৰ মুখ দেখি নিজেই মুগ্ধ হৈছিলোঁ। সঁচাকৈয়ে মই কবি হাফিজে বৰ্ণনা কৰা মুখশ্ৰীৰ অধিকাৰী। কিন্তু ভলটেয়াৰৰ সেই বাক্যকেইটা পঢ়াৰ পিছত তাৰকৰ আইনাত নিজৰ মাজত হিন্দুত্বৰ লক্ষণ কিবা আছে নেকি তাকেই চাইছিলোঁ। ক্ষৌৰ কৰ্ম কৰোতে তাৰকে সন্দিগ্ধভাবে জানিব বিচাৰিছিল, গোফৰ কিবা হানি-বিঘিনি সি ঘটালে নেকি? অকণমান হাঁহি সুধিছিলোঁ, বাৰু নৰসুন্দৰদা, কোৱাচোন বাৰু মোক হিন্দু যেন লাগে নেকি? তাৰক বৰ ৰসিক মানুহ। আচলতে এই দেশৰ নৰসুন্দৰহঁতৰ ৰসিকতা এক 'চালু' কথা আৰু যিমানেই স্থূল নহওঁক কিয়, সিহঁতে সুযোগ পালেই ৰসিকতা যে কৰিবই সেইটো ধ্ৰুৰুপ। তথাপি বহুত ব্যক্তি অথবা পৰিয়ালৰ ভিতৰুৱা কেলেঙ্কাৰিৰ তথ্য সিহঁতৰ জনা থাকিবই। গালত পানী লগাই থাকোতে বা চামৰাৰ পেটীডালত শান দি থাকোতে কোনোবা মন-পছন্দ মক্কেলক সেই তথ্য সিহঁতে যোগাবই। কিন্তু মোৰ কথা শুনি তাৰকে মিচিকিয়া হাঁহি মাৰি ক'লে, মিঞাচাহাব! আপুনি 'ডাঙৰ খাহী'ৰ মাংস খাবলৈ বাদ দিয়া কাৰণেই আপোনাৰ ৰূপ ওলাই আহিছে। এৰা কোন গু-খোৱাৰ পুতেকেনো আপোনাক মুছলমান বুলি কব পাৰে? 'ডাঙৰ-খাহী' শব্দটো গৰুৰ প্ৰতি শব্দ। এইটো এটা আশ্চৰ্যকৰ কথা, এই নৰসুন্দৰ বা হিন্দু নাপিতবোৰে ব্ৰাহ্মণ-কায়স্থ-কলিতা-কোঁচ-কুমাৰ আদি জাতিৰ মানুহৰ দাড়ি চুলি কটা কাম যেনেকৈ কৰে. তেনেকৈ মুছলমানসকলৰ বেলিকাও আপত্তি নকৰে। ইয়াৰ বিনিময়ত বছৰেকত সিহঁতে অলপ ধান-ছাউল পায়। কিন্তু সিহঁতে কেতিয়াও হীৰা-ডোম-মুচি আদি নিম্নবৰ্গৰ মানুহবোৰৰ কাম নকৰে। আবাদ অঞ্চলৰ এনেকুৱা নিম্নবৰ্গৰ মানুহবোৰৰ কাৰণে এজন হিন্দুস্তানি নাপিত বা 'হাজাম' আছে। তাৰ নাম ফাগুলাল। তাৰ ঘৰ নুৰপুৰৰ সৰু বজাৰত। ফাগুলাল হাজামে আবাদ অঞ্চলত সোমোৱাৰ লগে লগে মানুহবোৰৰ লৰা-ঢপৰা লগা দেখিছোঁ। সি কেশৰপল্লীৰ ওচৰত এজোপা প্ৰকাণ্ড কেন্দুগছৰ তলত গহীন মুখেৰে আহি বহে। হিন্দুস্থানি হাজামবোৰৰ লগত বঙালী নাপিতবোৰৰ আকাশ-পাতাল পাৰ্থক্য। ফাগুলালহঁত ৰসিক নহয়, চালাকো নহয়। এদিনাখন দেৱনাৰায়ণদাৰ ঘৰত কথা প্ৰসঙ্গত মই এই বৈসাদৃশ্যৰ কথা কওঁতে তেখেতে খুব হাঁহিলে। ক'লে, তই ঠিকেই মন কৰিছ। তোৰ পৰ্য্যবেক্ষন শক্তি বেছ প্ৰখৰ দেখিছোঁ। এই বিষয়ে গৱেষণাৰ প্ৰয়োজন আছে। সেই সময়ত বাঁকিপুৰৰ ব্ৰাহ্মভ্ৰাতা গিয়াচুদ্দিনো আছিল। নুৰপুৰৰ ধৰ্মসমন্বয়বাদী মৌলবী আফতাবউদ্দিন তেওঁৰ আত্মীয়। গিয়াচুদ্দিনে ক'লে, আৰু এটা আচৰিত কথাই মোক ভবাই তোলে। গোটেই ভাৰতবৰ্ষত পানী বোলে, অকল বঙালী হিন্দুৱেহে জল বোলে। দেবনাৰায়ণদাই অভ্যাস অনুসৰি ক'লে, নহয় গিয়াচভাই, দাক্ষিণাত্যত নকয়। দেবনাৰায়ণদাই ক'লে, বিন্ধ্য পৰ্বতৰ দক্ষিণাঞ্চল এসময়ত অনাৰ্যৰ বসতি আছিল।

ৰামায়ণত সেই কথা আছে। তাৰ ভাষা আৰ্যভাষা নহয়। গিয়াচভায়ে ঠিকেই কৈছে। আৰ্যভাষা ভাষী আটায়ে পানীয়েই বোলে। আমিহে মাথোন জল বোলো। শাস্ত্ৰী মহোদয়ে ক'লে, অৱশ্যে পানী সংস্কৃত মূলৰ পৰা উৎপন্ন। কিন্তু এই বিষয়ে মোৰ অলপ কবলগীয়া আছে। আটায়ে একেলগে ক'লে, কওঁক, কওঁক। শাস্ত্ৰী মহোদয়ে ক'লে, মোৰ দেশ ভ্ৰমণত বৰ ৰাপ। উত্তৰ, পশ্চিম আৰু দক্ষিণ ভাৰতৰ বহু ঠাই ঘূৰিলোঁ। পিছে আৰ্যবৰ্ত্তত এটা কথা মই মন কৰিছোঁ। ধৰ্মব্ৰতী অংশত বাদে সকলো শ্ৰেণীৰ জনসাধাৰণৰ মাজত সাংস্কৃতিক ঐক্য বিদ্যমান। পোছাক-পৰিচ্ছদ, ভাষা আৰু আনকি হিন্দু আৰু মুছলমানৰ নামতো ঐক্য আজিলৈকে বৰ্ত্তি আছে। কিন্তু বঙ্গদেশত মুছলমানৰ সংখ্যা অধিক হোৱা সত্ত্বেও বিৰাট অনৈক্য। এই ঠাইত বাদে ক'তোৱেই মুছলমানক জবন বা 'নেড়ে' বোলা নহয়। এই প্ৰদেশত আৰু বহুত বৈষম্য দেখা যায়। গিয়াচুদ্দিনো পণ্ডিত মানুহ। অলপ হাঁহি ক'লে, বুৰঞ্জী পঢ়ি এইটো সিদ্ধান্তত উপনীত হব পৰা যায় যে ব্ৰাহ্মণ্য ধৰ্মৰ চাপত বৌদ্ধসকল আৰ্যবৰ্ত্তৰ পৰা পূৰ্বাঞ্চললৈ গুছি আহে। তেওঁলোকে মূৰ খুৰাইছিল। এই প্ৰদেশতো ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰকোপত তেওঁলোক মুছলমান হয়। সেয়েহে আটাইবোৰ মুছলমান সম্প্ৰদায়কে 'নেড়' বোলা স্বাভাৱিক। দেবনাৰায়ণদাই তেওঁৰ পৰিচিত উদাত্ত হাঁহি মাৰি ক'লে, ব্ৰাহ্মভ্ৰাতা গিৰিশচন্দ্ৰ সেনক ব্ৰহ্মানন্দ কেশৱচন্দ্ৰ সেন মহোদয়ে পৱিত্ৰ কোৰাণ গ্ৰন্থখন বাংলা ভাষাত ভাঙনি কৰিবলৈ দিয়ে। বহুদিন আগেয়ে তেখেতে নিজেই লক্ষ্ণৌলৈ গৈ আৰ্বি ভাষা শিকি এটি মহৎ কাম কৰিছে। এই কথাতেই আনন্দিত হৈ মুছলমান ভাইসকলে তেওঁক মৌলবী খিতাপ দিয়ে। কিন্তু মূৰ্ত্তি-পূজা কৰা হিন্দুসকলে খণ্ডত জ্বলি উঠিল। তেওঁলোকে গিৰিশবাবুক জবন, নেড়ে ইত্যাদি বুলি গালি পাৰিছে। এইটো কথাত দুখ কৰিবলগীয়া একো নাই। দুখ মাথোন এইখিনিতেই যে ব্ৰহ্মানন্দ কেশৱ চন্দ্ৰই অনুবাদ সম্পূৰ্ণ হোৱা দেখিবলৈ নাপালে। আপোনালোকে জানেনে যে বঙ্গদেশৰ বহুতো মুছলমান জীয়ৰী-বোৱাৰীয়ে ভ্ৰাতা গিৰিশচন্দ্ৰক পিতা সম্বোধন কৰি চিঠি লিখে। মুছলমান ভাইসকলে তেখেতক ভাই গিৰিশচন্দ্ৰ বুলি সম্ভাষণ জনায়। গিয়াচুদ্দিনে সম্ভ্ৰমেৰে ক'লে, যোৱা বছৰ কলিকতাত তেওঁৰ দৰ্শন লাভ কৰি ধন্য হৈছোঁ। আফতাবুদ্দিন সম্প্ৰতি কলিকতালৈ গৈছে। এখন খবৰৰ কাগজ উলিওৱাৰ অভিপ্ৰায় আছে। তেওঁৰ চিঠিৰ পৰা গম পাইছোঁ যে গিৰিশভাই অসুস্থ। এই সময়তে শাস্ত্ৰী মহোদয়ৰ মোৰ ওপৰত চকু পৰাত ক'লে, চফি! তুমি মনে মনে আছা যে? শুনিছোঁ, তুমি ইংৰাজী নবিচ হৈ উঠিছা। আলোচ্য বিষয়ত তোমাৰ কিবা মতামত থাকিলে কোৱা। মোৰ মুখৰ পৰা ওলাল, জন্মান্তৰবাদ সম্পৰ্কে আপুনি বাৰু কি ভাবে? শাস্ত্ৰী মহোদয়কে ধৰি উপস্থিত আটাইকেইজন প্ৰবীণে গিৰ্জনি মাৰি হাঁহিলে। দেবনাৰায়ণদাই ক'লে, জন্মান্তৰবাদ অসিদ্ধ। জীৱাত্মাই মৃত্যুৰ পিছত পৰমাত্মাত বিলিন হৈ যায়। হৃদয়নাথে ক'লে, জন্মান্তৰবাদৰ ধাৰণাটোৱেই বৌদ্ধধৰ্মৰ পৰা হিন্দু ধৰ্মত অনুপ্ৰৱেশ কৰিছে। পৰমাত্মা মহাসমুদ্ৰবৎ। যেনেকৈ মহাসাগৰৰ পৰা মেঘৰ উৎপত্তি আৰু বৰষুণ হয়, তেনেকৈ জীৱাত্মাও পৰমাত্মাৰ পৰা উদ্ভুত হয়। জলবিন্দুৱে

আকৌ মহাসাগৰলৈ গতি কৰে। এই সৃষ্টিচক্ৰ অনন্তকাল ধৰি চলিছে। এতিয়া কোৱা, ইউৰোপীয় চাহাবসকলে এই বিষয়ে কি কয়? মই ভলটেয়াৰৰ কিতাপখনৰ কথা উলিয়াম বুলি ভাবিছিলোঁ। কিন্তু লাভ কি হব? দেৱনাৰায়ণদাই সুধিলে, হঠাতে তোৰ মূৰত এইবোৰ প্ৰশ্ন খেলোৱাৰ কাৰণ কি চফি? অগত্যা কলোঁ, তাৰক নৰসুন্দৰে সোধে আশ্ৰমৰ ভোজনশালাৰ আশে-পাশে ঘূৰি ফুৰা কুকুৰজাকে তাক দেখি ঘেউ-ঘেউ কৰে কেলেই। সিহঁত পূৰ্বজন্মত তাৰ মক্কেল আছিল। সিহঁতেও ক্ষৌৰ কৰ্ম কৰিব খোজে। মোৰ কথা শুনি সভাত আকৌ অট্টহাঁহিৰ ৰোল উঠিল। ভাবিলোঁ, তাৰকৰ প্ৰভাৱতেই ময়ো কিজানি অলপ ৰসিক হব পাৰিছোঁ। নে বছৰ বছৰ ধৰি বুকুৰ ভিতৰত গোট খোৱা শীতলতা আৰু সহিব নোৱাৰি পৰিহাস প্ৰিয় হবলৈ ওলাইছোঁ? সিদিনা আবেলি এটা ঘটনা হ'ল। খালৰ পাৰৰ বটগছজোপাৰ ফালে গৈ থাকোতে স্বাধীনবালাৰ মাকৰ মুখা-মুখি হ'লোঁ। সুনয়নীৰ পজাঁৰ চৌপাশে ফুল আৰু ফলৰ গছ। গোটেই দিন তেওঁ গছ-গছনিবোৰৰ যতন লৈ থাকে। গিৰিয়েকৰ ঘাতকৰ হাতত মৃত্যুৰ পিছত আজিলৈকে তেওঁ এবাৰো তেওঁৰ মনৰ প্ৰতিক্ৰিয়াৰ আভাস মোক দিয়া নাই। স্বাধীনকো এই বিষয়ে মই একো সোধা নাই। এদিন সুনয়নীয়ে মোক মাতিলে, বোপাই, শুনাচোন। কিয় জানো ওচৰ চাপি গৈ তেওঁক সেৱা কৰিবলৈ নত হ'লোঁ। যেন সংকোচ কৰি তেওঁ কেইখোজমান পিছুৱাই গ'ল। হব বোপাই, নালাগে। আশীৰ্বাদ কৰিছোঁ, দেশৰ আৰু দহৰ মুখ উজলাবা। এটা গোপন কথা ক'বলৈহে তোমাক মাতিছোঁ, বোপাই। লাহেকৈ ক'লোঁ, কওকচোন। সুনয়নীয়ে ইফালে সিফালে চাই ক'লে, কাকো নোকোৱা যেন বোপাই, তুমি মুছলমান ল'ৰা কাৰণেহে কবলৈ সাহ কৰিছোঁ। ইয়াত থাকি মোৰ ভাল লগা নাই। নানান জাতিৰ মানুহ একেলগে খাইছে বৈছে। বোপাই, মই হৈছোঁ হিন্দু মানুহ। মোৰ এইবোৰ মেলেচৰ আচাৰ নীতি সহ্য নহয়। ইয়াত আৰু কিছু দিন থাকিব লাগিলে হয়তো মৰিয়েই যাম। মই জানোঁ, তুমি তোমাৰ মা-দেউতাৰাৰ ওপৰত খং কৰি ইয়াত আশ্ৰয় লৈ আছা। তুমি মুছলমান। তুমিও ইয়াত সৰহ দিন নথাকা বা থাকিব নোৱাৰিবা। সেই কাৰণে তোমাকেই কৈছোঁ। সুনয়নী মনে মনে ৰ'ল। আচলেৰে চকু মোহাৰি ক'লে, আৰু মোৰ চিন্তা হৈছে এই খুকুজনীৰ কাৰণে। তাই ইয়ালৈ আহি যেনেহে গুৰু-গোঁসাই নমনা হৈছে, ভয় হয়, তাই নষ্ট হৈ যাব। বোপা চফি, তুমি যদি ৰাতি আমাক দুজনীক দোপুকুৰিয়ালৈকে আগুৱাই দিয়া, আমি বৰহমপুৰলৈকে উভতি যাব পাৰিম। দোপুকুৰিয়াত খুকুৰ দেউতাকৰ সম্বন্ধীয় কোনোবা এজন থাকে বুলি শুনিছোঁ। নামটো ঠিক নাজানোঁ। তেওঁ আমাক বিচাৰি নিব। সুনয়নীৰ কথাবোৰ শুনি শুনি তেওঁৰ পজাঁটো আৰু ফুল আৰু ফলৰ গছবোৰলৈ চাইছিলোঁ। মই বিস্মিত হৈছিলোঁ। সুধিলোঁ, স্বাধীনে কি কয়? সুনয়নীয়ে ক'লে, তাইক খুড়াকৰ ঘৰলৈ আলহী খাবলৈ যাওঁ বুলি কম। তিৰোতা মানুহ হৈ এজনী উঠন বয়সী ছোৱালী লগত লৈ ৰাতি যাবলৈ মই বাৰু সাহস কৰোঁ কেনেকৈ? লগত এজন সাহসী মতা মানুহ থকা দৰকাৰ। খুকুৰ মুখত শুনিছোঁ তুমি হেনো খুব সাহ-পীত থকা ডেকা। লাঠি-খেলা, তৰোৱাল খেলাও জানা।

কোনোবা গুণ্ডা এজনক হেনো তুমি থেতেলি পেলাইছিলা। এইটোও শুনিছোঁ, খুকুৰ দেউতাকৰ লগত হেনো তোমাৰ খুব জনা-শুনা আছিল। অলপ হাঁহি ক'লোঁ, আছিল। যামিনীবাবুৱেই মোক তেওঁৰ বিপ্লৱী দলত লব খুজিছিল। সুনয়নীয়ে কাষ চাপি আহি ক'লে, জানোঁ। খুকুৱে কৈছে, তুমি মুছলমান হৈয়ো বন্দেমাতৰম দলৰ মানুহ। তোমাৰ লগত হেনো খুকুৰ দেউতাকৰ দৰে পিষ্টলো আছে। কথা শুনি মই চক্ খাই উঠিলোঁ। ভাবিলোঁ, ইমানবোৰ কথা স্বাধীনে মাকক কৈছে অথচ মই ষ্টেন্‌লিক হত্যা কৰাৰ কথা কোৱা নাই কিয়? মই ক'লোঁ, আপুনি দেখোন ইচ্ছা কৰিলে দেৱনাৰায়ণদাক কৈ দিনৰ পোহৰতে দোপুকুৰিয়ালৈ যাব পাৰে? তেতিয়া হ'লে তেওঁ কিজানি দোলা এখনৰো ব্যৱস্থা কৰেই। সুনয়নীয়ে ভেকাঁহি মাৰি ক'লে, কৈছিলোঁ। তেওঁ ঠাট্টা কৰি ক'লে, তুমি 'বেক্ষ' হৈছা। এতিয়া কোনোৱেই তোমাক ঠাই নিদিয়ে। ঘৰত সোমাব নিদিব। আচল কথাটো মই বুজি পাইছোঁ। খুকুক যে তেওঁ কামত লগাব পাৰিছে। নীহকুলীয়া ল'ৰা-ছোৱালীবোৰক পঢ়ুৱাবলৈ খুকুৰ নিচিনা এজনী ছোৱালী তেওঁ পায় ক'ত? সেই কাৰণে তাইক ইয়াতে ধৰি-বান্ধি ৰাখিব খোজে। বোপা চফি, তোমালোকৰ আল্লাহপীৰ ভগৱানৰ শপত, এইবোৰ কথা যেন ঘৃণাক্ষৰেও কোনোৱে গম নাপায়।

আপোনাক মই কাইলৈ কোনোবা এটা সময়ত কম। কথাষাৰ কৈয়েই মই বান্ধৰ ফালে যোৱা ৰাস্তা ধৰিলোঁ। ভাব হ'ল মই যেন এটা অদ্ভুত সপোনহে দেখিছিলোঁ। কেশৱপল্লীৰ হাজাৰিলালৰ পজাঁৰ ফালে অন্যমনস্ক ভাবে গৈ আছোঁ। পজাঁৰ ওচৰ পোৱাত বান্ধৰ সোঁফালে থকা আবাদি মাটিৰ একাষৰ গছ এজোপাত মোৰ দৃষ্টি পৰিল। তাত উজ্বল ৰ'দ পৰিছিল। হাজৰিলালে এখন কোদালৰ নালত বহি আছে আৰু তেওঁৰ মুখা-মুখিকৈ বহি আছে স্বাধীনবালাই। তৎক্ষণাত এনে লাগিল যেন কোনোবাই মোক এটা প্ৰচণ্ড ঘোচা মাৰিলে। মুহূৰ্ত্ততে মই ঘূৰি থিয় হ'লোঁ। কোনো নাই দেখোন! অথচ শৰীৰৰ কোনোবাখিনিত ঘোচাখোৱাৰ যন্ত্ৰনা। মই জিকাৰ খাই উঠিলোঁ।

'Angelos Satan me Colaphiset!'

সেই অলৌকিক ঘোচাটো মোৰ দেউতাৰ দ্বাৰা প্ৰেৰিত কোনোবা জিনৰ; এই ধাৰণাৰ আঁৰত পূৰ্বসংস্কাৰৰ তাৎক্ষণিক বিষ্ফোৰণ অনস্বীকাৰ্য। সঁচা কথা কবলৈ গ'লে, ভালেমান দিন ধৰি মই খুব ভীত আৰু আড়ষ্ট। কেইমুহূৰ্ত্তমানৰ বাবে মই যেন এক অবোধ শিশুত পৰিণত হৈছিলোঁ। সঁচাকৈয়ে দেউতাৰ প্ৰেৰিত জিনবোৰে মোক পহৰা দি থাকে নেকি? এজনী হিন্দু ছোৱালীৰ যাতে প্ৰণয়াসক্ত নহওঁ, যাতে সেই প্ৰণয়জনিত ঈৰ্ষাত আক্ৰান্ত নহওঁ, সেই কাৰণে মোক সতৰ্ক কৰি দিয়া হ'ল! মোৰ বুজুৰ্গ দেউতাই মই ক'ত আছো নিশ্চয় গম পায়। পান্না পেছোৱাৰিক আক্ৰমণ কৰা দিনৰ পৰা আজিলৈকে মই নিৰাপদে আছোঁ। ইয়াৰ এটাই ব্যাখ্যা হব পাৰে। লালবাগ চহৰৰ পৰা এদিন জোনাক নিশা পলাই অহা মুহূৰ্ত্তৰ পৰাই দেউতাই তেওঁৰ অনুগত জিনৰ হতুৱাই মোৰ মঙ্গলৰ কাৰণে চকু ৰাখিছে। গতিকে মই তেওঁৰ অনভিপ্ৰেত কাম নকৰোঁ। ঠিৰাং কৰিলোঁ, স্বাধীনবালাক ঘৃণা কৰিম। তাইৰ ফালে নাচামেই।

এইবোৰকে গুণা-গথাঁ কৰি বান্ধৰ বাওঁপিনে নামি নৈৰ পাৰৰ সেই হিজলজোপাৰ কাষলৈ বুলি খোজ দিছোঁহে, এনেতে হাজাৰিলালে চিঞৰি মতা শুনিলোঁ, চফিচাব! ঠাৰিয়ে! ঠাৰিয়ে! মই ৰোৱাত হাজাৰিলালে আকৌ ক'লে, থোৰাচা বাত আছে আপোনাৰ লগত। দেখোঁ, সিহঁত দুজনেই হেমন্তৰ হালধীয়া ধাননিৰ মাজৰ আলিয়েদি বেগাই আহিছে। ওচৰলৈ আহি প্ৰথমে স্বাধীনবালাই সুধিলে, চফিদা, দুপৰীয়া তুমি ক'ত আছিলা? দেবুজেঠাই মোৰ কান্ধতেই জাপিলে— চোৱাচোন, কি যে মুস্কিল! তাইৰ হাতত্ কেইখিলামান কাগজ আৰু এডাল পেঞ্চিল আছিল। তাইৰ ফালে নোচোৱাকৈয়ে সুধিলোঁ, কি মুস্কিল হ'ল? উত্তৰ দিলে হৰিবাবুৱে। বেঁকা হাঁহি মাৰি ক'লে, দেবেন্দ্ৰপল্লীত তিৰোতা মানুহ গণনা কৰা। কোনোবাই দেবনাৰায়ণবাবুৰ কাণত পেলাইছে, দেবেন্দ্ৰপল্লীৰ তিৰোতাবোৰে হেনো মূৰ্ত্তি পূজা কৰে। সেইবাবে ব্ৰাহ্মমন্দিৰৰ সান্ধ্য উপাসনাত সিহঁতৰ উপস্থিতি সেৰেঙা। হাঁহিবলৈ চেষ্টা কৰি কলোঁ, দেবনাৰায়ণদাই এইবাৰ তেনেহলে হাজিৰা বহি খুলিব নেকি? হৰিবাবুৱে ক'লে, ডাঙৰ মানুহৰ মেজাজেই বেলেগ। খুলিব যেনেই পাওঁ। নাম লিখিবলৈ লৈ নানানটা প্ৰশ্নৰ সম্মুখীন হৈছোঁ, স্বাধীনবালাই ক'লে। হোজা মানুহবোৰে ভাবি ল'লে খাজনা বাঢ়িব। কৈয়েই মোৰ পিনে চাই চকুৰে হাঁহিলে। তাৰ পিছত ক'লে, কাইলৈ তোমাক নতুন গাঁৱলৈ পঠাব— সেই যে দেখিছা চাওতালবোৰৰ বসতি, তালৈ। ভয় নাখাবা। ব্ৰাহ্ম ধৰ্ম প্ৰচাৰৰ কাৰণে নহয়, লোকগণনাৰ কাৰণেহে। এনেতে হৰিবাবুৱে ফুচফুচাই ক'লে, চফি! কাইলৈ গধূলি পৰত তুমি যিকোনো উপায়ে হওঁক মোৰ পঁজালৈ এবাৰ আহিবানে? খুব প্ৰয়োজন। কলোঁ, হব বাৰু। কথাষাৰ কৈয়েই বান্ধৰ পৰা নামিবলৈ লওঁতেই স্বাধীনবালাই সুধিলে, চফিদা, সেইফালে ক'লৈ যোৱা? ব'লা মোক আশ্ৰমলৈ আগবঢ়াই দিবা। সুধিলোঁ, কিয়? এতিয়া সন্ধিয়া হোৱা নাই নহয়। হৰিবাবুৱে ক'লে, ময়েই গ'লোঁহেঁতেন। আজিকালি বিজয়পল্লীত কিছুমান অবাঞ্ছিত মানুহৰ উপদ্ৰব চলিছে। সিহঁতে গাজা-ভাং খাই এইখিনি সময়ত মাতাল হৈ থাকে। দেবনাৰায়ণবাবুৱে কথাবোৰ জানে। পিছে বেঁকা চৰ্দাৰ নামৰ বিজয়পল্লীৰ মুৰব্বীজন তেওঁৰ প্ৰিয়পাত্ৰ। জমিদাৰী তেজ, চফি! সকলোৱেতো মোৰ দৰে সংস্কাৰ বৰ্জন কৰিব নোৱাৰে। বেঁকা এজন অতি কুখ্যাত ডকাইত আছিল। পিছত সি লাঠিয়াল হয়। সি দেবনাৰায়ণবাবুৰ সোঁহাতস্বৰূপ। সি মোৰ হাতত মৰেনে নাই কব নোৱাৰিছোঁ। স্বাধীনবালাই ক'লে, মনে মনে থাকক, হৰিদা! সকলোতে বীৰত্ব প্ৰদৰ্শন কৰিবলৈ যোৱা উচিত নহয়। চফিদা, বিজয়পল্লী বা বেকাঁ-চেকাৰ কাৰণে নহয়,— তাই ঈষৎ হাঁহিলে— আজি কালি মোৰ ভূতলৈ বৰ ভয়। হৰিবাবুৱে হাঁহি হাঁহি ক'লে, ষ্টেন্‌লিৰ ভূত! স্বাধীনবালাই ক'লে, মনে মনে থাককচোন! চফিদা, তুমি ইমান ভাল! কি আচৰিত, তাইৰ লগত একে লগে খোজ কঢ়াৰ লগে লগে ঘোচা খোৱাৰ অস্বস্তিকৰ যন্ত্ৰণাখিনি শাম কাটিল। আৰু সেই মুহূৰ্ত্ততে ঘৃণা কৰাৰ ইচ্ছাও আঁতৰি গ'ল। চৌদিশে কুঁৱলিৰ আৱৰণ। গছৰ ডালে ডালে চৰাইৰ কলৰৱ। গাওঁবোৰ শান্ত, নিৰৱ। ক'ৰবাত ক'ৰবাত শঙ্খধ্বনি বাজিছে। মাতিলোঁ, খুকু! স্বাধীনবালাই উচাপ খাই উঠি মোলৈ চালে। মোৰ ঘৰত

মতা নামটো তোমাক কোনে ক'লে? ক'লোঁ, তোমাৰ মাৰাই। তাই মনে মনে থাকিল। আকৌ মাতিলোঁ, খুকু! তোমাৰ মাৰাই মোক আল্লাহপীৰ ভগৱানৰ দোহাই দি কথাটো কাকোৱেই নকবলৈ কৈছে। কিন্তু মই ধৰ্ম নামানো। তদুপৰি কথাটো বৰ গুৰুত্বপূৰ্ণ। স্বাধীনবালাই থমকি ৰৈ উদগ্ৰীব হৈ সুধিলে, কি কথা, চফিদা? অলপ ইতস্ততঃ কৰি ক'লোঁ, তুমি শিক্ষিতা আৰু বুদ্ধিমতী ছোৱালী। কাজিয়া পেচাল নকৰি মাৰাৰ লগত এটা বুজা-পৰালৈ আহিব লাগে। পিছে কথাটো গোপনে নাৰাখি তোমাক খুলি কোৱাৰ কাৰণ হৈছে— মই ৰৈ যোৱাত স্বাধীনবালাই সুধিলে, কি? মনে মনে থাকিলা যে? মই নিৰ্বোধৰ দৰে হাঁহি ক'লোঁ, হৰিবাবুৱে তোমাৰ কাৰণে কষ্ট পাব বুলি ভাবিয়েই কথাটো কোৱা দৰকাৰ। স্বাধীনবালাই আকৌ এবাৰ চঁক্ খাই উঠিল। অস্পষ্ট পোহৰত তাইৰ নাকৰ পাহি ফুলি উঠা আৰু চকুহালি তিৰ্‌বিৰোৱা দেখিলোঁ। কিন্তু এক হঠকাৰী তাড়নাত ময়ো উত্তেজিত হৈছোঁ। সুনয়নীৰ লগত হোৱা মোৰ কথা-বতৰাখিনি লৰালৰিকৈ চমুৱাই তাইক কলোঁ। এটা শেতা হাঁহিৰে স্বাধীনবালাই তাইৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিলে। হুমুনিয়াহ কাঢ়ি ক'লে, মই জানোঁ। মাৰ ইয়াত খুব কষ্ট হৈছে। পৰিৱেশৰ লগত নিজকে খাপ খুৱাব পৰা নাই। পিছে এইটো একো নতুন কথা নহয়। মাই মোক ভালেকেইবাৰ কৈছে, বল, আমি ইয়াৰ পৰা গুছি যাওঁ। কিন্তু মাই ভালকৈ ভাবি চোৱা নাই, ক'লৈ, কাৰ ঘৰলৈ যাব? কি খাই জীয়াই থাকিব? বৰহমপুৰত— তুমি নাজানা, আমি লোকৰ ঘৰতহে আশ্ৰয় লৈ আছিলোঁ। দেবু জেঠালৈ ময়েই চিঠি লিখিছিলোঁ। তেতিয়াহে তেওঁ আমাক লৈ আহে। স্বাধীনবালাই এতিয়াহে খোজ পেলালে। খুব মন্থৰ তাইৰ গতি। অলপ পিছত আকৌ ক'লে, পিছে তুমি হৰিদা আৰু মোৰ সম্পৰ্কে যি ভাবিছা সেয়া ভুল। মই হৰিদাক শ্ৰদ্ধা কৰোঁ। দেশৰ কাৰণে কৰা তেওঁৰ আত্মত্যাগ আৰু কষ্ট স্বীকাৰৰ মাজত মই মোৰ দেউতাক দেখিবলৈ পাওঁ। তাইৰ থোকাথুকি মাত শুনি দুখ প্ৰকাশ কৰি সুধিলোঁ, তুমি কান্দিছা, খুকু? মোক ক্ষমা কৰিবা। মোৰ চকুত পাপ আছে। মুছলমান শাস্ত্ৰত পাপক চয়তানৰ কাৰ্য বুলি কোৱা হয়। খুকু, অলপ আগেয়ে তোমালোকক একেলগে বহি থকা দেখিছিলোঁ। তেতিয়া মই এখন অদৃশ্য হাতৰ এটা ঘোচা খাইছিলোঁ, জানানে? স্বাধীনবালা নিৰুত্তৰ। মই ক'লোঁ, ঘোচাটো জিনৰ বুলি ভাবিছিলোঁ। এতিয়া ধাৰণা হৈছে, চয়তানেহে মোক ঘোচাটো মাৰিছিল। মনীষী ভলটেয়াৰৰ দৰ্শনৰ কিতাপত পঢ়িছোঁ, বাইবেলত উল্লেখ আছে যে চেণ্ট পলক চয়তানে এবাৰ থাপৰ মাৰিছিল। Angolas Satan me colaphiset! স্বাধীনবালাই সন্ধিয়াৰ আন্ধাৰত মোৰ বাওঁহাতত ধৰি ক'লে, চফিদা! মোক ভুল নুবুজিবা। তাইৰ হাতৰ স্পৰ্শত মোৰ হাত মুহূৰ্ত্ততে নিঃসাৰ হৈ গ'ল। পিছ মুহূৰ্ত্ততে হাতখন এৰি দি ক'লে, তোমাৰ ওচৰত সমগ্ৰ জীৱন মই কৃতজ্ঞ হৈ থাকিম। কিন্তু এটা কথা মই তোমাক জনাই থোৱা উচিত হ'ব। ভগৱানে মোক বহুত কিবা কিবি দিছে, এটা বস্তুত বাদে। মনে মনে থকাত সুধিলোঁ, সেইটো কি, খুকু? স্বাধীনবালাই হুমুনিয়াহ কাঢ়ি ক'লে, পুৰুষৰ প্ৰতি প্ৰেম। চফিদা, এই জীৱনত কোনো পুৰুষেই মূৰ আফালিয়াইও এই বস্তুটো মোৰ পৰা নাপাব। তপৰাই সুধিলোঁ, কিয়

বাৰু? স্বাধীনবালাই মোৰ প্ৰশ্নৰ উত্তৰ নিদিলে। বেগাই খোজ দিলে। আশ্ৰমলৈকে তাই এটা কথাও নকলে। তেতিয়া মন্দিৰত সন্ধিয়াৰ প্ৰাৰ্থনা অনুষ্ঠান আৰম্ভ হৈছে। বেদীত বহি দেবনাৰায়ণদাই গলগলীয়া মাতেৰে উপনিষদ পঢ়িছে। বহুশ্ৰুত কঠোপনিষদৰ এটা শ্লোকৰ সঙ্গীতময় ধ্বনি কাণলৈ ভাঁহি আহিল ঃ

न तत्र सूर्यो भाति न चन्द्रतारकम्

नेमा विद्युतो भान्ति कुतोऽयमग्निः ..........

পিছদিনা ৰাতিপুৱা গিয়াচুদ্দিনৰ লগত এজন মুছলমান ডেকা আশ্ৰমলৈ আহিল। গিয়াচুদ্দিনে মোলৈ আঙুলিয়াই হাঁহি হাঁহি ডেকাজনক ক'লে, এইজনেই সেই পলাতক পীৰজাদা। চফি! এওঁৰ নাম দিদাৰুল আলম। নুৰপুৰত ঘৰ। কিন্তু বৰহমপুৰত ওকালতি কৰে। মোৰ আত্মীয়। দিদাৰুলে হাত বঢ়াই দি ক'লে, আচ্চালামু আলাইকুম! অনিচ্ছা সত্ত্বেও প্ৰত্যুত্তৰ দিলোঁ। মোৰ কণ্ঠত আড়ষ্টতা আছিল। দিদাৰুলে গহীন হৈ ক'লে, আপোনাৰ দেউতাক আমাৰ গাঁৱলৈ আহিছে, খবৰ পায় নে? ক'লোঁ, নাজানোঁ। দিদাৰুলে ক'লে, আপোনাৰ কথা গিয়াচভাইৰ মুখত শুনিয়েই লৰি আহিছোঁ। অলপ আঁতৰতহে আপোনাৰ লগত কথা পাতিব খোজোঁ। গিয়াচুদ্দিনে ক'লে, মই দেবুভাইৰ ওচৰলৈ যাওঁ। তোমালোকে কথা পাতা। দিদাৰুলে মোৰ কান্ধত হাত থৈ ক'লে, বলক সেই খালৰ পাৰলৈকে যাওঁ! ইতিমধ্যে মই সহজ হব পাৰিছোঁ। মনটো ডাঠ কৰি খালৰ পাৰৰ এজোপা জামুগছৰ তললৈ গলোঁ। দিদাৰুলৰ পিন্ধনত আচকান, মূৰত ৰঙা তুৰ্কী টুপি, গেৰোহাৰ ওপৰত পাইজামা দেখি বুজিলোঁ এই ডেকা উকীলজন ফৰাজি। একো ভূমিকা নকৰাকৈ ভৰ্ৎসনাৰ সুৰত তেওঁ আৰম্ভ কৰিলে, আপুনি চৈয়দ বংশীয় মানুহ। আপোনাৰ দেউতাক বুজুৰ্গ আলেম। অথচ আপুনি এই হিন্দুসকলৰ আশ্ৰমত হিন্দুৰ পোছাক পিন্ধি হিন্দুৰ চেহেৰা লৈ বাস কৰিছে। তওবা, আস্তাগ্‌ফিৰুল্লাহ্! এয়া আপুনি কি কৰিছে? যিসকলে হিন্দুস্থানত সাত শ বছৰৰ মুছলমান তহ্‌জিব-তমুদ্দুনক নাকচ কৰি খৃষ্টান ৰাজত্বৰ সহায়ত বেদ-ৰামায়ণ-মহাভাৰতৰ ফালে মুখ ঘূৰাইছে, আপুনি তেওঁলোকৰ লগত খোজ মিলাইছে? শুনিছোঁ, আপুনি হেনো খুব পঢ়া-শুনা কৰে। আপুনি বুজা নাই— ডোণ্ট আণ্ডাৰষ্টেণ্ড ডেট দা হিন্দুজ আৰ ডেলিবাৰেট্‌লি ট্ৰাইং টু মিচলিড্ দিয়াৰ নিউ জেনেৰেচন? ডে আৰ মিচ ইন্টাৰপ্ৰিটিং দা হিষ্ট্ৰি! এডুকেচনেল কাৰিকুলাম পৰ্যন্ত অভিসন্ধি প্ৰণোদিত! আপুনি ব্ৰাহ্মসকলৰ লিবাৰেল এটিচ্যুডৰ কথা কব পাৰে। ৰাজা ৰামমোহন ৰায়ৰ মৃত্যুৰ পিছত ব্ৰাহ্মসকলৰ লাইন চেঞ্জ হৈ গৈছে। তেওঁলোকৰ মাজত প্ৰচণ্ড দলা-দলি। কিন্তু এটা ক্ষেত্ৰত আটায়ে একমত, হিন্দুত্বৰ পুনৰুজ্জীৱন। মুছলমানৰ যি যৎসামান্য আছে সেইখিনিও পৰিত্যজ্য। বাংলা ভাষাৰ পৰা ইচ্ছাকৃত ভাবে আৰ্বি-ফাৰ্চি-তুৰ্কী শব্দ বৰ্জন কৰিবলৈ লোৱা হৈছে। সংস্কৃতৰ আধিপত্য— দিদাৰুলক থমাই দি ক'লোঁ, আপুনিও কিন্তু সংস্কৃত শব্দ ব্যৱহাৰ কৰিছে! দিদাৰুলে হাঁহিলে। ক'লে, অভ্যাস। কৈয়েই শব্দটো সলালে, খাচিয়ৎ। অৱশ্যে মই নকওঁ যে বঙালী মুছলমানৰ ভাষা উৰ্দু হওক। যি হওক, ভাই চফিউজ্জামান, আপুনি চৈয়দ। আপোনাৰ দেহত

পৱিত্ৰ তেজ আছে। আপোনাক আমাৰ সমাজত খুবেই প্ৰয়োজন। মই আপোনাক লৈ যাবলৈ আহিছোঁ। এতিয়াই মোৰ লগত নুৰপুৰলৈ ব'লক। আপুনি আপোনাৰ দেউতাকৰ কদম-মোবাৰকত পৰিলেই চয়তানে আপোনাৰ সঙ্গ এৰি পলাই ফাট মাৰিব। দিদাৰুল হাঁহি থাকিল। মোৰ ইচ্ছা হ'ল, এই উকীলজনক ষ্টেন্‌লিৰ পিস্তলটোৰে গুলীয়াই হত্যা কৰোঁ। কিন্তু পিষ্টলটো মোৰ পজাঁত লুকাই থোৱা আছে যে! মই মনে মনে থকা দেখি দিদাৰুলে মোৰ হাত এখনত ধৰি টানিলে। হাতখন উচাট মাৰি এৰুৱাই আনি কলোঁ, আপুনি এই মুহূৰ্ত্ততে আশ্ৰম এৰি গুছি যাওঁক! অন্যথা বিপদ হ'ব। স্তম্ভিত হৈ দিদাৰুলে ক'লে, সেয়া কি কথা কৈছে আপুনি! ক'লোঁ, আপুনি গিয়াচচাহাবৰ লগত নহাহেঁতেন মই আপোনাক— মই বৈ যোৱাত দিদাৰুল প্ৰায় চিঞৰি উঠিল, চৈয়দজাদা! এতিয়াও হিন্দুস্তানত মুছলমানসকল ইমান দুৰ্বল হৈ পৰা নাই! আপোনাৰ দেউতাকক খবৰ দিলে সমগ্ৰ অঞ্চলৰ মুছলমান ৰাইজ আহি আপোনাক উঠাই লৈ যাব। কিন্তু বল প্ৰয়োগ কৰিবলৈ মই খোজা নাই। আপুনি মোৰ কথাখিনি বুজিবলৈ চেষ্টা কৰক। আপুনি ভাবে নেকি, হিন্দুসকলে কোনোবাদিনা আপোনাক আপোন বুলি সাৱটি লব? চৈয়দজাদা, এয়া আপোনাৰ আকাশ-কুসুম কল্পনাহে মাথোন। আপুনি হিন্দুসকলক চিনি পোৱা নাই। যি নিজৰ ভিতৰতে ইটো জাতিয়ে সিটো জাতিক অস্পৃশ্য জ্ঞান কৰে, সেই হিন্দুসকলে মুছলমানক ভিতৰি ভিতৰি কি দৃষ্টিৰে চায়, তাক নিজেই এবাৰ দকৈ ভাবি চাওঁক। এইবাৰ মোৰ অসহ্য হ'ল। তৎক্ষণাত স্থান ত্যাগ কৰিলোঁ। দিদাৰুল গহীন মুখেৰে থিয় হৈ থাকিল। মই প্ৰায় শুকাই যোৱা খালটো একেটা জাপতে পাৰ হৈ পথাৰ পালোঁগৈ। তাৰ পিছত হাউলি পৰা সোণবৰণীয়া ধাননিৰ মাজেৰে উদভ্ৰান্তৰ দৰে গৈ থাকিলোঁ। তেতিয়াও ৰাতিৰ নিয়ৰ শুকাই যোৱা নাই। আঠুলৈকে তিতিল। ক'ৰবাত সামান্য বোকা, ক'ৰবাত জোপোহা। সকলোতে মকৰাৰ জালত নিয়ৰ কণাবোৰ জলমলাইছিল। শঙ্খিনীৰ পাৰৰ সেই হিজল জোপাৰ ওচৰ পাই এনে লাগিল মই যেন খুব নিৰাপদ। আঃ চৌপাশে কেনে ৰাজকীয় ঐশ্বৰ্য। অৰণ্যৰ বুকুৰ সৌ ডাঠ-নীলা কুঁৱলিত যেন এক ৰহস্যৰ খেলা। ক'ৰবাত চৰায়ে সুহুৰিয়াইছে। এয়াই সেই পৱিত্ৰ ভূমি— য'লৈ অহিলেই মনত ভাব হয়, কোনোবা এজন আছে, যি চিৰকালৰ নাৰী, যাৰ বাবে পুৰুষৰ জন্ম, যাক লক্ষ্য কৰি কবিকুলে কবিতা লিখে, 'Whose heart-strings are a lute'। শঙ্খিনী নৈৰ পানীত ভৰি ধুই আহি মাটিৰ সমান্তৰালকৈ থকা হিজলজোপাৰ ফেৰেঙণিটোত বহাৰ লগে লগেই ভাব হ'ল, কি আশ্চৰ্য! এইখনেই দেখোন মোৰ সাম্ৰাজ্য! কাৰ এনে সাধ্য আছে মোক ইয়াৰ পৰা লৈ যাব পাৰে?

I am the monarch of all I survey,
My right there is none to dispute.....

– William Cowper (1731-1800)

# ওঠৰ

He says that woman speaks with Nature.
That she hears voices from under the earth.
That wind blows in her ears and trees whisper to her.
That the dead sing through her mouth.........

(Woman and Nature........Susan Griffin)

আইচানা ঃ আজোক্কায়ে ইকৰাতনক কিয় তালাক দিছিল, দাদিমা?

দি. বেগম ঃ তাই ডাইনী আছিল।

আইচানা ঃ ডাইনী? ডাইনী কি, দাদিমা?

দি. বেগম ঃ সিহঁতে ৰাতি হ'লে নাঙঠ হৈ মূৰত চাকি লৈ হাবি-জঙ্ঘললৈ যায়। সিহঁতে গছ-বিৰিখৰ লগত কথা পাতে। বতাহৰ সুৰত সুৰ মিলাই গীত গায়। সেই গীত শুনি মৰা মানুহবোৰ কবৰৰ পৰা উঠি আহে।

আইচানা ঃ বোগাচ্। তোমালোকৰ দিনৰ মানুহবোৰ এক্কেবাৰে যা-তা আছিল।

দি. বেগম ঃ আইচানা, ইকৰাতন সঁচাকৈয়ে ডাইনী আছিল। এদিন দোভাগ ৰাতি আইমণি পেহীয়ে মোক আৰু শাহু-আইক টোপনিৰ পৰা জগাই দেখুৱাইছিল। পুখুৰীৰ সিপাৰে খোৰা পীৰৰ দৰগাহত ইকৰাতনে নাঙঠ হৈ মূৰত চাকি লৈ থিয় দি আছিল। তাই হিন্দু ছোৱালী আছিল, জাননে?

আইচানা ঃ কৈছিলাতো। আব্দুল ডকাইতে তাইক পলুৱাই আনিছিল!

দি. বেগমঃ পলুৱাই নহয়, জোৰ কৰি লৈ আহিছিল। সেই কালত হিন্দুৰ মতাজন মৰিলে, মাইকীজনীকো গিৰিয়েকৰ লগত চিতাত তুলি জ্বলাই দিছিল। আব্দুলে তাইক শ্মশানৰ চিতাৰ পৰা—

আইচানা ঃ কিন্তু তেতিয়াতো সতীদাহ প্ৰথা বে-আইনী। পুলিচে কি কৰিছিল? (অলপ পিছত) হুঁ! পুলিচে কি কৰে, দেখিছোৱেই নহয়। পোণাই ঠিকেই কয়।

দি. বেগম ঃ সিদিনা দেখাৰ পিছদিনা শাহু আয়ে ইকৰাতনক মাতি পঠালে। খুব নচিহৎ কৰিলে। মোক ক'লে, বোৱাৰী! তুমি এইজনীক কলমা শিকোৱা। নামাজ পঢ়িবলৈ শিকোৱা। ইকৰাক ক'লে, তুমি নিতৌ দুকঠাকৈ চাউল পাবা। সদায় পুৱা-গধূলি বোৱাৰীৰ ওচৰলৈ আহি ইছলামি এলেম অভ্যাস কৰিবা। আচৰিত লাগে,

ইয়াৰ পিছত ইকৰাতনে দুয়োবেলা আহিবলৈ লৈছিল। তাইক কোৰাণশৰিফৰ 'আমপাৰা' সম্পূৰ্ণকৈ মুখস্থ কৰাইছিলোঁ।

আইচানা ঃ (উত্তেজিত ভাবে) দাদিমা! বুজিছোঁ, ইউৰেকা!

দি. বেগম ঃ  কি হ'ল? চিঞৰি উঠিলি যে?

আইচানা ঃ তুমি কৈছিলা, তিৰোতাগৰাকীৰ ওপৰত আজোককাৰ চকু পৰিছিল। আজোআইতাই সেয়েহে তেওঁৰ ভাবী সতীনীক গঢ়ি তুলিছিল।

দি. বেগম ঃ কাৰ মনৰ কথা কোনে জানে, ভাই? সি যি কি নহওক শহুৰ চাহাবে ইকৰাক নিকাহ কৰি নুৰপুৰতে এবছৰকাল থাকিল। এইফালে তেওঁৰ এবাদতখানাত আলি বক্স অকলে থাকিবলৈ নাৰাজ। তাক হেনো সদায় ৰাতি ক'লা জিনবোৰে জুলা কলা কৰি মাৰে। তেতিয়া আনিচুৰ চৰ্দাৰ আৰু বৰমূৰীয়াসকলে তোৰ ককাদেউতাৰক ক'লে, পীৰজাদা! আপুনিয়েই গৈ এবাদতখানাত থাকক। মানুহে হুজুৰৰ নামত দান-দক্ষিণা কৰি যায় আৰু আলি বক্সে আটাইখিনি নিজৰ জেপত ভৰায়। এই কথা লৈ ভাই শহুৰৰ লগত আলি বক্সৰ খুব কাজিয়া হৈছিল। তেওঁ আলি বক্সক লাঠিৰে কোবাইছিল। তাৰ পিছতেই মাতব্বৰসকলে ব্যৱস্থা কৰিলে। তহঁতৰ ককাদেউতাৰা গৈ এবাদতখানাত থাকিবলৈ ললে। শুনিছোঁ, এবাদতখানাত তেওঁ নামাজ পঢ়িছিল আৰু তেওঁৰ লগতে বগা জিনবোৰেও তেওঁৰ পিছত শাৰী পাতি থিয় দি নামাজ পঢ়িছিল। খোৰা লেঙেৰা হলেও মানুহজন বৰ সাহসী আৰু গোঁৱাৰ আছিল। বৰ একা-চেকা ধৰণৰ।

আইচানা ঃ ককাদেউতাৰ বিষয়ে কিবা কথা ওলালেই, মই মন কৰিছোঁ, তুমি সদায় মানুহজনক তুচ্ছ-তাচ্ছিল্য কৰা কিয়?

দি. বেগম ঃ (খঙাল মাতেৰে) আইচানা, সৰুৰ মুখত বৰ কথা।

আইচানা ঃ (হাঁহি হাঁহি) ঠিক আছে বাৰু! তোমালোকৰ প্ৰাইভেট কথাত মোৰ মূৰ সুমাবলৈ কি হৈছে! এতিয়া কোৱাচোন, আজোককায়ে বাৰু ইকৰাতনক কিয় তালাক দিছিল? অ' দাদিমা! প্লিজ! আৰু কেতিয়াও তেনে কথা নকওঁ বাৰু। প্ৰমিচ। কোৱাচোন, আজোককায়ে ইকৰাতন বিবিক কিয় তালাক দিলে?

দি. বেগম ঃ (অলপ পিছত হুমুনিয়াহ কাঢ়ি) এঙাৰ গাখীৰত ধুলেও বগা নহয়। শহুৰে 'ইত্তেকাফ' লৈ মছজিদত থকা সময়ত, ইকৰাতনে আকৌ ডাইনীৰ কাৰ্যকলাপ আৰম্ভ কৰিছিল। কথাটো মানুহে হুজুৰক জনালে। পিছে আচল কথা কি জান? বনৰ চৰাইক সজাত বন্দী কৰিলেই সহজতে পোহ নামানে। ইকৰাতনৰ স্বভাৱেই হৈছে বেপৰ্দা হৈ যেনি-তেনি ঘূৰি ফুৰা। তাই পৰ্দাৰ আঁৰত বন্দী হৈ থাকিব কেনেকৈ? তালাক পোৱাৰ কাৰণেই হয়তো তাই ইচ্ছা কৰিয়েই তেনে কৰিছিল। শেহত শহুৰ চাহাবে নিজৰ ভুল বুজিব পাৰিলে। তেওঁৰ ইজ্জত বৰবাদ হ'ল। মজলিছ মাতি ইকৰাক তালাক দিয়ে। তাৰ পিছত তেওঁ নুৰপুৰৰ পৰা আকৌ মৌলাহাটলৈ উভতি আহে। সিদিনা মৌলাহাটত আকৌ মানুহৰ ভীৰ। খবৰ পাই দুদিনৰ পৰাই মানুহে পথৰ দাঁতিত শাৰীপাতি থিয় হৈছিল। বাদশ্বাহী আলিৰ দুকাষে মানুহ। ৰাতিপুৱাই

খবৰ আহিল যে দূৰৈত হুজুৰৰ নিচান দেখা গৈছে। টাঙ্গাগাড়ীৰ ওপৰত সেউজীয়া নিচান, তাত বগা জোন আৰু তৰা। ইছলামি নিচান।

আইচানা ঃ কিন্তু ইকৰাতনৰ কি হ'ল?

দি. বেগম ঃ হুঁ, কৈছোঁ ৰবি। (অলপ পৰ মনে মনে থাকি) সকলো শুনা কথা। আইমণি পেহী আছিল মোৰ ক্ষুদ্ৰ দুনিয়াখনৰ খিড়িকী। তাই মোক খবৰবোৰ দিছিল। নুৰপুৰত এটা ডাঙৰ ৰেছম ফেক্টৰী আছিল। তাৰ মালিক এজন গোৰা চাহাব। সি স্বদেশীহঁতৰ হাতত নিধন হৈছিল। তাৰ পিছত ফেক্টৰীটো এজন হিন্দু জমিদাৰে কিনি লয়। কিন্তু চলাব নোৱাৰিলে। তাৰ ফলত কাৰিকৰ আৰু সূতাকটা তিৰোতাবোৰৰ আলাই-আথানি হয়। তেতিয়া ব্ৰহ্মপুৰত—য'ত তহঁতৰ সৰু ককাৰ হিন্দু হৈ আছিল, তাত তাঁতৰ কাৰখানা আছিল। সিহঁতৰ অনেকেই সেই কাৰখানালৈ যায়। শুনিছোঁ, ইকৰাতনেও তালৈ গৈ সূতা-কটা কাম কৰিছিল। তহঁতৰ সৰু ককাৰৰ লগত তাইৰ তাতেই দেখা-দেখি হয়।

আইচানা ঃ সৰু ককাই জানিছিল নে যে তেওঁৰ দেউতাকে ইকৰাতনক বিয়া কৰাইছিল?

দি. বেগম ঃ নাজানোঁ। শুনা নাই। হিজৰি ১৩২৩ চনত এদিন বাৰিষাৰ ৰাতি তেওঁ আহিছিল। শাহু-আইৰ লগত অলপ পৰ কথা বতৰা পাতি গুছি গৈছিল। তাৰ পিছত শাহু আয়ে জবাই কৰা মানুহৰ দৰে মজিয়াত পৰি ধৰ্ফৰাইছিল। এনে নিৰ্দয় মানুহ হব লাগেনে, এইদৰে গুছি যায়! কিয় আহিছিল আৰু কিয় বা শাহু-আইৰ বুকুত চুৰী মাৰি গুছি গ'ল, কোনে জানে তাৰ কাৰণ?

আইচানা ঃ এক মিনিট দাদিমা! হিজৰি কিমান চন বুলি ক'লা?

দি. বেগম ঃ হিজৰি ১৩২৩ চন। ৰবি-উচ-চানি মাহৰ ২৭ তাৰিখ।

আইচানা ঃ (পঞ্জিকা চাই হিচাব কৰি) হুঁ, ইংৰাজী ১৯০৫ চন। জুলাইৰ এণ্ড অৰ আগষ্টৰ ফাৰ্ষ্ট উইক। সেইবোৰ থাকক বাৰু। পিছত কামাল চাৰৰ পৰা জানি লম। মই আচৰিত হৈছোঁ এইটো কথা ভাবি যে, চন তাৰিখ তোমাৰ কেনেকৈ মুখস্থ থাকে বাৰু? (দিলৰুখ বেগম মনে মনে থকা দেখি) কোৱাচোন দাদিমা? ঠিক আছে, নালাগে। (অলপ পিছত) ওঃ হো ! বুৰঞ্জীত পাইছোঁ, সেইবাৰ ১৬ অক্টোবৰত বঙ্গ ভঙ্গ হৈছিল। তাৰ বিৰুদ্ধে ব্যাপক আন্দোলন হৈছিল। হিন্দুসকলে মুছলমানৰ হাতত ৰাখী বান্ধিছিল। বৰলাট কাৰ্জন আৰু ঢাকাৰ নবাব চলিমুল্লাই ষড়যন্ত্ৰ কৰি ঘটনাটো কৰিছিল জানা নে?

দি. বেগম ঃ মই সেইবোৰ নাজানোঁ। মই জানো তহঁতৰ দৰে লিখা-পঢ়া শিকিছোঁ?

আইচানা ঃ (হঠাতে উত্তেজিত হৈ) সেই নিশাৰ কথা স্পষ্টকৈ মনত পৰেনে তোমাৰ?

দি. বেগম ঃ (স্মৃতিৰ ভিতৰৰ পৰা আচ্ছন্ন কণ্ঠে) পৰে। সকলোবোৰ কথাই জল্‌জল্ পট্‌পট্‌কৈ মনত পৰে। বৰষুণ। খিড়িকীৰে—

আইচানা ঃ ওৱেট, ওৱেট! সৰু ককাৰ হাতত ৰাখী বন্ধা আছিল?

দি. বেগম ঃ কি?

আইচানা ঃ ৰাখী, ৰাখী। ৰঙা পাট সূতাৰে বন্ধা.............

দি. বেগম ঃ (চমকি উঠে) আছিল! দেখিছিলোঁ।

আইচানা ঃ এৰা, থকা উচিত। তুমি কবিগুৰু ৰবীন্দ্রনাথৰ নাম শুনিছা নিশ্চয়?

দি. বেগম ঃ তেওঁনো আকৌ কোন?

আইচানা ঃ ধেৎ , তুমি বৰ হোপলেচ, দাদিমা। জানানে? তেওঁ তেতিয়া কলিকতাৰ জোড়াসাঁকোৰ ঘৰত আছিল। মুছলমানক ৰাখী পিন্ধাবলৈ বুলি নাখোদা মছজিদলৈ বুলি ওলাই আহিছিল। মুছলমানে কবিগুৰুক মাৰি পেলাব বুলি উৰা বাতৰি প্রচাৰ হৈছিল। আৰু তেওঁৰ বাট ভেটা হ'ল। খুব দুখ লাগে দাদিমা! মুছলমানসকল ইমানেই নিষ্ঠুৰ নে? মুছলমানে তেওঁক বিশ্বকবি বুলি নামানে জানো? সিদিনা যদি কবিগুৰুৱে নাখোদা মছজিদলৈ গৈ মুছলমানৰ হাতত ৰাখী বান্ধিলেহেতেন, উঃ! কি যে এক ঐতিহাসিক ঘটনা ঘটিলহেতেন! (লাহেকৈ) দেশ বিভাজন নহ'লহেতেন। তোমাৰ খুড়াৰাৰ ল'ৰাহঁতো পাকিস্তানলৈ গুছি নগ'লহেতেন। মৌলাহাটত আমাৰ কেনে এক বিশাল ফেমিলি হ'লহেতেন, কল্পনা কৰাচোন! কিয় যে কবিগুৰুক সিহঁতে মিছা ভয় খুৱালে, নুবুজিলোঁ!

দি. বেগম ঃ মানুহজন কোন অ'?

আইচানা ঃ (উঠি গৈ কিতাপ এখন আনি আৰু সেইখন মেলি ধৰি) এই চোৱা, এৱেঁই ৰবীন্দ্রনাথ।

দি. বেগম ঃ ভালকৈ মনিবই নোৱাৰোঁ নহয়। এওঁক দেখোন সাইলাখ শহুৰ চাহাবৰ দৰেই লাগিছে অ'! এৰা, এনেকুৱাই পোছাক, দীঘল চুলি, পকা দাড়ি। ঠিক এনেকুৱাই।

আইচানা ঃ কোৱা তেনেহ'লে।

দি. বেগম ঃ কিন্তু ছবি চোৱা যে গোনাহ, আইচানা! তই মোক আকৌ গোনাহগাৰ কৰিলি।

আইচানা ঃ হৈছে, হৈছে! মৌলাহাটত আৰু সেই পিৰিয়ড আছেনে? এতিয়া কেইজন ফৰাজি আছে? মানুহবোৰ দেখোন আকৌ হানাফি হৈ গ'ল, ঘৰত ছবি আঁৰে, গান-বাজনা কৰে, মহৰমত তাজিয়া কৰে। (হাঁহিত অস্থিৰ হৈ) আৰু তোমালোকৰ পীৰ ফেমিলিয়ে কি কৰিছে? ডাঙৰ ককাৰ বংশধৰ সকলে? আমি? মই , মই বেপৰ্দা হৈ স্কুললৈ যাওঁ। তেনেহ'লে?

দি. বেগম ঃ তহঁতৰ দেউতাৰ হৈছে যত অনিষ্টৰ মূল। ৰফিৰ ঠিক পোণাৰ দৰেই হিন্দুৰ লগতহে সনা-পিটিকা। ৰফিক বুজাবলৈনো কোনে সাহস কৰে? পীৰৰ খানদানি ৰফিয়েই বৰবাদ কৰিছিল।

আইচানা ঃ কেতিয়াও নহয়। সৰু ককাহে ইয়াৰ বাবে দায়ী।

(পোনাকণ কৰবাৰ পৰা হেপাই-ফেপাই আহি হাজিৰ হ'ল। দিলৰুখ বেগমে পুৰণিকলীয়া খাট এখনত আউজি বহি আছিল। আইচানাই ভৰি ওলোমাই খাটখনত

বহি আছিল। বাহিৰত শৰতৰ আবেলিৰ কোমল ৰ'দ। পোনাক দেখি দুয়োজনীয়ে চঁক্ খাই উঠাৰ দৰে হ'ল)

পোনা ঃ দাদিজী! কেইদিনমানৰ কাৰণে বাহিৰলৈ যাওঁ। কোনোবাই সুধিলে নাজানোঁ বুলি ক'বা। আৰু অ'ই পিতকলি ছোৱালী! সাৱধান! (সি বেৰৰ পৰা বেগটো নমাই পেন্ট-চাৰ্ট টাৱেল আদিবোৰ ভৰাই লৰালৰিকৈ ওলাই গ'ল। এগৰাকী বৃদ্ধা আৰু এগৰাকী গাভৰুৱে বাকৰুদ্ধ হৈ মাথোন চাই থাকিল).....

'She claims him with her great blue eyes
She binds him with her hair,
Oh, break the spell with holy words,
Unbind him with a prayer !'

—The witch of Wenham—J. G. Whittier

''ফাৰ্চি হুঁছিয়াৰনামা কিতাপত যেনে ধৰণৰ বৰ্ণনা আছে, তিৰোতাজনীৰ শৰীৰতো তেনে লক্ষণ আছে। বাংলা মুলুকত এইবোৰক 'ডাহিন' (ডাইনী) বুলি কোৱা হয়। তাইক চয়তানৰ হাতৰ পৰা উদ্ধাৰ কৰিবলৈ নুৰুপুৰৰ মুছলমানসকলক আহ্বান জনালোঁ, এই তিৰোতাগৰাকীক নিকাহ্ কৰাবলৈ কোনোবাই আগুৱাই আহিবনে? আটায়ে খুব ভয় খাইছিল। কোনোৱে ক'লে, হজৰতে আলা! আমি শুনিছোঁ আপুনি হেনো কোনোবা জমিদাৰৰ জীয়েকক চয়তানৰ হাতৰ পৰা বচাইছে। আমি তেওঁক বান্ধি আপোনাৰ ওচৰলৈ লৈ আনোঁ। মানুহবোৰক নিৰস্ত কৰিলোঁ। কেইদিনমান পিছত এদিন কাজী চাহাবে আহি ক'লে, তেওঁক হেনো ইকৰাতনে নিজ মুখে কৈছে, 'তোমালোকৰ পীৰ চাহাবে যদি মোৰ নিকাহ্ পতা ইমান জৰুৰী বুলি ভাবিছে, তেতিয়া হ'লে তেৱেঁই মোক নিকাহ্ কৰক।' মই জিকাৰ খাই উঠিলোঁ। ক'লোঁ, পৰম পুৰুষে ( প্ৰেৰিত পুৰুষে) ভালেকেইখন জেহাদত মৃত্যুবৰণ কৰা য়েহুদা আৰু নাছাৰাসকলৰ বিধবা ঘৈণীয়েকবোৰক মোছলেমসকলৰ লহত নিকাহ্ পাতি ভৰণ পোষণৰ বন্দোবস্ত কৰি দিয়াৰ কথা হদিছত পোৱা যায়। ৰচুলে আল্লাহে (সাঃ) নিজেও এনেদৰে নাছাৰা বিধবাক নিকাহ্ কৰাইছিল।

'আৰব দেশত অজ্ঞানতাৰ যুগৰ পৰাই এক শ্ৰেণীৰ মানুহ আছিল। সিহঁতক 'কাহিন' বুলি কোৱা হৈছিল। সিহঁত আছিল চয়তানৰ গোলাম। সেই কাহিনসকলে মুখেৰে এক ধৰণৰ শব্দ কৰি সঙ্গীতৰ মাধ্যমেৰে অদ্ভুত ঘটনাৰ আগজাননী দিছিল। মছজিদত সপ্তম নিশা ইত্তেকাফ অতিবাহিত কৰি অষ্টম নিশা ঘৰলৈ উভতি আহি চঁক্ খাই উঠিলোঁ। বিবি ইকৰাতনে কোৰাণ-চৰিফ পঢ়িছে বুলি ভাবি কাণ উনাই গম পালোঁ তাই কালাম আবৃত্তি কৰা নাই। সেয়া অইন কিবা হে। লৰালৰিকৈ ঘৰত সোমাই তাইৰ মুখত লাঠিৰে কোব মাৰিলোঁ। চয়তানীয়ে লাঠিডাল ধৰিলে।............

'বিবি ইকৰাতন স্বভাৱ চৰিত্ৰই কাহিন আছিল। তাইক তালাক দিয়াৰ আটাইবোৰ কাৰণ এনেদৰে বৰ্ণনা কৰা হ'ল...........।' এবছৰৰ পিছত মানুহৰ মুখত শুনিলোঁ যে হাৰামজাদী কাহিন আকৌ হিন্দু হৈছে। বৰমপুৰ নে বেহ্মপুৰ নামৰ ঠাইলৈ গৈ তাঁতৰ

কাৰখানাত সূতা কাটি কাটি মোৰ কুৎসা জোৰাই গীত গাইছিল। সিদিনা জুম্মাবাৰ আছিল। মছজিদলৈ গৈ খুৎবা পাঠৰ সময়ত মোছলেম ভাইহঁতক ক'লোঁ, পৰম পুৰুষৰ বুৰঞ্জী লেখক ইবনে হিচামৰ এই কাহিনীটো শুনক।..............

'বনু খাত্মা (খাতমাবংশীয় ট্ৰাইব) বোৰৰ ভিতৰত আচমাচিন্তে-মাৰোৱান নামে জনৈক কাহিন আছিল। তাই ৰচুলে আল্লাহৰ (সাঃ) নামত কুৎসামূলক গীত গাইছিল। এদিন হুজুৰ পয়গম্বৰে (সাঃ) বেজাৰ মনেৰে ক'লে, এনে কোনো মানুহ নাই নে যিয়ে মোক মাৰোৱানৰ কন্যাৰ কুৎসাৰ পৰা উদ্ধাৰ কৰিব পাৰে? তাত বনু খাতমাৰ জনৈক ইমানদাৰ উমায়েৰ-ইবনে-আদি উপস্থিত আছিল। সি তৎক্ষণাৎ তৰোৱাল লৈ যাত্ৰা কৰিলে। সেই নিশা উমায়েৰে আচমাক কোতল কৰি আহি জনালে, হে পয়গম্বৰ! মই তাইক কোতল কৰিলোঁ। উমায়েৰে সুধিলে, হে পয়গম্বৰ! আচমা শুই আছিল আৰু তাইৰ বুকুৰ মাজত কেঁচুৱা আছিল। তাই পাঁচটা সন্তানৰ জননী। হে ৰুচুলে আল্লাহ, মোৰ গোনাহ হ'ব নেকি? পৰম পুৰুষে ক'লে, 'তাইৰ কাৰণে দুটি ছাগলীয়েও নেবেবায়।' ইয়াৰ মানে এয়াই যে, গোনাহতো দূৰৰে কথা, এজনী কাহিনক হত্যা কৰিলে কোনোৱেই এটুপি চকুলো নোটোকে। বেৰাদানে ইছলাম! তাৰ পিছত বনু খাতমাৰ আটায়ে ইছলাম কবুল কৰিছিল। ইব্‌নে হিচামে লিখিছে যে এই ঘটনাই ইছলামৰ শক্তি সাব্যস্ত কৰিছিল। লগতে এইটোও জনাই থওঁ যে এই ঘটনাটো ঘটিছিল বদৰৰ যুদ্ধৰ পিছত।...........

'জমাদিউল আউল মাহৰ ১১ তাৰিখে বিবি ইকৰাতনক কোতল কৰা হয়। চনটো মনত নাই। সেইবাৰ সেই ঠাইত প্ৰলয়ঙ্কৰী বান হৈছিল। হাজাৰ হাজাৰ মানুহ আৰু গৰু-ম'হ বানত উটি যায়। চয়তানী কাহিনৰ ঘাতকে তিনি দিন পিছত ঘূৰি গৈ কৈছিল, হাৰামজাদীৰ শৰটো পানীত উটি গৈছে!............

'সেই নিশা ধাৰাসাৰ বৰষুণ, মই এবাদতখানাত বহি আছোঁ। কি আচৰিত! মোৰ কলিজাটো যেন দুফাল হ'ল। দুহাতেৰে মুখ ঢাকি কান্দিবলৈ ধৰিলোঁ। হে পৰওৱাৰদিগাৰ! হে কুমলখলুকাতৰ মালিক! বনু আদমৰ মৃত্তিকা নিৰ্মিত এই দেহৰ ভিতৰত তুমি এনে কি গোপন বস্তু দিলা যে এটি সামান্য আঘাততে সি থৰথৰকৈ কঁপি উঠে? বেচেৰী 'কাহিন' নাৰী! কেয়ামতৰ পিছত হাচৰৰ ময়দানত মই তাইৰ বাবে মোৰ নেকিৰ আধা অংশ দান কৰিবলৈ শপত ললোঁ।.................'

'মেহেৰবাঁ হোকে বুলালো মুঝে চাহো জিচ ওৱাক্ত
মেয় গয়া ওৱাক্ত নেহি হুঁ কে ফিৰ্ আভি না ছাকুঁ................'

মৌলাহাটলৈ উভতি অহাৰ পিছত 'হজৰত' বদিউজ্জামানে (তেওঁক আৰু এতিয়া কোনোৱে মৌলানা বা মওলানা নোবোলে) এবাদতখানাত কেইদিনমান নিঃসঙ্গ ভাবে কটায়। কথিত আছে যে তেওঁৰ খিদমত্‌গাৰ আলি বক্সক ঘূৰি আহি লগ নাপালে। পিছত গম পোৱা গ'ল আলি বক্সে বীৰভূম জিলাৰ আমভূয়া গাঁৱৰ মছজিদত আজান দিয়াৰ, অৰ্থাৎ মোৱাজ্জিনৰ কাম পাইছে। ভনীয়েককো তালৈ লৈ গৈছে। আলি বক্সৰ এই পলায়নৰ কাৰণ হুজুৰৰ লগত ইকৰাতন বিবিৰ নিকাহ।

প্ৰতিবন্ধী মণিৰুজ্জামানে দেউতাক উভতি অহাৰ খবৰ পায়েই ঘৰলৈ গুছি যায়। সি এবাদতখানাত জীৱনত বোধহয় প্ৰথম অলৌকিকতাৰ সোৱাদ পাইছিল। জ্যোতির্ময় জিনবোৰ, নিঃসঙ্গতা (আলি বক্সে তাক ভাল নলগা কাৰণে আঁতৰি থাকিছিল), প্ৰাকৃতিক পৰিবেশজনিত ৰহস্যময় নৈশব্দ আৰু এবাদতখানাৰ ভিতৰত বুজুৰ্গ পিতাকৰ চিহ্নবোৰ—এই আটাইবোৰে তাৰ জড়তাগ্ৰস্ত চেতনাক প্ৰতি মুহূৰ্ত্ততে আঘাত কৰিছিল। আৰু সি অন্ততঃ এইখিনিও বুজিছিল যে তাৰ বিবিয়ে তাক ভাল নাপায়। সি যে ল'ৰাৰ বাপেক হ'ব পাৰিছে, এইটোকেই সি তাৰ বিৰাট কৃতিত্ব বুলি ভাবিছিল আৰু তাৰ আত্মবিশ্বাস বাঢ়িছিল। পিছে তাৰ ৰূপহী ঘৈণীয়েকেহে তাক এজোপা ৰঘুমলা বা চাৰিঠেঙীয়া প্ৰাণী বুলি গন্য কৰে। সেয়ে তাৰ খুব অভিমান। মনত বেজাৰ। এবাদতখানাৰ প্ৰশান্তি—যি এটি পুখুৰী, বননি, নির্জনতা, জোনাক, আন্ধাৰ, জোন, নক্ষত্ৰ, হাতীপটি, চৰাই-চিৰিকতি আৰু পোক-পতঙ্গৰ সৃষ্ট এক পৰাবাস্তৱতা, সিয়ে তাক একধৰণৰ অলৌকিকতাৰ সোৱাদ দিছিল। নাৰীৰ প্ৰতি প্ৰেম, পুত্ৰৰ প্ৰতি চেনেহ—এইবোৰ বাস্তৱতাক সেই সংক্ৰামিত পৰাবাস্তৱতাই গ্ৰাস কৰি পেলায়। মকৰাৰ জালে যেনেকৈ পৰিত্যক্ত ঘৰৰ দুৱাৰৰ খিড়িকী ঢাকি পেলায়, তেনেকৈ স্ত্ৰী-পুত্ৰ-জননীৰ সংসাৰখনো এখন ধূসৰ, সূক্ষ্ম জালে চাটি ধৰা মণিৰুজ্জামানে দেখিছিল। তাৰ আৰু ৰুকুৰ মাজত এটা শিশুৱে পৰিণামত ব্যৱধান বঢ়ায়। কিন্তু মণিৰুজ্জামান সম্পৰ্কে এটা ঘৃণনীয় কথা উল্লেখ কৰা দৰকাৰ। তীব্ৰ জান্তৱিক যৌন লালসাৰ পৰা এই প্ৰতিবন্ধীজন আজিও নিস্কৃতি পোৱা নাই। সি স্বমৈথুনত অভ্যস্ত। তাৰ এই প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ গৈছিল এবাদতখানাৰ পূৱৰ হাবিখনলৈ। ঘৰলৈ উভতি যোৱাৰ পিছত, যিহেতু তাৰ সেই মেটামৰফচিচ ঘটি গৈছে আৰু সি পৰাবাস্তৱতাময় জীৱনত লীন হৈ গৈছে, সি মাজে মাজে কামবিহ্বল হৈ পাইখানা ঘৰত সোমাই যৌন ক্ষুধা নিবৃত্ত কৰিছিল। এনেদৰে সি ৰুকুক বৰ্জন কৰাৰ চেষ্টা কৰিছিল।

আনফালে হজৰত বদিউজ্জামানে কিছুদিন পিছত লাহে লাহে আত্মসম্বৰণৰ সাধনাত লিপ্ত হয়। হৃদয়ৰ প্ৰশান্তি তেওঁ যে হেৰুৱাই পেলাইছে। পত্নীৰ কাষলৈ উভতি যোৱাৰ এক তীব্ৰ টান অনুভৱ কৰিছিল। এদিন চাইদাই যেনেকৈ তেওঁৰ বাবে আকুল প্ৰতীক্ষা কৰিছিল, আজি তেওঁ তেনেকৈ প্ৰতীক্ষাত থাকে। হয়তো সেইবাবেই তেওঁ এতিয়া আৰু খিদমতগাৰ ৰখা নাই। ঘৰৰ পৰা পঠোৱা খাদ্য খায়। কোনো দিনা কোনোবিধ খাদ্যত চাইদাৰ হাতৰ পৰশ গম পাইছিল। স্বাভাৱিকতে চাইদা আৰু ৰুকুৰ ৰন্ধাৰ মাজত পাৰ্থক্য আছিল।

ক্ৰমশঃ তেওঁ কিছুমান গঠনমূলক কামত মনোনিবেশ কৰিবলৈ ধৰিলে। পুখুৰীটোৰ—পৰৱৰ্ত্তী কালত যিটো পীৰৰ পুখুৰী নাম পায়, উত্তৰ পাৰত কেবাটাও ঘৰ সজা হয়। সেয়া এতিমখানা। মছজিদ সংলগ্ন মক্তবটো মাদ্ৰাছালৈ ৰূপান্তৰিত হয়। ইয়াত হৰিণমাৰাৰ বৰগাজিৰ যথেষ্ট মদত আছিল। মৌলানা নুৰুজ্জামানৰ লগত এই লৈ বৰগাজিৰ খুব বিতৰ্ক হয়। নুৰুজ্জামানে মাদ্ৰাছাত দেওবন্দি শিক্ষা-

পদ্ধতি চলাব বিচাৰিছিল। আৰ্বি-ফাৰ্চি—উৰ্দুত বাদে অইন ভাষাত শিক্ষা-দীক্ষা হাৰাম—এইটো আছিল তেওঁৰ মত। কিন্তু বৰগাজি আলিগড়ী পদ্ধতিৰ পক্ষপাতী। তেওঁ ইংৰাজী আৰু বাংলা বাধ্যতামূলক কৰিব বিচাৰে। তেওঁ দৃষ্টান্ত দিয়ে সুবিখ্যাত কলিকতা মাদ্ৰাছাৰ (১৮২৪ চনৰ ১৫ জুলাইত কলিকতাৰ তালতলাত ইয়াৰ আধাৰশিলা স্থাপন আৰু ১৮২৭ চনৰ আগষ্ট মাহৰ পৰা ইয়াত পাঠদান আৰম্ভ হয়) । হজৰত বদিউজ্জামানে বৰগাজিৰ মতত হয়ভৰ দিয়ে। ফলস্বৰূপে বাংলা ১৩০৯, হিজৰি ১৩২০ আৰু খৃষ্টীয় ১৯০২ চনত মৌলাহাট মাদ্ৰাছা স্থাপিত হয়। কেইমাহমানৰ ভিতৰতে চৰকাৰী অনুমোদন আৰু আৰ্থিক সাহায্যৰ যাৱতীয় ব্যৱস্থা কৰি বৰগাজি বুকু ফিন্দাই কলিকতাৰ পৰা ঘৰলৈ উভতি আহে। অঞ্চলটোৰ বিভিন্ন গাঁৱৰ পৰা ভালেমান ছাত্ৰ-ছাত্ৰী সংগৃহীত হয়। 'হুজুৰ'ৰ হাতৰ চাব আৰু নিচান লৈ বৰগাজি, সৰুগাজি, মৌলাহাটৰ চৌধুৰী চাহাব, আনিচুৰ চৰ্দাৰ আদি মুখিয়ালবোৰে গাঁৱে গাঁৱে গৈ সভা-সমিতি পাতিলে। পিছৰ বছৰ আঁতৰৰ ছাত্ৰসকলৰ কাৰণে 'তালেবুল এলেমখানা' সজা হয়। ছাত্ৰসকলক তেতিয়াও 'তালেবুল এলেম' বুলি কোৱা হৈছিল। আৰু মানুহৰ উচ্চাৰণ-বিকৃতিৰ ফলত সেইটোৱে 'তালবিলিম' ৰূপ লৈছিল।

এদিন বদিউজ্জামানে উত্তৰৰ হাবিলৈ গৈ অভ্যাস অনুসৰি থিয় দি থাকোতে (কিংবদন্তী মতে তেওঁ তেনেকৈ নিৰ্জনতাত বৃক্ষবাসী জিনবোৰৰ সৈতে কথা-বতৰা পাতিবলৈ গৈছিল) এজোপা বাঘনখা গছৰ গুৰিত এজন ডেকা ল'ৰা বহি থকা চকুত পৰিল। বদিউজ্জামানে আচৰিত হৈ লক্ষ্য কৰিলে যে ল'ৰাটোৱে সেই নিৰ্জনতাত বহি কিতাপ পঢ়িব লাগিছে। তাৰ মূৰত টুপি, গাত সাধাৰণ কুৰ্ত্তা আৰু চুস্ত পাইজামা, খালি ভৰি। মুহূৰ্ত্তৰ কাৰণে বদিউজ্জামান উচাপ খাই উঠিল, ল'ৰাজনৰ মুখখনৰ আধাভাগ দেখিবলৈ চফিৰ দৰে। তেওঁ সৰুকৈ কাহ মৰাত ল'ৰাজনে মুখ ঘূৰালে আৰু পীৰ চাহাবক দেখি থিয় হ'ল। তাৰ পিছত লৰালৰিকৈ আগুৱাই আহি সম্ৰমেৰে পদচুম্বন কৰিলে। বদিউজ্জামানে সুধিলে, তুমি কোন, বোপা? যুৱকজনে মৃদুকণ্ঠে, কুণ্ঠিত ভাবে ক'লে, মই তালেবুল এলেম। মোৰ নাম জালালুদ্দিন। তোমাৰ ঘৰ ক'ত? ............জী, বীৰভূমৰ মখদুমনগৰ গাঁৱত। বুজিলোঁ, তুমি ইয়ালৈ কিতাপ পঢ়িবলৈ আহিছা! জী হাঁ। তুমি নাজানা নেকি যে ইয়ালৈ অহা নিষেধ? জালালুদ্দিনে বিব্ৰত ভাবে ক'লে, হজৰতে আলা! মই ইয়ালৈ নতুনকৈ আহিছোঁ। কথাটো মোক কোনোৱে কোৱা নাই। মোৰ দোষ মাৰ্জনা কৰিব। ভবিষ্যতলৈ আৰু কেতিয়াও নাহোঁ। এইবুলি কৈ সি খোজ দিওতেই বদিউজ্জামানে মাতিলে, বোপা! শুনা! তুমি কি কিতাপ পঢ়িছিলা চাওঁ। জালালুদ্দিনে সংকোচ কৰি দুহাতেৰে কিতাপখন হুজুৰৰ হাতত তুলি দি ক'লে, জনাবে আলা! এখন উৰ্দু কবিতাপুথি। হিন্দুস্থানৰ জনপ্ৰিয় কবি গালিবৰ কিতাপ। হিজৰি ১২৮৬ চনত তেওঁ ইন্তেকাল কৰিলে। বদিউজ্জামানে কিতাপখনৰ পাত লুটিয়ালে। এটা পৃষ্ঠা তেওঁ মনযোগ দি পঢ়া দেখি জালালুদ্দিনে শালীনতা বসতঃ মৌন হৈ থাকিল। বদিউজ্জামানে লাহেকৈ

ক'লে, মিৰ্জা গালিবৰ কথা ময়ো অলপ-অচৰপ শুনিছোঁ। তেওঁতো মদপী আছিল! কিন্তু আল্লাহৰ মহিমা বুজা টান। সৃষ্টিকৰ্ত্তাৰ কি যে খেয়াল, চেৰাৰী দিৱানাইঁতৰ বুকুৰ মাজত হীৰা-জহৰত-মুকুতা সিঁচিছে। ক্ষুদ্ৰ মানৱে তেওঁৰ মহিমা কি বুজিব পাৰে? জালালুদ্দিন, কিতাপখন এই বেলা মই ৰাখোচোন। মগৰেবৰ নামাজৰ পিছত তুমি এবাদতখানালৈ আহিবা। কিতাপখন তেতিয়া ঘূৰাই দিম। জালালুদ্দিনে এনেধৰণৰ ভাৱ-ভঙ্গি প্ৰকাশ কৰি গুছি গ'ল যে, বুজিবলৈ টান নহয়, হুজুৰৰ লগত হোৱা এই আচৰিত ধৰণৰ সাক্ষাৎকাৰ আৰু কিতাপ দিয়া-নিয়া কথাটো সি সগৌৰৱে সকলোকে জনাব। আচৰিত ধৰণে চকু চাট্ মাৰি ধৰা জ্যোতি আৰু পাক ছুৰত (পৱিত্ৰ মূৰ্ত্তি) আৰু ওচৰত থাকিলেও দূৰৈৰ পৰা ভাঁহি অহা যেন লগা মধুৰ কণ্ঠস্বৰৰ কথাও সি হয়তো নোকোৱাকৈ নাথাকে। কথিত আছে হজৰত বদিউজ্জামানৰ কণ্ঠ আচমানৰ পৰা ভাঁহি অহা এটা মাত যেন লাগে। হিন্দু শাস্ত্ৰত যাক দৈৱবাণী বা আকাশবাণী বুলি কোৱা হয়, হুজুৰৰ কণ্ঠস্বৰতো তেনে এক ব্যঞ্জনা আছিল।

বদিউজ্জামানে পঢ়া গালিবৰ কবিতা ফাঁকি হ'ল ঃ মেহেৰবাঁ হোকে বুলালো মুঝে..........

'যেতিয়াই ইচ্ছা কৰা, কৰণা প্ৰবন হৈ মোক মাতিবা। মইতো বোৱতী সময় নহয় যে উভতি আহিব নোৱাৰিম!'

সেই নিশা দুখু শেখে ৰাতিৰ খাদ্য আনিছিল। খাই-বই উঠি বদিউজ্জামানে তাক অলপ পৰ ৰবলৈ ক'লে। খাগৰিৰ কলম আৰু শিলিখা আমলখিৰে প্ৰস্তুত কৰা চিয়াহী এবাদতখানাত সদায় থাকেই। এটুকুৰা কাগজত তেওঁ গালিবৰ কবিতা ফাঁকি লিখি দুখু শেখৰ হাতত দিলে। ক'লে, চিঠিখন বিবি চাহেবাৰ হাতত দিবি। সাৱধান, বাটত ক'লা জিনে দিগদাৰি দিলে উভতি আহি মোক জনাবি। আহচোন, তোৰ মূৰত দোৱা ফুৱাই দিওঁ। মুঠেই ভয় নকৰিবি। দুখু শেখ ইমানদাৰ মানুহ। পুখুৰীৰ ঘাটত হুজুৰৰ খোৱা বাচন-বৰ্ত্তনবোৰ ভক্তি ভাবেৰে ধুই উঠি হাতত লেমটো লৈ ততাতৈয়াকৈ গুছি যায়। তাৰ বুকুখন ধান বনা দিছিল। এনেতে বিবি চাহেবা তাৰ ওচৰলৈ আহিল। হদিছত কৈছে, 'ঘৰৰ বান্দাবোৰো আপোন মানুহ আৰু সিহঁতৰ আগত পৰ্দাৰ প্ৰয়োজন নাই। দুখু শেখ এজন প্ৰকৃত বান্দা আছিল। সি দলিজঘৰত থাকে। ঘৰখনৰ সকলো কাম-কাজ সিয়েই কৰিব লাগে। সি ৰাতি বিবি চাহেবাৰ হাতত সম্ভ্ৰমেৰে চিঠিখন দিলে। ৰফি তাৰ দেউতাকৰ কাষত শুই আছে। ৰুকুৱে ৰান্ধনিশালৰ পৰা কেৰাহিকৈ দৃশ্যটো দেখি অবাক হ'ল। চিঠিখন পঢ়ি হুমুনিয়াহ কাঢ়ি চাইদাই ক'লে, বোৱাৰী! দুখুৰ ভাত বাঢ়ি দিয়া। ৰুকুৱে ক'লে, দলিজঘৰত তাৰ ভাত আঞ্জা ঢাকি থৈছোঁ।

চাইদা খান্দানি মিৰ পৰিয়ালৰ কন্যা। লালবাগৰ ফালে ভগৱানগোলাত এতিয়াও খান্দানি মুছলমানবোৰ দ্বি-ভাষী। বাংলা আৰু উৰ্দু দুয়োটা ভাষাই জানে। চিঠিখন এফাঁকি কবিতা বুলি চাইদাই জানিছিল। চিঠিৰ তলত বদিউজ্জামানৰ আঙুঠিৰ চাপ আছিল। ৰাতিৰ কাম-কাজ শেষ কৰি বদনা হাতত লৈ পাইখানাৰ ফালে যোৱাৰ

সময়ত শাহুৱেকক মধুৰি জোপাৰ তলত আন্ধাৰত ঠিয় দি থকা দেখি অলপ ইতস্ততঃ কৰি ৰুকুৱে সুধিলে, কি চিঠি আম্মা? চাইদাই ক'লে, চিঠি নহয়, তাবিজ—ৰফিৰ কাৰণে।.............

Und so tragter seince Bruder,
Seine schatge, seine kinder
Dam erwartenden Ergeuger
Ireudebcausend an das Herge.

[পয়গম্বৰ হজৰত মহম্মদ সম্পৰ্কে কবি গেটেৰ কবিতাৰ অংশ। ডেভিড লুকৰ ইংৰাজী ভাঙনি ঃ 'And thus he carries his brothers, his treasures, his children, all tumultuous with joy, to their waiting Parents' bosom.']

আইচানাঃ কিন্তু তাবিজতো নহয়?

দি. বেগম ঃ (কৌতুক কৰি) উহুঁ , চিঠি। চিঠি। চিঠিখনত এটা বয়েৎ আছিল। অৰ্থটো নুবুজিলোঁ।

আইচানা ঃ তাৰ পিছত কি হ'ল, দাদিমা?

দি. বেগম ঃ (মুখ টিপি হাঁহি ) এদিন ৰাতি শাহু-আইৰ ঘৰৰ দুৱাৰ খোলাৰ শব্দ শুনিলোঁ। তেতিয়া আইমণি পেহী তেওঁৰ লগত শুবলৈ নাহে। অকলে থাকিব খোজে। সি যি কি নহওক, মই ভাবিলোঁ পেচাব কৰিবলৈ উঠিছে ছাগে। মই কাণ পাতি আছোঁ। অলপ পিছত—

আইচানা ঃ এক মিনিট! তোমাৰ বোধহয় ৰাতি টোপনি নধৰিছিল?

দি. বেগম ঃ এৰা অ'! চকু দুটা মুদ খালেই কিমান কি যে সপোন দেখোঁ! ইচ্ছা কৰিয়েই উজাগৰে কটাইছিলোঁ। হাজাৰটা কথা মনলৈ আহে।

আইচানা ঃ হুঁ, মই কিতাপত পঢ়িছোঁ, 'Beware thoughts that come in the night !' তোমাৰ সেই ফাৰ্চি কিতাপ 'হুঁছিয়াৰনামা'ত ঠিক একেই কথাই কৈছে। কোনেবা কাৰ পৰা চুৰি কৰিছে, কোনে জানে?

দি. বেগম ঃ পেক্‌পেকাই থাকিবি নে শুনিবি?

আইচানা ঃ চৰি, কোৱা!

দি. বেগম ঃ পিছফালৰ দুৱাৰখন অলপ টানকৈ লাগি ধৰে। সহজে খোলা টান। সেইফালে শব্দ শুনি ভাবিলোঁ, এই ৰাতিখন তেওঁ আকৌ ক'লৈ যায়? বিছনাৰ পৰা উঠি খিড়িকীৰ ফাঁকেৰে চাই দেখোঁ যে তেওঁ বাহিৰলৈ ওলাই গ'ল। আকাশত কাঁচি জোন। পাতল জোনাক। চ'ত মাহ। খুব বতাহ।

আইচানা ঃ তাৰ পিছত? তাৰ পিছত কি হ'ল, দাদিমা?

দি. বেগম ঃ গ'ল যে গ'লেই। ঘূৰি নাহেহে নাহে। ভয়ত মই কঁপি আছোঁ। এনেকৈ এই দোভাগ ৰাতি মানুহজনী গ'ল ক'লৈ? আইচানা, এবাৰ সাপে খালে কেচুলৈকো ভয়। এনে এক জোনাক ৰাতিয়েই মোৰ আম্মাই (দীঘলকৈ হুমুনিয়াহ কাঢ়ি মনে মনে থাকিল।)

আইচানা ঃ আস্, কোৱাচোন।

দি. বেগম ঃ ভাবিলোঁ তহঁতৰ ককাৰক মাতো নেকি? পিছে তেওঁ যে খোৰা-লেঙেৰা মানুহ। তাতোকৈ দুখুকেই মতা উচিত হ'ব। এইবুলি ভাবি দুৱাৰখন খুলিবলৈ লওঁতেই শাহু-আইৰ ঘৰৰ পিছফালৰ দুৱাৰত আকৌ শব্দ হ'ল। খিড়িকীৰ ফাঁকেৰে চাই দেখোঁ যে শাহু-আই উভতি আহিছে। (সোলা দাত উলিয়াই হাঁহি মাৰি) তেতিয়া আৰু কথাবোৰ কেনেকৈ বুজোঁ? পিছদিনা খবৰ পালোঁ যে পীৰচাহাব ঘৰলৈ আহিব। ফজৰৰ নামাজ পঢ়িবলৈ দুখুচাচা মছজিদলৈ গৈছিল। সিয়েই আহি ক'লে। তাৰ পিছত দেখোঁ শাহু-আয়ে ঘৰ-দুৱাৰ চাফ-চিকুন কৰাত উঠি-পৰি লাগিছে। ঘৰখন সজাই তোলাৰ বাবে আকুল-বিয়াকুল।

আইচানা ঃ (জোৰকৈ হাঁহি) মাই গুড্‌নেচ! আজো-আইতাই অভিসাৰ কৰিছিল! বেলেগ দেই! ওঃ ভাবিবই নোৱাৰি।

দি. বেগম ঃ (কৃত্ৰিম খং দেখুৱাই) হিন্দুগিৰি বাদ দেচোন। হিন্দু ছোৱালীমখাৰ লগত পৰি তোৰ এই বদভ্যাস হৈছে। হিন্দুস্তানো পাকিস্তান নহয় আৰু মৌলাহাটো হিন্দুৰ বসতি নহয়।

আইচানা ঃ দাদিমা! তুমি বৰ সাম্প্ৰদায়িক! তুমি জানো এইটো নাজানা যে সেই মানুহবোৰ তোমাৰ মুছলমান বেৰাদাৰ সকলৰ অত্যাচাৰ সহিব নোৱাৰি ইষ্টবেঙ্গলৰ পৰা এই দেশলৈ পলাই আহিছে? শ্ৰাবনী নামে যিজনী ছোৱালী আজি আমাৰ ঘৰলৈ আহিছিল, জানানে, তাই খেৰৰ পুঁজিত লুকাই নথকা হ'লে তাইক জবাই কৰিলেহেতেন? তেতিয়া তাই ফ্ৰক পিন্ধা ইমানটি সৰু ছোৱালী! তথাপি চোৱা, সিহঁতে আমাক ঘৃণা নকৰে।

দি. বেগম ঃ (লাহেকৈ ক'লে) ছোৱালীজনী বৰ ভাল! (হুমুনিয়াহ কাঢ়ি) তহঁতৰ দেউতাৰৰ হিন্দু বন্ধু-বান্ধববোৰো বৰ ভাল আছিল। লুকাই-চুৰকৈ ৰাতি আহি মই ৰন্ধা খাইছিল। কিমান যে বখানিছিল বেচেৰাহঁতে। তহঁতৰ মাৰো সিহঁতৰ আগত ওলাইছিল, কথা-বতৰা পাতিছিল। মাৰৰ নিমুনিয়া হৈছিল—ডবল নিমুনিয়া! তেতিয়া দেউতাৰৰ হিন্দু বন্ধুসকলেই সদৰৰ পৰৱ্ 'চিবিল চাৰ্জেং' ডাক্তৰ আনিছিল। বিলাত পাছ ডাক্তৰ। তেনে ডাঙৰ ডাক্তৰ আনিবলৈ দেউতাৰৰ সাধ্য হ'লহেতেন জানো? সেই প্ৰথম মৌলাহাটলৈ মটৰ গাড়ী আহিছিল। মটৰ গাড়ী দেখিলোঁ! চিবিল চাৰ্জেঙে মাৰক চাই ক'লে, দেৰি হৈ হৈছে, এতিয়া আৰু কোনো উপায় নাই। তেওঁৰ মটৰ-গাড়ীও গ'ল আৰু তহঁতৰ মাৰও—

আইচানা ঃ আঃ বাদ দিয়া সেইবোৰ কথা। আজো ককা আৰু আজো আইতাৰ কথা কোৱাচোন।

দি. বেগম ঃ আৰুনো কি কথা থাকিব! তেতিয়াৰ পৰা শহুৰে এসপ্তাহকৈ এবাদতখানাত থাকিবলৈ লৈছিল। তেতিয়াও এই অঞ্চলত বোৰ্খাৰ প্ৰচলন হোৱা নাই। শহু-আইৰ বাপেকৰ ঠাইত আছিল। শাহু-আইৰ এটা বোৰ্খা বাকচত আছিল। কোনো কোনো দিনা তেওঁ সেইটো পিন্ধি এবাদতখানালৈ খোৱা বস্তু দিবলৈ গৈছিল। দুখু চাচাও লগত গৈছিল। তাকে দেখি মৌলাহাটৰ বহুতৰ ঘৰত বোৰ্খা পিন্ধা ফেচং

হ'ল। পিছে বেছিদিন নচলিল। তেতিয়াওতো গাওঁবোৰ হোজা মানুহৰহে বসতি আছিল।

আইচানা ঃ ফেচং নহয় অ' দাদিমা, ফেচনহে। তুমি দেখোন ডাঙৰ বংশৰ জীয়ৰী বোৱাৰী! শুদ্ধকৈ কথা কব নাজানা কিয়?

দি. বেগম ঃ হ'ব দে হ'ব। পিছে প্ৰথমতে মই বোৰ্খা পিন্ধিব পৰা নাছিলোঁ। উশাহ-নিশাহ বন্ধ হৈ যাব খোজে দেখোন। ৰোজি, মানে তহঁতৰ ডাঙৰ আইতাৰেই পিছে বোৰ্খা পিন্ধিবলৈ পাই বৰ ৰং পাইছিল। সৰু কালৰ পৰা আমাৰ দুয়োজনীৰ গাঁৱত ঘূৰি ফুৰা স্বভাৱ। পিছে তেতিয়া সা-সম্পত্তিৰ কথা লৈ সিহঁতৰ লগত কাজিয়া নহয়, ৰোজিৰ গাত দোষ নাছিল। জাননে, আমি যঁজা বাই-ভনী আছিলোঁ। এতিয়াহে জানিছোঁ, তহঁতৰ ডাঙৰ ককাৰেই ৰোজিক মোৰ ওচৰলৈ আহিবলৈ নিদিছিল। তাইৰ গাত একো দোষ নাই। তাই গিৰিয়েকক খুব ভয় কৰিছিল।

আইচানা ঃ আৰু তুমি তাৰে ওলোটা। দাদাজীক মানুহ বুলিয়েই গণ্য নকৰিছিলা।

দি. বেগম ঃ (জাণ্ডুৰ খাই উঠি) আঃ আইচানা, আকৌ সৰুৰ মুখত বৰ কথা! মুখ বন্ধ কৰ বুলিছোঁ।

আইচানা ঃ ঠিক আছে ভাই! টোপনি ধৰিছে। আৰু নামাতিবা কিন্তু! টেষ্ট এক্সাম পালেহিয়েই!.........

চুন য়কি বাশদ হমি ন বাশদ্ দুঈ
হম্ মনি বৰ্ খিজদ্ ইনজা হম্ তুঈ...................

জালালুদ্দিনক মই মৰম কৰা কাৰণে বুৰ্বক উজবুগহঁতে বহুত কিবা কিবি জল্পনা-কল্পনা কৰাৰ কথা কাণত পৰিছে। সিদিনা হৰিণমাৰাৰ সৰুগাজিয়ে কুণ্ঠিত ভাবে কৈছিল, হজৰত! জালালুদ্দিনক আপুনি মোজেজা দেখুৱালে। অথচ মই ইমান দিন ধৰি আপোনাৰ সেৱা কৰিও একো নাপালোঁ। বান্দাৰ ওপৰত হুজুৰ কোনো কাৰণত নাৰাজ ছাগে। এই সৰুগাজি মানুহজন বৰ চিধা। ককায়েকৰ দৰে সমূলি ধূৰ্ত্ত নহয়। ভণ্ড নহয়। যি কয় সি খোলাখুলিকৈয়ে কয়। কিন্তু এই দুনিয়াত নিজে পোৱাখিনিৰ উপৰিও বেলেগ কিবা-কিবি বিচাৰি ঘূৰি ফুৰা মানুহেই সৰহ। এনে কিবা-কিবি বস্তু, যিবোৰ স্পৰ্শ কৰিব নোৱাৰি, অথচ আছে। ঠিকেইতো, মই যিহেতু সিহঁতৰ দৃষ্টিত বুজুৰ্গ পুৰুষ, সিহঁতে মোৰ যোগেদি সেই অধিক বস্তুখিনিৰ কিঞ্চিৎ হলেও আশা কৰিবই। অলপ হাঁহি সুধিলোঁ, জালালুদ্দিনকনো কি মোজেজা দেখুৱালোঁ, গাজি চাহাব? সৰুগাজিয়ে ক'লে, আপুনি সেই হাবিৰ মাজত চৰাই-চিৰিকতি আৰু পোক-পতঙ্গৰ লগত কথা পাতিছিল। জালালুদ্দিনে শুনিছে। গহীন হৈ ক'লো, গাজি চাহাব! আল্লাহে জানো সকলো মানুহকে সকলো সময়তে মোজেজা দেখুৱাই থকা নাই? চাওকচোন, সৌ-জোপা ফলৰ গছ কিমান ওখ হ'ল? ক'ত আছিল সেইজোপা? এটি নাওমান বীজৰ পৰাই এজোপা প্ৰকাণ্ড গছ। আৰু চাওক, সেই ফুল জোপা। সেই ৰংবোৰ ক'ত আছিল? এইবোৰ জানো মোজেজা নহয়? সৰুগাজিয়ে হয় বুলি

শলাগিলে। কিন্তু তেওঁ আশা কৰিছে মই যাদুকৰৰ দৰে তেওঁক যাদুৰ খেলা দেখুৱাওঁ। জালালুদ্দিনৰ নামটো কৈয়েই তেওঁ ৰৈ গ'ল। মই ক'লোঁ, জালালুদ্দিনে যদি কিবা দেখিছে, তেনেহ'লে আল্লাহে তাক ইল্‌ম্ (প্ৰজ্ঞা) দিছে বাবেহে দেখিছে। ঠিক সেই মুহূৰ্ত্তে এটা আচৰিত ঘটনা ঘটিল। সিদিনাখন চ'ত মাহৰ শেষ তাৰিখ। হাবিৰ ফালৰ পৰা অহা এচাটি ঘূৰ্ণি বতাহে সৰুগাজিৰ টুপিটো উৰুৱাই নিলে। বতাহজাকে উত্তৰ-পশ্চিমফালে গতি কৰি পুখুৰীৰ পানী উথল-পাথল কৰি এতিমখানাৰ কাষেৰে গৈ ৰাস্তা পালেগৈ। সৰুগাজিয়ে চকু মুদি দিলে। ক'লোঁ, চাওক, চাওক! লাঠিডাল দাঙি দেখুৱালোঁ, টুপিটো তালগছৰ সমান উচ্চতাত বতাহত ঘূৰিব লাগিছে। দেখাৰ লগে লগে সৰুগাজিয়ে মোৰ ভৰিত উবুৰি খাই পৰিল আৰু আবেগ বিহ্বল হৈ ক'লে, হজৰত! হজৰত! মই নাদান বান্দা। খাতাহ (ক্ৰটি) মাৰ্জনা কৰিব। দুই এষাৰ গালি পাৰি তেওঁক থিয় কৰাই দিলোঁ। তওবা নাউজুবিল্লাহ! মানুহে আল্লাহত বাদে কাৰো ওচৰত মূৰ নত কৰিব নাপায়। সৰুগাজিয়ে সেমেকা চকুহালিৰে মোলৈ চাই হাঁহিলে। এটা উজ্জ্বল হাঁহি। এইবাৰ হাঁহি হাঁহি ক'লোঁ, কম্‌বখ্‌ত্ জিনবোৰৰ এইবোৰ ধেমালি। বেগাই যাওঁক, টুপিটো ৰাস্তাৰ সিপাৰৰ পৰা বিচাৰি আনক। তাতে পেলাই থৈ গৈছে। সৰুগাজি লৰালৰিকৈ এবাদতখানাৰ পৰা ওলাই গ'ল। টুপিটো বিচাৰিবলৈ তেওঁ এজাক এলেম (ছাত্ৰ) মাতি নিলে। টুপিটো এজোপা কাইটীয়া গছত ওলমি থকা অৱস্থাত বিচাৰি পোৱা গৈছিল।

জালালুদ্দিনৰ প্ৰতি মোৰ চেনেহৰ কাৰণ মই আৰু মাথো আল্লাহে জানে। যদিহে সিদিনা মিৰ্জা গালিবৰ শ্বায়েৰিৰ কিতাপখন মোৰ হাতত নপৰিলেহেতেন, চাইদাৰ লগত হয়তো এই জনমত আৰু মিলন নহ'লহেতেন। জালালুদ্দিনে আজি আৰু এখন কিতাপ মোক দি গৈছে। ফাৰ্চি কিতাপ। 'চুন য়কি বাশদ হমি...........' বুকুৰ মাজত দৰিয়াৰ ঢৌ নাচিলে। কি আচৰিত কথা লিখা আছেঃ 'যদি মাথো এক থাকে। যদি নাথাকে দুই। যদি মোৰ ওপৰত সেই একৰ ঢৌ আছাৰ খাই পৰে। তেতিয়াহ'লে আৰুনো কি। এতিয়া সকলো তুমি হৈ গৈছা। ময়ো হৈ গলোঁ তুমি।..............' মাৰহাবা! মাৰহাবা! অলপ অন্যমনস্ক হৈ পূৱফালৰ চাপৰ দেৱালখনৰ দুৱাৰখন খুলি হাবিত সোমালোঁ। তন্ময় হৈ থিয় দি আছোঁ। কাষতে এটা কেৰ্কেটুৱাই দৌৰা-দৌৰি কৰিছে। পুখুৰীৰ পাৰৰ ফুলনিত হালধীয়া ফুলবোৰৰ ওপৰত এজাক বগা পখিলা উৰিছে। মোৰ মনৰ মাজত ঘনে ঘনে ধ্বনিত হৈছে সেই বয়েৎ, 'চুন য়কি বাশদ হমি................।' ঠিক সেই মুহূৰ্ত্তে শুকান পাতত খোজৰ শব্দ শুনি ঘূৰি চাই দেখোঁ ক'লা বোৰ্খা পৰিহিতা এগৰাকী নাৰী। লাহে লাহে চিনি পাই আনন্দিত আৰু বিস্মিত হৈ মাতিলোঁ, চাইদা! চাইদাই লাহেকৈ ক'লে, চফিৰ চিঠি পাইছোঁ। ডাকোৱালে দি গ'ল। চাইদাই বোৰ্খাৰ ভিতৰৰ পৰা এখন পোষ্টকাৰ্ড উলিয়ালে। মন কৰিলোঁ, তেওঁৰ হাত কঁপিছে। লৰালৰিকৈ চিঠিখন পঢ়িলোঁ। বঙালীতে লিখাঃ 'মা, আজি ৰাতি সপোনত তোমাক দেখি মই আকুল হৈ পৰোঁ। এনে লাগিছে যেন এই মুহূৰ্ত্তে তোমাৰ কাষলৈ লৰি যাওঁ। কিন্তু এই সময়ত যে মোৰ উপায় নাই। মই যি কামত লাগি আছোঁ তাৰ পৰা এখোজ আঁতৰি গ'লেই বৰ ক্ষতি হ'ব। মাথোন ইমানকে

জানি থোৱা, মই জীৱিত। সুযোগ পালেই কোনোবা দিনা হাজাৰ বিপদ-বিঘিনি নেওচি তোমাৰ কাষলৈ লৰি যাম। তোমাৰ অধম সন্তানক ক্ষমা কৰিবা। সহস্ৰ প্ৰণাম জানিবা।

তোমাৰ
চফিউজ্জামান

চিঠিখন পঢ়ি উঠিয়েই সুধিলোঁ, তুমি পঢ়িলা নে? চাইদাই কান্দি পেলালে। ভৰ্ৎসনা কৰি ক'লোঁ, ছিঃ চাইদা! চফিক মৰি যোৱা বুলি ধৰি লোৱা। সি হিন্দু হৈছে। সি চিঠিত তাৰ কোনো ঠিকনা দিয়া নাই। কিন্তু সি ক'ত আছে মই জানোঁ। আত্মসম্বৰণ কৰি চাইদাই সুধিলে, আপুনি জানে? ক'লোঁ, জানোঁ। কিন্তু তোমাক বেজাৰ দিয়া হ'ব বুলিহে কোৱা নাই। নূৰুপুৰত থাকোতে শুনিছিলোঁ সি বেহ্মপুৰ নামৰ এঠাইত আছে। চফিক বলপূৰ্বক তাৰ পৰা লৈ অনাৰ কাৰণে সংবাদদাতাজনে মোৰ অনুমতি বিচাৰিছিল। মই ক'লোঁ যে খবৰটো মিছা। সেইজন অইন কোনোবা চফি হ'ব। মোৰ ল'ৰা চফিউজ্জামান দেওবন্দত আছে। চাইদাই থোকাথুকি মাতেৰে সুধিলে, 'কিয় আপুনি তাক ধৰি আনিবলৈ হুকুম নিদিলে? ক'লোঁ, চাইদা! তুমি বুজি পোৱা নাই, তেনে কৰা হ'লে হানাফিসকলে মোৰ বিৰুদ্ধে বদনাম কৰাৰ সুযোগ পালেহেঁতেন। চাইদা জাঙুৰ খাই উঠিল, বদনাম, কেলেঙ্কাৰিৰ কিবা বাকী ৰাখিছেনে? মাথোন চফি ৰ বেলিকা—কথা শেষ নকৰি চাইদা ফো-ফোৱাই গুছি গ'ল। দেখিলোঁ, হাবিৰ মাজেৰে গৈ দক্ষিণ মুৱা হৈ ৰাস্তাত উঠিছে। ৰাস্তাৰ দাঁতিৰ বটগছজোপাৰ তলত আইমণিয়ে গা-মূৰ চাদৰেৰে ঢাকি (আজলাফ তিৰোতাসকলৰ সেয়াই পৰ্দা) থিয় দি আছে। দুয়োজনীয়ে ৰাস্তাটো পাৰ হৈ গুছি যোৱাৰ পিছত চিঠিখন আকৌ এবাৰ পঢ়িলোঁ। ময়ো মোৰ উথলি অহা আবেগ ৰোধিব নোৱাৰিলোঁ। এবাদতখানাত সোমাই দুৱাৰ খিড়িকী বন্ধ কৰি কান্দিলোঁ। মনে মনে কলোঁ, হায় কণা ঘোঁৰাৰ ছুৱাৰী! এতিয়া আল্লাহত বাদে তোক বচাব পৰা শক্তি আৰু কাৰো নাই। আবেলিৰ নামাজ পঢ়াৰ কাৰণে পুখুৰীৰ ঘাটলৈ ওজু কৰিবলৈ যাবলৈ লওঁতেই দুখুৱে আহি সম্ভাষণ জনাই কোমল মাতেৰে ক'লে, হুজুৰ! বিবিচাহেবাই মোক ক'লে, আপোনাৰ লগত হেনো চিঠি এখন আছে। সেইখন লৈ যাবলৈ হুকুম দিছে। হুঁ, চিঠিৰ কথাখিনি মোৰ বুকুৰ মাজত গৰ্থা হৈ গৈছে। দুখুৰ হাতত চিঠিখন দি ওজু কৰিবলৈ গলোঁ। পানী-যুঁৱলিত থিয় হোৱাৰ লগে লগে ওলোটা জগতখন চকুত পৰিল। ভাৱ হ'ল, মোৰ ঔৰসত সেই ওলোটা দুনিয়াৰ ওলোটা মানুহ এজনৰ জন্ম হৈছিল।.........

'Celui qui prodigua
Les lions aux ravins du Jabel kronnega.
Les perles a la mer et les astres a l'omber
Peut bien donner un peu de Joie
a l'homme sombre'

—Hugo

এদিন আবেলি ব্ৰাহ্মনী নৈৰ পাৰত থিয় দি আছিলোঁ। পীৰৰ সাঁকোখনৰ এতিয়া

কোনো চিনচাব নাই। হঠাতেই বুকুখন বৰ শুদা শুদা লাগিল। এনে লাগিল মই যেন এক বিৰাট শূন্যতাৰ মুখত থিয় দি আছোঁ। একো নাই, মাথো শূন্যতা। তাৰ পিছত ভাব হ'ল সেই সাকোঁখনৰ খুটাবোৰ মই দেখিবলৈ পাইছোঁ। সেন্দুৰ বোলাই খুটাবোৰ নিটোল, মসৃন কৰিব লাগিছে এগৰাকী উলঙ্গ নাৰীয়ে—তওবা! নাউজুবিল্লাহ! এয়া চয়তানৰ যাদু। ইমানখিনি নকৰিও পাৰিলেহেঁতেন। দিগন্তত বেলিটো এটা ৰঙা চকৰিৰ দৰে লাগিছে। বালিচৰৰ মাজেৰে অকাঁই-পকাঁই জিৰজিৰকৈ বৈ গৈছে নৈখনৰ এটি শীৰ্ণ সুঁতি। কেইটামান চৰায়ে উলাহতে আকাশত নৃত্য ভঙ্গিমা কৰিছে। এজাক বনৰীয়া হাঁহ উলুবনিৰ মাজৰ বিলটোলৈ বুলি ডেউকা মেলিছে। জাকটোৰ গতিপথ লক্ষ্য কৰি পিছলৈ ঘূৰি চাই দেখোঁ তিনিজন মানুহ মোৰ ফালে আহি আছে। সিহঁতক চিনি পালোঁ। বৰগাজি, জালালুদ্দিন আৰু অইন কোনোবা এজন। ওচৰ পোৱাত চিনি পালোঁ। নুৰপুৰৰ সেই ডেকা উকীলজন, দিদাৰুল আলম। কি হ'ল? সম্ভাষণ জনাই বৰগাজিয়ে ক'লে, হজৰতে আলা! এটা জৰুৰী কামৰ কাৰণেহে আপোনাক দিগদাৰি দিব লগা হ'ল। দিদাৰুল এতিয়াই উভতি যাব। আপোনাক যে কৈছিলোঁ তবলিগ-উল-ইছলাম সমিতি পতাৰ কথা! দিদাৰুলে বিচাৰিছে যে আপুনি জিলা সমিতিৰ সভাপতি হওঁক। দিদাৰুলে এখন ছপা ইস্তাহাৰ দি ক'লে, হজৰত! আমি আটায়ে বৰং ইয়াতেই মগৰেবৰ নামাজ পঢ়োহঁক। এবাদতখানালৈ হে দস্তখত আৰু চীল মাৰিব। ইস্তাহাৰত চকু ফুৰাই বুজিলোঁ যে কামটো মহৎ। নামাজৰ সময় হৈছিল। নৈত ওজু কৰি শুকান বালিচৰত লাঠিডাল সম্মুখত পুতি থৈ আমি নামাজ পঢ়িলোঁ। এয়াও আল্লাহৰেই মহিমা! এওঁলোক আহি নোপোৱা হ'লে চয়তানৰ যাদুৱে মোক বিমোৰত পেলালেহেঁতেন। উভতি যোৱাৰ বাটত দিদাৰুলে অনৰ্গল কথা কৈ গৈছিল। ...............হজৰত! যিসকল ইউৰোপীয় মনীষীৰ বলত হিন্দুসকলে নিজৰ ধৰ্মৰ ন ন ব্যাখ্যা আগবঢ়াইছে, তেওঁলোকৰ বলতে আমিও ইছলামৰ নতুন ব্যাখ্যা দাঙি ধৰিব পাৰোঁ। আপুনি জানেনে হজৰতে আলা, মনীষী হিউগোৱে ৰুচুলুল্লাহক (সাঃ) লৈ কবিতা লিখিছে। ইস্তাহাৰত তাৰ উদ্ধৃতি দিছোঁ। হিউগোৱে পয়গম্বৰৰ উক্তি ব্যাখ্যা কৰি কৈছেঃ 'জেবেল (পৰ্বত) ক্ৰোনেগাৰ গিৰিখাতত সিংহবোৰে যাৰ কৃপাত অবাধে বিচৰণ কৰে, সাগৰ তলিত মুকুতা আৰু মহাকাশত নক্ষত্ৰপুঞ্জই তিৰ্‌বিৰাই থাকে, বিষাদগ্ৰস্তজনক তেৱেঁই অলপ আনন্দ দিব পাৰে।' আন এগৰাকী মনীষী গেটেয়ে প্ৰশংসা কৰি লিখিছে—মোক জ্ঞান দিব খোজা বাবে অপমান বোধ কৰিম বুলি ভাবিয়েই কিজানি বৰগাজিয়ে দিদাৰুলৰ মুখ বন্ধ কৰিবলৈ ক'লে, দিদাৰুল! হুজুৰৰ অজানা একো নাই। দিদাৰুলে জিভা কামুৰি ক'লে, জী হাঁ। ক্ষমা কৰিব, হজৰত। ............সেই মুহূৰ্ত্তত মই অন্যমনস্ক। মোৰ বুকুৰ ভিতৰত গিৰিখাতৰ সিংহবোৰে গৰ্জিব লাগিছে বা হাহাকাৰ কৰিব লাগিছে। যিমানেই আঁতৰি যাব খুজিছোঁ সিমানেই পিছফালে সাগৰ তলিত জিলমিলাই থকা মুকুতাৰ দৰে স্মৃতি আৰু আকাশৰ নক্ষত্ৰপুঞ্জৰ পৰা এজনী উলঙ্গ নাৰীয়ে মোৰ ফালে চাই আছে। ................

## উনৈশ

'And now............I will rehearse a tale of love which I heard from Diotima of Mantineia, a woman wise in this.......She was my instructress in the art of love.......'

(Socrates to Agathon : Symposium —Plato)

আগতে কথা দিয়া মতে মই যেতিয়া সিদিনা সন্ধিয়া কেশৱপল্লীলৈ যাওঁ, তেতিয়া বুজা নাছিলোঁ যে মোৰ আন এটা মেটামৰফচিচ আসন্ন। জীৱনটো যে কেনে এক ৰহস্যময়! প্ৰতিটো পৰৱৰ্ত্তী খোজত কি ঘটিব তুমি নাজানা, জনাৰ কোনো উপায় নাই। কৰ্মফল তত্ত্ব মই বিশ্বাস নকৰোঁ। কিয়নো সেয়া যুক্তি বিৰহিত। একেই কামৰ একেই ফল দেখোঁনে? সকলোতে দেখোন আকস্মিকতাই মুখ মেলি ৰৈ আছে। দুয়ে দুয়ে মিলি চাৰি হোৱাৰ কোনো গেৰান্টি নাই।

হৰিবাবুৱে মোৰ বাবে বাট চাই আছিল। হাতত এডাল লাঠি আৰু এটা লেম লৈ বাহিৰ ওলাল। মূৰত পাগুৰি, গাত কম্বল আৰু ভৰিত কেঁচা চামৰাৰ নাগেৰা জোতা। আঘোনমহীয়া সন্ধিয়া। শীতৰ কঠোৰতাই জীৱজগতক নৈঃশব্দৰ মাজত ডুবাই থৈছে। হৰিবাবুৱে ক'লে, এয়া কি! তুমি গাত আলোৱান লোৱা নাই কিয়? হাঁহি হাঁহি ক'লোঁ, মোৰ তেজত কিবা আছে। ঠাণ্ডাই মোক বলাব নোৱাৰে। অইন ক'ৰবালৈ যাব নেকি?

এৰা। হৰিবাবুৱে চেপা মাতেৰে ক'লে। মোৰেই ভুল হ'ল। আমি যে এক দুৰ্গম ঠাইলৈ যাম তাৰ ইঙ্গিতটো তোমাক আগেয়ে দিব লাগিছিল।

আপোনাৰ লগত নৰকলৈ যাবলৈকো মোৰ আপত্তি নাই। পিছে মই যে নিৰস্ত্ৰ হৈ ওলালোঁ।

হৰিবাবুৱে হাঁহি ক'লে, নাই, নাই, নৰহত্যা কৰিবলৈ ওলোৱা নাই। অলপ ৰ'বা। হৰিবাবুৱে তলা খুলি নিজৰ পঁজাত সোমাই এখন কপাহী চাদৰ লৈ আহি ক'লে, হোঁ, লোৱা। মূৰটোও ঢাকি লোৱা। বান্ধৰ নিয়ৰত ভিজা ঘাঁহৰ ওপৰেৰে দুয়ো খোজ পেলালোঁ। ক'লৈ আৰু কিয় গৈ আছোঁ—এই ধৰণৰ কথা সোধা মোৰ অভ্যাস নাই। শৈশৱৰ পৰাই এই নিৰ্লিপ্ততাই মোৰ মাজত বাহ বান্ধিছে। পিতাৰ যাযাবৰী

স্বভাৱেই ইয়াৰ গুৰি। শৈশৱৰ পৰাই সদায় প্ৰস্তুত হৈ থাকোঁ, যিকোনো মুহূৰ্ত্তত যিকোনো ঠাইলৈ যাত্ৰা কৰিব লাগিব পাৰে। দেৱনাৰায়ণদাই সিদিনা ঐতেৰেয় ব্ৰাহ্মণৰ 'চৰৈবেতি' শ্লোকটো ব্যাখ্যা কৰিছিল। ভাবিলোঁ, যাযাবৰ নৃগোষ্ঠীত বাদে এনে উক্তি আৰু কাৰ মুখেৰে ওলাব পাৰে? সেই শাস্ত্ৰকাৰসকল হেনো আৰ্য আছিল। সিদিনা হৰিদাই উদাত্ত কণ্ঠে মোৰ তেজতো আৰ্যত্ব সাব্যস্ত কৰিছিল। এৰা, এই ক্ষেত্ৰত ২+২=৪ অৱশ্যে হৈছে। মনে মনে হাঁহিলোঁ।

চফি, পথাৰত ধানচোৰ খেদিবলৈ খেতিয়কবোৰে মোৰ দৰে এনে পোছাক পিন্ধি ৰাতি পহৰা দিয়ে। হৰিবাবুৱে চেপা মাতেৰে ক'লে। কিন্তু কাৰোবাৰ মুখামুখি হ'ব লগা হ'লে তুমি কি কোৱা উচিত হ'ব তাকেই ভাবিছোঁ।

ক'লোঁ, আপুনি গম নাপায়, ইতিমধ্যে সকলোতে অহৌবলিয়া, আধা পাগল, বা ধুম পাগল বুলি মোৰ সুখ্যাতি বিয়পিছে।

হৰিবাবুৱে হাঁহিব ধৰিলে। ক'লে, কথাটো আংশিক ভাৱে সঁচাও। পিছে জিনিয়াচবোৰ এনেকুৱা হয়েই। চফি, তোমাৰ মাজত প্ৰতিভাবান মানুহৰ লক্ষণ ফুটি ওলাইছে।

হৰিবাবুৱে মোক ঠাট্টা কৰিছে নেকি? গহীন হৈ মাতবোল নকৰাকৈ গৈ থাকিলোঁ। তেওঁ বুধিয়ক মানুহ। কিবা এটা অনুমান কৰি তেওঁ সুধিলে, মোৰ কথাত খং কৰিলা নেকি, চফি? তুমি কি তুমি নিজেই নাজানা। ষ্টেন্‌লিক হত্যা কৰাৰ সময়ত তোমাৰ শক্তি দেখিছোঁ। আকৌ গভীৰ দাৰ্শনিক তত্বমূলক কিতাপবোৰ যেতিয়া নিষ্ঠাবান ছাত্ৰৰ দৰে গভীৰ মনযোগেৰে পঢ়া তেতিয়াও তোমাৰ ভিতৰত এক অন্য ধৰণৰ শক্তি দেখা পাওঁ। দেৱী দূৰ্গা আৰু দেৱী সৰস্বতী উভয়ৰে অনুগ্ৰহ নাপালে সেয়া অসম্ভৱ।

কবলৈ ইচ্ছা হৈছিল, যমুনাৰ বালিৰ বংশীধাৰী গোপীবল্লভৰো কিজানি অনুগ্ৰহ লভিছো মই—নহ'লে কিয় মোৰ হৃদয়তন্ত্ৰী কোনোবা চিৰন্তনী শ্ৰীৰাধাৰ বাবে নিৰন্তৰ আকুল সুৰে বাজিব লাগিছে? কিন্তু হৰিবাবু শাক্ত। গোড়া শাক্ত। বৈষ্ণৱবাদৰ কথা শুনিলেই দাং খাই উঠা দেখিছোঁ। গতিকে মনে মনে থাকিলোঁ। ধৰ্ম বিষয়টোৰ মাজত দৰাচলতে এটা দিশত এক বিশ্বজনীন সাদৃশ্য আছে। ফৰাজি আৰু চুফিসকলৰ লগত যথাক্ৰমে যেন শাক্ত আৰু বৈষ্ণৱপন্থীৰ কিবা এটা মিল! ইহুদীসকলৰ তোৰাপন্থী আৰু কাব্বালাপন্থী, খৃষ্টানসকলৰ কেথলিক আৰু প্ৰেচবাইটেৰীয় গোষ্ঠী..................

হৰিবাবু হঠাতে ৰৈ যোৱাত মোৰ চিন্তাৰ আঁত হেৰাল। সুধিলোঁ, কি হ'ল? তেওঁ লেমটো দাঙি নচুৱাই থাকিল। অলপ দূৰত এটা পোহৰ কেই মুহূৰ্ত্তমান আন্দোলিত হৈ যেন নুমাই গ'ল। ইয়াৰ পৰাই আৰম্ভ হৈছে অনাবাদী অঞ্চল। কহুৱানি, ওখ ওখ গছ-গছনিৰ হাবি আৰু জলাহ ভূমি। বান্ধটো পশ্চিম ফালে ভাঁজ লৈ উচ্চ ভূমিৰ লগত মিলি গৈছে। হৰিবাবুৱে উত্তেজিত হৈ ক'লে, তেওঁলোক পালেহি। জোতা খুলি হাতত লোৱা, চফি। অলপ-অচৰপ বোকা-পানী থাকিব পাৰে।

তেওঁলোক কোন বুলি প্ৰশ্ন কৰাটো মোৰ স্বভাৱ বিৰুদ্ধ কথা। বাওঁফালে নামি

গৈ অলপ নহয়, বেচ গভীৰ বোকা-পানীতেই পৰিলোঁগৈ। ভৰি দুখন ঠেৰেঙা লাগিল! কহুৱা বনৰ নিয়ৰত তিতি জলৌ-জপৌ অৱস্থা হ'ল। অলপ দূৰ যোৱাৰ পিছত সন্মুখত ক'লা পাহাৰ সদৃশ অথবা অতি গভীৰ ক'লা কিবা এটাৰ ওচৰ পাই হৰিবাবুৱে অনুচ্চ কণ্ঠে ক'লে, বন্দেমাতৰম্!

সেই ক'লা বিশালতাৰ ভিতৰৰ পৰা প্ৰতিধ্বনিত হ'ল বন্দেমাতৰম্! এতিয়া বুজিলোঁ তেওঁলোক কোন। বিশালতাখিনি ওখ ওখ গছ-গছনিৰ এখন হাবিহে। এজোপা বটগছৰ ডাঙৰ ডাঙৰ শিপাবোৰ লেমৰ পোহৰত স্পষ্ট হৈ পৰিছে। শিপাবোৰত তিনিজন মানুহে বহি আমালৈ অপেক্ষা কৰি আছিল। হৰিবাবুৱে চিনাকি কৰি দিলে। সত্যচৰণ বসু, কালিমোহন বাড়ুজ্জে, তৃতীয়জন অমলকান্তি দাশ। প্ৰথম দুজনৰ বয়স পঁচিশৰ আশে-পাশে। তৃতীয়জন মোৰ সমবয়সী। তাৰ মুখৰ পিনে চাই ক'ৰবাত দেখা দেখা যেন লাগিল। হঠাতে সি উঠি আহি মোক সাৱটি ধৰিলে। ক'লে, কি আচৰিত! তুমিয়েই সেই চফি নহয় নে? সৰু দেৱান চাহাবৰ ভতিজা?

ময়ো তেওঁক চিনি পালোঁ। সুধিলোঁ, কেনে আছা অমল?

অমলকান্তিয়ে ক'লে, তোমাৰ শীতল চাৱনি দেখিহে তোমাক চিনিব পাৰিছোঁ। নহ'লে গোফ-চোফ ৰাখি, চুৰীয়া কামিজ পিন্ধি এনেকুৱা ভদ্ৰলোকজন হৈছা, কাৰ বাপেকৰ সাধ্য তোমাক চিনিব পাৰে? তদুপৰি দেহটোও দেখিছো পান্না পেছোৱাৰিৰ দৰেই প্ৰকাণ্ড হৈছে। লৰালৰিকৈ সুধিলোঁ, পান্না-পেছোৱাৰিৰ খবৰ কি?

তুমি নাজানা? অমল আচৰিত হ'ল। বহু দিনেই হ'ল দেখোন, এতিয়া সি তোমালোকৰ জাহান্নাম গুলজাৰ কৰিছে। কোনোবাই ইটাৰ টুকুৰা মাৰি তাৰ ঘিলু উলিয়াই দিছিল। পুলিচে চুল্লুক সন্দেহ কৰি ধৰি নি খুব পিটিলে। শেষত কোনো প্ৰমাণৰ অভাৱত বেকচুৰ খালাছ পায়। কিন্তু তুমি হঠাতে স্কুল এৰি ক'লৈ—

বাধা দি কালিচৰণে ক'লে, অমল, বন্ধুৰ লগত পিছত সেইবোৰ পাতিবা। আগেয়ে আমি কামৰ কথা পাতোহঁক।

লাহে লাহেকৈ তেওঁলোকে 'কামৰ কথা' আৰম্ভ কৰিলে। মোৰ বুকুৰ ভিতৰত তেতিয়া ধুমুহা বৈছিল। আনন্দ নে অইন কিবা মই নাজানোঁ। মাথোন বুজিছোঁ, মই ৰূপান্তৰিত হৈ আছোঁ। কেৱল চিতাৰাৰ মুখখনে মোৰ চকুৰ আগত যেন লুকাভাকু খেলিবলৈ ধৰিলে। এবাৰ কাষ চাপি আহে, এবাৰ দূৰলৈ গুছি যায়। আকৌ এবাৰ কাষ চাপি আহিল। তাই যেন মোৰ সতে জলক্ৰীড়াহে কৰিছে, যিটো কৰিবলৈ তাই আকুল হৈছিল এদিন সূৰ্যাস্ত বেলিকা। সিদিনা আকুল কণ্ঠে তাই মাতিছিল, আও চফিচাব! খেলুঙ্গি!

'কামৰ কথা' পাতি আছিল। মহিমাপুৰ আৰু ওচৰৰ কেবাটাও মহলত এইবাৰ খৰাং বতৰৰ কাৰণে খেতিৰ মাটি চন পৰিছে। কিন্তু জমিদাৰৰ বেতনভোগী পৰগনা মেনেজাৰহঁতে এতিয়াৰ পৰাই হুমকি দিবলৈ আৰম্ভ কৰিছে। যোৱাবাৰো পৰগণাত খেতি ভাল হোৱা নাই। খেতিয়ক ৰাইজৰ লাওলোৱা অৱস্থা। বিহাৰ প্ৰদেশৰ মুণ্ডা চৰ্দাৰ বীৰচা মহাৰাজৰ আহ্বানত ভালেমান ঠাইত খেতিয়কসকলে মাৰ বান্ধি থিয়

দিছে। শুনা কথা, ইংৰাজ অফিচাৰ আৰু পুলিচ বাহিনীলৈ ৰাজধানী কলিকতাৰ পৰা লাটবাহাদুৰে সতৰ্কবাণী পঠাইছে। ইতিমধ্যে লোহাগড়া পৰগণালৈ বৰহমপুৰ সেনা নিবাসৰ পৰা এটা গোৰা পল্টনো ৰাওনা হৈছে। গোৰা পল্টনৰ ভয়ত ভালেমান গাঁৱৰ মানহে ঘৰ-দুৱাৰ এৰি হাবিত লুকাইছে। সেইফালে বিহাৰৰ ৰাঁচীত ভয়াবহ দুৰ্ভিক্ষৰ ফলত হাজাৰ হাজাৰ চাওঁতাল-মুণ্ডা-কোঁড়া-মুচহৰ প্ৰমুখ্যে অদিবাসী মানুহ বঙ্গদেশলৈ গুছি আহিছে। এই সোণালী সুযোগ গ্ৰহণ কৰা দৰকাৰ। কলিকতাৰ পৰা প্ৰকাশিত বিপ্লৱী বন্দেমাতৰম গুপ্ত সমিতিৰ নিৰ্দ্দেশ সম্বলিত এখন ৰঙা আখৰৰ ছপা ইস্তাহাৰ কালিচৰণে পঢ়ি শুনালে।

নিজৰ ৰূপান্তৰশীল অংশৰ প্ৰান্তৰ পৰা অসহায় বিদ্ৰোহৰ বতৰা শুনিব লাগিছোঁ। মোৰ জীৱনৰ এয়া আন এটা সন্ধিক্ষণ। কোন কাহানিতে মই বুজিছোঁ, মই বিদ্ৰোহৰ ধাতুৰে গঢ়া এটি সত্তা। অথচ মাজে সময়ে মোৰ ভিতৰখনত এক 'টাগ অব্ ৱাৰ' চলি থাকে। উষ্ণতা আৰু শীতলতা, গতি আৰু জড়তাৰ এক জটিল ধৰণৰ টনা-আজোৰা।

কালিমোহনে মোৰ পিনে চাই পাতল হাঁহি মাৰি ক'লে, লোহাগড়া থানাত আপোনাৰ স্বজাতিৰ এজন ডাৰোগা আছে। নাম মৌলবি কাজেম আলি, মানুহজন অতি জঘন্য। তাৰ গতি লগোৱাৰ দায়িত্ব আপুনিয়েই লওঁক।

'স্বজাতি' শব্দটোৱে মোৰ ভিতৰলৈকে বিন্ধিলে। অলপ আগেয়ে অমল কান্তিয়েও 'তোমালোকৰ জাহান্নাম' বুলিছিল। সেইটো মই কাণ কৰা নাই। অমল লালাবাগত মোৰ সহপাঠী আছিল। তাৰ দেউতাক নবাব বাহাদুৰৰ কৰ্মচাৰী আছিল। কেল্লাবাৰী এলেকাত দেখিছিলোঁ। অমলৰ ফালে চাই লাহেকৈ ক'লোঁ, মোৰ অসুবিধা হ'ব। অন্ততঃ মাঘ মাহ পৰ্যন্ত মোৰ পক্ষে ব্ৰহ্মপুৰ এৰি বাহিৰলৈ যোৱা অসুবিধা। মই দেবনাৰায়ণদাৰ আশ্ৰিত। তেওঁ—

বাধা দি হৰিবাবুৱে ক'লে, নহয় কালিদা! লোহাগড়া চফিৰ অচিনাকি ঠাই। তাৰ কিবা এটা হবলৈ হ'লে এই আবাদ আৰু আশ্ৰমৰ ওপৰত আঘাত নামি আহিব। ফলত মোৰো বিপদ হ'ব। এনে দুৰ্ভেদ্য বেহুৱেই কওঁক বা আশ্ৰমেই কওঁক, মই অইন কতো নাপাম। সত্যচৰণ আৰু অমলকান্তিয়েও হৰিবাবুৰ কথাত হয়ভৰ দিলে।

সত্যচৰণে ক'লে, সেইজন ডাৰোগাৰ ব্যৱস্থা এতিয়াই কৰিবলৈ গ'লে বিপৰীত ফলো হব পাৰে। চফিবাবুৱে কওঁক, মুছলমানৰ গাত হাত দিলে মুছলমান সমাজখনেই জাণ্ডুৰ খাই নুঠিবনে? আমি মুছলমানসকলকো আমাৰ লগত লব খোজা নাই জানো? কলিকতা আৰু ঢাকাত আমাৰ এমুঠিমান মুছলমান সদস্য আছে। ইংৰাজক খেদিবলৈ হ'লে হিন্দু মুছলমান আটায়ে একগোট হোৱাৰ প্ৰয়োজন নাই জানো?

সত্যচৰণবাবুক মোৰ খুব ভাল লাগিল। কালিমোহনক খুব গম্ভীৰ দেখা গৈছিল। অলপ পৰ মৌন হৈ থকাৰ পিছত ক'লে হৰিনাৰায়ণ, জাৰ লাগিছেহে। জুই ধৰিলে কিবা বিপদ-আপদ হ'ব পাৰে নেকি? হৰিবাবুৱে হাঁহি হাঁহি ক'লে, নাই। আমি মানুহৰ বসতি অঞ্চলৰ পৰা ভালেখিনি নিলগত আছোঁ। তদুপৰি দুৰ্গম ঠাই।

কোনোবাই দেখিলেও ভূত-প্ৰেত বুলিহে ভাবিব। তেওঁ আৰু অমলে উৎসাহেৰে গছৰ শুকান পাতবোৰ গোটাবলৈ ধৰিলে। নিয়ৰত সেমেকি থকা কাৰণে জুইৰ সলনি ধোৱাহে বেছি হ'ল। ঘূৰণীয়াকৈ বহি সৰু মাতেৰে তেওঁলোকে পুনৰ 'কামৰ কথা' পতাত মগ্ন হ'ল। মই মাথোন চিতাৰাৰ কথা ভাবিবলৈ ধৰিলোঁ। মনৰ মাজত তাই আগৰ দৰে অহা-যোৱা কৰি থাকিল।

আৰু ঠিক সেই মুহূৰ্ত্ততে মই মোৰ বুজুৰ্গ পিতাৰ দৰে এটা মোজেজা বা 'Vision' দেখিলোঁ।

প্ৰকৃতি জগতৰ বুকুত এখনি প্ৰবাহিত নৈৰ পাৰত এগৰাকী আদিম নাৰীয়ে মোক মন্দিৰৰ খটখটিলৈ টানি তুলিছিল। ভাবিছিলোঁ খটখটিবোৰ বগাই প্ৰেমৰ মন্দিৰত প্ৰৱেশ কৰিব লাগিব। তেতিয়া মই অপৰিণত মস্তিষ্ক আৰু অপৰিপক্ক এজন কিশোৰ মাথোন। কিন্তু তাৰ পিছত এখন প্ৰাচীন জৰাজীৰ্ণ পৰিত্যক্ত ৰাজধানীৰ প্ৰান্তত আন এগৰাকী নাৰীয়ে— যি গৰাকী আদিম নহয়, অভিজাত বংশৰ জীয়ৰী—অইন এখনি নৈৰ পাৰত 'আও চফিচাব, খেলুঙ্গি' বুলি মাতি তাইৰ মনৰ সোপানত তুলি লৈছিল। সেই সোপানৰ শিখৰতেই প্ৰকৃত প্ৰেমৰ মন্দিৰ। স্পষ্টকৈ দেখিবলৈ পাইছোঁ, বন্তি জ্বলিছে, নিস্কম্প, অনিবাৰ্ণ! ধূপৰ সুবাসিত ধোঁৱা বিয়পি গৈছে। তাতে চিতাৰাৰ তিতা চুলিৰ সুগন্ধি। ঢৌৰ ছেৱে ছেৱে তাই মোক মাতিছে, আও চফিচাব, খেলুঙ্গি! আও চফিচাব খেলুঙ্গি! আও চফিচাব খেলুঙ্গি!

ঠিৰাং কৰিলোঁ, অন্ততঃ এবাৰ মই লালবাগলৈ যাম।.......

.......'Daphne's soft breast was enclosed in thin bark, her hair grew into leaves, her arms into branches, and her feet............were held fast by sluggish roots, while her face became the treetop. Nothing of her was left, except her shining loveliness............'

—Metamorphoses —Ovid

বাকিপুৰৰ মুছলমান জমাত আছিল হানাফি সম্প্ৰদায়ৰ। হজৰত বদিউজ্জামান নুৰুপুৰত থকা কালত বাকিপুৰৰ মাতব্বৰ সকলে ফৰাজি মতত দীক্ষা লয়। এই ধনী মানুহবোৰ বৰ প্ৰভাৱশালীও। তদুপৰি বদুপীৰৰ কেৰামতি বা অলৌকিক ক্ষমতা সম্পৰ্কে চলিত জনৰৱৰ ফলত বাকিপুৰৰ আটাইবোৰ মুছলমান ফৰাজি হয়। সেইবাবে গিয়াচুদ্দিনৰ ওপৰত প্ৰচণ্ড চাপ পৰিব ধৰিলে। কিয়নো তেওঁ 'হিন্দু' হৈছে! ব্ৰহ্মপুৰ আশ্ৰমলৈ যায়। আনফালে তেওঁৰ গাঁৱৰ হিন্দু ভদ্ৰলোকবোৰেও ব্ৰাহ্মসকলক চকু পাৰি দেখিব নোৱাৰিছিল। তেওঁলোকেও মুছলমানসকলক তলে তলে উচটাইছিল। গিয়াচুদ্দিনক এঘৰীয়া কৰা হয়। তেওঁ আছিল বাকিপুৰ পাঠশালাৰ পণ্ডিত। সেয়েহে মানুহে তেওঁক গিয়াচপণ্ডিত বোলে। অনাখৰী হোজা সকলে কৈছিল 'পুণ্ডিত'। ভেটি মাটিখিনিত বাদে তেওঁৰ আন মাটি নাই। ঘৈণীয়েক মৰা ভালেমান বছৰেই হ'ল। একেজনী ছোৱালী। নাম ৰেহেনা। ভালকৈ পাঠশালা পাছ কৰাৰ কাৰণে দুটকীয়া মাহিলি বৃত্তি পাইছিল। তাইক পঢ়ুৱাবলৈ গাঁৱত স্কুল নাই। যিবোৰ ইংৰাজী

স্কুল আছে তাত অকল ল'ৰাইহে পঢ়িব পাৰে। ফলত বেচেৰীৰ দুটকীয়া বৃত্তি বন্ধ হ'ল। অনিচ্ছা সত্ত্বেও গিয়াচপণ্ডিতে তাইক বিয়া দিবলৈ উদ্যোগ ল'লে। সেইকালত মুছলমান সম্প্ৰদায়ৰ মাজত কন্যাপণ প্ৰচলিত আছিল। ৰেহেনাক যিকোনো অৱস্থাৱান পৰিয়াললৈ বিয়া দিব পৰা যায়। তাইৰ গাৰ বৰণটো ক'লা আৰু পাতল চেহেৰাৰ। বুদ্ধিমতী আৰু বিদ্যানুৰাগী। পিছে গাঁৱৰ ধনী পৰিয়ালবোৰৰ অশিক্ষিত বেলবুং বয়সীয়া পাত্ৰবোৰৰ বয়স ভাটি দিবলৈ ওলালেও সিহঁতে গিয়াচপণ্ডিতৰ বিৰুদ্ধে মানুহৰ তৎপৰতা দেখি পিছুৱাবলৈ বাধ্য হৈছিল। আৰু প্ৰতিক্ৰিয়া হেতু সিহঁতো এটা পৰ্যায়ত গিয়াচৰ বিৰুদ্ধে মূৰ দাঙি থিয় দিয়ে। গিয়াচপণ্ডিতৰ আত্মীয় কুটুমেও তেওঁক ত্যাগ কৰে। অত্যাচাৰত মানুহজন অতিষ্ঠ। কিন্তু ব্ৰহ্মপুৰ আশ্ৰমলৈ আহিলে মানুজনক দেখি অকণো বুজিবই নোৱাৰি। হাঁহি-ধেমালি আৰু গভীৰ তাত্ত্বিক আলোচনা-বিলোচনাত মগ্ন হৈ থাকে। কিন্তু গাওঁ অঞ্চলত কথাবোৰ বনজুইৰ দৰে বিয়পি যায়। প্ৰথম অৱস্থাত দেবনাৰায়ণে কথাবোৰত সিমান গুৰুত্ব দিয়া নাছিল। অৱশেষত এদিন আসন্ন মাঘোৎসৱৰ প্ৰস্তুতি উপলক্ষে পতা এখন সভাৰ শেষত গিয়াচুদ্দিনে দেবনাৰায়ণৰ আগত সকলো বিবৰি ক'লে আৰু সেই মুহূৰ্ত্ততেই খেয়ালি দেবনাৰায়ণে দুখন গৰুৰ গাড়ী, এখন দোলা আৰু এদল পাইক পঠাই দি বাকিপুৰৰ পৰা গিয়াচুদ্দিন, ৰেহেনা আৰু সিহঁতৰ ঘৰৰ লাম-লাকুট যি আছিল আটাইখিনি লৈ অনাৰ দিহা কৰিলে। গিয়াচুদ্দিন আৰু তেওঁৰ কন্যা ৰেহেনা অহা মাঘোৎসৱত ব্ৰাহ্ম ধৰ্মত দীক্ষিত হ'ব। পণ্ডিত শিৱনাথ শাস্ত্ৰীয়ে তেওঁলোকক দীক্ষা দিব। কলিকতাৰ ব্ৰাহ্ম সংবাদ পত্ৰত এই উত্তেজক খবৰটো ছপা হয়। বঙ্গদেশৰ বিভিন্ন অঞ্চলৰ পৰা ব্ৰাহ্মসকলে উচ্ছ্বসিত ভাষাত অভিনন্দন জনাই গিয়াচুদ্দিন আৰু তেওঁৰ জীয়েকলৈ চিঠি লিখে। ব্ৰহ্মপুৰত তেতিয়া এক আবেগপূৰ্ণ সময়। খুব ব্যস্ততা। আৰু সেই আবেগ পূৰ্ণ সময়ত চফি এক অন্য ধৰণৰ নিজস্ব আবেগত উদ্বেলিত। সি লালবাগলৈ যাব। কিন্তু দেবনাৰায়ণে তাক প্ৰায় বন্দী কৰি পেলাইছে। বালিকা বিদ্যালয় খোলা, কুটীৰ শিল্পৰ কেন্দ্ৰ খোলা—আৰু যে কিমান পৰিকল্পনা দেবনাৰায়ণৰ। টকাৰ অভাৱত অনাবাদি হাবি মাটি সামান্য চেলামি আৰু খাজনাৰ বিনিময়ত বন্দোবস্ত কৰিছে। বাৰ্ষিক খাজনা লৈ অস্থায়ী ভাবে খেতি কৰাৰ অধিকাৰ দিয়া ব্যৱস্থা ভালেমান ক্ষেত্ৰত আবাদ অঞ্চলত প্ৰচলিত আছিলেই। এই সুযোগতে কিছুমান চতুৰ মানুহে ৰায়তী বন্দোৱস্ত কৰি মাটিৰ গৰাকী হোৱাৰ আশাত উঠি পৰি লাগিল। বিহাৰ অঞ্চলত দুৰ্ভিক্ষ আৰু শাসকসকলৰ অত্যাচাৰৰ ফলত পলাই অহা আদিবাসীসকলৰ হতুৱাই এক পইচা দৈনিক মজুৰিৰ বিনিময়ত নতুন ৰায়তসকলে ধুম-ধাম মাটি কটাই বান্ধ বন্ধাৰ কাম আৰম্ভ কৰে। হাবি অদৃশ্য হবলৈ ধৰিলে। শঙ্খিনী নৈৰ পাৰত বান্ধৰ কাম আৰম্ভ হৈছিল আঘোণৰ শেষৰ ফালে। সেই সময়তে চফিয়ে লালবাগলৈ যোৱাৰ সুযোগটো পালে।

নৈখনৰ সিপাৰৰ পৰা নবাববাহাদুৰৰ মাটি। সেই অঞ্চলৰ গাঁৱৰ মানুহে আপত্তি দৰ্শাইছে যে ইপাৰে বান্ধ বান্ধিলে তেওঁলোকৰ গাওঁবোৰ বানপানীত ডুবিব। দৰ্খাস্ত

পাই নবাববাহাদুৰে কালেক্টৰ চাহাবক জনালে। লালবাগৰ এচ. ডি. ও গিলবার্ট চাহাব বৰ খঙাল আৰু নিষ্ঠুৰ প্ৰকৃতিৰ এজন অষ্ট্ৰেলিয়ান ইংৰাজ। তেওঁ তদন্ত কৰিবলৈ পঠোৱা চাৰ্কেল অফিচাৰজনৰ নাম মৌলবি জব্বাৰ খান ( সেই সময়ত শিক্ষিত মুছলমানক মৌলবি বোলা হৈছিল)। জব্বাৰ খান আকৌ অ-বঙালী মুছলমান আৰু প্ৰভুতকৈও একাঠি চৰাহে। তদন্ত কৰি উঠি বান্ধ বন্ধাৰ কাম বন্ধ কৰাৰ হুকুম দি গ'ল। নতুন ৰায়তবোৰে আহি দেবনাৰায়ণক ধৰিলে। তেওঁ প্ৰতিকাৰৰ আশ্বাস দিলে। তাৰ পিছত এদিন চফিক মাতি নি মনে মনে ক'লে, তুমিয়েই কৈছিলা যে নবাববাহাদুৰৰ এজন দেৱান হেনো তোমাৰ আত্মীয়। চফি ভাই, এই বিপদৰ সময়ত তুমিয়েই মোৰ একমাত্ৰ ভৰসা। তুমি গৈ তেওঁক কোৱা যাতে নবাববাহাদুৰক বুজাই বঢ়াই শীঘ্ৰেই কিবা এটা মীমাংসা কৰে। যি মীমাংসাই নহওঁক কিয় মই মানি লবলৈ সাজু আছোঁ। তুমি অকলে যাব নালাগে। গিয়াচভাইও তোমাৰ লগত যাব। তেওঁ এজন জনা-বুজা লোক। চফি তৎক্ষণাত ৰাজী হ'ল।

শঙ্খিনী নৈখন গৈ ভাগীৰথীত পৰিছে। নৈখন এতিয়াও নাব্য। কিন্তু মাঘৰ শেষলৈ আৰু পানী শুকালে নাও নচলিব। যাওঁতে ভটিয়াই যাব লাগে আৰু আহোতে উজাই আহিব লাগে। তিনিজন নাৱৰীয়া আৰু ৰতন ৰাজবংশী নামৰ পাইকজন লৈ এখন সৰু নাৱেৰে চফি আৰু গিয়াচুদ্দিনে এদিন ৰাতিপুৱা যাত্ৰা আৰম্ভ কৰিলে। গিয়াচুদ্দিনে ওৰে বাটে তত্ত্ব আলোচনা কৰি চফিৰ কাণ ঘোলা কৰিলে। 'তৌহিদ' আৰু 'সোঅহম' এই দুই তত্ত্ব যে একেই, তেওঁ তাৰ ব্যাখ্যা দাঙি ধৰিলে। 'ফানা' আৰু 'মোক্ষ' 'ফুকৰওৱা—ফানা' আৰু 'অস্মিতালোক', 'ফানা' আৰু বৌদ্ধ 'পুদগল-শূন্যতা' যে একেই তাক সাব্যস্ত কৰিবলৈ গিয়াচপণ্ডিতৰ ব্যাকুলতা দেখি চফিৰ ধাৰণা হৈছিল যে বেচেৰা মানুহজনে বহু দিনৰ মূৰত নিজৰ ধৰ্মৰ এজন মানুহ পাইছে যাক তেওঁ বুজাব বিচাৰিছে যে তেওঁৰ হিন্দুধৰ্মৰ বেদ-বেদান্তৰ প্ৰতি অনুৰাগ আৰু ব্ৰাহ্মধৰ্মৰ প্ৰতি থকা তীব্ৰ আসক্তিৰ আঁৰত কোনো বিষয়স্বাৰ্থ জড়িত নাই! চফিয়ে গিয়াচ পণ্ডিতক বৰ কৰুণ দেখিলে। শেষত ক'লে, ডিইষ্টসকলৰ বিষয়ে পঢ়িছোঁ। ৰাজা ৰামমোহন ৰায় তেওঁলোকৰ অনুৰাগী আছিল। তুমিতো ইংৰাজী বিদ্যাত পাৰ্গত। গতিকে তুমি ডিইষ্ট আৰু খৃষ্টান ধৰ্ম সম্পৰ্কে অলপ কোৱাচোন। পিছে তাৰ আগেয়ে এটা কথা কোৱাচোন বাৰু, তুমি ইংৰাজীত ইমান পাৰ্গত কেনেকৈ হ'লা? এৰাব নোৱাৰি চফিয়ে ক'লে, মই নবাববাহাদুৰৰ ইন্‌ষ্টিটিউচনৰ ছাত্ৰ আছিলোঁ। তাত শিক্ষাৰ মাধ্যম ইংৰাজী। ইয়াৰ পিছত গিয়াচুদ্দিনে চফিৰ ব্যক্তিগত জীৱন সম্পৰ্কে বিৰক্তিকৰ কথা সুধিবলৈ ধৰিলে। চফিয়ে উপৰুৱাকৈ উত্তৰ দি গ'ল। বুদ্ধিমান গিয়াচপণ্ডিতে ধৰিব পাৰিলে যে ডেকাজন চঞ্চল প্ৰকৃতিৰ, সামান্য চেৰা বলিয়া আৰু স্বল্পভাষী। অথচ ডেকাজনৰ ভিতৰত কিবা এটা আছে। চকুৰ চাৱনিত সাপৰ শীতলতা আৰু সুন্দৰ সুঠাম দেহত সিংহৰ শৌৰ্যই মনত পেলায় প্ৰাচীন যোদ্ধাসকলৰ কথা। গিয়াচুদ্দিনে গুন্ গুন্‌কৈ কিবা গীত গাইছে। হয়তো ব্ৰাহ্ম সঙ্গীত। দুপৰীয়া নাও গৈ ভাগীৰথীত পৰাত নাৱৰীয়াহঁতে নাও বান্ধিলে। পাৰৰ গাৱঁৰ পৰা সিহঁতে গৈ চাউল-

দালি-মাছ আদি কিনি আনিলে। গিয়াচুদ্দিনে গা ধুবলৈ সংকোচ কৰিলে। ভাগীৰথীৰ কজলা পানীত চফি জপিয়াই পৰিল। তাৰ হঠাতেই ধাৰণা হ'ল, চিতাৰাৰ দেহটো ইমান চেঁচা কিয়? পানীত সি চিতাৰাৰ দেহ স্পৰ্শ অনুভৱ কৰিব খুজিছিল।

শঙ্খিনীৰ সোঁত বেছি। ভাগীৰথী প্ৰায় স্থবিৰ। অ'ত ত'ত বালিচৰত নাও লাগি ধৰিছিল। যেতিয়া দূৰৈত ইমামবাড়া আৰু হাজাৰদুৱাৰি প্ৰাসাদৰ মূধচ দেখা গ'ল তেতিয়া বেলি ঢলিছে। বেচ ঠাণ্ডা লাগিব ধৰিলে। এজন নাৱৰীয়াই ক'লে, বতাহ আছিল বুলিহে. নহ'লে সাজ গড়িলহেতেন। মিঞা চাহাব, কেল্লাৰ ঘাটততো নাও বান্ধিব নিদিব। ক'ত বান্ধিম হুকুম দিয়ক। চফিয়ে লাহেকৈ ক'লে, চাহানগৰ ঘাটত বান্ধিবা ব'লা!

চফিয়ে ব্যগ্ৰ দৃষ্টিৰে জাফৰগঞ্জৰ সেই ঘাটটো একেথৰে চাই গ'ল। সেইটো ঘাটতেই এদিন চিতাৰাই তাক ঠিক এনেকুৱা গধূলি বেলিকা আকুল কণ্ঠে মাতিছিল, আও চফিচাব, খেলুঙ্গি। ঘাটটো নিজান, কোনো নাই। এতিয়া এই শীতৰ গধূলি কোনেনো গা ধুবলৈ আহিব? সি নিজে নিজে হাঁহিলে। কেল্লাবাৰীৰ সম্মুখেৰে নাওখন পাৰ হৈ যোৱাৰ সময়ত সি চঞ্চল হৈ উঠিল। শীতৰ সন্ধিয়াৰ বিবৰ্ণ আৰু ধূসৰ পোহৰত প্ৰতিটো চবুতৰা, ছত্ৰতল আৰু পাৰৰ আলিটোৰ ফালে চাই গ'ল। নদীৰ বুকুৰ পৰা সেইবোৰ দিগন্ত যেন লাগিল। তাৰ পিছত সি থিয় হৈ চৈত হেলান দিলে। এনেতে গিয়াচপণ্ডিতে ক'লে, ভালেমান বছৰৰ পিছত লালবাগলৈ আহিছোঁ। ইস্ কি দুখলগা অৱস্থা! নাৱৰীয়া, চাহানগৰ ঘাটটো ভালেখিনি দূৰৈত। তাতকৈ লম্পটৰ ঘাটটো দেখোন আগেয়ে পাম। চফি তুমি কি কোৱা? অন্যমনস্ক চফিয়ে ক'লে, হুঁ।

এই লম্পটৰ ঘাটতেই এজন গোৰা চিপাহীয়ে দৌৰাত্ম্য চলাইছিল। কাষতেই চিপাহীবেৰেক। দেশী চিপাহীহঁতেও জীয়ৰী-বোৱাৰীক খুব জুলুম কৰিছিল। সেইকাৰণেই বোধহয় ঘাটটোৰ নামটো তেনেকুৱা হৈছিল। পিছে ইংৰাজ ইতিহাসবিদহঁতে কেতিয়াবা স্বয়ং নবাব চিৰাজুদ্দৌলা আৰু কেতিয়াবা তেওঁৰ সেনাধ্যক্ষ মিৰ মদনৰ লাম্পট্যক এই ঘাটৰ লগত যুক্ত কৰিছে। চফিয়ে এতিয়াহে গম পালে যে গিয়াচপণ্ডিতে ঘাটৰ বৃত্তান্ত লৈ ইমান পৰে বক্‌বকাই আছে। ক'লে, তুমি জানানে চফি, চয়তানহঁতে বুৰঞ্জী কিতাপত লিখিছে যে মদন নামে এজন হিন্দুৱে নবাব চিৰাজুদ্দৌলাৰ সতে জলকেলি কৰাবলৈ ৰূপহী ৰমনীবোৰ নাৱেৰে লৈ গৈছিল। হেৰৌ দগাবাজহঁত! এই মদন সংস্কৃত ভাষাৰ মদন নহয়। উচ্চাৰণৰ বিকৃতিৰ ফলত 'মাদান' গুচি 'মদন' হৈছে! 'মাদান' খাঁটি আৰ্বি শব্দ। তোমাৰ দেউতাৰাৰ দৰেই পাৰচ্য দেশত এজন বুজুৰ্গ পীৰ আছিল। তেওঁৰ নাম আছিল হজৰত মাদান শ্বাহ। বঙ্গৰ গাওঁ অঞ্চলত মুছলমানসকলৰ মাজত বহুত মদন শেখ দেখিবা। তুমি দেওবন্দি আলেম মওলানা মাদানিৰ নাম শুনিছানে? অন্যমনস্ক চফিয়ে মূৰ জোকাৰিলে। চবুতৰা, ছত্ৰতল, ৰাস্তা—ক'তোৱেই চিতাৰা নাই। পিছ মুহূৰ্ত্ততে আকৌ ভাবিলে, তাই থাকিবই বা কিয়? কাল্লু চাতমাৰৰ ঘৈণীয়েক হলেও, তাই যে খান্‌দানি নবাব বংশৰ জীয়ৰী। তাই নিৰ্জন ঘাটলৈ যাব পাৰে। কিন্তু এনে ঠাইত তাইক দেখিবলৈ

পাম কিয়? গিয়াচুদ্দিনে ক'লে, ইংৰাজীত এষাৰ কথা নাই জানো? 'যিটো কুকুৰ মাৰিব খোজা তাৰ বদনাম গোৱা।' তুমি ইংৰাজী জানা, কোৱাচোন ইংৰাজী বাক্যটো কি আছিল ? চফিয়ে লাহেকৈ ক'লে, এতিয়া মনত পৰা নাই। সি কেল্লাৰ পূৱ ফালৰ দুৱাৰৰ কাষৰ বাৰি চৌধুৰীৰ ঘৰটোলৈ চাইছিল। ঘৰটো বন্ধ। সি কি সতেনো মানুহজনৰ আগত থিয় হব তাকেই ভাবিছিল। গিয়াচুদ্দিনে ক'লে, চিৰাজুদ্দৌলাৰ নামত যথেষ্ট কুৎসা ৰটনা নকৰাহেঁতেন ইংৰাজ ৰাজত্বই হয়তো প্ৰতিষ্ঠা নহ'লহেঁতেন। তুমিতো এইখন চহৰতেই আছিলা। মন কৰিছাই ছাগে সেই কবৰখানাটোৰ বাদে তেওঁৰ আমোলৰ কোনো স্মৃতিয়েই ক'তো সংৰক্ষণ কৰা হোৱা নাই। অথচ মোতিঝিলত তেওঁৰ মহাক-মাহীয়েকৰ আটাইবোৰ স্মৃতি চিহ্ন আজিও আছে। ক'লৈ গ'ল সেই সুৰম্য প্ৰাসাদ? বৰ দুখ আৰু পৰিতাপৰ কথা, 'সিইয়াৰ-উল্-মুতাখশাৰিণ' বা 'মোজফ্ফৰ্নামাহ' কিতাপ দুখনৰ লেখক দুজন মুছলমান হ'লেও ইংৰাজৰ কৰ্মচাৰী। চাটুকাৰ আৰু স্বাৰ্থপৰ নহ'লে কোনোৱে দুৰ্ভগীয়া চিৰাজুদ্দৌলাৰ এনেদৰে কুৎসা ৰটনা কৰিব নোৱাৰে। মই নকওঁ যে মুছলমান শাসক মাত্ৰেই মহৎ, নিস্কলঙ্ক, বা হিন্দু শাসকবোৰো তেনেকুৱা। শাসকৰ গাতো মানুহৰ দোষ-গুণ থকাটো স্বাভাৱিক। আচলতে মন কৰিবলগীয়া কথাটো হৈছে এই যে শাসকজনৰ ঐতিহাসিক ভূমিকা কি আছিল। গিয়াচুদ্দিনে খঙেৰে ক'লে, সিহঁতে আমি ভাৰতীয়বোৰক ৰেলগাড়ী, ভাঁপ নাও আদি ৰঙীন পুতলা দি মোহাবিষ্ট কৰিছে। দৰাচলতে আমি বৰ মূৰ্খ।

এসময়ৰ ৰাজধানী চহৰখনৰ ফালে চাই চাই গিয়াচুদ্দিন উত্তেজিত হৈ পৰিছে বুলি চফিৰ ধাৰণা হ'ল। তাৰ কবলৈ মন গ'ল, মানুহে নিজৰ নিজৰ থিয় হৈ থকা ঠাইৰ পৰা আঁতৰিলেই তাত ঘাঁহ গজে। যিহেতু এইটোৱেই প্ৰকৃতিৰ নিয়ম, তেনেস্থলত তেওঁ উত্তেজিত হোৱাটো নিৰৰ্থক। মানুহৰ দ্বাৰা সৃষ্ট বস্তুৰ ধ্বংস অনিবাৰ্য আৰু সেই অভিমানী, ভূলুণ্ঠিত মানুহৰ ইজ্জতক প্ৰকৃতিয়ে নিজৰ চেনেহী হাতেৰে সাৰটি ধৰি আবুৰ ৰক্ষা কৰাৰ ভাও ধৰে। গতিকে পৰিতাপ কৰা বৃথা।..........

অলপ পিছত দুয়ো কেল্লাবাৰীৰ উত্তৰৰ বাটচৰা পালেগৈ। চফিয়ে ক'লে, আপুনি ভিতৰলৈ গৈ চুল্লু নামৰ মানুহজনৰ খবৰ কৰক। মই কথা পতাৰ দৰকাৰ নাই। সি আপোনাক দেৱান আব্দুল বাৰি চৌধুৰীৰ ওচৰলৈ লৈ যাব। আৰু যদিহে চুল্লুক লগ নাপায়, সৌ পহৰাদাৰবোৰক ক'লেই সিহঁতে আপোনাক চাচাজীৰ ঘৰটো দেখুৱাই দিব। তাত ৰহিম বক্স নামে এজন মানুহ আছে। সি আপোনাক চাচাজীক লগ কৰাই দিব।

গিয়াচুদ্দিনে খুব আচৰিত হৈ ক'লে, এইটো আকৌ কেনে কথা? তুমি যোৱা ক'লৈ?

এতিয়াই আহি আছোঁ। আপুনি চাচাজীক দেবনাৰায়ণদাৰ চিঠিখন দি কথা-বতৰা পাতক। আৰু তেওঁ যদি লালবাগত নাই তেনেহ'লে আপুনি নাৱলৈ গৈ মোৰ বাবে ঘাটত অপেক্ষা কৰিব। তেতিয়া দুয়োজনে কি কৰা হ'ব নহ'ব আলোচনা কৰিম।

গিয়াচুদ্দিনে স্তম্ভিত হৈ ক'লে, কি অদ্ভুত! সঁচাকৈয়ে ল'ৰাজন চেৰা বলিয়া। এখোজ দি আকৌ সৰুকৈ উচ্চাৰণ কৰিলে, ধূম পাগল!

চফিয়ে কণা ঘোঁৰাৰ দৰে খোজ পেলাইছিল। নহবতখানা পাৰ হৈ বাঁওফালৰ মহল্লাত সোমাই সি খোজ ঢিলাই দিলে। পিলখানাৰ ঘৰবোৰৰ অৱস্থা আগতকৈয়ো শোচনীয়। তেতিয়াও দিনৰ পোহৰ সামান্য আছে। ধূসৰ পোহৰ। আবেগ আৰু উৎকণ্ঠাত তাৰ বুকুখন দুৰ্‌দুৰকৈ কঁপিলে। এই মুহূৰ্ত্তত এষাৰি ইংৰাজী কথা মনত পৰিল, 'আউট অব্ চাইট্ আউট অব্ মাইণ্ড!' আৰু কোনখন কিতাপত জানো পঢ়িছিল, 'যাক ভালপোৱা তেওঁক চকুৰ আঁৰ হবলৈ নিদিবা।' বঙ্কিমচন্দ্ৰৰ কোনোবাখন কিতাপত নেকি?

সেই ঘৰ, সেই বেৰ, সেই মধুৰি-আমৰ গছ। কিন্তু এওঁলোক কোন?

চফি থমকি ৰ'ল। বাৰাণ্ডাৰ পৰা কোনোবাই সুধিলে, কৌন হো? চফিয়ে সৰুকৈ কাহ এটা মাৰি সুধিলে, কাল্লু আছেনে?

ফটা কম্বল এখন গাত মেৰিয়াই থকা বুঢ়া এজনে ঘৰৰ ভিতৰৰ পৰা ওলাই চোতালৰ পৰাই সুধিলে, বাবু, কাক বিচাৰিছে?

কাল্লুক। এইটো পিলখানাৰ চাতমাৰ কাল্লুৰ ঘৰ নহয় জানো?

বুঢ়াই ক'লে, এৰা। পিছে, আজি এবছৰমানেই হ'ল কিজানি, কাল্লু ৰৌশনি মহল্লালৈ গৈছে। এতিয়া থানাৰ চিপাহী হৈছে। আপুনি ৰৌশনি মহল্লালৈ গৈ তাতে কাৰোবাক সুধিলে ঘৰটো দেখুৱাই দিব। এতিয়া কাল্লু কোই মামুলি আদমি নেহি।

চফিয়ে আচৰিত হৈ সুধিলে, কাল্লুৱে চিপাহীৰ চাকৰি কৰিছে? জী-হাঁ, বাবুচাব! কাল্লুতো ছোটাদেৱানচাবকা পাছ নৌক্ৰি কৰতা থা। ছোটাদেৱানচাব দো বৰ্ছ আগে নৌকৰি ছোড় কৰ চলা গেয়া। কাল্লুকো উন্‌হি পুলিচকা নৌক্ৰি মিলা দিয়া। পিছে, আপুনি ক'ৰ পৰা আহিছে?

চফিয়ে একো নকৈ উভতি গ'ল। শীতকালৰ সন্ধিয়াটো নিজম। বজাৰ এলেকাত এতিয়া নিৰৱতা। ঠাণ্ডাত কুচি-মুচি হৈ সন্ধিয়াৰ সেই অনুজ্জ্বল পোহৰত ৰাষ্টাৰে গৈ থকা বাটৰুৱা এজনৰ গাৰ কাষেৰেই ঘোঁৰাগাড়ী এখন পাৰ হৈ গ'ল। কচোৱানজনে তাক কিবা ভোৰভোৰাই গ'ল। ৰৌশনি মহল্লাত চফিয়ে পান্না পেছোৱাৰিৰ ঘৰটো চিনি পালে। ঘৰটোৰ সম্মুখৰ ওখ চোতালখন মুকলি। ঘৰৰ ভিতৰত লেমৰ পোহৰত কোনোবা কেইজনমানে তাচ খেলিছে। পদুলিমুখত কেইমুহূৰ্ত্তমানৰ কাৰণে থিয় দি চফিয়ে এটি পুৰণি বাস্তৱতাক অনুভৱ কৰিবলৈ চেষ্টা কৰিলে। ঠিক ইয়াতেই এদিন এজন হত্যাকাৰীৰ জন্ম হৈছিল। বাস্তৱতাটো ৰক্তাক্ত আৰু শক্তিশালী। চফি চঁক্ খাই উঠিল। হাতত লেম এটা লৈ কাষৰ ঘৰৰ দুৱাৰমুখৰ পৰা কোনোবাই তাক প্ৰশ্ন কৰিলে, কৌন হুৱা খাড়া হ্যায় জী? এজনী বুঢ়ী। অস্থিচৰ্মসাৰ, চফিয়ে সুধিলে, কাল্লু চিপাহীৰ ঘৰ কোনটো? বুঢ়ীয়ে আগুৱাই আহি ক'লে, উ দেখিয়ে। উও পেড়—দেহড়ি, হাঁ—ওহি কাল্লু চিপাহী কা ঘৰ।

ঘৰটোৰ সম্মুখলৈ গৈ চফিয়ে দেখিলে যে কাল্লুৰ অৱস্থা ভাল হৈছে। চোতালত

কিবা গছ এজোপা। দুৱাৰ খোলা। পাটৰ পৰ্দা ওলমিছে। নবাবী হাতীৰ চাতমাৰ কাল্লু পাঠান এতিয়া মিঞা চাহাব। চফিয়ে লাহেকৈ মাতিলে, কাল্লু! কাল্লু!

পাতল আন্ধাৰত খোজৰ শব্দ শুনা গ'ল। তাৰ পিছত পৰ্দাৰ ফাঁকেৰে সৰু মুখৰ কোনোবাই ভুমুকি মাৰিলে। তেনেতে ভিতৰৰ পৰা কোনোবাই সুধিলে, কৌন ৰি? বোল দে সিপাহিসাব ডিবটিমে হ্যায়। থানেমে যানে বোল দে।

সেয়া কাৰ কণ্ঠ? চফিয়ে তাৰ মাতটো ডাঙৰ আৰু স্পষ্ট কৰি ক'লে, মই চফিউজ্জামান। সি চিতাৰাৰ নাম উচ্চাৰণ কৰিব নোৱাৰিলে। তাৰ মাতটো কঁপিছে।

পৰ্দাৰ ভিতৰৰ পৰা সুধিলে, কৌন? চফি! চফিউজ্জামান। পৰ্দা আঁতৰিল। লেমৰ পোহৰত এখনি মুখ, ডিঙি, বুকুত এটি শিশু—প্ৰশান্ত, কিন্তু নিৰ্লিপ্ত এগৰাকী নাৰীৰ মুখ। তাৰ পিছত নিৰৱতা। তুম-আপ্ তাৰ পিছত আপুনি বুলি কৈ ৰৈ গ'ল।

চফিয়ে সুধিলে, মোক চিনিব পৰা নাই, চিতাৰা? মই চফি।

এইবাৰ চিপাহী-পত্নীয়ে মৃদু হাঁহিলে। তাজ্জৱ। তুমি এয়া কি ভেশ লৈছা? একদম বাঙালীবাবু যে? ধূতি-উটি, চাৰ্ট-উট পিন্ধকাৰ—কি হৈছে তোমাৰ? হায় খোদা! তোমাক চিনি পোৱা কাৰ সাধ্য আছে? আও, আও। অন্দৰ্ আও।

পাটৰ পৰ্দাখন হাতেৰে একাষে ঠেলি দি চফিয়ে ঘৰৰ ভিতৰত খোজ পেলালে। লগে লগে দ্ৰুতভাৱে চকু ঘূৰাই বাওঁফালে দেখিলে চালি ঘৰৰ এটা গোহালিত গৰু ছাগলী, হাঁহ মূৰ্গীৰ গড়াল, গাধোৱা ঘৰ আৰু পাইখানা। এজোপা লহপহীয়া লাওগছ, পূবৰে শাকৰ হেঁদালি। বাৰাণ্ডাত দুখন চকী। চকীদুখন পুৰণি আৰু জীৰ্ণ হলেও অভিজাত। এসময়ত চকী দুখনত মখমলৰ কাপোৰ লগোৱা হৈছিল। মখমল ক্ষয় গৈছে। ফটা অংশবোৰ চিলাই কৰা হৈছে। চিতাৰাই তাক তাৰে এখনত বহিবলৈ ক'লে। চিতাৰাৰ আগৰ সেই দেহ কান্তি ক'ত? চকুত কাজল আছে। কিন্তু ক'ত সেই তিৰ্‌বিৰ্ চকুৰ চাৱনি? ডিঙিৰ হাড় বিৰিঙিছে। চফিয়ে চকী এখনত বহিল। তৎক্ষণাত অনুমান কৰিব পাৰিলে কাল্লুৱে এইবোৰ কেল্লাবাৰীৰ পৰা সৰকাইছে। ঘৰ দুটা। এটা খোলা। ঘৰৰ ভিতৰলৈ চাই চফি আৰু আচৰিত হ'ল। ইটো-সিটো ভালেমান কেল্লাবাৰীৰ পৰা অনা বস্তু। এখন প্ৰকাণ্ড পালেং। গাদীৰ ওপৰত ফুলাম বিছনা চাদৰ আৰু তাকিয়া। চফিয়ে মন কৰিলে এজনী তিনি বছৰীয়া চেলোৱাৰ কামিজ পিন্ধা ছোৱালীৰ মুখৰ চেহেৰা চিতাৰাৰ অতীত ঐশ্বৰ্য প্ৰতিফলিত হৈছে। তাই মজিয়াত ভৰি মেলি বহিলত চিতাৰাই তাইৰ উৰুৰ ওপৰত টোপনি যোৱা কেঁচুৱাটো তুলি দিলে। তাৰ পিছত চিতাৰাই এটা সুদৃশ্য ঝাড়লণ্ঠন জ্বলালে। এইটোও কেল্লাবাৰীৰ পৰা আত্মসাৎ কৰাই হ'ব, চফিয়ে ভাবিলে। লেমটো বাৰাণ্ডালৈ আনি চিতাৰাই শান্ত আৰু স্থিৰ হৈ থিয় দিলে। চফিয়ে তাইৰ ফালে একেথৰে চাই থাকিল। নীলা কামিজ আৰু বগা চেলোৱাৰ। বগা উৰ্ণিৰে মূৰ আৰু বুকু ঢাকি লৈছে। দুহাতত ভালেকেইপাত সোণৰ খাৰু। নাকত ডাঙৰ নাকফুলিটো তিৰ্‌বিৰাইছে। কাণত এযোৰ শকত কাণফুলি। সেইজনী চিতাৰাই! অথচ সেইজনী চিতাৰা নহয়। শান্ত, উদাসীন, নিৰ্লিপ্ত। হঠাতে এটা হুমুনিয়াহ কাঢ়ি তাই ক'লে, চাহ খোৱা, পিছত কথাবতৰা পাতিম।

এদিন এনে এক সন্ধিয়া পৰত চিতাৰাই তাক চাহ খুৱাইছিল। কিন্তু সেইজনী

চিতাৰা নহয়। চফিয়ে ক'লে, চাহ্ নাখাওঁ। বহা তুমি। চিতাৰাই ঈষৎ হাঁহিলে। ...........তুমি মেহমান। চাহ্ খোৱা, নাস্তা-টাস্তা খোৱা। তাৰ পিছত কথা পাতিম।

নাই।

চিতাৰাই তালৈ চালে। লাহেকৈ সুধিলে, কিয়? বুজিলোঁ, মোক আজিলৈকে তোমাৰ ভাল নালাগিল। ঠিক আছে।

হঁহাৰ চেষ্টা কৰি চফিয়ে ক'লে, চিতাৰা! তোমাৰ বাবেই পান্না পেছোৱাৰিক—

জানোঁ। চব জানোঁ। তুমি মোৰ ইজ্জত বচাওতা। মই একোৰেই পাহৰা নাই। ভবিষ্যতেও নাপাহৰিম।

চফি মনে মনে থাকিল। চিতাৰাও নিৰৱ। অলপ পিছত চফিয়ে মূৰ তুলি এটা পাতল হাঁহি মাৰি ক'লে, এদিন তুমি কৈছিলা 'পূৰা জোৱান' হৈ তোমাৰ ওচৰলৈ আহিবলৈ। মনত পৰেনে? কিয় কৈছিলা, চিতাৰা?

চিতাৰাই নাহাঁহিলে। নিৰ্বিকাৰ কণ্ঠে ক'লে, এৰা। তুমি আজি চফল ডেকা হৈছা। চেহেৰাটো দেখিবলৈ পান্না পেছোৱাৰিৰ দৰেই হৈছে। কিন্তু তুমি যে বাঙালীবাবু হ'লা, তাৰ কাৰণ কি? তুমি চৈয়দজাদা। পীৰচাহাবৰ খান্‌দান। কিয় তুমি—

বাধা দি চফিয়ে সুধিলে, তুমি খীনাইছা কিয়?

চিতাৰাই তাৰ প্ৰশ্নৰ উত্তৰ নিদিলে। ক'লে, সৰু দেৱানচাহাবে চাকৰি এৰি গুছি হৈছে। তুমি কাৰ ঘৰত উঠিছা?

চফিয়ে প্ৰশ্নটো এৰাই গ'ল। সুধিলে, বিড্ডুৰ খবৰ কি?

বিড্ডু কলিকতালৈ গৈছে। তাতে চাকৰি-বাকৰি কৰে।

চফিয়ে ক'লে, কাল্লু ভাইৰ লগত দেখা-দেখি নহ'ল!

চিতাৰাই ব্যস্ত হৈ ক'লে, অলপ পৰ বহা, মই খবৰ পঠাই আছোঁ। মোৰ বোধেৰে থানাতেই আছে। তোমাৰ কথা মুন্নীৰ দেউতাকে সদায় কয়।

মুন্নী কোন?

চিতাৰাই ঘৰৰ ভিতৰৰ সৰু ছোৱালীজনীক দেখুৱালে। উও মুন্নী। উসকি বাদ একঠো লড়কা আয়া। বদনসিব। এক মাহিনা জিন্দা থা। উস্‌কা বাদ উও লড়কী। তিন মাহিনা উমৰ। চিতাৰাই হাঁহিলে—আত্মস্থ, জননীৰ হাঁহি। তাৰ পিছত ক'লে, চিপাহীজীয়ে মাতে 'তিন্নি' বুলি আৰু মই মাতো 'জানি' বুলি। কিয়নো আমাৰ খান্‌দানত 'জানি' বেগম বুলি এগৰাকী আছিল। ইংৰাজৰ লগত যুদ্ধ কৰিছিল।

চফিয়ে ক'লে, যাওঁ চিতাৰা!

চফি থিয় হোৱা দেখি চিতাৰাই ক'লে, তুমি—তুম এক আজিব আদমি চফিচাব! জেৰাসে ঠহৰ যাও—চিপাহীজীকো বোলাতি! তোমাৰ খবৰ পালে নিশ্চয় দৌৰি আহিব। এক মিনিট।

চফিয়ে ক'লে, পিছত লগ পাম।

সি বেগাই চোতাললৈ নামি গ'ল। চৌহদৰ পৰা ওলাই যোৱাৰ আগমুহূৰ্ত্তত এবাৰ ঘূৰি চাই এপলক দেখিলে, স্থিৰ আৰু ঋজু নাৰী মূৰ্ত্তিটো থিয় হৈ আছে—যেন এজোপা বৃক্ষ। শীৰ্ণ, ফলৱতী অথচ লাৱণ্যময়ী। সেয়ে তাইক ভাল পোৱাৰ বাসনা

জাগে। 'Even as a tree, Phoebus loved her...........'

জলদেৱী দাফনিক তাইৰ প্ৰেমিক দেৱতাই বৃক্ষৰূপিনী দেখিও প্ৰেম ত্যাগ কৰিব পৰা নাছিল।

'দিনকা মোহিনী ৰাতকা বাঘিনী
পলক পলক লোহু চোষে............'

সেইবাৰ মাঘোৎসৱত ব্ৰহ্মপুৰ আশ্ৰমত মানুহৰ খুব সমাগম হৈছিল। আশ্ৰমখন আৰু এই নতুন গাওঁখন এখন আহল-বহল পথাৰৰ উত্তৰে এডোখৰ ওখ ঠাইত অৱস্থিত। আশ্ৰম, কাচাৰীঘৰ, স্কুলঘৰ আৰু আশ্ৰমবাসীসকলৰ থকা ঘৰৰ পিছফালে এখন বহল মুকলি পথাৰত ডাঙৰকৈ ৰভা দি সভা পতা হয়। জিলাৰ সম্ভ্ৰান্ত ভদ্ৰলোকবোৰেই অকল নহয়, মুছলমান মিঞা সকলো আহিছিল। হালোৱা হজুৱাবোৰেও হুজুগতে আহি ভীৰ কৰিছিল। কেবাজন জমিদাৰো আহিছিল। তেওঁলোকৰ লগত অহা পাইকবোৰে লাঠি লৈ ভীৰ নিয়ন্ত্ৰণ কৰিছিল। আগদিনাখন সদৰৰ পৰা এদল বন্দুকধাৰী পুলিচ আহি শিবিৰ পাতি খবৰদাৰি আৰম্ভ কৰে। চোৰাংচোৱা বহুত আছিল ছাগে। স্বেচ্ছাসেৱক বাহিনীৰ দায়িত্ব দেবনাৰায়ণদাই মোক দিব খুজিছিল। নেতৃত্ব দিয়াৰ যোগ্যতা মোৰ নাই। মোৰ এই কথা শুনি ক্ষুব্ধ দেৱনাৰায়ণদাই হৃদয়নাথ শাস্ত্ৰীৰ মাজু পুতেক অজয়ক এই দায়িত্বটো দিয়ে। শিৱনাথ শাস্ত্ৰী মহোদয়ক দেখি নিৰাশ হৈছিলোঁ। মজলীয়া গঢ়ৰ মানুহজনৰ মুখত দাড়ি। একো বৈশিষ্ট্য নথকা চেহেৰা। এই হাজাৰ হাজাৰ মানুহক তেওঁনো আৰু কি শুনাব? আবেলি বেদমন্ত্ৰ আবৃত্তি আৰু ব্ৰহ্মসঙ্গীতৰ পিছত সভাত বক্তৃতা আৰম্ভ হ'ল। খুব হাই-উৰুমি। শিৱনাথ শাস্ত্ৰী মঞ্চত উঠিল। এখন হাত বৰাভয় মুদ্ৰাত ওপৰলৈ দাঙি কেই মুহূৰ্ত্তমান স্থিৰ হৈ থিয় দি থাকিল। তাৰ পিছত এনে লাগিল, যেন মেঘৰ গাজনিহে শুনিলোঁ, ভাইসকল! ভনীসকল! মুহূৰ্ত্ততে সভাস্থলীত কাঁহ পৰি জিন যোৱা অৱস্থা। এই সভাস্থলীৰ এমূৰত থিয় হৈ একান্ত মনে বক্তৃতা শুনি আছিলোঁ। হুবহু মোৰ দেউতাৰ কণ্ঠস্বৰ। সেই জুইৰ দপ্‌দপনি, সেই বজ্ৰধ্বনি, সেই ঐশী বাণীৰ ঘোষণা! সুললিত আৰ্বি শ্লোকবোৰৰ দৰেই মুহূৰ্ত্তে মুহূৰ্ত্তে বৈদিক স্তোত্ৰ আবৃত্তি। তন্ময় হৈ শুনি আছিলোঁ। সূৰ্য্য দিগন্তত ঢলি পৰিছে; বিৰামহীন বাক্যৰ সোঁত যেন বান্ধ ভঙা বানৰ কল্লোল—নাই উপমাটো ঠিক নহ'ল, বান ধ্বংসৰ সোঁত, কিন্তু এয়া সৃজন প্ৰবাহহে। মুছলমানসকলক উদ্দেশ্য কৰি ক'লে, মুছলমান ভাইসকল! পৱিত্ৰ কোৰাণ পুথিত আছে, পৰম স্ৰষ্টাই ক্কু-উ-ন—এই ধ্বনি উচ্চাৰণ কৰিলে। ইয়াৰ অৰ্থ হৈছে ঃ হওক। আৰু ব্ৰহ্মাণ্ডৰ সৃষ্টি হ'ল। আকৌ আমাৰ আৰ্য শাস্ত্ৰত আছে, সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই উচ্চাৰণ কৰিলে—ওঁ—এই নাদব্ৰহ্মই সমগ্ৰ সৃষ্টিৰ মূলাধাৰ। কান্ধত কাৰোবাৰ হাতৰ স্পৰ্শ পাই ঘূৰি চাই দেখোঁ হাজাৰিলাল। কাণে কাণে ক'লে, আহা। সভা শেষ হয় মানে ৰাতি হ'ব। সৌ চোৱা বিলাতী লাইটবোৰ জ্বলাব ধৰিছে। তেওঁৰ পিছে পিছে গলোঁ। আশ্ৰমৰ এলেকাত সোমাই হৰিবাবুৱে ক'লে, ৰত্নময়ী আহিছে। গোবিন্দদাই তেওঁৰ কথা ৰাখিছে। ব'লা, তাই তোমাৰ লগত চিনাকি হবলৈ খুব ইচ্ছা কৰিছে। কিয়নো

তোমাৰ দেউতাৰাৰ লগত তাইৰ পৰিচয় হৈছিল। সেইবোৰ কথাতো তুমি গম পাইছাই। তেওঁক ক'ত ৰাখিছে? হৰিবাবুৱে উত্তৰ নিদিলে। মন্দিৰৰ পিছফালে গৈ দেখো স্বাধীনবালা থিয় দি আছে। বিৰক্ত হৈ ক'লে, ইমান পলম কৰিলা কিয়? সভা শেষ হ'লেই মা নাহিব জানো? হৰিবাবুৱে হাঁহিলে মাথোন। মই ক'লোঁ, সভা ৰাতিলৈকে চলিব। স্বাধীনে ক'লে, মই সভালৈ যাওঁ। তাই গুছি গ'ল।

সুনয়নীৰ পঁজাৰ বাৰাণ্ডাৰ খুটাত ধৰি স্বাধীনবালাৰ সমবয়সী ছোৱালী এজনী থিয় দি আছিল। ওখ, লাহি ছোৱালী। কান্ধত খোপাটো ওলমি পৰিছে। গাৰ বৰণ শেঁতা বগা। হৰিবাবুৱে ক'লে, ৰত্ন! এইজনেই তোমাৰ পীৰবাবাৰ ল'ৰা চফি!

ৰত্নময়ীয়ে স্পষ্টকৈ উচ্চাৰণ কৰি ক'লে, আস্সালামু আলাইকুম। মই স্তম্ভিত হলোঁ। হৰিবাবুৱে হাঁহি হাঁহি ক'লে, ৰত্ন পূৰ্বজন্মত মুছলমান আছিল। সি যি কি নহওক, তোমালোক দুয়োৱে এতিয়া কথা পাতা। সভা উপলক্ষে চোৰাংচোৱাৰ ঘিট্ঘিট্নিৰ সম্ভৱনা বেছি। মই সভাৰ ভীৰৰ মাজত মিলি থকাই ভাল। ৰত্ন, তই গোবিন্দদাক মোৰ কেশৱপল্লীৰ পঁজালৈ তোক গোপনে লৈ যাবলৈ কবি। মোৰ অলপ কথা আছে।

হৰিবাবু কোবাকুবিকৈ গুছি গ'ল। ৰত্নময়ীয়ে বাৰাণ্ডাৰ পৰা নামি জবাফুলৰ জোপোহাটোৰ কাষত থিয় হ'ল। তাইৰ গাত বুটা-বচা কাশ্মিৰী আলোৱান। খোপাটো সুলকি পৰিছিল। লাহেকৈ খোপাটো বান্ধি মোৰ ফালে চালে। কোটৰগত এহালি উজ্জ্বল চকু। ঈষৎ জোঙা নাক। হৰিবাবুৰ লগত চেহেৰাৰ মুঠেই মিল নাই। সুধিলে, তেনেহ'লে আপুনি সঁচাকৈয়ে হিন্দু হৈছে নেকি?

পাতল হাঁহি মাৰি ক'লোঁ, মই ধৰ্ম নামানো। নাস্তিক।

তাই মোৰ ফালে খুব আচৰিত ধৰণে চাইছিল। তাইৰ দৃষ্টিয়ে যেন মোৰ শৰীৰটো আঁচুৰিছিলহে। এটা অস্বাভাৱিক দৃষ্টি। অস্বাভাৱিক ভঙ্গিতেই ক'লে, আপোনাৰ দেউতাকে মোৰ দেহৰ পৰা জিনটো গুচাব পৰা নাই। মাজে মাজে সি মোক খুব আমনি দিয়ে। ময়ো নেৰো।

মই ক'লোঁ, আপোনাৰ আৰ্বি উচ্চাৰণ শুনি ধাৰণা হৈছে, আপুনি আৰ্বি ভালদৰে জানে। ক'ত শিকিলে বাৰু?

ৰত্নময়ীয়ে হাঁহিলে। মোৰ প্ৰিয় জিনটোৰ ওচৰত। তাক চাব খোজে যদি কৃষ্ণপুৰলৈ যাব। আপোনালৈ দাওৱাত (নিমন্ত্ৰণ) থাকিল। মন কৰিলে আপুনি মোৰ লগতো যাব পাৰে। মোৰ দেউতা আপোনাৰ দেউতাকৰ খুব ভক্ত।

একে উশাহতে কথাখিনি কৈ, এক মুহূৰ্ত্ত ৰৈ হুমুনিয়াহ কাঢ়ি ক'লে, বাট হি ইজ এ টিৰেন্ট। দা চাতান হিমচেল্ফ্। আই হেট হিম। পুনৰ স্তম্ভিত হৈ সুধিলোঁ, কিয়?

হি হেজ কিল্ড মাই মাদাৰ। হি লিভ্চ্ উইথ্ কনুকুবাইন—ইউ নো, এ বাইজি! তাইৰ আচৰণত অপ্ৰকৃতিস্থতা বাঢ়ি যোৱা দেখি কলোঁ, আপুনি ইংৰাজীও শুৱলাকৈ ক'ব পাৰে।

আই ৱজ্ টট্ ইংলিচ বাই এন্ ইউৰেছিয়ান গভৰ্ণেচ্। হাৰ নেম ৱজ কেটি—কেটি উড্বাৰ্ণ। ৰত্নময়ীয়ে প্ৰায় চিঞৰি উঠিল, ডু ইউ নো হোৱাই ছি হেড্ লেফ্ট্ দা জব?

দা ব্ৰুট জমিন্দাৰ ব্লান্চ্ এটেমটেড্ টু ৰেপ্ দা লেডি! আই হেট্ হিম্, আই হেট্ হিম্! ৰত্নময়ীয়ে সশব্দে থুৱালে।

প্লিজ—

ৰত্নময়ীয়ে চালে। পিছমুহূৰ্ত্ততে হাঁহিলে।.........মই আৰ্বি ভাষাত দেউতাক গালি পাৰিছিলোঁ। এইবোৰ কথাই কৈছিলোঁ। আপোনাৰ দেউতাকেও এইবোৰ শুনিছিল। আৰ্বি ভাষাত উপদেশ দিছিল যে জন্মদাতা পিতৃৰ খাতাহ (ভুল) ধৰি থাকিব নালাগে। তেখেতৰ লগত মোৰ তৰ্ক হৈছিল। যিয়ে মোক গৰ্ভত ধাৰণ কৰিলে, তেওঁৰ জানো কোনো মূল্য নাই? জানেনে? সেয়া যে কেনে তৰ্ক!

ময়ো হাঁহি হাঁহি ক'লোঁ, আৰু মানুহবোৰে ছাগে ভাবিলে আপোনাৰ জিনটো—

বাধা দি ৰত্নময়ীয়ে ক'লে, জিনটো আছে। তাক মই দেখা পাওঁ। তাৰ লগত কথা পাতোঁ। এয়া দেখিছেনে, মই কিমান ধুনীয়াকৈ সাজি-কাছি আছোঁ, নহয়নে বাৰু? তাৰ লগত যিকোনো মুহূৰ্ত্ততে দেখা-দেখি হ'ব পাৰে বুলিয়েই! সি বিচাৰে মই সাজি-কাছি ধুনীয়াজনী হৈ থকাটো। মই সেই নাৰী—'দিনকা মোহিনী ৰাতকা বাঘিনী। পলক পলক লোহু চোষে।' কিবা বুজিলেনে বাৰু?

হুঁ।

ফাহিম আইয়ু সা'ইন?

চৰি। মই আৰ্বি নাজানোঁ।

ৰত্নময়ীয়ে ভেঙুচালি কৰি ক'লে, মই সুধিছোঁ, আপুনি কি বুজিলে? মুছলমান পীৰৰ ল'ৰা! কয় আৰ্বি নাজানোঁ!

গহীন হৈ ক'লোঁ, বুজিলোঁ যে আপুনি ৰাতি হ'লে বাঘিনী হৈ জিনটোৰ তেজ শুহি খায়। কিন্তু বেচেৰা জিনটো যে ৰক্তহীন হৈ মৰি যাব!

ডোন্ট জোক উইথ মি।

বিব্ৰত বোধ কৰি ক'লোঁ, চৰি মেডাম! তাৰ পিছত ঘনাই ইফালে সিফালে চালোঁ। হৰিবাবু আৰু স্বাধীনে মোক এনেদৰে এজনী বলিয়া জমিদাৰ কন্যাৰ লগত এৰি থৈ পলাল। এইজনীক মই এতিয়া চম্ভালোঁ কেনেকৈ? সন্ধিয়াৰ আন্ধাৰ গভীৰ হৈ আহিছে। গাত আলোৱান নাই। খুব ঠাণ্ডা লাগিছে। উত্তৰ পিনৰ সভাস্থলীৰ পৰা এতিয়া সমবেত সঙ্গীতৰ ধ্বনি ভাঁহি আহিছে।

এনেতে স্বাধীনবালাই আহি মোক ৰক্ষা কৰিলে। ক'লে, মা ব্ৰহ্মৰসত একেবাৰে ডুবি আছে। চকুৰে আনন্দাশ্ৰু বাগৰিব লাগিছে। পিছে মই আকৌ ভাবিলোঁ, ঘৰত আন্ধাৰেই হ'ল—বাইদেৱে দিয়াচলাইটো বিচাৰি পাব জানো?

তাই ঘৰৰ ভিতৰ সোমাই লেম জ্বলালে। মাতিলে, বাইদেউ, ঠাণ্ডা লাগিব। ভিতৰলৈকে আহক। চফিদা, আহা, ভিতৰলৈ আহা।

ৰত্নময়ীক ক'লোঁ, বলক। খুব ঠাণ্ডা লাগিছে।

কিন্তু ৰত্নময়ী থিয় হৈ থাকিল। স্বাধীনে আহি ৰত্নময়ীক হাতত ধৰি ভিতৰলৈ নিলে। মই ক'লোঁ, যাওঁ খুকু!

স্বাধীনে ক'লে, উস্ আহাচোন। তোমাৰ ইমান লৰালৰি কেলেই?

গাত চাদৰ-তাদৰ একো নাই, দেখা নাই জানো? ঠাণ্ডা লাগিছে।

স্বাধীনে তাইৰ গাৰ ডাঠ কপাহী চাদৰখন মোলৈ দলিয়াই দি ক'লে, হোঁ লোৱা, এইখনেই গাত লোৱা।

চাদৰত নাৰীৰ ঘ্ৰাণ! মোৰ এয়া কি বোধশক্তি—পঞ্চইন্দ্ৰিয় কিয় বাৰু ইমান প্ৰখৰ? অস্বস্তি, অথচ এক মোহাবিষ্ট অৱস্থা—মই আক্ৰান্ত। এই আচ্ছাদনে যেন প্ৰতি পলে পলে মোৰ দেহৰ তেজ শুহিব লাগিছে! ঘৰৰ ভিতৰলৈ নগলোঁ। দুৱাৰমুখত মাটিতেই বহিলোঁ। জোতাযোৰ চোতালতে খুলি থৈ আহিছোঁ। স্বাধীনে সুধিলে, তাত বহিছা কেলেই? এই মূঢ়াটোতে বহা। মই ক'লোঁ, হ'ব। মই বনৰীয়া স্বভাৱৰ মানুহ।

ৰত্নময়ীয়ে বিছনাত বহি ভৰি নচুৱাই নচুৱাই মোৰ ফালে চাইছিল। স্বাধীনে মোক কিবা ক'বলৈ ওলাওঁতেই ৰত্নময়ীয়ে ক'লে, তেওঁক মই খুব ভয় খুৱালোঁ। তাই খিল্‌খিলাই হাঁহিব ধৰিলে।

স্বাধীনে ধেমালি কৰি ক'লে, চফিদাক ভয় খুৱাইছে! তেওঁ কোন আপুনি জানেনে? দুৰ্দান্ত বাঘ!

ৰত্নময়ী হঠাতে মূৰ্ছা গৈ বিছনাত বাগৰি পৰিল। ...............

## বিশ

> We are the bird's eggs, flowers, butterflies......
> We are leaves of ivy and sprigs of wallflower.
> ........lilies and roses and peach, we are air.
> We are flame............we are woman and
> Nature. And he says he cannot hear us speak.
> But we speak.
>
> —Woman and Nature— Susan Griffin.

কোন আপুনি?

মানুহ।

কি মানুহ?

পুৰুষ।

জাতি?

মানুহ।

ধৰ্ম?

মানুহত্ব।

দেশ?

পৃথিৱী।

স্বাধীনবালাই মূৰ্ছিত ৰত্নময়ীক সুস্থ কৰিবলৈ চেষ্টা কৰি থাকোতে ৰত্নময়ীয়ে উঠি বহে আৰু মোৰ ফালে জুই যেন চাৱনিৰে চাই এই প্ৰশ্নবোৰ কৰে আৰু মই তেনেদৰে উত্তৰবোৰ দিওঁ। এনে লাগিল যেন দুয়োজনে কিবা এটা খেলাহে খেলিলোঁ। স্বাধীনে মুখ টিপি হাঁহিছিল। ৰত্নময়ীৰ শেষৰ প্ৰশ্নটো আছিল ঃ পৃথিৱী এটি আৱৰ্ত্তনশীল গ্ৰহ আৰু মানুহ দ্বিপদ প্ৰাণী মাথোন। বোধহয় জিনটোৱেই তাইৰ মুখেৰে কথাবোৰ সুধিছিল। স্পষ্টকৈ মনত আছে, ধৰ্ম কি বুলি সোধাত মই মনুষ্যত্ব বুলি নকৈ 'মানুহত্ব' বুলিছিলোঁ। দুয়োটাৰ পাৰ্থক্য আছে।

গিয়াচপণ্ডিতে হোমিওপেথি চিকিৎসা কৰে। তেওঁ গোবিন্দৰাম সিংহক ৰত্নময়ীৰ চিকিৎসাৰ ব্যৱস্থা কৰিবলৈ উপদেশ দিলে। ক'লে, এইটো ৰোগৰ নাম হিষ্টিৰিয়া। হোমিওপেথিত এই ৰোগৰ উৎকৃষ্ট দৰৱ হৈছে ইগনেছিয়া। শুনিলোঁ, গিয়াচপণ্ডিতে

হেনো কেইপালিমান দৰৱো দিছে। গোবিন্দৰামে ৰত্নময়ীক লৈ কৃষ্ণপুৰলৈ উভতি যোৱাৰ পিছত এদিন গিয়াচপণ্ডিতে আশ্রমৰ এখন সভাত কথা প্ৰসঙ্গত ক'লে, পুৰুষ শাসিত সমাজত তিৰোতাবোৰে অশেষ দুখ-যাতনা ওঁঠ কামুৰি সহিবলগীয়া হয় আৰু ইয়াৰ পৰিণাম স্বৰূপে সেইবোৰে মানসিক বৈকল্যৰ সৃষ্টি কৰে। সেই সভাতেই দেবনাৰায়ণদাই হঠাতেই এটা প্ৰস্তাৱ দাঙি ধৰিলে। মই বাক্‌ৰহিত আৰু ক্ৰুদ্ধ হৈ গুছি আহিলোঁ। গিয়াচুদ্দিনৰ ছোৱালী ৰেহেনাৰ লগত মোৰ বিয়াৰ প্ৰস্তাৱ!

কেইদিনমান পিছত দেবনাৰায়ণদাই ব্ৰহ্মপুৰত এখন হাট পাতিলে। লাহে লাহে দুই এখন স্থায়ী দোকানো বহিবলৈ ধৰিলে। নামমাত্ৰ চালামি আৰু বাৰ্ষিক খাজনাৰ বিনিময়ত দেবনাৰায়ণদাই মাটিৰ বন্দোবস্তি দিবলৈ আগ্ৰহী আছিল। আৰ্থিক সমস্যাই যে ক্ৰমান্বয়ে তেওঁৰ ধৰ্ম প্ৰচাৰৰ কামকাজবোৰ কঠিন কৰি তুলিছে মই বুজিব পাৰিছিলোঁ। তেওঁৰ কল্পিত স্বৰ্গৰাজ্যত এনেদৰেই নাৰকীয় সংক্ৰমন হৈছিল। ব্ৰাহ্ম বালক-বালিকাসকলৰ বাবে দুখন সুকীয়া স্কুল। সেই দুখনত অব্ৰাহ্ম ছাত্ৰ-ছাত্ৰীবোৰ ভৰ্তি হবলৈ ধৰিলে। যিডোখৰ মুকলি ঠাইত শিৱনাথ শাস্ত্ৰীয়ে বক্তৃতা দিছিল, এবছৰ পিছত তাত মানুহৰ বসতি হয়। উচ্চ বৰ্ণীয় হিন্দুসকলৰ দপ্‌দপনি চৰিবলৈ ধৰিলে। তাত দেৱ-দেৱীৰ পূজাৰ আৰম্ভ হয়। কিন্তু আশ্ৰমখন দেবনাৰায়ণদাই কঠোৰ হাতেৰে ৰক্ষা কৰিছে। তেওঁৰ মৰমৰ আবাদ অঞ্চল নিজৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ গুছি গৈছে। দুৰ্দ্ধৰ্ষ বেঁকা চৰ্দাৰে বিজয়পল্লীত চ'ত মাহৰ সংক্ৰান্তিত শিৱ পূজা পাতে। হাস্য কৌতুককাৰী দলৰ অভিনয় চাবলৈ মানুহৰ খুব ভীৰ হৈছিল। ক্ৰুদ্ধ দেবনাৰায়ণদাই পাইক পঠাইছিল। কাজিয়া লগাৰেই উপক্ৰম হৈছিল। ব্ৰহ্মপুৰৰ সম্ভ্ৰান্ত মানুহখিনিয়ে কোনোমতে পৰিস্থিতি নিয়ন্ত্ৰণ কৰে। তাৰ পিছতেই ব্ৰহ্মপুৰত এটা পুলিচ চকী বহে।

আদিবাসীসকলেও নিজ ধৰ্ম পালন কৰিছিল। কুকুৰা বলি দিছিল। মাজে সময়ে সিহঁতৰ লগত বেঁকাৰ দলৰ মানুহৰ কাজিয়া হৈছিল। ধনু, কাড়, যাঠি হাতত লৈ দুৰ্ভেদ্য গড়ৰ দৰে থিয় দিছিল। দুই এজন মৰামৰিও হৈছিল। এনেদৰে আবাদ অঞ্চলত অশান্তি ক্ৰমান্বয়ে বাঢ়িছিল। তথাপি দেৱনাৰায়ণদাই তেওঁৰ স্বৰ্গৰাজ্য স্থাপনত বিশ্বাস হেৰুৱাই পেলোৱা নাছিল। তাঁতৰ কাৰখানা, তাল পাত আৰু মাদুৰী বনেৰে ঢাৰি সজা, সমবায় সমিতি—এইবোৰ কামত উঠি পৰি লাগিছিল। ষ্টেন্‌লিৰ নুৰপুৰৰ ৰেছম ফেক্টৰীটো কোনোবা হিন্দু জমিদাৰে কিনিছিল। চলাব পৰা নাই। তাৰ পৰা জাকে জাকে হিন্দু তাঁতী আৰু মুছলমান জোলাবোৰ আহি ব্ৰহ্মপুৰত ভৰি পৰিছিল। প্ৰায় এশখন তাঁতৰ সকলো সময়তে মাকোৰ খট্‌খটনি কাণত পৰে। সূতাকটা ছোৱালী আৰু তিৰোতাহঁতে মুকলি পথাৰ বা গছৰ তলত গীত গাই গাই কাম কৰে।

এদিন সেই সূতাকটা তিৰোতাবোৰৰ মাজত এজনীক দেখি উচাপ খাই উঠিলোঁ। তাইক চিনা চিনা লাগিল। তাঁতৰ কাৰখানাটো পৰিচালনা কৰিবলৈ এজন মেনেজাৰ ৰাখিছিল। তেওঁৰ নাম বসন্ত প্ৰামাণিক। ক'লা ওখ-পাখ মানুহজন বৰ ৰুক্ষ মেজাজৰ। আশ্ৰম এলেকাত তেওঁ কোট-পেন্ট পিন্ধি থাকে। তেওঁ ব্ৰাহ্ম নহয়।

দেবনাৰায়ণদাৰ মতে বসন্তবাবু অভিজ্ঞ আৰু এজন দক্ষ মানুহ। মোৰ লগত অৱশ্যে তেওঁৰ ব্যৱহাৰ পাতি ভালেই। সেই সময়ত মই কিতাপৰ পোক হৈছিলোঁ। সেইবোৰ কথা থাওক বাৰু। এদিন দুপৰীয়া গছৰ তলত সেই সূতাকটা তিৰোতাজনী দেখাৰ পিছত বসন্তবাবুক তাইৰ পৰিচয় সুধিলোঁ। তেতিয়া বসন্তবাবুৱে মোক খুব আচৰিত কৰি ক'লে, সেইটো আকৌ কেনে কথা! কৰুণাক আপুনি চিনি নাপায়? তাইকনো কোনে চিনি নাপায়? তাই আপোনাৰ স্বজাতিৰ ছোৱালী। দেবনাৰায়ণদাই তাইক হিন্দু ধৰ্মত—মানে ব্ৰাহ্ম ধৰ্মত, দীক্ষিত কৰিছে। পিছে কথাটো কাকো নকবা দেই, তাইৰ স্বভাৱ চৰিত্ৰ ভাল নহয়। বসন্তবাবুৰ চেহেৰাতো ৰুক্ষতা আছিল। হাঁহিলে এনে লাগে যেন কাৰোবাক কামুৰিবহে খুজিছে। তেওঁ হাঁহি মাৰি ক'লে, সূতাকটা তিৰোতাবোৰেই মোক কৈছে তাই হেনো ডাইনী বিদ্যা জানে। দোভাগ ৰাতি তাই হেনো গছত উঠি উৰি ফুৰে। গছত উঠি আকাশেৰে উৰি উৰি কামৰূপ-কামাখ্যালৈ যায় আৰু ৰাতি পোহৰ হোৱাৰ আগে আগে উভতি আহে! অল্ চৰ্টচ্ অব ননচেন্স টকিংচ্। আই ডোন্ট বিলিভ্ চফিবাবু! আচলতে তাই চৰিত্ৰহীনা। আপুনি চাব, চি উইল দিমোৰেলাইজ্ দা হোল চেটেলমেন্ট্। দেববাবুৰ সুদৃষ্টি নথকা হ'লে ইমান দিনে তাইক খেদিলোঁৱেইহেঁতেন।

হুঁ, চিনি পাইছোঁ। তাই নিশ্চয় মৌলাহাটৰ সেই আব্দুলৰ ঘৈণীয়েক ইকৰা। তাই ধূৰ্ত্ত আৰু বৰ কপট স্বভাৱৰ। আবেলি পৰত সূতাকটা তিৰোতাবোৰে সূতা জমা দিবলৈ কাৰখানাৰ সম্মুখত বৰ ভীৰ কৰে। তাই সূতা জমা দি কাটনিপাৰাৰ ফালে বেগাই খোজ দিছিল। বেলি ডুবিবৰ সময় হৈছে। খালৰ ইপাৰে মানুহ অহা-যোৱা কৰা এটি সুৰসুৰীয়া পথ। মোৰ খোজৰ শব্দত তাই ঘূৰি চালে। লগে লগে মাতিলোঁ, ইকৰা। মোক চিনি পাইছানে? তাই ভ্ৰু কোঁচাই মেকুৰীৰ দৰে চকুহালি জুইৰ ফিৰিঙতিৰ দৰে কৰি ওলোটাই প্ৰশ্ন কৰিলে, কোন ইকৰা? মোৰ নাম কৰুণা। ইকৰা! মই মৌলাহাটৰ চফি! মই তোমাক চিনিছোঁ আৰু তুমিও মোক চিনি পাইছা!

বাজে কথা নকব, বাবু। এতিয়াই চিঞৰ-বাখৰ কৰি মানুহ মাতিম। খং সামৰি উভতি আহিলোঁ। বুজিলোঁ, এই নাৰী অতি ভয়ঙ্কৰী। ভাবিলোঁ, দেবনাৰায়ণদাক এই তিৰোতাজনী সম্পৰ্কে সতৰ্ক কৰি দিয়া উচিত হ'ব। কিন্তু সেই সময়ত বৰ্হিজগত সম্পৰ্কে এক গভীৰ নিৰ্লিপ্ততাই মোৰ মাজত বাহ বান্ধিছিল। ইয়াৰ কেইদিনমান পিছত এদিন ৰাতিপুৱা বসন্তবাবু মোৰ ঘৰলৈ আহিল। ইটো-সিটো কথা পতাৰ পিছত হঠাতে তেওঁ হাঁহি মাৰি চেপা মাতেৰে ক'লে, এটা কথা সোধো আপোনাক। একো বেয়া-চেয়া নাপায় যেন।

ক'লোঁ, নাই। কওঁকচোন বাৰু।

আপুনি হেনো এজন পীৰ চাহাবৰ ল'ৰা। কথাটো সঁচানে?

হয়।

মৌলাহাটৰ পীৰচাহাব আপোনাৰ দেউতাক নেকি?

তেওঁৰ চকুত চকু থৈ মূৰ দুপিয়ালোঁ। মনে মনে থকা দেখি বসন্তবাবুক সুধিলোঁ, কেলেই সুধিলে?

শুনিলোঁ—আই মিন, সূতাকটা তিৰোতাবোৰৰ মাজত দুই এজনী মোৰ চিনাকিও আছে নহয়, সিহঁতেই ক'লে যে আপোনাৰ দেউতাক কিছুদিন নুৰপুৰত আছিল হেনো।

লাহেকৈ ক'লোঁ, শুনিছিলোঁ।

আপুনি শুনা নাইনে বাৰু যে কৰুণা মুছলমান হৈ থাকোতে আপোনাৰ দেউতাকে তাইক নিকাহ্ কৰিছিল আৰু পিছত তালাক দিছিল?

দিচ ইজ এবচাৰ্ড!

হাঁহি মাৰি বসন্তবাবুৱে ক'লে, কৰুণাই তেনেকৈ কৈছে। তাই আপোনাৰ দেউতাকৰ বিৰুদ্ধে বহুত বেয়া কথা কৈছে। সূতাকটা তিৰোতাবোৰৰ অনেকেই কথাটো গম পাইছে। চাওকচোন এই নীচ তিৰোতাবোৰৰ কথা কাণ্ড। সিহঁতৰ পেটত একো এটা নাথাকে। মই দেববাবুক কথাটো কবলৈ সাহ্ কৰা নাই। আপুনি তেওঁক কথাটো কব। ততালিকে এই তিৰোতাজনীক ইয়াৰ পৰা আঁতৰ কৰা দৰকাৰ।

কিয়?

বসন্তবাবুৱে ভুৰু কোঁচাই অলপ পৰ গোঁফ পকালে। তাৰ পিছত মাতবোল নকৰাকৈ ওলাই গ'ল। মোৰ সন্দেহ হ'ল, মানুহজন ইকৰা ওৰফে কৰুণাৰ প্ৰেম ভিক্ষাৰী। কিন্তু মোৰ দেউতাই ইকৰাক বিয়া কৰাইছিল! ভাবি খুব আচৰিত হ'লোঁ। কথাটো কোনোমতেই হজম কৰিব নোৱাৰিলোঁ। দেউতাৰ মুখত বহুত শাস্ত্ৰীয় বচন বহুবাৰ শুনিছোঁ, যিবোৰ তেওঁ নিজেও নিষ্ঠাৰে মানি চলিবলৈ সচেষ্ট আছিল। 'হে মুছলমানসকল! পৱিত্ৰ পুথিত আল্লাহে কৈছে, যদি ভাবা একাধিক পত্নীৰ প্ৰতি সমভাবে আচৰণ আৰু সুবিচাৰ কৰিব পাৰা, তেতিয়াহে দুজনী, তিনিজনী বা চাৰিজনী পৰ্যন্ত নিকাহ্ কৰাব পাৰা।' তদুপৰি তেওঁ ক'ৰবাত কোনোবাই দ্বিতীয় বিবাহ কৰোৱা বুলি শুনিলেই ক্ষুব্ধ হৈছিল। সতৰ্ক কৰি দি শাস্ত্ৰৰ বাণী শুনাইছিল। তেনে এজন মানুহৰ পক্ষে ইকৰাক বিবাহ কৰোৱা কথাটো অসম্ভৱ।

গিয়াচপণ্ডিতৰ জীয়েকক বিয়া কৰিব নোখোজাত তেওঁ মোৰ লগত আগৰ দৰে ভালকৈ মাত-বোল নকৰিছিল। এৰাব নোৱাৰাতহে দুই এষাৰ কথা পাতে। সেইবাৰ আশ্ৰমত বাংলা নববৰ্ষৰ উৎসৱ পতা হয়। হৃদয়নাথ শাস্ত্ৰীয়ে বেদ পঢ়িলে। দেৱনাৰায়ণদাই বাইবেলৰ 'চাম্‌চ্' অংশ পঢ়িলে। গিয়াচপণ্ডিতৰ জীয়েক ৰেহেনাই কোৰাণ আবৃত্তি কৰিলে (হায়! এই বিদূষী গাভৰুৰ মাজত এটি সঁজাত বন্দী চৰাইহে দেখিছিলোঁ। মই যে বনৰীয়া—বনৰ চৰাইহে মোৰ প্ৰিয়)। ত্ৰিপিটক পঢ়িলে স্কুলৰ প্ৰধান শিক্ষক আচাৰ্য ভবতোষ গাঙ্গুলীয়ে। শেষত দেখোঁ, 'হাজাৰিলাল'—হৰিবাবুৱে তুলসীদাসৰ ভজন সুৰ লগাই আবৃত্তি কৰিছে।

আগদিনা চ'তৰ সংক্ৰান্তিত বিজয়পল্লীত জাক-জমকীয়া উৎসৱ পতা হৈছিল। সভাত ব্ৰাহ্ম বক্তাসকলৰ আটায়ে শিৱপূজা উৎসৱৰ কঢ়া সমালোচনা কৰিলে। বিশেষকৈ কৌতুক গান আৰু নাটত হেনো 'সেই ইতৰবোৰে গুণী-জ্ঞানীসকলৰ বিষয়ে কুৎসা আৰু অশ্লীল গীত জোৰাই গাইছিল।' তাৰ পিছত গিয়াচপণ্ডিতে বক্তৃতা

দিবলৈ থিয় হ'ল। বাংলা নববৰ্ষ আৰু হিজৰি চন সম্পৰ্কত ইতিহাস বৰ্ণনা কৰি উঠি হঠাতেই এক জ্বালাময়ী ভাষণ আৰম্ভ কৰিলে। অলপ পিছত মই শুনি চঁক খাই উঠিলোঁ। তেওঁ ক'লে, 'মৌলাহাটৰ অতিকৈ সন্মানীয় একেশ্বৰবাদী সাধক পুৰুষ হজৰত চৈয়দ বদিউজ্জামান, যাৰ সুবিদিত ৱাহাবি ভাৱধাৰাৰ লগত আমাৰ ব্ৰাহ্মধৰ্মৰ বহুত মিল আছে—যিহেতু আমিও ধৰ্মৰ ক্ষেত্ৰত আড়ম্বৰহীন সাৰল্য আৰু তেন ত্যক্তেন ভুঞ্জীথাঃ—ত্যাগৰ দ্বাৰা ভোগব্ৰতত ব্ৰতী, হজৰত বদিউজ্জামানেও তেনে ব্ৰতৰ প্ৰচাৰক আৰু বিলাসিতা বৰ্জন কৰি পৰমব্ৰহ্মৰ সম্মুখীন হবলৈ আহ্বান জনায়, তেখেতেও তৌহিদ বা একত্ববাদৰ প্ৰবক্তা, সেই বাবে তেখেত আমাৰ নমস্যজন— অথচ কালি বিজয়পল্লীত কেইজনমান দুৰ্বৃত্তই তেখেতৰ নামতো কৌতুক কৰিবলৈ গৈ অশ্লীল গীতমাত, নাটক আদি কৰি বদনাম ৰটনা কৰিছে। আনকি এজন হাৰামজাদাই খেৰৰ দাড়ি লগাই টুপি পিন্ধি সেই মুছলমান আচাৰ্যজনক নকল কৰি ভেঙুচালি কৰিলে। ধিক! ধিক! সুধন্য নামে এজন দুৰ্বৃত্তই তিৰোতাৰ ভেশ লৈ দাড়ি-টুপি-জোব্বাধাৰী চয়তানৰ লগত—ছিঃ! ছিঃ! ছিঃ! মুখেৰে উচ্চাৰণ কৰিবলৈকো ঘিণ লাগে।'

সভাত ধিক্কাৰ ধ্বনি হ'ল, কিন্তু সেয়া মৃদু আৰু ম্ৰিয়মাণ। মই বান্ধৰ ৰাস্তাৰে ভূতগ্ৰস্ত মানুহৰ দৰে খোজ পেলালোঁ। বিজয়পল্লীৰ ওচৰলৈ গৈ অলপ পৰ থিয় দিলোঁ। তাৰ পিছত উদ্দেশ্যহীন ভাৱে ঘূৰি ফুৰি আবাদ অঞ্চল পাৰ হৈ শঙ্খিনীৰ পাৰৰ নতুন বান্ধৰ কাষৰ এজোপা হাউলি থকা গছৰ ছাঁত শুকান বালিত বহিলোঁ। এজন চাওঁতাল ডেকাই হাতত ধনু-কাড় লৈ সিপাৰৰ হাবিৰ পৰা ওলাই আহি নৈত নামিল। একাঠু দ নৈখন পাৰ হৈ আহি সি মোলৈ নিৰ্লিপ্ত দৃষ্টিৰে চাই আঁতৰি গ'ল। যেন নিসৰ্গৰ অন্তৰ্ভুক্ত এটা সত্তাৰ প্ৰকাশ। এটা ভোকাতুৰ কেৰ্কেটুৱাৰ চালচলনহে যেন। সিহঁতৰ বিদ্ৰোহৰ বৃত্তান্ত পঢ়িছোঁ। নিসৰ্গৰ পৰা ওলাই অহাৰ বাবে সিহঁতে চেষ্টা কৰিছিল। 'দিকু'হঁতে সিহঁতক পুনৰ নিসৰ্গৰ অঙ্গীভূত কৰিছে। সেই কৃষ্ণকায় ডেকাজন দেখি হঠাতে আকৌ Revelation ঘটিল। নিসৰ্গ সঁচাকৈয়ে প্ৰশান্তিময় নে? নে মোৰ 'দিকু' অবচেতনাঘটিত বিভ্ৰম? ইয়াতে ধাৰাবাহিক সংগ্ৰাম। টিকি থকাৰ মৰণপণ যুঁজ। প্ৰকৃতিৰ যি নিভৃত বৃত্তটো নিসৰ্গৰূপে আত্মপ্ৰকাশ কৰি আছে, তাৰ মাজতো সংগ্ৰামৰ ধাৰা বৈছে। গছ-লতিকাও ইয়াত সংগ্ৰামৰত। মাটি আৰু পানীও সংঘৰ্ষত লিপ্ত। জড় আৰু অজড়, স্থাবৰ আৰু জঙ্গম মুখামুখি যুঁজত লিপ্ত। ক'তো শিথিলতা নাই। হেন্‌ৰি ডেভিদ থৰোই জানো ইয়াকেই 'strange feelings' বুলিছে? বাক্যটোৰ গূঢ়াৰ্থ বৰ পলমকৈ উপলব্ধি কৰিলোঁ। 'Disobedience' তত্ত্বৰ উৎস ইয়াতেই নিহিত আছে। আত্মস্থ আত্মসমৰ্পণ নহয়, অবাধ্য হোৱা।

বেলি লহিয়ালে। ছাঁ দীঘল হৈ নৈৰ পানী চুবলৈ ওলাইছে। পিয়াহত মোৰ কণ্ঠ শুকাইছে। নৈৰ ফট্‌ফটীয়া পানী খাই যেতিয়া উভতিবলৈ ওলাইছোঁ, তেতিয়াই মোৰ ভিতৰৰ ঘাতক-সত্তাটোৱে দীৰ্ঘ নিদ্ৰাৰ পিছত এঙামুৰি দিলে। শুকান খালটো পাৰ হৈ সুনয়নীৰ পঁজাৰ সম্মুখৰ পৰা স্বাধীনক দেখিলোঁ। তাই অন্য ফালে ঘূৰি থিয় হৈ কিবা

শুনিছিলেই নে চাইছিল। সূতাকটা তিৰোতাইঁতৰ কাৰখানাৰ ফালে হোৱা চিঞৰ-বাখৰ কাণত পৰিল। সিহঁতে প্ৰায়ে নিজৰ মাজতে কাজিয়া-পেচাল কৰি থাকে। স্বাধীনে মোক দেখি সুধিলে, এইফালে ক'লৈ গৈছিলা? অলপ ৰৈ আকৌ সুধিলে, তোমাক এনে লাগিছে কিয়? কৈ হৈছে তোমাৰ?

একো হোৱা নাই। কৈয়েই মন্দিৰৰ ফালে খোজ দিলোঁ। তাৰ পিছত সোঁফালে চকু ঘূৰাওতেই এটা অদ্ভুত দৃশ্য চকুত পৰিল। দুজনী তিৰোতাই মুখামুখি হৈ যুঁজ কৰিবৰ কাৰণে সাজু হৈছে। বাকী তিৰোতাবোৰে সিহঁতক চিঞৰি চিঞৰি মানা কৰিছে। এজনীক চিনি পালোঁ। ইকৰা ওৰফে কৰুণা। আনগৰাকী প্ৰৌঢ়া। হাড় ওলোৱা চেহেৰা। তাই অধিক খঙাল আৰু আগ্ৰাসী ৰূপ লৈছে। কৌতূহলবশতঃ কেইখোজমান আগুৱাই গ'লোঁ। তাঁতী মতাবোৰে বাৰাণ্ডাৰ পৰা মজা চাইছে। বসন্তবাবু ছাগে নিজৰ ঘৰত ভাতঘুমটিত লালকাল। নহ'লে ইমানখিনি হবলৈ পায়নে? প্ৰৌঢ়া যে মুছলমান তাইৰ চেহেৰা আৰু মাত কথাতেই ধৰিব পাৰি। তাই ভগা মাতেৰ গালি পাৰিছে, চালী নটিনী, বেশ্যা! মোৰ ননদ-জোঁৱাই বুজুৰ্গ পীৰ—তেওঁৰ ঘৰত এশ পোহনীয়া জিন আছে, চাবিচোন তোৰ কি দশা কৰে! হায় আল্লাহ! এই হাৰামজাদীক জবাই কৰিবলৈ ইয়াত এজনো মুছলমান নাইনে?

মোৰ বুকুখন চিৰিংকৈ গ'ল। আৰু কাষ চাপি গ'লোঁ। ইকৰাৰ পিতল বৰণীয়া চকুৰ পৰা যেন জুই পানী হৈ বাগৰিব লাগিছে। মোৰ ধাৰণা হ'ল, ইতিমধ্যে যথেষ্ট গালি পাৰি তাই তাইৰ শব্দৰ ভাণ্ডাৰ উজাৰি দিছে। অথবা খঙত তাই মাতিব নোৱাৰা হৈছে।

প্ৰৌঢ়াৰ ফালে চালোঁ। অথবা স্মৃতিৰ ফালে। চিনি পাইছোনে বাৰু? প্ৰতিপক্ষ পৰাহত হোৱা বুলি ভাবি তাই পুনৰ হুঙ্কাৰ মাৰিলে। ৰবি, ৰবি! পীৰচাহাবে তোক ক্ষমা কৰিলেও মই ক্ষমা নকৰোঁ। আজিয়েই ভগবানগোলাৰ মিৰৰ পুতেকলৈ খবৰ পঠাম। তেওঁৰ নাম শুনিলে বাঘে-ছাগে একে ঘাটতে পানী খায়। ইয়াতেই তেওঁৰ মানুহ আছে। ৰবি, বেঁকা বাগ্‌দিক মাতি আনোঁ।

চিনি পালোঁ। হয়, আফিজামামীয়েই হয়! মামাই তেওঁক তালাক দিয়াৰ পিছদিনা ভগবানগোলালৈ গৈছিলোঁ। তেনেহ'লে আফিজামামীয়ো পেটৰ দায়ত ইয়ালৈ আহি সূতাকটা কাম কৰিছে।

তৎক্ষণাৎ মুখ ঘূৰাই গুছি আহিলোঁ। নিজৰ পঁজালৈ আহি চিন্তা কৰি বহি থাকিলোঁ। কি বিচিত্ৰ এই জীৱন! অভিজাতবংশীয় দুজন লোকৰ পৰিত্যক্তা দুগৰাকী পত্নীয়ে অপ্ৰাসঙ্গিক কাজিয়াত লিপ্তা! হায়! বেচেৰীহঁতক কোনে বুজাব, তেওঁলোক প্ৰকৃততে কি? এজন দস্যু চৰ্দাৰ, আনজন ধৰ্ম গুৰু। কিন্তু দুয়োজনেই পুৰুষ।

সিদিনা ৰাতি আন্ধাৰ ঘৰত সপোনত মই এনেধৰণৰ এক কথোপকথনত জড়িত হৈছিলোঁ। মোৰ সম্মুখত দুগৰাকী তিৰোতা থিয় দি আছিল।

তোমালোক কোন?

আম্মি চৰাই, ফুল , পখিলা।

কোন তোমালোক?
আমি বায়ু, অগ্নিশিখা।
তোমালোক মানুহ নহয় নেকি?
আমি তিৰোতা, প্ৰকৃতি ।
তোমালোকে মানুহৰ ভাষা বুজি নোপোৱা নেকি?
সিহঁতে নুশুনে।
তোমালোকে কি কৈছা?
আমি কথা কৈছোঁ।

Heaven is nearer through football than through the Gita.

ৰাতিপুৱা হাজাৰিলালক বিচাৰি গ'লোঁ। মোৰ মাজত স্বাধীনে কোৱা 'দুৰ্দ্দান্ত বাঘটো' গুজৰি গুমৰি আছিল। বিগত কেইবছৰমান মই নিজৰ ভিতৰতে যেন সমাহিত আছিলোঁ। মাথোন কিতাপ পঢ়া আৰু উদ্দেশ্যহীন ভাবে ইফালে-সিফালে ভ্ৰমন কৰা। জীৱন আৰু জগতক ব্যাখ্যা কৰাৰ চেষ্টা। হৰিবাবুৱে মোৰ চাল-চলন দেখিয়েই বিশেষ যোগাযোগ নাৰাখিছিল। কিন্তু মানুহৰ অন্তৰৰ ৰহস্য বুজি পোৱা টান। ক'ত যে আঘাত লাগে, ক'ত যে জন্‌জন্‌কৈ শব্দ হয়। দেউতাৰ নামত কুৎসা ৰটনাৰ আঘাতেই মোক বিলম্বিত 'হাইবাৰনেচন'ৰ পৰা জগাই দিলে নেকি? নাজানোঁ। বুজি নাপাওঁ। মাথোন এইখিনি বুজিলোঁ, মোৰ হৃদয়ৰ এডাল তাঁৰ খুব জোৰেৰে বাজি উঠিছে।

হৰিবাবুৱে তেওঁৰ পঁজাৰ সম্মুখৰ কেন্দু গছজোপাৰ তলৰ বাঁহৰ চাংখনত বহি শিলৰ কাঁহীত ছাতু খাই আছিল। কাষলৈ গৈ অনুচ্চ কণ্ঠে ক'লোঁ, বন্দেমাতৰম্।

হৰিবাবুৱে হাঁহিলে। কি ঘটনা? হঠাতে—

চাঙত বহি ক'লোঁ, বহি থাকোতে শিপা গজিব এতিয়া। কিবা এটা কৰিব বিচাৰিছোঁ। দৌৰাদৌৰি, চিৎকাৰ, হত্যা—এনে ধৰণৰ কিবা এটা । হৰিবাবুৱে একো মাতবোল নকৰি ছাতুখিনি খাই পানী খালে। তাৰ পিছত খালৰ ঘোলা পানীত কাঁহীখন ধুই ঘৰৰ ভিতৰত থৈ আহি চাঙত বহিল। গামোচাৰে ঠৰঙা দাড়ি-গোফ মোহাৰি সুধিলে, কিবা নতুন কিতাপ পঢ়িলা ছাগে?

সকলো কিতাপেই পুৰণি, হৰিদা! নতুন—

চুপ বতাহৰো কাণ আছে। হাজাৰিদা বুলিবা।

হাজাৰিদা, মই আৰু ইয়াত নাথাকোঁ। মনে মনে বহি থাকিবলৈ মোৰ মুঠেই ভাল লগা নাই।

ফুটবল খেলা।

সুধিলোঁ, ধেমালি কৰিছে?

হৰিবাবুৰ চকুৱে মুখে ধেমালিৰ চিন নাই। গহীন হৈ ক'লে, তুমি নিশ্চয় স্বামী বিবেকানন্দৰ নাম শুনিছা?

শুনিছোঁ। শাস্ত্রী মহোদয়ৰ ল'ৰা অজয়ৰ পৰা আনি তেওঁৰ ছিকাগো ভাষণ নামৰ কিতাপ এখন পঢ়িছোঁ। আমাৰ লাইব্ৰেৰিত তেওঁৰ কিতাপ নাই।

হৰিবাবুৱে অলপ পৰ মনে মনে থাকি ক'লে, ব্ৰাহ্মসকলে তেওঁক ছাগে খুব ভাল নাপায়। অথচ সমগ্ৰ ভাৰতবৰ্ষই স্বামীজীৰ নামত জয়ধ্বনি তুলিছে। তোমাক যে ফুটবল খেলাৰ কথা ক'লোঁ, বাক্যটো স্বামীজীৰহে।

'Heaven is nearer through football than through the Gita.'

তেওঁ এই কথাষাৰ কেলেই ক'লে? হৰিবাবুৱে চাৰিওফালে চকু ঘূৰাই ক'লে, আমি থমকি ৰোৱা নাই।

তুমি নিশ্চয় নিয়মিত ভাবে বাতৰি কাগজ পঢ়া।

নিয়মিত নহয়, মাজে সময়ে পঢ়োঁ।

বন্দেমাতৰম্ সমিতিৰ সদস্যবোৰে নতুন এটা বিপ্লৱী দলত যোগ দিছে। যোৱা ২৪ মাৰ্চত জনৈক বেৰিষ্টাৰ প্ৰমথনাথ মিশ্ৰ—তেওঁ, পি. মিত্ৰ নামে পৰিচিত, তেওঁ, সতীশ চন্দ্ৰ বসু, পুলিন বিহাৰী দাশ প্ৰমুখ্যে বিশিষ্ট ব্যক্তিবোৰে কলিকতাত 'অনুশীলন সমিতি' নামে এটা দল গঠন কৰিছে। এই গোপন বিপ্লৱী দলটোৰ কাম হৈছে ডেকা-গাভৰুসকলক খেলা-ধূলা, ব্যায়ামগাৰত শৰীৰ চৰ্চ্চা, লাঠি-চালনা ইত্যাদিৰ শিক্ষা দিয়া। কালিমোহনদাই ব্ৰহ্মপুৰলৈ আহি 'স্বামীজী সঙ্ঘ' নামৰ এটা ক্লাব খুলি গৈছে। তুমি আশ্ৰমত এইবোৰ কথা ঘূণাক্ষৰেও কাৰো সতে আলোচনা নকৰিবা।

মই কি কৰিম কওক?

চফি, ক'লোঁ নহয়, ফুটবল খেলা!

আপুনি খেলে জানোঁ?

মোৰ কথাত ক্ষোভ মিহলি হৈ আছিল। হৰিবাবুৱে মিচিকিয়া হাঁহি মাৰি ক'লে, স্বামী বিবেকানন্দই গীতাৰ এটা উক্তি শ্লোগানৰ দৰে সমগ্ৰ ভাৰতবৰ্ষত বিয়পাই দিছে ঃ 'নায়মাত্মা বলহীনেন লভ্যঃ'। ফুটবলেও দেহত এক ধৰণৰ বল সঞ্চাৰ কৰে। পিছে হাজাৰিলালক ফুটবল খেলা দেখিলে চোৰাংচোৱাহঁতে গা-মূৰ জোকাৰি থিয় দিব। গতিকে হাজাৰিলাল—যাৰ দেশ বিহাৰ মুলুকত, য'ত লাঠি খেলা নাজানিলে মৰদ নোবোলে, সি লাঠি খেলা শিকাব। শিকাইছে।

লাঠি! ধূৰ! তৰোৱালখেলা হলেও কবলৈ ভাল।

লাহে লাহে সকলো হ'ব। পিস্তল, বন্দুক, বোমা—সকলো হ'ব।

হৰিবাবুৱে খন্তেক ভাবি আকৌ সুধিলে, তোমাৰ ডিউটিৰ সময় ধৰা-বন্ধা নেকি?

হয়। ৰাতিপুৱা নটাৰ পৰা বাৰটালৈ, সন্ধিয়া ছয়টাৰ পৰা ৰাতি নটালৈ। মই অৱশ্যে সিমান ডিউটিফুল নহয়। কেতিয়াবা খুকুক আৰু কেতিয়াবা ৰেহেনাক বহুৱাই থৈ ফুৰিবলৈ যাওঁ।

হৰিবাবুৱে ক'লে, নেচাৰ বিদায়! আঁতৰি যোৱা। নেচাৰত একো নাই হেৰা! হোৱাট ৰিমেন্চ ইজ মেন্।

চমৎকাৰ! কাৰ কথা বাৰু?

নাজানোঁ। ক'ত জানো পঢ়িছিলোঁ। সি যি কি নহওঁক, অজয়ক কোৱা—সি তোমাক ক্লাবৰ সদস্য কৰিব। আশা কৰোঁ দেববাবুৰ আপত্তি নাথাকিব। স্বাধীনৰ ক্ষেত্ৰততো আপত্তি কৰা নাই।

আচৰিত হৈ সুধিলোঁ, স্বাধীনে সেই ক্লাবলৈ যায় নেকি? কি কৰে?

চুৰী দলিওৱা শিকে।

এটা কথা সোধোঁ। আপোনালোকে বন্দেমাতৰম্ শ্লোগানটো বাদ দিছে নেকি?

হৰিবাবু উত্তেজিত হৈ উঠিল। তুমি কৈছা কি? বন্দেমাতৰমেই আমাৰ প্ৰেৰণা। কিয়? তুমি কি—

তৎক্ষণাৎ ক'লোঁ, মই দেখোন আহিয়েই আপোনাক বন্দেমাতৰম্ বুলি সম্ভাষণ জনালোঁ। আপুনি প্ৰত্যুত্তৰ নিদিলে।

ভাবিছিলোঁ, আফ্‌টাৰ অল্ তুমি মুছলমান। সেয়েহে তেনেকৈ আঁতৰি হৈছিলা। অঁ, এটা কথা নহয়। বহুদিনৰ পৰা কম কম বুলি ভাবিও কোৱা নাই। ধৰ্মতঃ বস্তুটো যিহেতু তোমাৰেই, তেনে ক্ষেত্ৰত —

কিহৰ কথা কৈছে?

ষ্টেন্‌লিৰ পিস্তলটোৰ কথা।

সেইটো আছে।

মামৰে খাই বেয়া কৰিলে ছাগে?

নাই। মাজে সময়ে ৰাতি সেইটো খুলি তেল দিওঁ। অৱশ্যে গুলীবোৰৰ কথাহে কব নোৱাৰোঁ। পৰীক্ষা কৰি চাব লাগিব।

হৰিবাবুৱে ক'লে, নাই, নাই। প্ৰয়োজনত গুলী পাবা।

মই হাঁহি হাঁহি কলোঁ, আঁতৰৰ হাবিৰ মাজত টেষ্ট কৰি চাব লাগিব।

হৰিবাবুৱে মোৰ কান্ধত হাত থৈ হুমুনিয়াহ কাঢ়ি ক'লে, ভাই চফি! লোহাগড়াৰ কৃষক বিদ্ৰোহৰ নেতৃত্ব দিয়াত আমি ব্যৰ্থ হৈছিলোঁ। পিছে ভালেই হ'ল। কৃষকসকলৰ কথাটো হৈছে হঠাতেই অহা বানৰ দৰে। সিহঁতে আদৰ্শ বোলা বস্তুটো বুজি নাপায়। বৈষয়িক স্বাৰ্থ বুজি পায়। কিন্তু এই ধৰণৰ মহৎ কামত আদৰ্শবাদৰেই প্ৰয়াজন। আদৰ্শবাদ আকৌ শিক্ষা অবিহনে গঢ়ি নুঠে। সেইবাবেই আমি শিক্ষা ব্যৱস্থাৰ সহযোগী হ'ব বিচাৰোঁ। শিক্ষা ব্যৱস্থাৰ সুযোগ লৈয়েই স্বাধীনতা বিচাৰোঁ। হৰিবাবুৱে খিক্‌খিক্‌কৈ হাঁহি ক'লে, সিহঁতৰ অস্ত্ৰই সিহঁতৰ বিৰুদ্ধে ব্যৱহাৰ কৰিব লাগিব।

হঠাতেই তেওঁ চাংখনৰ পৰা নামিল। ক'লে, কথাটো পাহৰিয়েই আছিলোঁ। স্বাধীনলৈ ৰত্নই চিঠি দিছে। স্বাধীনে তোমাক একো কোৱা নাই নে?

কৈছিল, মোক মাতিছে।

নোযোৱা কিয়? তুমি চিঠিখন লৈ যোৱা। মোৰ লগত থকা উচিত নহয়। স্বাধীনক দিবা। হৰিবাবুৱে পঁজাৰ ভিতৰৰ পৰা লেফাফা এটা আনি মোক দি ক'লে, পঢ়ি চাবা। বিশেষ একো গোপনীয় কথা নাই।

**I was once the trunk of a fig tree.**

A carpenter, doubtful whether to make me into a god or a bench, finally decided to make me a god.

—Satires—Horace.

"ষ্টেন্‌লিৰ পিস্তলটো আভঁজা ধৰণৰ। পিস্তলটোৰ যান্ত্ৰিক পদ্ধতি আৰু অন্যান্য খুঁটি-নাটিবোৰ ৰাতি ঘৰৰ দুৱাৰ বন্ধ কৰি লৈ তন্ন তন্নকৈ চাই নিজে শিকি বুজি লৈছিলোঁ। তাত চক্ৰাকাৰে ওঠৰটা গুলীৰ ঘাট আছিল। মৰাৰ আগেয়ে ষ্টেন্‌লিয়ে তাৰে এটা গুলীও খৰচ কৰাৰ সুযোগ নাপালে। গতিকে ওঠৰটা গুলীয়েই ঘাটত সজ্জিত আছিল। সাৱধানে গুলীবোৰ উলিয়াই লৈ পিস্তলটো পৰীক্ষা কৰি চাইছিলোঁ। হৰিবাবুৰ লগত ক্লাব সম্পৰ্কে কথা পতাৰ পিছত এদিন ভালেখিনি আঁতৰৰ দুৰ্গম কম্পাউণ্ডখনৰ ভিতৰত সোমাই পিস্তলটোৰ ঘোঁৰা টিপিলোঁ। ফটাক্‌কৈ এটা অদ্ভুত ধৰণৰ শব্দ হ'ল। বন্দুকৰ শব্দৰ লগত ইয়াৰ শব্দৰ পাৰ্থক্য বুজি পালোঁ। বাৰি চাচাজীৰ বন্দুকত হামাৰ বুলি এটা যন্ত্ৰ আছিল। পিস্তলটোত সেইটো নাই। পিছৰ গুলীটো ফুটাবলৈ দ্বিতীয়বাৰ ঘোঁৰা টিপিলোঁ। একো শব্দ নহ'ল। জোকাৰণিও অনুভৱ নকৰিলোঁ। নিৰাশ হৈ আকৌ ঘোঁৰা টিপিলোঁ।। বাৰুদৰ গোন্ধ উলিয়াই গুলী ফুটিল। বুজিলোঁ, দুবাৰকৈ টিপিব লাগে। পিছত জানিলোঁ, পিস্তলটো স্বয়ংক্ৰিয়। কম্পাউণ্ডখনিৰ মাজত এজোপা অকলশৰীয়া হিজল গছ আছিল। গছ জোপাত নজৰ পৰীক্ষা কৰিবলৈ মই উত্ৰাৱল হৈ পৰিলোঁ। গছজোপাৰ গুৰিত এঠাইত এখামোচ বোকা মাটি লগাই প্ৰায় কুৰি হাত দূৰৰ পৰা পদ্ধতি অনুসৰি ঘোঁৰা টিপিলোঁ। এইবাৰ সোঁহাতেৰে পিস্তলটো লৈ বাওঁহাতৰ ওপৰত সোঁহাতৰ মুঠিটো ৰাখিলোঁ যাতে জোকাৰণিত পিস্তলৰ নলীৰ মুখ লক্ষ্যভ্ৰষ্ট নহয়। গুলীয়ে লক্ষ্য ভেদ কৰিলে। আনন্দত জপিয়াবলৈ মন গ'ল।

"স্বামীজী সঙ্ঘৰ সদস্য হোৱাৰ পিছত এটা কথা মন কৰিলোঁ। ক্লাবঘৰত ভালেমান বিখ্যাত লোক আৰু সাধু সন্যাসীৰ ছবি আঁৰি থোৱা আছে। আটাইবোৰেই হিন্দু। মাজত দেৱী কালিৰ প্ৰকাণ্ড ছবিখনৰ সম্মুখত থিয় হৈ প্ৰতিজন সদস্যই হাতযোৰ কৰি মূৰদোৱাই সেৱা কৰে আৰু অনুচ্ছ কণ্ঠে 'বন্দেমাতৰম্' বুলি কৈ ক্লাবঘৰৰ পথাৰলৈ খেলিবলৈ যায়। আন এটি কাণ্ড ও দেখিলোঁ। ক্লাবৰ বেৰত আঁৰি থোৱা তক্তা এখনৰ ওপৰত এখন গীতা আছিল। সেইখনৰ সম্মুখতো সেৱা কৰি আৰু গ্ৰন্থখনত হাত থৈ অনুচ্ছ কণ্ঠে, 'মই দেশমাতৃৰ কাৰণে মোৰ প্ৰাণ বলিদান দিবলৈ প্ৰস্তুত', এই কথাষাৰ যন্ত্ৰবৎ উচ্চাৰণ কৰা হয়। ধৰ্মৰ প্ৰতি থকা মোৰ ঘৃণাৰ বাবেই প্ৰথমতে মই সংকোচবোধ কৰিছিলোঁ; মুছলমান বংশজাত কাৰণে নহয়। পিছলৈ এই সংকোচবোধ আঁতৰি যায়। এনে বহুত অহেতুক আচৰণ মানুহৰ মাজত দেখা যায়। মই ব্যতিক্ৰম নহওঁ। শঙ্খিনীৰ পাৰত কিমান দিন যে গছৰ শিপাত হাত থৈ জীৱন্ত প্ৰাণী বুলি ভাবি উচাপ খাই উঠিছোঁ! এনেধৰণৰ নানান আচৰণত মই অভ্যস্ত। অথচ তাৰ কোনো ধৰণৰ উদ্দেশ্য বা তাৰ মাজত কোনো কাৰ্যকাৰণৰ সম্পৰ্ক নাই। গতিকে মোৰ সংকোচবোধ আঁতৰি গৈছিল। অৱশ্যে মোৰ আশঙ্কা হৈছিল যে এইবোৰ

প্ৰক্ৰিয়াই মুছলমানসকলক নিলগাই ৰাখিব! সত্যচৰণবাবুৱে কৈছিল, মুছলমান সমাজকো আমি লগত লব বিচাৰোঁ। কিন্তু এইবোৰ নিয়মে মুছলমানক বাধা দিব। মুছলমানসকল বোধহয় তেওঁলোকৰ বৈৰীভাবাপন্ন হ'ব।—

"সমস্যা এইটোৱেই যে মই হৈছো মুছলমানবংশজাত। এনে ক্ষেত্ৰত প্ৰশ্নটো মই উত্থাপন কৰিলে 'ওলোটা বুজিলি ৰাম' হোৱাৰেই আশঙ্কা। ভাবিব, মই মুছলমান কাৰণেই তেনেদৰে কৈছোঁ। তেওঁলোকে মোক হিন্দু সাব্যস্ত কৰিলেও, প্ৰকৃতাৰ্থত মই হিন্দু বা মুছলমান একোৱেই নহয়, মই এজন মানুহ—দ্বিপদ প্ৰাণীবোৰৰ এটা সামান্য নিদৰ্শন। এইবোৰ কথা ভাবি প্ৰশ্নটো তোলা নাই। মই আচৰিত হৈছোঁ, তেওঁলোকৰ কোনোজনৰেই মনত এই প্ৰশ্নটো জাগা নাই কিয়?'

"বহুদিনৰ পৰা মোৰ মনত এটা গুপুত বাসনা আছিল। অইন একো নহয়, এটা ঘোঁৰা কিনাহে। ঘোঁৰাটো বাৰিচাচাজীৰ সেই ঘোঁৰাটোৰ দৰে তেজাল, বেগী হ'ব লাগিব। এইখিনিতে এটা কথা কৈ থোৱা ভাল হ'ব। আশ্ৰমবাসী ভদ্ৰলোকসকলে দোলা আৰু অব্ৰাহ্ম হিন্দুসকলেও দোলা আৰু এক্কা, টম্‌টম্, টাঙ্গা আদি ঘোঁৰাই টনা বাহনত উঠিছিল। মাথোন চৰকাৰী বিষয়া, ডাক্তৰ, পুলিচৰ ডাৰোগাহঁতে ঘোঁৰাত উঠিছিল। ব্ৰহ্মপুৰত মিএগ্ৰা-মুছলমানৰ বসতি হোৱা নাই। কিন্তু আন প্ৰায়ভাগ ঠাইতেই দেখিছোঁ বেছিভাগ মুছলমানেই ঘোঁৰাত উঠিব খোজে। কেতিয়াবাহে ক'ৰবাত কোনো জমিদাৰ বা ধনী হিন্দুৱে ঘোঁৰাত উঠিছিল। অৱশ্যে এয়া গাওঁ অঞ্চলৰহে কথা। নগৰ অঞ্চলত কথাটো বেলগ হ'ব পাৰে। পিছে ইয়াৰ পৰা মই লোৱা সিদ্ধান্তটো হৈছে এই যে এই দেশৰ সকলো শ্ৰেণীৰ মুছলমান মানুহেই ঘোঁৰা-ছৱাৰী হোৱাৰ প্ৰৱণতাৰ আঁৰত এটা ট্ৰেডিছনৰ লক্ষণ ফুটি ওলায়। বিদেশী জাতি-বৰ্ণৰ মানুহৰ ভাৰত জয় কৰাৰ আঁৰত অতীতত সম্ভৱতঃ অশ্বাৰোহন মুখ্য উপাদান স্বৰূপ বুলি বিবেচিত হ'ব পাৰে। বেদ-ৰামায়ণ-মহাভাৰত-পুৰাণ আদি শাস্ত্ৰত অশ্বচালিত ৰথৰ গৌৰৱময় বৰ্ণনা আছে । কিন্তু অশ্বাৰোহীৰ কথা নাই। অশ্বমেধ যজ্ঞৰ ঘোঁৰা আৰোহীবিহীন ভাবে এৰি দি যোদ্ধাসকলে খোজ কাঢ়ি ঘোঁৰাক অনুসৰন কৰিছিল। ঐতিহাসিক যুগতো দেখা যায়, বহিৰ্দেশীয়সকলেই অশ্বাৰোহনত সক্ষম। এই যুগত যিসকলে ভাৰত জয় কৰিবলৈ সফল হৈছে, তেওঁলোক আটায়ে অশ্বাৰোহী হৈ এই দেশত সোমাইছে। আৰব, তুৰ্কী আৰু মোগলসকলেও ঘোঁৰাৰ পিঠিত আহি এই দেশ জয় কৰিছে। ঘোঁৰাত উঠা আৰু ঘোঁৰাই টনা ৰথত উঠাৰ মাজত মৌলিক পাৰ্থক্য আছে। হাতীত উঠি ৰণত নমা আৰু ঘোঁৰাত উঠি অস্ত্ৰচালনা কৰাৰ মাজতো শৌৰ্য আৰু গতিশীলতাৰ দিশত বিশাল পাৰ্থক্য আছে। প্ৰাচীন আৰু মধ্যযুগত হিন্দুসকলৰ মাজত অশ্বাৰোহনৰ প্ৰবণতা নথকাৰ কাৰণেই বোধহয় তেওঁলোক বিদেশীৰ পদানত হৈছিল। কিন্তু বিজিত হোৱাৰ পিছত বিজেতাসকলৰ সহযোগত অশ্বাৰোহনত মনযোগী হয়। মোৰ এই ধাৰণাৰ ভিত্তি এয়াই যে একেবাৰে সাধাৰণ গাঁৱলীয়া মুছলমানজনেও এটা ঘোঁৰা পোহেই। কিন্তু সাধাৰণ হিন্দুসকলৰ মাজত ঘোঁৰা পোহাৰ দৃষ্টান্ত দুৰ্লভ। অশ্ব গতি, শৌৰ্য আৰু দূৰত্বৰ প্ৰতীক। ঋক্‌বেদ সংহিতাত

থকা অশ্বসূক্ত পঢ়িছোঁ। আৰ্য ঋষিসকলে অশ্বৰ মাজত ঐশী শক্তিৰ অভিব্যক্তি লক্ষ্য কৰিছিল। বিশ্বপ্ৰকৃতিৰ সকলোধৰণৰ শক্তিৰ ক্ষেত্ৰতে 'অশ্ব' শব্দটো যুক্ত কৰিছিল। সেই কাৰণতেই তেওঁলোকে ঘোঁৰাৰ পিঠিত মানুহৰ আৰোহনক পাপ কাম বুলি বিবেচনা কৰিছিল নেকি বাৰু? যেন অমৰ দেৱতাসকলত বাদে নশ্বৰ মানুহে অশ্বাৰোহী হোৱা গৰ্হিত কাম। পিছে অশ্বচালিত ৰথত আৰোহন কৰাৰ ব্যৱস্থা হ'লে অনুমোদন কৰিছে। এই ধৰণাৰ ফলত যুগে যুগে হিন্দুসকলে যাতনা ভুগিছে।—'

"মোৰ দৰমহাৰ আটাইখিনি টকা জমা আছিল। হিচাব কৰি দেখিলোঁ দুশ হৈছে। কিন্তু ঘোঁৰা কিনাৰ কথাটো দেবনাৰায়ণদাৰ আগত উলিওৱাত তেওঁ হাঁহি হাঁহি ক'লে, দেখিছোঁ তোক ঘোঁৰাৰোগে ধৰিছে। অৱশ্যে তই ঘোঁৰা কিনিব খুজিলে মোৰ একো আপত্তি নাই। ভাবি চোৱা,ঘোঁৰা পোহা বৰ সহজ কাম নহয়। তাৰ কাৰণে এটা আস্তাবলৰ আৱশ্যক। খাদ্য আৰু খুব যত্নৰ প্ৰয়োজন। মই ক'লোঁ, হাজাৰিলালে কথা দিছে, তেওঁৰ পঁজাৰ কাষত এটা চালিঘৰ সাজি দিব। ওচৰতে প্ৰচুৰ ঘাঁহো পোৱা যাব। তেওঁ বিহাৰৰ মানুহ। ঘোঁৰা পালনৰ বিষয়ে তেওঁ খুব ভালকৈ জানে। দেবনাৰায়ণদাই হাঁহি ক'লে, চা বোপাই, ঘোঁৰাৰোগ বৰ কঠিন ৰোগ। পিছে ইয়াৰ লগত মোক নাসাঙুৰিবি। তোৰ ঘোঁৰা তয়েই চম্ভালিবি। মোৰনো ক'বলৈ কি? পিছদিনা হাজাৰিলালক লগত লৈ ৰহিমপুৰৰ ঘোঁৰা বজাৰ পালোঁগৈ। বহুত ঘোঁৰাৰ ভিতৰত এটা ধুনীয়া ক'লা ঘোঁৰা পছন্দ হ'ল। ঘোঁৰা সম্পৰ্কে মোৰ বহু বছৰ আগৰ যৎকিঞ্চিত জ্ঞানৰ কষতি শিলত বিচাৰ কৰি দেখিলোঁ যে এই ক'লা ঘোঁৰাটোৱেই মোৰ বাবে উপযুক্ত হ'ব। মোক আচৰিত কৰি প্ৰকাণ্ড ম'হশিঙীয়া গোফধাৰী হিন্দুস্থানীজনে দাম ক'লে, বাবুজী, দেড়শও ৰূপেয়া কিম্মত! ইয়ে পাহলোৱান ঘোঁড়েকা মালেক ভি জবৰদস্ত পাহলোৱান থা। লেকিন উও মৰ গেয়া। উসকা বাল্ বাচ্ছা কৈ নেহি হ্যায়। উস্কা জেনানা ক্যা কৰে? এক মুহূৰ্ত্তও পলম নকৰি মই টকা গণি দিলোঁ। মোৰ গাৰ তেজ নাচি উঠিল। হাজাৰিলালে কাণে কাণে ক'লে, ঠগ খালা। এইখন বজাৰত আটাইতকৈ ভাল ঘোঁৰাটোৰ দামো এশতকৈ বেছি নহয়। তেওঁৰ কথাত কাণ নিদিলোঁ। বাকীখিনি টকাৰে ৰেকাব, জীন, লেকাম, চাবুক সকলোবোৰ কিনিলোঁ। হাজাৰিলালে গোটেই সময়ছোৱা ভোৰ্ভোৰাই আছিল। দুশ টকাত পূৰা দুশমোন চাউল পোৱা যায়। মাজতে আকৌ ক্ষুব্ধভাৱে ক'লে, ঘোঁৰাৰ পিঠিত উঠি বিপ্লৱ কৰাৰ দিন এতিয়া আৰু নাই। বিপ্লৱীবোৰ পদাতিক নহ'লে সকলো ধৰণৰ বিপদৰ আশঙ্কা। চিপাহী বিদ্ৰোহৰ বুৰঞ্জী পঢ়ি চোৱা! সমুখ সমৰত ইংৰাজৰ লগত ফেৰ নামাৰিবা। গোপনে বাঘৰ দৰে আকস্মিকভাবে একো একোটা শক্তিকেন্দ্ৰৰ টেটুত কামুৰি ধৰিব লাগিব। সন্ত্ৰাস সৃষ্টি কৰিব লাগিব। ব্যক্তিহত্যাই প্ৰয়োজনীয় সন্ত্ৰাস সৃষ্টি কৰিবলৈ সমৰ্থ। ৰহিমপুৰৰ ৰাষ্টাত একেজাপে কৃষ্ণকায় ঘোঁৰাটোৰ পিঠিত উঠি হৰিদাক ক'লোঁ, হৰিদা! ইয়াৰ এটা নাম দিয়ক। হাজাৰিলালে পৰিহাস কৰি ক'লে, 'পালোৱান'! মোৰ মনঃপূত হ'ল। ডাঙৰকৈ সম্বোধন কৰিলোঁ, পালোৱান! পিছমুহূৰ্ত্ততে চাবুক নচুৱাই দুই আঠুৰে পালোৱানক খুন্দিয়াই দিলোঁ। ঘোঁৰাটো সুশিক্ষিত। ধূলিধূসৰ ৰাষ্টাটোৰে সি বিদ্যুৎ বেগেৰে চেকুৰ মাৰিলে। আধা

ক্ৰোশমান যোৱাৰ পিছত লেকাম টানিলোঁ। ঘোঁৰাটো ৰ'ল। তাতে নামি এজোপা গছৰ তলত হাজাৰিলালৰ কাৰণে অপেক্ষা কৰিলোঁ। তেওঁ যেন ইচ্ছা কৰিয়েই লাহে লাহে খোজ কাঢ়িছিল। মুখখন বৰ গহীন দেখা গৈছিল। ওচৰ পায়েই কিন্তু হি হিঁকৈ হাঁহিলে। কাৰণ সুধিলত ক'লে, পালোৱান! পালোৱানেই হয়!

"পালোৱানক পাই মই মাতাল হোৱাৰ নিচিনাই হৈছিলোঁ। কিয় নাজানোঁ, আশ্ৰমৰ মানুহবোৰে মোৰ 'ঘোঁৰাৰোগ'টো পছন্দ কৰা নাছিল। এই বছৰত আন এটা উল্লেখনীয় ঘটনা ঘটিল। গিয়াচপণ্ডিতে তেওঁৰ কন্যা আৰু গৃহস্থিসহ আশ্ৰম ত্যাগ কৰে। অঞ্চলটোত তেওঁৰ বিৰুদ্ধে মুছলমান ৰাইজৰ নিন্দা, গালি-শপনি অন্যতম কাৰণ হবও পাৰে। পিছে মই শুনিছিলোঁ, দেবনাৰায়ণদাৰ লগত কোনো এটা বিষয়ত সাংঘাটিক মতান্তৰহে ইয়াৰ কাৰণ। তেওঁৰ মতে হেনো 'ব্ৰাহ্মসকলে যি ঐতিহ্য পুনৰুদ্ধাৰত ব্ৰতী, সেয়া অকল ধৰ্মকেন্দ্ৰিকেই নহয়, প্ৰায় সাত শ বছৰৰ মুছলমান শাসনকালৰ সভ্যতা, সংস্কৃতিৰ সমন্বয়কাৰী ধাৰাটোৰ প্ৰতি শীতল মনোভাৱ প্ৰদৰ্শন। তেওঁলোকে ৰাষ্ট্ৰনীতি, সংস্কৃতি আৰু অন্যান্য ক্ষেত্ৰতো মুছলমানসকলৰ কৃতিত্বৰ প্ৰতি অবলোকন কৰা নাই। তেওঁলোকৰ ভিতৰত দুই চাৰিজনত বাদে প্ৰায় সকলোৱেই সুপ্ৰাচীন বৈদান্তিক আৰু আধুনিক ইউৰোপীয় দৰ্শন আৰু সমুদায় তত্ত্ব চিন্তাকেই প্ৰাধান্য দিছে। এয়া শুভ লক্ষণ নহয়। মৌলবী গিৰিশচন্দ্ৰ সেন প্ৰমুখ্যে কিছুমান ব্যতিক্ৰম। এইবোৰ কথা পিছত কলিকতাৰ পৰা চিঠি লিখি গিয়াচপণ্ডিতে মোক জনাইছিল আৰু এই বিষয়ে মোকো ভাবি-চিন্তি চাবলৈ কৈছিল। তেওঁ কলিকতাৰ তালতলাৰ তেওঁৰ আত্মীয় মৌলবী আফতাবুদ্দিনৰ লগত আছে। 'জাগৰণ' নামে এখন আলোচনীৰ সহকাৰী সম্পাদক হৈছে। 'উদাৰ মনৰ কিছুমান অব্ৰাহ্ম হিন্দুৱেও এই আলোচনীখনত লিখি আছে!'.........

"অশ্ব-উন্মাদনাৰ বাবে এইবোৰলৈ গুৰুত্ব নিদিলোঁ। মাজে মাজে স্বাধীনবালাই আহি কয়, ৰেহেনাই তাইলৈ চিঠি লিখিছে। স্বাধীনে মিচিকিয়া হাঁহি মাৰি কৈছিল, ৰেহেনাক বিয়া কৰালে সুখী হ'লাহেঁতেন! এদিন আকৌ সেই একেষাৰ কথাকে কোৱাত ময়ো একেধৰণে ধেমালি কৰি কলোঁ, এজনীক বিয়া কৰালে হয়তো সুখী হব পাৰিলোহেঁতেন! স্বাধীনে সুধিলে, কোননো তেওঁ? ক'লোঁ, নামটো নকওঁ। মাথো ইমানকে ক'ব পাৰোঁ, তেওঁ খুব স্পষ্টকৈ জনাই দিছিল যে তেওঁৰ বুকুত পুৰুষৰ প্ৰতি প্ৰেমৰ কোনো সঁচেই নাই। স্বাধীন লগে লগে গহীন হৈ মোৰ কাষৰ পৰা আঁতৰি গ'ল। ময়ো হাঁহিবলৈ লৈ গহীন হ'লোঁ। এই গাভৰুজনীক জানো মই সঁচাই ভাল পাওঁ? সঁচা নহয় দেখোন! মোৰ হৃদয়তো ঠিক তাইৰ দৰেই এতিয়া নাৰী-প্ৰেম বুলিবলৈ একোৱেই নাই! এসময়ত যি আছিল সেয়া গেলি-পচি দুৰ্গন্ধ বিয়পাই পঞ্চভূতত মিলি গৈছে।'

"সেইবাৰ বসন্তকালত এদিন পিয়নজনে মোক এখন খাম দি গ'ল। মোৰ নাম-ঠিকনা সুন্দৰকৈ ইংৰাজীতে লিখা। খুলি চঁক্ খাই উঠিলোঁ।

'প্ৰিয় পুৰুষমানুহ!'

নিমন্ত্রণ জনাইছিলোঁ। বাট চাওঁতে চাওঁতে মোৰ চুলি পকিব নেকি? আৰ্বি কিতাপত পঢ়িছোঁ, আৰবসকলৰ মাজত এটা প্ৰথা আছে, নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিলে তেওঁ শত্ৰু বিবেচিত হয়। চৈয়দসকলৰ মূল দেখোন আৰবত। সম্প্ৰতি শ্ৰীমতী স্বাধীনবালাৰ চিঠিৰ পৰা গম পাইছোঁ যে আপোনাক ঘোঁৰাৰোগে ধৰিছে। উত্তম সংবাদ। মোৰ প্ৰেমিক জিনটোৰো একেই দশা। সি মোক ঘোঁৰাৰ পিঠিত তুলি পদ্মা নৈৰ বালিচৰলৈ লৈ যায়। তাক আপোনাৰ লগত ডুৱেল যুঁজাবৰ মন যায়। বালিত বহি জোনাক নিশা দুই অশ্বাৰোহীৰ যুঁজ চাবলৈ বৰ মন। অধিক লিখা নিস্প্ৰয়োজন। ইতি—ৰ। পুনশ্চ ঃ পিতৃদেৱে তেওঁৰ প্ৰিয়তমাৰ লগত কলিকতালৈ গৈছে। সেইবাবেই কৈছোঁ, আতিথ্যৰ কোনো ত্ৰুটি নহ'ব। মুন্সীচাচাক আপোনাৰ বিষয়ে কাণচোৱাই থৈছোঁ।'

''মনস্থিৰ কৰোতে দুদিন গ'লেই। হৰিবাবুক কথাটো জনাম নে নাই ঠিৰাং কৰিব পৰা নাছিলোঁ। অৱশেষত ঠিৰাং কৰিলোঁ, কাকোৱেই একো নজনাওঁ। পিছে দেবনাৰায়ণদাক কব লগা হ'ল, বহু বছৰ হ'ল মা-দেউতাক দেখা নাই। তেওঁ আনন্দমনেৰে অনুমতি দিলে। পিছদিনা ফেহুঁজালি দিওঁতেই যাত্ৰা আৰম্ভ কৰিলোঁ। কৃষ্ণপুৰ উত্তৰ-পূব কোণত, বিহাৰ সীমান্তত অৱস্থিত। শুনিছোঁ, প্ৰায় আঠ ন ক্ৰোশ দূৰ। ৰাস্তাত দুবাৰ দুঠাইত জিৰালোঁ। এবাৰ ৰাস্তা ভুল কৰিলোঁ। গাওঁবোৰৰ মাজেৰে পাৰ হৈ যাওঁতে মন কৰিলোঁ সকলোৱে মোলৈ প্ৰশংসাৰ দৃষ্টিৰে চাইছে। ভাবিছে ছাগে, কোনোবা জমিদাৰৰ পুতেকেই হ'ব! সেইদিনত হিন্দু জমিদাৰসকলক তেওঁলোকৰ হিন্দু-মুছলমান সকলো প্ৰজাই 'ৰজা' বুলিছিল। জমিদাৰৰ ঘৰক 'ৰাজবাৰী' বুলিছিল। নবাব বুলি ক'লে মাথোন লালবাগৰ নবাববাহাদুৰ। ইংৰাজহঁতে বহু জমিদাৰক বিশেষ-বিশেষ উপলক্ষত 'ৰজা' খিতাপ দিছিল। তদুপৰি মুছলমান শাসনকালৰ ৰজা খিতাপ পোৱা কিছুমান জমিদাৰো আছিল।'

''ক্ৰমান্বয়ে মাটিৰ ৰূপ বেলেগ দেখিবলৈ পাইছোঁ। চৌদিশে ওখোৰা-মোখোৰা, বৃক্ষ-বিৰল, উষৰ প্ৰান্তৰ। ৰাস্তাটো বাওঁফালে ঘূৰিছে। লাহে লাহে গছ-লতা-জোপোহা চকুত পৰিল। সমতল ভূমি আৰু পথাৰৰ সেউজী শোভাই ক্লান্তি গুচালে। উত্তৰ ফালে চকুত পৰিল প্ৰবাহমান বিশাল পদ্মা। নৈখনিৰ বিশালতা মনোমুগ্ধকৰ। অলপ দূৰ গৈ দেখিবলৈ পালোঁ ইটাৰ ঘৰবোৰ। ৰাস্তাত টাঙ্গা, এক্কাগাড়ী আৰু গৰুগাড়ীৰ সঘন অহা-যোৱা দেখি অনুমান কৰিলোঁ কৃষ্ণপুৰৰ আৰ্থিক অৱস্থা উন্নত। মোৰ শৰীৰ ঘনাই শিহৰিত হবলৈ ধৰিলে। গাঁৱত সোমাই এজন মানুহক সোধাত সি মোক মাথোন 'ৰাজবাৰী'ৰ ৰাস্তা দেখুৱাই দিয়াই নহয়, পিছে পিছে দৌৰি গৈ থাকিল। দেখি অবাক হ'লোঁ ৰাজবাৰীৰ চৌপাশে দ গড়খাৱৈ! সম্মুখৰ ফটকৰ দুৱাৰত এজন সঙ্গীনধাৰী প্ৰহৰী আৰু আন এজন গোৰ্খা প্ৰহৰীয়ে খুক্ৰি লৈ থিয় দি আছে। গড়খাৱৈৰ কাঠৰ দলংখন পাৰ হোৱাৰ পিছত সিহঁতে চালাম জনালে। ক'লোঁ, মুন্সী আব্দুৰ ৰহিমক খবৰ দিয়া। মই ব্ৰহ্মপুৰ আশ্ৰমৰ পৰা আহিছোঁ। লালবাগৰ হাভেলিৰ দৰে ইয়াতো সঙ্গীনধাৰীজনে এডাল ৰচী টানি দিলে। ভিতৰত এটা সৰু ঘন্টা বাজি

উঠিল। প্ৰকাণ্ড বন্ধ দুৱাৰখনৰ একাংশৰ ফুটা এটাৰে এখন মুখ জিলিকি উঠি আকৌ অদৃশ্য হ'ল। অলপ পিছতেই দুৱাৰখনৰ এটা অংশ খুলি বুঢ়া মুছলমান এজন ওলাই আছিল। অলপ শঙ্কিত দেখা গৈছিল। লাহেকৈ কিবা কোৱাত প্ৰহৰী দুজনে দুৱাৰখন খুলি দিলে। সুধিলোঁ, আপুনিয়েই মুন্সীজী নহয়নে? মৃদু হাঁহি মাৰি তেওঁ মূৰ দুপিয়ালে। ক'লে আহক। চাৰিওফালে সুউচ্চ দেৱাল, সম্মুখত ফুলনি, মৰ্মৰ মূৰ্ত্তি, মাজত এটা দুমহলীয়া প্ৰাসাদ। আনফালে শাৰী শাৰী এ মহলীয়া ঘৰবোৰ। একেধৰণৰ আন এখন ফটক মোৰ চকুত পৰিল। ঘোঁৰাৰ পৰা নমাৰ লগে লগে এজন মানুহ দৌৰি আহি মোৰ হাতৰ পৰা সবিনয়ে লেকামডাল হাতপাতি ল'লে। মুন্সীজীয়ে ক'লে, আপোনাৰ ঘোঁৰাৰ যত্নৰ ক্ৰটি নহ'ব। মকবুল চহিচে ঘোঁৰাৰ লগত কথাপতাত পাকৈত। বুজিলোঁ মানুহজন ৰসিক।'

"প্ৰকাণ্ড হলঘৰটোত দেৱালচিত্ৰ, জীৱ-জন্তুৰ ষ্টাফকৰা মূৰ, বগা মাৰ্বল পাথৰৰ আহল-বহল মেজ আৰু নানা ধৰণৰ বহাৰ আসন সজাই থোৱা আছে। মুন্সীজীয়ে মোক এখন চকীত বহিবলৈ দি চাকৰৰ হতুৱাই খবৰ পঠালে। ক'লে, গোবিন্দবাবু মহললৈ গৈছে। ৰজাবাবুও কলিকতালৈ গৈছে। সেইবুলি কিন্তু আপোনাৰ একো অসুবিধা নহ'ব। এনেতে চাকৰজনৰ লগত হলঘৰৰ এমূৰৰ গালিছা পাৰি থোৱা খট্‌খটিৰে পাহাৰী জুৰিটি বৈ অহাৰ দৰে ৰত্নময়ী নামি আহিল। তেওঁ 'আস্‌সালামু আলাইকুম' বুলি সম্ভাষণ নজনালে। হাঁহি মুখেৰে মাথোন ক'লে, মোৰ সৌভাগ্য! আহক। তেওঁক অনুসৰণ কৰিলোঁ। মুন্সীজী বোধহয় স্তম্ভিত হৈছিল। দুমহলাৰ বাৰাণ্ডাৰে ঘূৰি উত্তৰ-পূৱ কোণৰ এটা সুসজ্জিত কোঠাত সোমাই ৰত্নময়ীয়ে ক'লে, সৌৱা চাওঁক প্ৰবাহিত পদ্মা! সৌৱা বালিচৰ। তেওঁক সিদিনাৰ নিচিনা অপ্ৰকৃতিস্থা বোধ নহৈছিল। সুধিলোঁ, এইটো কোঠাত কোন থাকে? ৰত্নময়ীয়ে ক'লে, দাদা আছিল। এতিয়া আপুনি থাকিব। দ্বিধাগ্ৰস্ত হৈ সুধিলোঁ, মোৰ কাৰণে আপুনি অসুবিধাত নপৰেতো? ৰত্নময়ীৰ কোটৰগত চকুহাল জ্বলি উঠিল। ক'লে, এজনী মুছলমান বাইজী থাকিলে অপৱিত্ৰ নহয়, আৰু এজন চৈয়দবংশীয় পীৰৰ সন্তান থাকিলে এই প্ৰাসাদ অপৱিত্ৰ হবনে? বৰং এই মুহূৰ্ত্তত জাহান্নাম বেহেস্ততহে পৰিণত হ'ল। ঈষৎ হাঁহি ক'লোঁ, কিন্তু মই যে ধৰ্মপ্ৰাণ নহওঁ। গতিকে বাইজীতকৈও বেয়া নাৰকীয় চয়তান! ৰত্নময়ীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, ডোণ্ট্ নো দেট চাতান ৱজ ৱানচ্ অল্‌চো এন এঞ্জেল ইন্ দা চেমিটিক ট্ৰেডিচন?

চমকিত হৈ ক'লোঁ, এৰা, সেইটো অৱশ্যে সঁচা। সেইটোৱেই হেনো বিশ্বৰ প্ৰথম বিদ্ৰোহ। চয়তান সৰ্বচৰ—অবাধ তাৰ গতি। বিদ্ৰোহেই কোনো সত্তাক প্ৰকৃত স্বাধীন কৰে। বিদ্ৰোহেই স্বাধীনতাৰ সোঁতত উটুৱাব পাৰে। ৰত্নময়ীয়ে ভ্ৰু কুঞ্চিত কৰি ওঁঠৰ কোণত হাঁহিৰ ৰেখা টানি ক'লে, ইমানকৈ স্বাধীনতাৰ গৌৰৱ প্ৰচাৰ কেলেই? আশাকৰোঁ, স্বাধীনবালাৰ প্ৰেমত পৰা নাই? হাঁহিবলৈ চেষ্টা কৰি ক'লোঁ, খুকু মানে স্বাধীনে কয়, তাইৰ হৃদয়ত হেনো পুৰুষ-প্ৰেম বুলি কোনো পদাৰ্থই নাই। ময়ো তেনেকৈ প্ৰেমহীন পুৰুষ। ৰত্নময়ীৰ জানো কি হ'ল, হঠাতে মোৰ ভৰিত পৰি সেৱা জনাই ক'লে, ইউ আৰ এন এঞ্জেল!—"

## একৈশ

# হুল্ হুল্ জুল্ জুল্................

হজৰত চৈয়দ আবুল কাছেম মুহম্মদ বদি-উজ-জামান আল হুচায়নি আল-খুৰাচনিয়ে জীৱনৰ বাস্তৱতাবোৰক জোৰকৈ খামুচি ধৰিবলৈ শেন চৰাইৰ দৰে বক্র গতিৰে মাটিলৈ নামি আহিছিল। কিন্তু বক্রগতিৰে মৰা চোঁবোৰ প্ৰতিবাৰেই নিস্ফল হৈছিল। স্থলচৰ আৰু বায়ুচৰ প্ৰাণীবোৰৰ মাজত মৌলিক পাৰ্থক্য আছে! ওজন তথা গতিজনিত পাৰ্থক্য। স্থলচৰ মাত্ৰৰেই গতি সমান্তৰাল আৰু ধীৰ। বায়ুচৰ মাত্ৰৰেই গতি বেঁকা আৰু কোবাল। এই ফৰাজি ধৰ্মগুৰুজন, যিয়ে জীৱনৰ বাস্তৱতাবোৰ ঐশী বিধি অনুসৰি ব্যাখ্যা কৰিছিল, নিজেই ঘটনা চক্রে গৈ চুফি উচ্চতালৈ উত্থিত হৈছিল। উচ্চতা যে বাস্তৱতাৰ শত্রু তেওঁ বুজিছিল। সেয়েহে মাজে সময়ে তেওঁ অৱতৰণ কৰাৰ কাৰণে চেষ্টা কৰিছিল। পিছে ক্ৰমান্বয়ে তেওঁ বুজিলে যে তেওঁৰ দেহ-মনে মাধ্যাকৰ্ষণক পৰাভূত কৰিছে। অস্পষ্ট , সূক্ষ্ম মকৰাজালৰ দৰে অলৌকিকতাই তেওঁক মেৰিয়াই পেলাইছে। তেওঁ চোঁ মাৰি লৌকিক জগতৰ বুকুত অৱস্থিত কোনো লক্ষ্যবস্তুৰ ফালে ধাবিত হৈছিল। কিন্তু স্পৰ্শ কৰাৰ লগে লগেই সেইটো নিস্ফল আৰু বস্তুপিণ্ড বুলি বোধ হৈছিল। এনেকৈয়ে তেওঁ 'কাহিন আওৰত' ইকৰাতনক ত্যাগ কৰে; কোনো ধৰ্ম সংস্কাৰৰ কাৰণে নহয়। তাৰ পিছত চাইদাৰ ফালে চোঁ মাৰিলে। বুজিলে, এই গৰাকী চাইদা আন এগৰাকী নাৰীহে। এজনী গৃহিনী মূৰ্গী। তাতোকৈ ডাঙৰ কথা, চাইদায়ো তেওঁৰ গিৰিয়েকৰ ৰহস্যময় শৰীৰটোক মানুহ হিচাপে গণ্য কৰিব পৰা নাছিল। চাইদা ক্ৰমশঃ মুগ্ধ আৰু ভীত হৈছিল। বুজুৰ্গ পতিৰ শৰীৰৰ চৌপাশে নুৰৰ ৰৌশ্‌নি (পোহৰমালা)! ভাবিছিল, এইজন মানুহ নহয়, জিন পৰিবেষ্টিত এটা সূক্ষ্ম সত্তা। তেজ-মাংস-অস্থিবিহীন এটা অবয়ব। তথাপি তেওঁ আকৌ এবাৰ গৰ্ভৱতী হয়। বদিউজ্জামানে উল্লসিত হৈ ভাবিলে, তেনেহ'লে বাস্তৱতা তেওঁৰ লক্ষ্যবিদ্ধ হ'ল। কিন্তু তিনিমাহৰ পিছত এদিন দুপৰীয়া চাইদাই যন্ত্ৰণাত চট্‌ফটাই থাকি অৱশেষত ঘৰৰ মজিয়া তেজেৰে ৰাঙলি কৰিলে। জিনবোৰে ভ্ৰূণৰূপী লৌকিকটো তেওঁৰ জঠৰৰ পৰা টানি-আজুৰি উলিয়াই দিলে। এমাহ তেওঁ বিছনাত পৰি থাকিল। বদিউজ্জামান স্তম্ভিত আৰু ভীত হ'ল। এবাদতখানাৰ পৰা সপ্তাহৰ

মূৰত ঘৰলৈ যোৱা বন্ধ কৰিলে। কথিত আছে যে এই কালছোৱাতে এনিশা সোঁ-সোঁ শব্দ শুনি তেওঁ এবাদতখানাৰ বাহিৰলৈ ওলাই আহে। সিদিনা আকাশত হালধীয়া জোনাক। এবাদতখানাৰ চোতালত এজোপা ক'লা আৰু দীঘল গছ দেখি তেওঁ হতভম্ব হয়। আলহী গছজোপাৰ লগত তেওঁ এইদৰে কথা-বতৰা হৈছিল—

কোন তুমি?

কাহিন। (আৰ্বি ভাষাত কাহিন মানে ভৱিষ্যতবক্তা, জোৰানাম গাওতা। বাংলাৰ 'ডাহিন' আৰু অসমীয়াৰ 'ডাইনী'ৰ লগত ইয়াৰ কিছু মিল আছে। শব্দটো হিব্ৰু 'কাহেন'ৰ পৰা উৎপত্তি হৈছে। কাহেন মানে পুৰোহিত)

ইকৰাতুন্নেছা?

কৰুশা।

কি লাগে?

একো নালাগে।

কিয় আহিছা?

আপুনি কিমান সুখত আছে চাবলৈ আহিছোঁ।

মই সুখী।

দেখিলোঁ আপুনি দুখী।

গছজোপাত কোব মাৰিবলৈ বদিউজ্জামানে লাঠি দাঙিলে। লগে লগে গছজোপাৰ পৰা এগৰাকী নাঙঠ তিৰোতা নামি আহিল। তাইৰ নীলা চকুযুৰিৰ পৰা জুইৰ ফিৰিঙতি ছিটিকি পৰিল। বদিউজ্জামানে আৰ্ত্তনাদ কৰিলে, জিনসকল! এই খান্নাচজনীৰ পৰা মোক বচোৱা! লগে লগে বগা পোছাক আৰু পাগুৰি পিন্ধা এদল বগা জিনে কাহিনজনীক ধৰি পেলালে আৰু তাইক লৈ আকাশৰ পিনে গুচি গ'ল। কিন্তু গছজোপা তাতেই থাকিল। গছজোপা তাইৰ বাহন আছিল। মৌলাহাটৰ চকিদাৰ হাছেমে সিদিনা ৰাতি প্ৰবল ধুমুহাৰ কবলত পৰিছিল। অথচ আকাশত এচিকটাও মেঘ নাছিল। সি জোনৰ হালধীয়া পোহৰ দেখি ভয় খাইছিল। তদুপৰি এবাদতখানাৰ চোতালত এজোপা অচিনাকি গছ। আকস্মিক ভাবে আবিৰ্ভূত এজোপা গছ! ৰাতিটোৰ ভিতৰতে এনেকৈ এজোপা গছ আৱিৰ্ভাৱ হোৱাৰ নিচিনা ঘটনাৰ দৃষ্টান্ত নাই। খবৰটো লাহে লাহে চৌদিশে বিয়পি গ'ল। এবাদতখানাত বিনা হুকুমত প্ৰৱেশৰ উপায় নাই। সেয়েহে আঁতৰৰ পৰা গছজোপা চোৱাৰ বাবে মানুহৰ খুব ভীৰ হৈছিল। ভীৰ ইমানেই বাঢ়িবলৈ ধৰিলে যে, শেষত হজৰতে গছজোপা কাটি পেলাবলৈ হুকুম নিদি নোৱাৰিলে। তাৰ কাৰণে হোছেন কৰতীয়াক বিচাৰ-খোঁচাৰ কৰা হয়। গছজোপাত কুঠাৰৰ ঘাপ পৰিলেই কোনোবাই ফটা মাতেৰে আৰ্ত্তনাদ কৰি উঠে! সেই আৰ্ত্তনাদে কাণত বেজীৰ দৰে বিন্ধে। চৌদিশৰ গাৱঁৰ ৰাইজে সেই আৰ্ত্তনাদ শুনিছিল। আৰু গছজোপাৰ পৰা তেজ ছিটিকি পৰিছিল। হোছেনে কুঠাৰ পেলাই পলাল। তেতিয়া হজৰতে গছজোপাৰ সম্মুখলৈ গৈ এই দোৱাটো মাতে ঃ হুল্ হুল্ জুল্ জুল্....' কাৰোবাক আপোন কৰিবলৈ আৰু বশ কৰিবলৈ এই দোৱাটো মাতিলে ফল পোৱা

যায়, কিতাপত লিখা আছে। গছজোপা ক্ৰমশঃ বাঢ়ি গৈ থাকে। সেই গছজোপা আজিও এবাদতখানাৰ ধ্বংসস্তূপৰ সম্মুখত থিয় হৈ আছে। গছজোপাৰ গুৰিত কুঠাৰৰ ঘাপকেইটা আজিও স্পষ্টকৈ জিলিকি আছে। কি জাতৰ গছ, কোনেও নাজানে। এনে গছ কোনোৱে ক'তো দেখা নাই।

আইচানা ঃ দোৱাটো আৰু এবাৰ মাতাচোন দাদিমা।

দি. বেগম ঃ হুল্-হুল্ জুল্-জুল উম্‌কি বুছবাৰ জুৰ! আইচানা! আইচানা! এনেকৈ ক'লৈ দৌৰ মাৰিলি?

আইচানাই দৌৰি ঘৰৰ পৰা ওলাই গ'ল। বাদশ্বাহী আলি পকী হৈছে। বাছ ষ্টপত এখন বাছ ৰৈ আছে। চাইকেল, ৰিক্সা, দোকান-পোহাৰ, মানুহৰ ভীৰ পাৰ হৈ পাটোৱাৰীৰ গোলাৰ পিছফালেৰে গৈ গছ-লতাৰে আগুৰি থকা হাবিখনত সোমাল। সম্মুখত ধ্বংসস্তূপ। এজোপা ডাঙৰ মধুৰি আমৰ গছ। এজোপা জোপোহা বগৰী গছ। ওখ কবৰটোৰ সম্মুখত সেই অচিন গছজোপা। আইচানাই মনে মনে আইতাকে শুনোৱা দোৱাটো আওৰালে। তাৰ পিছত গছজোপা হাতেৰে চুলে। তাই মাথোন এইখিনিহে অনুভৱ কৰিলে যে গছজোপাৰ শিপাবোৰ মাটিৰ তলেৰে তাইৰ প্ৰপিতামহৰ হাড়বোৰ চুই আছে। তাই কবৰটোৰ দক্ষিণফালে গ'ল। হুজুৰে নিষেধ কৰিছিল যাতে তেওঁৰ কবৰত চাকি জ্বলোৱা নহয়, মাজাৰ তৈয়াৰ কৰা নহয়, ফলক লগোৱা নহয়। কিয়নো এইবোৰ বেদায়াত কাম। তেওঁৰ মৃত্যুৰ পিছত কিন্তু তেওঁৰ নিষেধ নামানি আটাইবোৰেই কৰা হৈছিল। মাৰ্বলৰ ফলকত ফাৰ্চি আৰু বাংলা ভাষাত জন্ম-মৃত্যুৰ চন-তাৰিখ লিখা হৈছিল। পুৰণি হৈ ফাটি শেলুৱৈ ধৰিছে। লাজুকী লতাই ফলকখন ঢাকি ৰাখিছে। মাথোন পঢ়িব পাৰি ঃ জন্ম হিজৰি চন ১২৬১, মৃত্যু হিজৰি চন ১৩৪০.. জন্ম বাংলা চন ১২৫১.... মৃত্যু ১৩২৭। আইচানাই মনে মনে হিচাব কৰি আচৰিত হ'ল। হিজৰি চন মতে তাইৰ আজোককাক ৭৯ বছৰ জীয়াই আছিল। কিন্তু বাংলা চন মতে ৭৬ বছৰ। হিজৰি চান্দ্ৰচন, বাংলা সৌৰচন। এই গৰ-মিলৰ কাৰণ সেইটোৱেই নেকি? কামাল চাৰৰ মতে হিজৰি চনৰ তুলনাত বাংলা চনৰ হিচাব অধিক নিৰ্ভৰযোগ্য। পিছে বিজ্ঞানসন্মত হিচাব খৃষ্টীয় চন অনুসৰিহে কৰা হয়। কামাল মাষ্টৰে তাইক এখন পঞ্জিকা সংক্ৰান্ত কিতাপ দিছে। আইচানাই লৰালৰিকৈ ঘৰলৈ উভতি আহিল! দিলৰুখ বেগমে চৌকাত জুই ধৰি ভাত ৰন্ধাৰ আয়োজন কৰিছে। তেওঁৰ নাতিনীজনী অলপ মেজাজী। আলি-আউলিয়া-বুজুৰ্গৰ বংশত এনেকুৱা জন্মেই বোধহয়। আইচানাই হাঁহি হাঁহি ক'লে, দাদিমা! তোমালোকৰ হিচাব বোগাছ! তোমাৰ শহুৰেৰাৰ জন্ম হৈছিল ১৮৪৫ চনত আৰু মৃত্যু ১৯২০। দেট্ মীন্‌চ—তেওঁ ৭৫ বছৰ জীয়াই আছিল।

আইচানাই আইতাকৰ ওচৰলৈ গৈ তেওঁৰ কান্ধত হাত থৈ আঁঠু ভাঁজ কৰি চেপা মাতেৰে ক'লে, জানা? গছজোপাৰ ওচৰত মই দোৱাটো মাতিলোঁ। গছজোপা এনেয়ে ভাল লাগিল। গছজোপাই বাৰু কি ক'লে কোৱাচোন? বুঢ়ীয়ে হাঁহিলে। ক'লে, মই জানো 'কাহিন' যে গছৰ কথা বুজি পাম?

গছজোপাই ক'লে, তোমাৰ আজোককা আৰু মই সুখৰ সংসাৰ পাতিছো।

তওবা! তওবা! গোনাহ হ'ব ভাই! সেইবোৰ কথা কব নাপায়।

আঃ তুমি নাজানা, প্ৰেম এনে বস্তু যে যাক ভাল পোৱা যায় সি বুকুত চুৰী মাৰি হত্যা কৰিলেও ভাল নাপাই নোৱাৰি! আৰু দাদিমা, প্ৰেম আৰু ঘৃণা একেটা প্ৰবৃত্তিৰেই দুটা দিশ। কিবা বুজিলা জানো?

আলুকেইটা দীঘল দীঘলকৈ চকলিয়াই দেচোন। তাৰ পিছত আফুগুটিকেইটা বটি দিবি। মোৰ হাতত এতিয়া আৰু বল-জোৰ নাই নহয়।

কবৰস্তানত যাযাবৰ মস্তান আৰু বদুপীৰৰ মাজত
তৰ্ক আৰু ভালেমান জিনৰ যুঁজ বাগৰৰ অন্তত
বিবি কামৰুন্নিচাৰ কবৰৰ পৰা উঠি অহাৰ বিবৰণ

হিজৰি ১৩২৩ চনৰ ৰমজান মাহৰ ২৭ তাৰিখে এই ঘটনাটো ঘটিছিল। ইংৰাজী নবিচ বৰগাজি চইদুৰ ৰহমান, পিছলৈ যিজন জিলা বোৰ্ডৰ সভাপতি হৈছিল, তেওঁৰ বাৰ্দ্ধক্যজনিত স্মৃতি বিভ্ৰম স্বাভাৱিক কথা। সি যি কি নহওক তেওঁ কৈ গৈছে যে সেয়া আছিল খৃঃ ১৯০৫ চনৰ জাৰকালিৰ ঘটনা আৰু তেওঁ নিজেই এজন প্ৰত্যক্ষদৰ্শী। ইছলামি শাস্ত্ৰ মতে সেই তাৰিখৰ ৰাতিটোৰ নাম 'শবে কদৰ', অৰ্থাৎ সন্মানৰ ৰাতি। কিয়নো সেই তাৰিখেই প্ৰথম আল্লাহৰ পৱিত্ৰ বাণী ফেৰেস্তা জিব্ৰাইলে অমৰ্ত্ত্যৰ পৰা মৰ্ত্ত্যলোকলৈ বৈ আনিছিল। এই বাণীয়েই পিছলৈ কোৰাণ গ্ৰন্থৰ ৰূপ লয়। সেইবাবে মুছলমানসকলে চান্দ্ৰমাহৰ সেই তাৰিখটো পৱিত্ৰ জ্ঞান কৰে। হানাফি আমোলত মৌলাহাটৰ কবৰস্তানত সেই নিশা মৃতকসকলৰ উদ্দেশ্যে আয়োজিত প্ৰাৰ্থনাসভাত দলে দলে মানুহ গোট খাইছিল। ফৰাজি আমোলত হুজুৰ বদিউজ্জামানে সেই ট্ৰেডিচন নিষিদ্ধ কৰা নাছিল। কিন্তু কবৰ পকী কৰা নিষিদ্ধ বুলি ফতোৱা জাৰি কৰে। ফলত তেওঁৰ মাক কামৰুন্নিচাৰ কবৰটো পকা কৰাৰ ইচ্ছা থকা সত্ত্বেও শিষ্যসকল নিবৃত্ত হয় আৰু কেইবছৰমান পিছতেই কবৰটোৰ চিন-চাব নোহোৱা হয়। মাথোন উত্তৰ মূৰৰ এজোপা ডালিম গছে কবৰটোৰ স্থান নিৰ্দেশ কৰিছিল। ৰমজান মাহত ৰোজা বা উপবাস ব্ৰত পালন কৰা হয়। সূৰ্যাস্তৰ পিছত উপবাস ভঙ্গ আৰু সন্ধিয়াৰ নামাজ। হুজুৰৰ জানো কি মন গ'ল, এবাদতখানাৰ পৰা মাকৰ কবৰ দৰ্শনৰ কাৰণে ওলাই গ'ল। অলৌকিক ক্ষমতাসম্পন্ন ময়ূৰমুখী লাঠিডাল তেওঁৰ হাতত আছিল (কথিত আছে যে যেহেতু জীৱ-জন্তুৰ মূৰ্তি নিষিদ্ধ, সেইবাবে লাঠিডালৰ মুঠিটো মানুহে 'ময়ূৰমুখী' বুলি ক'লেও হুজুৰৰ মতে সেয়া নক্সাংকিত বা অলঙ্কাৰহে মাথোন)। তেতিয়াও আকাশত সূৰ্যাস্তৰ ৰেঙণি আছে। হুজুৰক গোৰস্তানৰ (কবৰস্তানৰ) ফালে যোৱা দেখি কেইজনমান লোকে সন্মানজনক দূৰত্ব বজাই ৰাখি তেওঁক অনুসৰণ কৰিলে। এই মানুহকেইজনৰ মাজত হৰিণমাৰাৰ বৰগাজিও দৈবক্ৰমে তাত উপস্থিত আছিল। হুজুৰে তেওঁৰ মাকৰ কবৰৰ দক্ষিণফালে উপস্থিত হোৱাত উত্তৰ ফালৰ ডালিম জোপাৰ আঁৰৰ পৰা এটা থূলন্তৰ জীৱন্ত দ্বিপদ প্ৰাণীৰ আৱিৰ্ভাৱ হয়। তাৰ গাত হুজুৰৰ দৰেই আলখেল্লা। কিন্তু সেইটো ক'লা। তাৰ ডিঙিত চিক্‌চিকাই থকা

পাথৰৰ ৰঙীন মণি এধাৰি। মূৰৰ চুলিবোৰ তিৰোতা মানুহৰ দৰে দীঘল। হাতত এপাট ডাঙৰ লোৰ চিমটা। চিমটাপাটৰ গুৰিৰ ফালে লোৰ ডাঙৰ আঙঠি লগোৱা আছিল। সেই চিমটাপাটেৰে নিজৰ বুকুত কোবাইছিল আৰু জুন্ জুন্ শব্দ হৈছিল। হুজুৰে থমকি ৰৈ তাৰ ফালে চাই থাকিল। তাৰ পিছত লাহেকৈ আগন্তুকক সুধিলে, তই কোন? কি কৰিছ ইয়াত? সিও গুলোটাই সুধিলে, তই কোন? কি কৰিছ ইয়াত? হুজুৰে তেওঁৰ পবিত্ৰ লাঠিডাল দাঙিলত সিও চিমটাপাট দাঙিলে। লাঠি আৰু চিমটাৰ আগৰ পৰা নীলা জুইৰ শিখা ছিটিকিবলৈ ধৰিলে। মানুহবোৰ ভয়তে দূৰলৈ আঁতৰি গ'ল।

লাঠিয়ে বোলে হেৰ' যাযাবৰ মস্তান।
অশুচি কৰিলি আহি পবিত্ৰ গোৰস্তান।।
চিমটাই বোলে আগে শুনোঁ তোৰ কি কাম।
লম্পট বুজুৰ্গ হ'লি যাবি তই জাহান্নাম।।
লাঠিয়ে বোলে চিনি পালোঁ তই শা ফৰিদ।
মুখত আল্লাহ আল্লাহ কাষলটিত ইট (ইটা)।।
এহিমতে আৰম্ভিল দুয়োজনে মহা দ্বন্দ্ব।
মুন্সী মেৰাতুল্লাই বোলে যিমানে কওঁ নপৰে অন্ত।।

লোককবি মুন্সী মেৰাতুল্লাৰ বিবৰণ অনুসৰি এনে ধৰণৰ গালি-গালাজৰ পিছত দুয়োজনৰ মাজত তুমুল তৰ্ক-বিতৰ্ক আৰম্ভ হয়। ছৰিয়ত আৰু মাৰফতৰ সেই তৰ্কৰ বিষয়বস্তু ঘূণাক্ষৰেও মানুহে নুবুজিলে। মুন্সীজীৰ বিবৰণ মতে সেই মস্তান বাবাজনৰ ক'লা আলখেল্লা মুকলি হৈ খালি গা দেখা গৈছিল। চিমটাৰে নিজৰ বুকুৰ বাওঁফালে থকা জ্বলন্ত চাকিৰ দৰে 'কলব'প্ৰদৰ্শন, সোঁ বুকুত ৰঙা ৰঙৰ 'ৰুহ' প্ৰদৰ্শন, বুকুৰ মাজত হালধীয়া ৰঙৰ 'খাফি' প্ৰদৰ্শন, কপালৰ সোঁমাজত বগা 'সিৰৰ' প্ৰদৰ্শন, মূৰৰ তালুত নীলা 'আখফা' প্ৰদৰ্শন আৰু নাভিমূলৰ তলত বিজুলীৰ চমকণিৰ দৰে 'নক্স্' প্ৰদৰ্শন কৰাৰ বৰ্ণনাও আছে। আনহাতে হুজুৰে মাথোন 'তৌহিদ' (একত্ব) শব্দটোত বাদে আন একো ক'ব পৰা নাছিল। ইয়াৰ পিছত সন্ধিয়া পৰত আকাশৰ দুটা নক্ষত্ৰৰ পৰা দুদল জিন নামি আহি দুয়োৰে পক্ষত থিয় হোৱা মানুহবোৰে দেখিছিল। গোৰস্তানত হো হোৱাই ধুমুহা বৈছে। ধূলি উৰিছে। গছ-গছনিবোৰ ভাঙি পৰো পৰো হ'ল। জিনবোৰৰ হাতত বিজুলীৰ তৰোৱাল। সিহঁতে ধাতব কণ্ঠে দুৰ্বোধ্য ভাষাত চিঞৰিছে। থৈয়ানথৈয়া ৰণত পৃথিৱী কঁপিবলৈ ধৰিলে। তাৰ পিছত দেখা গ'ল হুজুৰৰ মাক কামৰুন্নিচাই কবৰস্তান দুফাল কৰি বগা কফন পিন্ধা অৱস্থাৰে ওলাই আহি থিয় দিছে। তেওঁ যুঁজাৰু জিনবোৰক চিঞৰি ক'লে, আঁতৰ হোৱা! গুছি যোৱা। বিব্ৰত, লজ্জিত আৰু ভীত যুঁজাৰু জিনবোৰ নিজ নিজ নক্ষত্ৰ অভিমুখে উভতি গ'ল। বিবিজী প্ৰথমে উত্তৰফালে থিয় দি থকা মস্তানৰ কপালত চেনেহেৰে চুমা খালে, তাৰ পিছত দক্ষিণ ফালে থকা হুজুৰৰ কপালত চুমা খালে। বিবিজীয়ে কান্দি আছিল। দুকাষৰ দুয়োজন দ্বিপদ মৰ্ত্ত্য-সন্তানে তেওঁৰ ওচৰত মূৰ দোৱালে। তেতিয়া বিবিজী, অৰ্থাৎ বগা কফন আবৃত মূৰ্তিটো আচমানলৈ উৰি গ'ল। দুয়োজনে একেলগে আকুল কণ্ঠে

মাতিলে, আম্মা! আম্মাজান! বগা সেই মূৰ্তিটোৱে আৰু তললৈ ঘূৰি নাচালে। স্থিৰ ঋজু গতিত আকাশৰ বুকুলৈ উঠি গৈ গৈ এসময়ত দূৰণিৰ ক'ৰবাত হেৰাই গৈছিল। আৰু দুয়োজন দ্বিপদ মৰ্ত্ত্যবাসীৰ অপূৰ্ব মিলন হয়। তেওঁলোকে পৰস্পৰক বুকুত সাৱটি ধৰি কান্দিলে। তাৰ পিছত হুজুৰ আৰু মস্তানৰ মাজত দূৰত্ব বাঢ়ি গৈ থাকে। মস্তান উত্তৰে আৰু হুজুৰ দক্ষিণে, মানুহবোৰৰ ফালে দৃষ্টি নিদি আঁতৰি যায়। ইয়াকেই স্বস্থানলৈ প্ৰত্যাবৰ্তন বুলি কোৱা হয়।

হিন্দু তিৰোতাবোৰে পুৰুষসকলৰ লগত মৌলাহাটলৈ গৈ
ঈদ্‌গাহত মুছলমানসকলৰ হাতত ৰেছমী সূতা বন্ধাৰ বিবৰণ

'সেইবাৰ পথাৰৰ ঈদ্‌গাহত মুছল্লিসকলৰ সমাৱেশত খুৎবা পাঠৰ সময়ত ইছলামৰ পন্থা বুজাই থাকোতে হঠাতে বাদশ্বাহী আলিয়েদি দূৰলৈ দৃষ্টি পৰিছিল। মই হতবাক হৈ ৰৈ গ'লোঁ। মুছল্লিহঁতে মুখ ঘূৰাই মই কিবা আল্লাহৰ নমুদ দেখিছো নেকি চাবলৈ বিচাৰিছিল। মানুহৰ সমদল এটা আহি আছিল। যোৱা কেইমাহমানৰ পৰা এটা উৰা বাতৰি ওলাইছে যে হিন্দুসকল মুছলমানৰ ওপৰত খড়্গহস্ত....। বঙ্গদেশ দুভাগত বিভক্ত কৰা হৈছে। বৰলাট কাৰ্জন আৰু ঢাকাৰ নবাব ছলিমুল্লা চাহাবে ষড়যন্ত্ৰ কৰি এইদৰে ভাগ কৰিলে আৰু যাৰ ফলত মুছলমানসকলে হেনো যথেষ্ট ধন-দৌলত লাভ কৰিব। হিন্দুসকল ক্ৰোধান্বিত হ'ব পাৰে। তথাপি মই ফতোৱা জাৰি কৰি কৈছিলোঁ, ইংৰাজহঁতে কুঅভিসন্ধি নকৰাকৈ একো নকৰে। গতিকে সাৱধান হোৱা দৰকাৰ। বৰগাজি আৰু দিদাৰুলৰ তবলীগ-উল-এছলাম সমিতিত এই লৈ কাজিয়া-পেচাল হোৱা বুলি শুনিছোঁ। কিন্তু মই ফতোৱা জাৰি কৰোঁ যে এইখন জিলাৰ মুছলমান ভাইসকলৰ একো মঙ্গল নহয়। তেওঁলোক অধিক দুৰ্বলহে হৈ পৰিব। সেইবাবে চতুৰ ইংৰাজক সমৰ্থন নকৰাটো খুবেই দৰকাৰী। কিন্তু বিভিন্ন গাওঁ আৰু চহৰৰ হানাফিসকলে ইংৰাজক সাহায্য কৰিছে। ইয়াৰ ফলত মুছলমানসকল হিন্দুসকলৰ শত্ৰু হৈ পৰিছে। সেয়ে সেই সমদল আৰু পতাকা আঁতৰৰ পৰাই দেখি বুজিলোঁ তেওঁলোক হিন্দু, বুকুখন চিৰিংকৈ গ'ল। জামাতৰ আটায়ে থিয় হ'ল। কোনোবাই ক'লে, কাফেৰহঁতে আমাৰ লগত যুদ্ধ কৰিবলৈ আহিছে। মুহূৰ্ততে জামাত ভাঙিল। ভালেকেইজন গাৱঁৰফালে দৌৰি গ'ল। আৱাজ দিবলৈ ধৰিলে, নাৰায়ে তকবিৰ। আল্লাহু আকবৰ। সিহঁতে ঢাল-তৰোৱাল, যাঠি, লাঠি আনিবলৈ দৌৰিছে। এনেতে দেখো সমদলত তিৰোতা মানুহ। মই গণ্ডগোল বন্ধ কৰিবলৈ চিঞৰি ক'লোঁ, 'শান্ত হোৱা!' উপস্থিত আটায়ে শান্ত হ'ল। কাণত পৰিল, সমদলৰ পৰা শ্লোগান ভাঁহি আহিছে, 'বন্দে মাতৰম্'। জামাতত গাজি ভাই-ককাই দুয়োজন উপস্থিত আছিল। তেওঁলোকে ক'লে, হৰিণমাৰাৰ সম্ভ্ৰান্ত মানুহবোৰক দেখিছোঁ। বৰগাজিয়ে ক'লে, ভয় নাই। তেওঁলোকে মুছলমান ভাইহঁতক ৰাখী পিন্ধাব আহিছে। সমদল ঈদগাহৰ ফালে ঘূৰিল। আনিচুৰ চৰ্দাৰক হুকুম দিলোঁ, মুহূৰ্ততে গাৱঁলৈ গৈ মানুহবোৰক নিৰস্ত্ৰ কৰা। তেওঁ দৌৰি গ'ল। সমদলৰ সম্মুখত আছিল ছোৱালীবোৰ। সিহঁতৰ হাতত ৰেছমী

সূতাৰ নানাৰঙী ৰাখীবোৰ জিলমিলাইছিল। সিহঁতৰ মুখত হাঁহি। মাছাল্লাহ!.....

"হিজৰি ১২৭৪ চনত যেতিয়া মোৰ আব্বা চফল ডেকা আৰু মই তেনেই শিশু, তেতিয়া এবাৰ সমগ্ৰ হিন্দুস্থানত হিন্দু আৰু মুছলমান চিপাহীয়ে ইংৰাজ ৰাজত্বৰ বিৰুদ্ধে কান্ধত কান্ধ মিলাই যুঁজিছিল। মোৰ দেহত শিহৰণ লাগিল; কঁপি উঠিলোঁ। মিম্বাৰৰ পৰা নামিলোঁ। মোৰ পিছফালে মুছলমান ৰাইজ। হিন্দুসকলে শ্লোগান দিলে, 'বন্দে মাতৰম্'! আল্লাহৰ মহিমা! এজনী কণমানি ছোৱালী, যেন বেহেস্তৰ হুৰীহে, দৌৰি আহি মোৰ সোঁহাতত ৰেছমী ৰাখী বান্ধি সেৱা কৰিবলৈ লওঁতেই তাইৰ সৰু বাহু দুটিত ধৰি বুকুৰ মাজলৈ চপাই আনিলোঁ। আবেগত মোৰ দুচকু ভৰি আহিল। ক'লোঁ, 'বেৰাদান ঔৰ বহিনে হিন্দুস্থান! আজিৰ এই পৱিত্ৰ দিনটোত পুনৰ ইংৰাজহঁতৰ প্ৰতাৰণাৰ বিৰুদ্ধে আমি আটায়ে মিলিত হৈছোঁ। আল্লাহৰ দয়াত পোৱা মোৰ এই চকু দুটাৰে দেখিছোঁ ইংৰাজ ৰাজত্বৰ বিৰুদ্ধে অনেক মৰণ পণ যুঁজ কৰাৰ সময় আহিছে। সমগ্ৰ হিন্দুস্থানত সাগৰৰ গৰ্জন হ'ব! আপোনালোক সাজু হওক!......

"কণ কণ ছোৱালী, গাভৰু, প্ৰৌঢ়া, বৃদ্ধা, সকলোৱে হিন্দু আৰু মুছলমানৰ হাতত ৰাখী বান্ধিছিল। সৰু ল'ৰা, ডেকা, প্ৰৌঢ়, আৰু বুঢ়াসকলো সেই কামত ব্যস্ত হৈ পৰিছিল। তাৰ পিছত অকস্মাৎ সিহঁতে গান জুৰিলে। কাণত আঙুলি দিবলৈ হাতেই নুঠিল। নিৰ্বাক নিস্পন্দ হৈ শুনি থাকিলোঁ। গীত গাই গাই তেওঁলোক গাৱঁৰ ফালে গতি কৰিলে। পিছত বৰগাজিয়ে মোক গানটো লিখি দিয়ে। গানটো এনে—

বাংলাৰ মাটি বাংলাৰ জল
বাংলাৰ বায়ু বাংলাৰ ফল
পুণ্য হওঁক পুণ্য হওঁক হে ভগৱান!

"তেওঁলোক যোৱাৰ পিছত আকৌ ঈদৰ জামাত আৰম্ভ হ'ল। তেতিয়া মনত পৰিল যে মই আজি গান শুনিলোঁ। ইয়াৰ কৈফিয়ৎ দিয়া দৰকাৰ। তেতিয়া পৱিত্ৰ হদিছৰ এটা কাহিনী শুনালোঁ। এদিন মদিনা চহৰত দফ (বাদ্য) বজাই এজন মানুহে গীত গাই আছিল। সেই সময়ত ৰচুলে আল্লাহে সেইফালেৰে গৈ আছিল। তেওঁ থমকি ৰ'ল। তাৰ পিছত দুখোজ আগুৱাই গৈ ক'লে, সন্মুখত জুম বান্ধি থিয় দিলে পিছফালৰ কোনোৱে তাক দেখা নাপাব। সন্মুখৰবোৰ বহা। গতিকে, ভাইসকল! কোনো কোনো সময়ত গান গোৱা ভাল। মাথোন আগ-গুৰি ভাবি চাব লাগে। উদ্দেশ্যবোৰ ভালকৈ চিন্তা কৰি চাব লাগে। এই যে মই দোৱা পাঠ কৰোঁ, সেয়াও এক ধৰণৰ গান নহয় জানো? মোৱাজ্জিনে যে আজান দিয়ে তাত সুৰ আছে। সেই সুৰে আল্লাহৰ সৃষ্ট ব্ৰহ্মাণ্ডখন চুই যায়। মানুহে আল্লাহৰ ফালে মুখ কৰিলে পাপ কাম হ'বনে?

"সিদিনা ঈদৰ পিছত ৰাস্তাত থিয় দি বৰগাজিয়ে মোক ক'লে, সেই গানটো ৰচনা কৰিছে জনৈক ৰবীন্দ্ৰনাথ ঠাকুৰে। তেখেতো তৌহিদৰ প্ৰচাৰক। তেওঁলোক ব্ৰাহ্ম নেকি সোধাত বৰগাজিয়ে যিষাৰ কথা ক'লে, শুনি মই আচৰিত হ'লোঁ। ব্ৰাহ্মসকলেও 'লাছৰিকালাহু', এই মতত বিশ্বাসী! তেওঁলোকে আল্লাহক নিৰাকাৰ ব্ৰহ্ম বোলে। বুতপৰস্তিৰ (মূৰ্তি পূজা) নিন্দা কৰে। মাছাল্লাহ! সেই কবিবাবুক চাবলৈ খুব মন

গ'ল। শুনিলোঁ তেখেত বীৰভূম জিলাৰ বোলপুৰৰ ওচৰত এবাদতখানা সাজি বাস কৰে আৰু তেখেতেও এবাদতখানা এলেকাত মূৰ্তি পূজা হাৰাম বুলি হুকুম জাৰি কৰিছে। মাৰহাবা! মাৰহাবা!

'ওৱা দাৰু লাহাবিৰ ৰাকমাতায়্নে কা আন্নাহা
মাৰাজিয়ো ওৱালমিন ফি নাওৱাছেৰ মি চামী—'
—জুৱাহেৰ্ বিন্-আবুচাল্মা (প্ৰাক-ইচলাম যুগৰ আৰবৰ কবি)

ল'ৰাটোৱে এবাদতখানাৰ পূৱ ফালৰ জঙ্গলখনৰ মাজেৰে সন্তৰ্পণে আহি চাপৰ দেৱালখনৰ ওপৰেৰে ভুমুকি মাৰিলে। সি ভাবিছে তাক কোনোৱেই দেখা নাই। দেৱালখন পাৰ হৈ ভিতৰ সোমালত চিনিলোঁ, সেইজন দেখোন মণিৰুজ্জামানৰ ল'ৰা। মুখ টিপি হাঁহি সিনো কি কৰিবলৈ আহিল তাকে লক্ষ্য কৰিলোঁ। সি ডালিমজোপাৰ তললৈ যোৱাত কাৰণটো বুজিলোঁ। অলপ পৰ সি এবাদতখানাৰ ফালে চাই থাকিল। তাৰ পিছত ডালিমজোপা জোকাৰিবলৈ ধৰিলে। মই ৰান্ধনিশালৰ কাষেৰে ঘূৰি ফুলৰ জোপোহাৰ আঁৰেৰে মনে মনে গৈ তাৰ ওচৰ পালোঁ। সি ডালিম পাৰিবলৈ খুব যত্ন কৰিছে। খপ্‌কৈ তাৰ হাতত ধৰি ক'লো, বদ্‌মাচ! হোঁ হোঁকৈ হাঁহিলোঁ। বেচেৰাই থত্‌মত্ খালে। লাজুক হাঁহি মাৰি এইবাৰ সি তলমূৰ কৰিলে। ক'লোঁ, ডালিম এতিয়াও পকা নাই নহয়! আহ, মধুৰি আম খাবি। ওচৰৰ মধুৰিআম জোপাৰ পৰা কেইটামান পূৰঠ মধুৰিআম পাৰি দিলোঁ। সি মধুৰিবোৰ কূৰ্ত্তাত কোচ পাতি ল'লে। সুধিলে, দাদাজী! ডালিম কেতিয়া পকিব? ক'লোঁ, আৰু সৰহদিন নাই। ব'ল দুয়োজনে মধুৰি খাই কথা পাতোঁ। সি ক'লে, আম্মাই গালি পাৰিব। কবি, দাদাজীৰ লগত মধুৰি খাইছিলোঁ। তেতিয়া ক'লে, দাদিজীয়েও গালি পাৰিব নহয়! অ', দেখিছোঁ তোক আটায়ে গালি পাৰে, নহয়নে? সি মূৰ দুপিয়ালে। সুধিলো, দেউতাৰাই গালি পাৰেনে?ক'লে, নাই নাপাৰে। মণিৰুজ্জামানৰ ল'ৰাজনক খুব ভালকৈ লক্ষ্য কৰি আহিছোঁ। তাৰ দেহত ক'তো কণমানো খুঁত নাই। আল্লাহৰ কুদৰত। সি খুব লাজুক। ঘাটৰ চিৰিত বহি মধুৰি খাই খাই আজি কিন্তু সি মোৰ লগত মন খুলি কথা পাতিছে। ঘৰৰ দৈনন্দিন ঘটনাবোৰৰ কথা সি বেচ খুটিনাটিকৈ মোৰ আগত বৰ্ণনা দিলে। বুজিলোঁ, তাৰ লগত বহি মধুৰি খাইছো কাৰণে সি মোৰ লগত সহজ হৈ পৰিছে। ক'লে, কুলচুম বুঢ়ীক (ছাগলীজনী) শিয়ালে খালে। দাদাজী, তুমি এটা জিন নপঠালা কেলেই? দাদিজীয়ে দুদিনমান কান্দিয়ে আছিল, জানানে? হুঁ, কুলচুমক পোৱালিৰ পৰাই চাইদাই ডাঙৰ-দীঘল কৰিছিল। চাইদাৰ মনৰ দুখ বুজি পাওঁ। তোৰ আইতাৰক ক'বি, শিয়ালটো বাচি থকা নাই। তাকো জিনে মাৰি পেলাইছে। সি হঠাতেই ফিচিক্‌কৈ হাঁহিলে। ক'লে, দাদাজী! কালি খালাআম্মা (বৰমা) আহিছিল। দাদিজীয়ে কৈছিল, তোমাৰ ছোৱালী খুছীৰ লগত ৰফিৰ বিয়া পাতিম। আম্মাৰ খুব খং উঠিছিল। খালা-আম্মা যোৱাৰ পিছত ক'লে, তাইক এইবোৰ কথা আপুনি ক'লে কিয়? আচলতে সি লাজকুৰীয়া নহয়। নুৰুজ্জামানৰ জীয়েক শামিম-আৰা ওৰফে খুছীৰ লগত নিজৰ বিয়াৰ কথা নিজে কৈ খুব হাঁহিব ধৰিলে। মই ক'লোঁ, অ'ই নিলাজ! এতিয়াই বিয়াৰ

কথা কেলেই? আগতে ডাঙৰ হচোন। পঢ়াশুনা কৰি ডাঙৰ মানুহ হ। তাৰ পিছতহে বিয়া। ৰফিকুজ্জামানে ক'লে, খুছীক মই বিয়া কৰাম বুলি তুমি ভাবিছা নেকি? দাদাজী, তোমাৰো যে কথা। খুছী বৰ জঙ্গলী, জানানে? আব্বাই কৈছে, ঠিক নানাজীৰ দৰে। দাদাজী, জানানে? এইবাৰ মই প্ৰাইমাৰী মক্তব পাছ কৰিছোঁ! দাদিজীয়ে কৈছে, মই হেনো বৰগাজিৰ দৰে কলিকতালৈ পঢ়িব যাব লাগিব। তুমি কলিকতালৈ গৈছানে দাদাজী?.... হুঁ, চাইদাই দেখিছোঁ বেচ সুন্দৰকৈ সংসাৰ পাতিছে। মানুহজনীৰ মাথোন এটাই দুখ— চফিউজ্জামান। পানীৰ ফালে চাই থাকিলোঁ। ওলোটা জগতখন চকুত পৰিল। বুকুখন কঁপি উঠিল। তাৰ পিছত মাতিলোঁ, কমৰুজ্জামান? ল'ৰাজন আচৰিত হৈ মোৰ ফালে চাই সুধিলে, কোন কমৰুজ্জামান? মই ৰফিকুজ্জামানহে। ঈষৎ হাঁহি ক'লোঁ, এৰা— ৰফিকুজ্জামান! তোৰ মূৰত টুপি নাই কিয়? পিন্ধা নাই কেলেই? সকলো সময়তে মূৰটো ঢাকি ৰাখিবি। ল'ৰাজনে সুধিলে, কেলেই দাদাজী? ক'লোঁ, উদং দেখিলে ক'লা জিনে তাৰ ক'লা টুপিটো পিন্ধাই দিয়ে। তেতিয়া মানুহ বেয়া হয়। কৈ তাৰ মূৰত মন্ত্ৰ মাতি ফুৰাই দিলোঁ। সি ক'লে, দাদাজী! মানুহে কয় তুমি হেনো আকাশত উৰিব পাৰা, সঁচানে? মনে মনে থকা দেখি সি তাগিদা দিলে, কোৱাচোন দাদাজী। হুমুনিয়াহ কাঢ়ি ক'লোঁ, এৰা ৰফিকুজ্জামান! মই মাটিৰ পৃথিৱী এৰি আকাশৰ বুকুত ভাঁহি ফুৰিছোঁ। দেখা নাই জানো? দেখিবি। আৰু ডাঙৰ হ। মোৰ কিমান কষ্ট তাকো বুজিবি। শিশুটোৱে কিবা বুজিলেনে? কেনেকৈ বুজিব? হঠাতে সি চঞ্চল হৈ উঠিল। ক'লে, যাওঁ, আম্মাই গালি পাৰিব। দোকানৰ পৰা নিমখ আৰু দিয়াচলাই কিনি নিবলৈ পঠাইছিল। সি কুৰ্ত্তাৰ জেপৰ পৰা এটা তামৰ পইচা উলিয়াই দেখুৱালে। তাৰ পিছত দৌৰি গুছি গ'ল। সেই সময়ত মনত পৰিল পুৰণি আৰব কবিৰ কবিতা এটা। 'ৰূপহী ৰমণীৰ দেহত অঙ্কিত নক্সাৰ দৰে সুদৃশ্য সেই মৰুভূমিৰ বুকুত থকা তোমাৰ শিবিৰটো।' পুৰণি কালত আৰব দেশৰ ছোৱালীবোৰ গাত নক্সা অঙ্কণ কৰিছিল। চাইদা! তোমাৰ জীৱন মৰুভূমিৰ বালিৰ ওপৰত সুন্দৰ শিবিৰ পাতিছা। আৰু মই আকাশৰ বুকুত আজীৱন ইফালে-সিফালে ঢপলিয়াই ফুৰিব লাগিছোঁ। মই যে এক অলীক যৌৱনৰ ছুৱাৰী। তাৰ দুখন পাখি আছে। 'বগা জিনবোৰে মোক আচমানৰ শিখৰত ৰাজ সিংহাসনত বহুৱালে। কিন্তু মোৰ মনটো যে বনু-আদমৰেই হৈ থাকিল! সি যে তেজ-মঙহেৰে গঢ়া!'

বাবু গোবিন্দৰাম আহি চফিৰ
বতৰা দিলে আৰু হুজুৰপুত্ৰক
উদ্ধাৰ কৰিবলৈ জিন পঠাবলৈ
তেওঁ অনুৰোধ কৰিলে।

জালালুদ্দিনে ক'লে, হজৰতে আলা! কিছুমান কিতাপত গায়েবি (অদৃশ্য) দুনিয়াৰ কথা পোৱা যায়। এই বিষয়ে আপুনি কি কয়? বদিউজ্জামানে এজোপা গছৰ ফালে লাঠি টোৱাই সুধিলে, সেইজোপা কি?

এজোপা গছ।

তুমি গছজোপা সম্পূৰ্ণকৈ দেখিছানে?

জী হাঁ।

বদিউজ্জামানে হাঁহিলে। উত্তৰটো শুদ্ধ নহ'ল, জালালুদ্দিন। তুমি সম্পূৰ্ণ গছজোপা মুঠেই দেখা নাই।

জালালুদ্দিন আচৰিত হ'ল।.... কিয় হজৰতে আলা?

জালালুদ্দিন, গছজোপা আচমানত ভাঁহি থকা নাই। শিপাবোৰ মাটিৰ তলত আছে। কিন্তু তুমিতো দেখা নাই। তেতিয়াহ'লে চোৱা, গছজোপাৰ একাংশহে দেখিছা। সেয়া জাহেৰ (দৃশ্য)। আন অংশটো দেখা নাই। সেয়া বাতেন। তাকেই গায়েব বোলে।

হুজুৰ আলা! তেতিয়াহ'লে এইটো দেখোন মাৰফতি তত্ত্ব হ'ল?

উহুঁ। সিহঁতে 'জাহেৰ' নামানে। কয় যে জাহেৰ অংশ দৃষ্টিৰ ভুল। 'গায়েব' অংশই সত্য। কিন্তু মই কওঁ, জাহেৰ-গায়েব উভয়েই সত্য। জাহিৰ হৈছে শৰিয়ত আৰু গায়েব মাৰফত।

কিন্তু ইমাম ছৰিফে কৈছে—

বাধা দি হজৰত বদিউজ্জামানে ক'লে, মই ইমাম শাফিৰ মজহাব ভুক্ত। কিন্তু শৰিয়ত বিষয়তহে। জালালুদ্দিন! মাৰফত বিষয়ত আল্লাহে মোক নিতৌ ইল্ম্ (প্ৰজ্ঞা) দান কৰিব লাগিছে। গায়েবি দুনিয়াখন মোৰ দৃষ্টিত পৰে। শৰীৰ আৰু ছাঁটো যেনে, প্ৰথমতে তেনে লাগিছিল। তাৰ পিছত ছাঁকেই আচল বুলি জানিব পাৰিলোঁ।

জালালুদ্দিনে আনন্দিত হৈ ক'লে, হজৰত! আফলাতুনৰ (প্লেটোৰ) কিতাপত এই কথাই পঢ়িছোঁ।

আফলাতুনতকৈ জ্ঞানী পুৰুষ জগতত খুব কম আছে।

এনেতে আনিচুৰ চৰ্দাৰে সৰুকৈ কাহ মাৰিলে। হুজুৰে ইঙ্গিতেৰে তেওঁক মাতিলে। সম্ভাষণ বিনিময়ৰ পিছত আনিচুৰে ক'লে, সেই জমিদাৰবাবুৰ মানুহ, বাবু গোবিন্দৰামে হুজুৰক লগ পাব বিচাৰিছে।

বদিউজ্জামানে তেওঁক লৈ আহিবলৈ হুকুম দিলে। বাবু গোবিন্দৰামে নঙলাৰ পৰা ভিতৰলৈ সোমায়েই এবাদতখানাৰ এচিকটা মাটি ভক্তি ভাবেৰে মূৰত ললে। তাৰ পিছত গহীন হৈ আগুৱাই গৈ চোতালত থিয় হ'ল। হুজুৰে সুধিলে, ছোৱালীজনীক জিনটোৱে আকৌ জুলুম কৰিছে নেকি, বাবু?

গোবিন্দৰামে ক'লে, নাই কৰা, পীৰচাহাব। আপোনাৰ লগত মোৰ এটা অইন ভিতৰুৱা কথা আছিল।

জালালুদ্দিন আৰু আনিচুৰ তৎক্ষণাৎ এবাদতখানাৰ পৰা ওলাই গ'ল। হুজুৰে ক'লে, আহক বাবু, ঘাটতে বহি কথা পাতোঁ।

ঘাটৰ মূৰত মুখামুখিকৈ বহি গোবিন্দৰামে লাহেকৈ সুধিলে, আপুনি বাৰু আপোনাৰ সৰু পুতেক চফিৰ খা-খবৰ পায়নে?

বদিউজ্জামানে ক'লে, মোৰ বাবে সি মুৰ্দা (মৃত), বাবু!

গোবিন্দৰামে লাহেকৈ ক'লে, জিলাৰ কালেক্টৰ বাহাদুৰে চফিক সাত বছৰৰ

কাৰণে জিলাৰ পৰা নিৰ্বাসনদণ্ড দিছে। এই জিলাৰ ভিতৰত তেওঁক দেখা মাত্ৰেই গুলী কৰাৰ হুকুমো দিছে।

বদিউজ্জামানে একেই সুৰতে আকৌ ক'লে, সি মুৰ্দা।

পীৰচাহাব! গোবিন্দৰামৰ চকুৰ কোণত এটোপাল চকুলো বিৰিঙিল। থোকাথুকি মাতেৰে ক'লে, তেওঁৰ নিচিনা বহল মনৰ ডেকা বৰ বিৰল। হয়, ল'ৰাজন জেদি, খেয়ালি আৰু বেপৰোৱা। নৰহত্যা কৰিবলৈকেও হাত নকঁপে। কিন্তু তথাপিও মই কওঁ যে তেওঁৰ গুণৰ কথা কৈ শেষ কৰিব নোৱাৰি। এই জিলাত তেওঁৰ সমতুল্য বিদ্বান পণ্ডিতো দেখা নাই। তেওঁৰ সমকক্ষ নিষ্ঠাবান দেশপ্ৰেমিকো খুবেই দুৰ্লভ। গোবিন্দৰামে হুমুনিয়াহ কাঢ়ি ক'লে, মই নিমখহাৰাম নহওঁ। কিন্তু মোৰ মালিক জমিদাৰ বাবু অনন্তনাৰায়ণ ত্ৰিবেদী বৰ অত্যাচাৰী, মদাহি আৰু চৰিত্ৰহীন আছিল। দুবছৰেই হ'ল, মই চাকৰি এৰি ব্যৱসায় কৰিছোঁ। যোৱা বছৰ জমিদাৰবাবুক হত্যা কৰিলে। তেওঁৰ হত্যাকাৰী কোন মই জানোঁ। কিন্তু—

চফি? বদিউজ্জামানে লাহেকৈ সুধিলে।

গোবিন্দৰামে প্ৰশ্নটোৰ উত্তৰ নিদিলে। ক'লে, চফিৰ বিৰুদ্ধে কালেক্টৰৰ সেই হুকুম জাৰিৰ আঁৰত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে ডাঙৰ ডাঙৰ মানুহৰ হাত আছে। আনকি হৰিণমাৰাৰ বৰগাজিও ইয়াত জড়িত আছে। বদিউজ্জামান চক খাই উঠিল। পুনৰ লাহেকৈ ক'লে, তেওঁ এতিয়া আৰু মোৰ ওচৰলৈ নাহে। শুনিছোঁ, চহৰত থাকে। মুছলিম লীগ নে কিহবাৰ মূৰ কৰে।

হয়। তেওঁ এতিয়া জিলা বোৰ্ডৰ চেয়াৰমেন হৈছে। গোবিন্দৰামে অলপ পৰ মনে মনে থাকি ক'লে, জিলাত আপোনাৰ নাম-যশ আছে। আপুনি ইয়াৰ কিবা এটা বিহিত ব্যৱস্থা কৰক।

কি কৰিম?

আপুনি কেইখনমান চিঠি লিখক। বৰগাজিলৈ লিখক। খান দবিৰুদ্দিনলৈ লিখক। আৰু এখন লিখক কালেক্টৰলৈ। সেই চিঠি লৈ মই যাম। এৰা, আৰু এখন লিখক দিদাৰুললৈ। তেৰোঁ আজিকালি নামজ্বলা মানুহ। মুছলিম লীগৰ জিলা চেক্ৰেটাৰী।

দিদাৰুল! বদিউজ্জামানে ক্ষুব্ধ হৈ ক'লে, সি তবলীগ উল-এছলাম সমিতি ভাঙি দিলে?

হয়। এতিয়া তেওঁ মুছলিম লীগৰ নেতা।

বদিউজ্জামানে গম্ভীৰ মুখেৰে ক'লে, মই আজিকালি বাহিৰৰ জগতখনৰ খা-খবৰ নাৰাখোঁ। এবাদত-বন্দেগিতেই দিন ৰাতি কটাওঁ। আৰু মোৰ বাবে চফি মুৰ্দা! সি মুছলমানি এৰি আপোনালোকৰ জাতি লৈছে বুলি শুনিছোঁ।

গোবিন্দৰামে অলপ হাঁহিলে। পীৰ চাহাব! হিন্দু হ'ব পৰা নাযায়। হিন্দু হ'বলৈ *হ'লে হিন্দু হৈ জন্ম লব লাগে!*

কয় কি! তাজ্জৱ কথা!

হয় ডাঙৰীয়া। কথাষাৰ কৈ গোবিন্দৰামে সোণৰ বুটাম লগোৱা পাঞ্জাবিটোৰ জেপৰ পৰা এখন চিঠি উলিয়াই বদিউজ্জামানৰ হাতত দি ক'লে, পঢ়ি চাওক!

কাৰ চিঠি!

কৃষ্ণপুৰৰ জমিদাৰৰ জীয়েকৰ, যিজনীৰ গাৰ পৰা আপুনি জিন খেদিছিল। তাই এতিয়া জমিদাৰিৰ গৰাকী। পিছে দুটা নে তিনিটা মহলত বাদে আন একো নাই। আটাইবোৰ নীলাম হৈ গৈছে। চিঠিখন আৰ্বি ভাষাত লিখা। মাত্ৰ দুশাৰী কথা? সম্বোধনহীন, বেনামি চিঠি। 'চফিক বচাবলৈ অতি শীঘ্ৰেই এজন জিন পঠাই দিয়ক'। হুঁহাৰি চেষ্টা কৰি বদিউজ্জামানে ক'লে, এইজনী পাগলী! জমিদাৰি চলাইছে কেনেকৈ?

গোবিন্দৰামে ক'লে, কৰ্মচাৰীবোৰেই চলায়। পিছে এনেদৰে কিমান দিন চলে সেইটোহে ক'ব নোৱাৰিছোঁ। বেচেৰী ছোৱালীজনীৰ বাবে খুব বেয়া লাগে। কিন্তু কৰোঁ কি? সঁচাই তাই এজনী পাগলী। তাইৰ ভৱিষ্যতৰ কথা ভাবি খুব ভয় লাগে।

বদিউজ্জামানে অলপ পৰ মনে মনে থাকি ক'লে, চাওঁচোন।

গোবিন্দৰামে ক'লে, মই এতিয়াই ঘূৰি যাব লাগিব। আপুনি চিঠিকিখন যদি অনুগ্ৰহ কৰি—

বদিউজ্জামানে হঠাতেই দাং খাই উঠি ক'লে, চফি মুৰ্দা। মুৰ্দাৰ কাৰণে জিন্দাৰ ওচৰলৈ মই চিঠি লিখিব নোৱাৰোঁ, বাবু। আপুনি যাওঁক।

গোবিন্দৰামে ক্ষুব্ধ হৈ থিয় দিলে। চালাম জনাই ক'লে, আপোনাৰ ইচ্ছা! তাৰ পিছত বেগাই ওলাই গ'ল।

কিছুপৰ থিয় হৈ থকাৰ পিছত বদিউজ্জামান এবাদতখানাৰ ভিতৰত সোমাল। ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি গালিচাত বহিল। বেলি ডুবিছে। ঘৰৰ ভিতৰত পাতল আন্ধাৰ! অলপ পৰ নিঃশব্দে কান্দি দুহাত তুলি মৃদু কণ্ঠে প্ৰাৰ্থনা জনালে, 'আল্লাহ! তুমি জিন আৰু ইনচান সৃষ্টি কৰিছা। এই জিন্দেগিত আজিলৈকে মই তোমাৰ ওচৰত একো বিচৰা নাই। আজি মাথোন মই এজন জিন ভিক্ষা কৰিছোঁ। দয়া কৰি পঠিয়াই দিয়া, মালিক!'....

আবৰুকে ব-সুদ্ খুন-এ-জিগৰ্ হস্ত্ দিহদ্

ব-উমিদ্-এ-কৰম্ -এ-খাজা ব-দাৰোয়াঁ মা-ফাৰোশ্—

নিতৌ নানান ঠাইৰ পৰা অসংখ্য চিঠি-পত্ৰ আহে। মৌলাহাটত ডাকঘৰ পতাৰ কাৰণে আবেদন কৰা হৈছে। শুনিছোঁ, মঞ্জুৰ কৰিব। এতিয়াও ডাকঘৰ হৰিণমাৰাতেই। দুপৰীয়া সময়ত পিয়নজনে এবাদতখানাৰ পদূলি মুখত ৰৈ চিঞৰ মাৰে,— 'চিঠি!' মানুহজনৰ মূৰত ৰঙা পাগুৰি, গাত খাকি হলৌ চোলা আৰু চুৰীয়া, ভৰিত দগধা জোতা। তাৰ গোফযোৰ চাবলগীয়া। নাক আৰু কাণ বৰ দীঘল। তাৰ কান্ধত চামৰাৰ মোনাখন। সি হিন্দু। কিন্তু বুজুৰ্গসকলৰ প্ৰতি সি শ্ৰদ্ধাশীল। কেতিয়াবা দুই-তিনিবাৰো মাতে। অপেক্ষা কৰে। অন্তৰত থকা শ্ৰদ্ধাৰ ভাবেই তাক ধৈৰ্য্যশীল কৰিছে। মোক দেখাৰ লগে লগে সি জোতাযোৰ সোলোকায়। বাণ্ডিল কৰি বন্ধ চিঠিবোৰ দুহাতেৰে লৈ থিয় হৈ থাকে। সন্মুখলৈ যোৱাৰ লগে লগেই সি চিঠিৰ বাণ্ডিলটো মোৰ ভৰিৰ ওচৰত থবলৈ নত হয়। তাক বকিলেও লাভ নহয়। মোক চুব লগাৰ ভয়তে সি তেনে কৰে নেকি বাৰু? প্ৰথমে কথাটো তেনেদৰেই ভাবি লৈছিলোঁ। পিছত বুজিলোঁ যে

মোৰ ধাৰণাটো ভুল। ইয়াৰ আগেয়েও মই বহু ঠাইত বাস কৰিছোঁ। চিঠি আহিলে হিন্দু ডাকোৱালহঁতে মোৰ হাততেই চিঠি তুলি দি যায়। কিন্তু সেইবোৰ আজিৰ এইবোৰ চিঠিৰ দৰে নাছিল। উৰ্দু, ফাৰ্চি, বাংলাত লিখা প্ৰশস্তি, দোৱা প্ৰাৰ্থনা, হুজুৰৰ নামত পঠোৱা নজৰানাৰ টকা পালে নে নাই, কাৰ কি টান নৰিয়া, আৰু মোৰ 'পাক খেদমতত হাজিৰ' হোৱাৰ কাৰণে অনুমতি বা কোনো ছৰিয়তি বিষয়ত 'মছলা' বা ফতোৱা বিচৰা, এনে নানাবিধ চিঠি। মানুহৰো যে কিমান কি সমস্যা! খং উঠে, দুখ লাগে আৰু কেতিয়াবা হাঁহিও উঠে। চিঠিবোৰে মোক লৈ বা মই চিঠিবোৰক লৈ খেলোঁ। ক'ৰবাত কোনোবা এগৰাকী তিৰোতাই হেনো মোক প্ৰায়েই সপোনত দেখে। হাঁহি হাঁহি গহীন হওঁ। তাইৰ চিঠিৰ উত্তৰ নিদিওঁ। তথাপি তাই লিখি থাকে। ভয় লাগে, কেতিয়াবা যদি আগত ওলায়হি। তথাপি এনেকৈ যে চিঠি আহে, সেয়াও কিজানি আল্লাহৰ কুদৰত! শেষলৈকে এই চিঠিবোৰেই মোৰ বাবে হৈ পৰিল বাহিৰৰ আনন্দ চঞ্চল বা যন্ত্ৰণাময় জীৱন আৰু জগতখনলৈ চোৱাৰ একমাত্ৰ খিড়িকী। এই খিড়িকীখনেৰেই মানুহৰ জীৱনৰ স্পন্দন অনুভৱ কৰোঁ। দেখা পাওঁ হাজাৰ হাজাৰখন মুখ। হাজাৰ হাজাৰ আশা স্বপ্ন-খাহেচ। যেন ঘৰৰ ভিতৰত বহি বহি বাহিৰৰ ধুমুহা বৰষুণ চাইছোঁ। মিছিল দেখিছোঁ। মহাসাগৰ দেখিছোঁ। উত্তাল ঢৌ দেখিছোঁ। ঢৌবোৰে মোকো বুৰাই দিয়া নাইনে? খুন্দিয়াই যোৱা নাইনে? হুঁ— ময়োতো মানুহ। মোৰ নিৰ্লিপ্ততাৰ আলখেল্লা ফৰিদুজ্জামানৰ ক'লা পোছাকযোৰৰ দৰে খোল খাই যায়। উদং তেজ-মঙহৰ শৰীৰটো থৰ্ থৰ্কৈ কঁপি উঠে। সিদিনা এখন চিঠি পালোঁ। 'মোৰ ভাইটি, তিনি বছৰ হৈছিল, ঢুকাল। সি যাতে বেহেস্তত ঠাই পায় তাৰ বাবে হুজুৰে দোৱা কৰিব।' হাতৰ আখৰ দেখি বুজিলোঁ কোনোবা সৰু ছোৱালীয়েই হ'ব। উত্তৰ লিখিলোঁ ঃ 'শিশুবোৰৰ ইন্তেকাল হ'লে বেহেস্ত সুনিশ্চিত বুলি জানিবা! দুখ নকৰিবা। দুখ-শোক কৰা হাৰাম।' এই চিঠিবোৰে বাহিৰৰ জগতৰ সতে যেন এখন অদৃশ্য সাঁকোহে গঢ়িছিল। সেয়ে দুপৰীয়া পৰত ঘাটৰ ওচৰত উদগ্ৰীৱ হৈ অপেক্ষা কৰি থাকোঁ। বাদশ্বাহী আলিত দূৰৈত ৰঙা পাগুৰি দেখিলেই বুকুৰ ভিতৰত নানান ঢৌ খেলিবলৈ ধৰে। আজি বা কেনে চিঠি আহিছে? কাৰ বা কি খবৰ আহিছে? চফি— আল্লাহে নিশ্চয় তাৰ কাৰণে কোনোবা শক্তিমান জিন পঠাইছে। তথাপি মানুহৰ মন— মই মানুহ! ডাকোৱালজনে মোৰ ভৰিৰ ওচৰত চিঠিৰ বাণ্ডিলটো ৰাখিলে, মণিঅৰ্ডাৰ ফৰ্ম ৰাখিলে, আৰু তাৰ ওপৰত কেইটামান টকা। তাৰ কাণত খাগৰিৰ কলম গুজি থোৱা আছিল। চামৰাৰ মোনাখনৰ পৰা চিয়াহীৰ দোৱাতটো উলিয়ালে। আটাইবোৰ বস্তু সম্ভ্ৰমেৰে তলত ৰাখিলে। চহী কৰি টকা আৰু চিঠিৰ বাণ্ডিলটো ললোঁ। সি ফৰ্ম, কলম, দোৱাত সামৰিলে। তাৰ পিছত মাটিৰ পৰা ধূলি এচিকটা মূৰত ললে! মানুহে মানুহৰ ওচৰত কিয় যে এনেদৰে নত হয়, মই ভাবি উৱাদিহ নাপাওঁ। টকাখিনি এতিমখানাৰ কাৰণে কোনো কোনোৱে পঠাইছে। এবাদতখানাৰ বাৰাণ্ডাত বহি চিঠি কেইখন পঢ়িবলৈ ধৰিলোঁ। এখন পোষ্টকাৰ্ড, ৰঙা চিয়াহীৰে ফাৰ্চিত লিখা দুশাৰী কথা, এটা বয়েৎ ঃ ''তেজ দি ঘটা ইজ্জত, হে সন্মানিতজন, কোনো স্বাৰ্থৰ

বিনিময়তে দাৰোৱানৰ ওচৰত বিক্ৰী নকৰিব।' তলত মাথোন ফাৰ্চি 'ৰে' আখৰটো। ৰ— কোন এই 'ৰ'? আচৰিত ধৰণে মোক জোঁকাৰি দিলে। মোৰ নাম ঠিকনা সাধাৰণ চিয়াহীৰে ইংৰাজীত লেখিছে! ৰ— হুঁ, ৰত্নময়ী! কৃষ্ণপুৰৰ সেই জমিদাৰ কন্যা। বুজিলোঁ মোক চফিৰ কথা মনত পেলাই দিছে। কিন্তু এই বয়েৎ কেলেই? চাই চাই আবিষ্কাৰ কৰিলোঁ। চিয়াহীৰ ৰঙ সাধাৰণ ৰঙা নহয়। ঈষৎ কজলা। ঠায়ে ঠায়ে শেতা। হায় আল্লাহ! এয়া যে তেজ! তেজেৰে লিখিছে? কিন্তু তাই কিয় এই বয়েৎ লিখিলে? মইনো নিজৰ বা অইনৰ ইজ্জত কোন দাৰোৱানৰ ওচৰত বিক্ৰী কৰিবলৈ ওলাইছোঁ যে এনে সাৱধানবাণী শুনালে? মনৰ ভিতৰত তোলপাৰ লাগিল। চফিৰ বিৰুদ্ধে চৰকাৰী হুকুমৰ কথা মই চাইদাৰ পৰা গোপন কৰি ৰাখিছোঁ। নাজানোঁ খবৰটো মৌলাহাটত বিয়পিছে নে নাই। কোনোবাই খবৰ পালেও মোক ক'ব জানো? নে চফি হিন্দু হৈ যোৱা বাবে আৰু মোৰ দৃষ্টিত সি মুৰ্দা বিবেচিত হোৱা বাবে কোনোৱেই এই কথা মোক মুখ খুলি কোৱা নাই? দিনটো বৰ অস্থিৰতাৰ মাজেৰে পাৰ হৈ গ'ল। ওৰে নিশা টোপনি নাহিল। পিছদিনা আবেলি সময়ত দেখোঁ বাদশ্বাহী আলিয়েদি ক'লা ঘোঁৰাৰ পিঠিত কোনোবা এজন আহিছে। ঘোঁৰা চালক এবাদতখানাৰ নঙলাৰ ওচৰত ৰ'ল। এজোপা গছত ঘোঁৰাটো বান্ধি মানুহজন নঙলামুখত থিয় হ'লহি। চিনি পালোঁ। দেৱান আব্দুল বাৰি চৌধুৰী। শুনিছিলোঁ, বহুদিন আগেয়ে হেনো তেওঁ এদিন আহিছিল। বোৱাৰীহঁতৰ মাকৰ সা-সম্পত্তি ভগাই দি গুছি গৈছে। কিন্তু সৰু বোৱাৰীয়ে মাকৰ সম্পত্তি নল'লে। কথাটো শুনি মই খুব আনন্দিত হৈছিলোঁ। আত্মঘাতীৰ সম্পত্তি হাৰাম! মোৰ এইজনী বোৱাৰী বৰ পুণ্যৱতী। চৌধুৰীক দেখাৰ লগে লগে মোৰ মূৰত যেন জুই লাগিল। আগুৱাই গৈ ক'লোঁ, 'বেছৰা', মুছলমান নামধাৰী মানুহৰ বাবে এবাদতখানাৰ দুৱাৰ বন্ধ। মানুহজনক বৰ দুৰ্বল দেখাইছিল। পোছাকো ইংৰাজৰ দৰে। পেণ্টৰ ভিতৰত কামিজ গুজি লৈছে। মনে মনে থিয় হৈ থকা দেখি সুধিলোঁ, কি লাগে আপোনাক? আৰু কি নিবলৈ মোৰ ওচৰলৈ আহিছে? যাওঁক— আপোনাক দিবলৈ মোৰ আৰু একো নাই। মোৰ মাতটো কঁপিছিল। চকু দুটা সেমেকি আহিছিল। আকৌ সুধিলোঁ, কওঁক, এইবাৰ কি বিচাৰিছে? বাৰি চৌধুৰীয়ে লাহেকৈ ক'লে, হজৰত! একোকে বিচৰা নাই। আপোনাৰ পৰা যি লৈছিলোঁ সেয়া আৰু ঘূৰাই দিব নোৱাৰিম। কিন্তু তাক জীয়াই ৰখাৰ কাৰণে আপোনাৰ দস্তখত এটা বিচাৰিছোঁ।

ক'লোঁ, চফি মুৰ্দা।

কিন্তু জিলাখনৰ হাজাৰ হাজাৰ মানুহৰ কাৰণে সি জিন্দা। তেওঁলোকে তাক বিচাৰে। তেওঁলোকে দস্তখত দিছে। কিন্তু আপোনাৰ চহীৰ মূল্য তেওঁলোকতকৈ অধিক! কালেক্টৰ চাহাবে কৈছে, যদি চফিৰ দেউতাক জিম্মাদাৰ হৈ পুতেকক চৰকাৰ বিৰোধী কাম-কাজৰ পৰা আঁতৰাই ৰখাৰ প্ৰতিশ্ৰুতি দিয়ে, আচামীৰ বিৰুদ্ধে হুকুম উঠাই লোৱা হ'ব। হজৰত! সঁচা অৰ্থত আপুনি জিম্মাদাৰ হ'ব নালাগে, মাথোন নামকাৱাস্তে এটা চহী দিয়ক। চফিৰ প্ৰকৃত জিম্মাদাৰ মই হম। বাৰি চৌধুৰীয়ে চকু মোহাৰি আকৌ ক'লে, সি বেপৰোৱা। সি মাজে সময়ে জিলালৈ অহা-যোৱা কৰিছে।

মোৰ ভয় লাগে, কেতিয়াবা পুলিচৰ মুখত পৰিলে গুলীয়াই মাৰিব। সেইবাবে, মাথোন সি জীয়াই থকাৰ কাৰণে আপোনাৰ এটা দস্তখত বিচাৰিছোঁ। কালেক্টৰ চাহাবে আপোনাৰ যশ-খ্যাতিৰ কথা জানে। আপুনি বুজুৰ্গ পীৰ। আপুনি মাথোন দয়া কৰি এটা দস্তখত দিয়ক। চীল মোহৰ মাৰি দিয়ক। বুলি কৈ তেওঁ জেপৰ পৰা এখন কাগজ উলিয়াই আগবঢ়াই দিলে। হাত মেলি কাগজখন লোৱাৰ লগে লগে মনত পৰিল ৰত্নময়ীয়ে তেজেৰে লিখা সেই কথাষাৰলৈ। লগে লগে কাগজখন টুকুৰা টুকুৰ কৰি ফালি পেলালোঁ। বেগাই আঁতৰি আহিলোঁ। এবাদতখানাত সোমাই দুৱাৰ বন্ধ কৰি দিলোঁ। কিমান পৰ বহি আছিলোঁ মই নিজেই ক'ব নোৱাৰোঁ। কোনোবাই দুৱাৰত ঢকিয়ালে। তাৰ পিছত চাইদাৰ মাত শুনিলোঁ। ভাবিলোঁ, তেওঁ দুখুৰ লগত ভাত লৈ আহিছে। দুৱাৰ খুলিয়েই মই চক খাই উঠিলোঁ। চাইদাৰ বোৰ্খাৰ মুখৰ পৰ্দা তোলা। চকুত চকুলো আৰু জুই। 'আপুনি ইমান বেদিল (হৃদয়হীন), ইমান বেৰহম (নিৰ্দয়) ! বুলি মোৰ জোব্বা খামুচি ধৰি মোৰ বুকুত মূৰ আছাৰিবলৈ ধৰিলে। বুজিলোঁ, বাৰি চৌধুৰীয়ে চাইদাক আটাইবোৰ কথা ক'লে। নিজকে মুকলি কৰি সেই পোষ্টকাৰ্ডখন চাইদাৰ চকুৰ আগত দাঙি ধৰিলোঁ। বয়েৎটো আবৃত্তি কৰি ক'লোঁ। নিজৰ তেজেৰে এজনী হিন্দু ছোৱালীয়ে লিখিছে। সমগ্ৰ জীৱন দি কিনা ইজ্জত দাৰোৱানৰ ওচৰত বিক্ৰী কৰিবলৈ কোৱা নেকি চাইদা? তেতিয়া চাইদা মনে মনে থাকিল।—

I met a lady in the meads
Full beautiful— a fairy's child,
Her hair was long, her foot was light,
And her eyes were wild.

—Keats

"এইবাৰ মধুৰিআমজোপাত বহুত ফল লাগিছে। আল্লাহৰ মেহেৰবানিত ডাল ভৰি লগা মধুৰিবোৰ মোক খা মোক খা কৰি আছে। ক'ত আছিল এইবোৰ? আল্লাহেই বেহেস্তৰ পৰা বনু আদমক কিবা সামান্য নমুদ দেখুৱাইছেনে? গায়েবি দুনিয়াৰ নমুদ জাহেৰি দুনিয়াত উপস্থিত হৈছে। আফলাতুনে সঠিক কথাই কৈছে! নে পাক আল্লাহে যি নাছিল বা যি নাই সেই আটাইবোৰ সৃষ্টি কৰে? দেখিছোঁ, ডাঙৰ সমস্যাতেই পৰিলোঁ।—

"অন্যমনস্ক হৈ চাই আছোঁ। হঠাতেই এখন সৰু হাতত চকু পৰিল। হাতখনত ভালেকেইপাট ৰঙীন খাৰু জিলমিলাইছে। হাতখনত এটা মধুৰি আম। মই মাতিলোঁ। দেখিলোঁ গছজোপাৰ আঁৰত কিহবাই লৰচৰ কৰিছে। মই উঠি গ'লোঁ। এজনী কণমানি ছোৱালী দৌৰি গৈ হাবিত সোমাল। তাইৰ সৰু ভৰি দুখন হৰিণীৰ দৰে চঞ্চল। একোচা চুলি তাইৰ পিঠিত হালি-জালি নাচিছে। মই তাইক অনুসৰণ কৰিছোঁ নে নাই জানিবলৈ তাই এক মুহূৰ্তৰ কাৰণে ঘূৰি চালে। মোৰ চকু চাৎ মাৰি ধৰিলে। বেহেস্তৰ হুৰী দেখিলোঁ নেকি মই? কোন বাৰু এই কণমানি ছোৱালীজনী? বয়স ছয়/সাত বছৰ হৈছে যেন লাগিল। পুখুৰীৰ উত্তৰ-পূৰ কোণত বিজুলীৰ চমকণি মাৰি তাই অদৃশ্য

হ'ল। নিশ্চয় এতিমখানাৰেই কোনোবা অনাথ বালিকা হ'ব। মোৰ লাজ লাগিল। অলপ পিছত এতিমখানাৰ খিদমতগাৰ-বাবুৰ্চি ইৰফান আৰু মকবুলে বাচন-বৰ্তন ধুবলৈ বাহিৰলৈ আহিলত ইঙ্গিত দি মাতিলোঁ। সিহঁত দৌৰ মাৰি পশ্চিমৰ ৰাষ্টাৰে ঘূৰি এবাদতখানাৰ মূল নঙলাত হাজিৰ হ'ল। পূবৰ হাবিখনত মোৰ হুকুম নোলোৱাকৈ কোনোৱেই এটা খোজো নিদিয়ে। মানুহে এইবুলি জানে যে মই সেই হাবিখনত গছ-লতা, চৰাই-চিৰিকতিৰ লগত কথা-বতৰা পাতোঁ আৰু কেতিয়াবা জিনবোৰৰ লগতো দেখা-সাক্ষাৎ কৰোঁ।—

''ইৰফান আৰু মকবুল খুব আচৰিত হ'ল। মই নিজ হাতেৰে মধুৰি পাৰি সিহঁতক সুধিলোঁ, 'এতিমখানাত কিমানজন এতিম আছে?' সিহঁতে ক'লে, 'একৈশজন'। 'সংখ্যাত বৰ কম যেন লাগিছে যে?' 'হজৰত! সিহঁত আহে আৰু পলাই যায়। কোনো মাহত পঞ্চাশজন, আকৌ কোনো মাহত কমি কমি দহজনো হয়।' বুজিলো, জিম্মাদাৰহঁতে চালাকি কৰিছে। বিহিত ব্যৱস্থা লোৱা দৰকাৰ। নটা পকা মধুৰি পাৰি ক'লোঁ, 'চুলি দীঘল, ধুনীয়া পাতল ছোৱালী এজনী আছে— তাইক অকলে এটা দিবা। বাকীবোৰক সমানে টুকুৰা কৰি ভগাই দিবা। তোমালোকেও এচকলকৈ খাবা।' দুয়ো মধুৰিবোৰ লৈ আঁতৰি গ'ল। সিহঁতৰ ভাব-ভঙ্গি দেখি বুজিলোঁ যে সিহঁত খুব আচৰিত আৰু আনন্দিতও হৈছে। আৰু এনে ভাব হ'ল এই কাৰণেই মধুৰিজোপা গজিছিল আৰু আজি ইমান ফল ফলাইছে। এতিয়া যেন গছজোপাই নিজকে ৰিক্ত কৰি আনন্দত হাঁহিব লাগিছে। কিয় যে এই কথাষাৰ মনলৈ আহিল, আল্লাহেই জানে।—

''কেইদিনমান পিছত এদিন হাবিত সোমালোঁ! হঠাতেই দেখিলোঁ হাবিখনৰ সিমূৰৰ মুকলি ঠাইডোখৰত সেই কণমানি ছোৱালীজনীয়ে আপোনমনে খেলি আছে। ঘূৰি মোক দেখাৰ লগে লগেই তাই চক খাই থমকি ৰ'ল। ছোৱালীজনীৰ— এয়া মই কি দেখিবলৈ পালোঁ— এযুৰি পিঙ্গলবৰ্ণ চকু। তাইৰ উজ্বল চকুযুৰি তিৰবিৰাই আছে। মুহূৰ্ততে হৰিণী ক'ৰবাত হেৰাল। সিদিনা মগৰেবৰ নামাজৰ পিছত এতিমখানালৈ গৈ হুকুম দিলোঁ, 'সেই ছোৱালীজনী যাতে কোনোপধ্যে পলাব নোৱাৰে।' আৰু চাবা, তাইক 'বাগদাদী কায়দাবহি' (আৰ্বি বৰ্ণ পৰিচয়) যাতে কিনি দিয়া হয়। জালালুদ্দিনে তাইৰ শিক্ষা-দীক্ষাৰ দায়িত্ব লওক।' জালালুদ্দিন উপস্থিত আছিলেই, ক'লে, হজৰতৰ হুকুম তামিল কৰাত ক্ৰুটি নহ'ব।''—

## বাইশ

"Oh faciles nimium qui tristia crimina caedis
Fluminea tolli posse putatis aqua!"
Fasti—Ovid

ৰত্নময়ীয়ে কিয় যে সিদিনা হঠাতে মোক সেৱা কৰিছিল নাজানোঁ। দুপৰীয়া খোৱা-বোৱাৰ পিছত জিৰণি লৈ আবেলি পদ্মাৰ চৰলৈ ফুৰিবলৈ যাবলৈ মন গ'ল। এজনী পৰিচাৰিকাই মোক চাহ দি গ'ল। তাইৰ পৰাই জানিলোঁ যে ৰত্নময়ীৰ গা ভাল নহয়, শুই আছে। তললৈ গৈ মুন্সীজীৰ খবৰ কৰিলোঁ। ঘৰৰ সম্মুখৰ চোতালত শুকাই থকা ফোৱাৰাৰ কাষতে মই ৰ'লোঁ। তাৰ পিছত তেওঁ আহিল। কপাললৈ হাত নি নিঃশব্দে আদাব জনালে। ক'লোঁ, অলপ ওলাই যাম বুলি ভাবিছোঁ। পালোৱানক আনিবলৈ কওঁকচোন। মুন্সীজীয়ে ঈষৎ হাঁহি ক'লে, হ'ব বাৰু। ৰাজবাৰী সম্পৰ্কে আপোনাৰ কি ধাৰণা হ'ল কওঁকচোন, শুনোঁ। ক'লোঁ, কি ধাৰণা হ'বলৈ আছে আৰু? মুন্সীজীয়ে প্ৰথমে অলপ থত্মত্ খালে। তাৰ পিছত ক'লে, এইখন ঘৰত মই আজি ত্ৰিশ বছৰ কটালোঁ। যি স্থলত ময়েই একো ধাৰণা কৰিব পৰা নাই, আপোনাৰনো এদিনতে কিদৰে হ'ব? পিছে মন কৰকচোন ঘৰটোৰ গাতো মুছলমানি চাপ আছে। আপুনি লালবাগত মোতিমহলটো দেখিছে নহয়? ঘৰটোৰ পিনে চাই ক'লোঁ, হয়। ঘৰটো নবাবী ঠাচৰ যেন লাগিছে! মুন্সী আব্দুৰ ৰহিমে মোৰ হাতত ধৰি ফোৱাৰাৰ শুকান বৃত্তাকাৰ মাৰ্বেলৰ চোতালখনৰ কাষলৈ লৈ গ'ল। দুয়োজনে ওচৰা-ওচৰিকৈ বহিলোঁ। মুন্সীজীয়ে ক'লে, ইয়াৰ পৰা এক ক্ৰোশ আঁতৰত বিহাৰ ৰাজ্য। নবাবী আমোলত এই ঘৰটোৰ মালিক আছিল বিহাৰৰ ফতেগঞ্জৰ এজন মুছলমান ফৌজদাৰ। পিছত লিটন নামে এজন ইংৰাজে কিনি লয়। তেওঁৰ পৰা কিনি লয় অনন্তনাৰায়ণৰ দেউতাকে। তেনেহ'লে চাওঁক, মুছলমানি আৰু ইংৰাজী— দুটা 'জমানা' এইটো ঘৰতে গ'ল। অনন্তনাৰায়ণবাবুৰ দোষ নাই। তেওঁ ইংৰাজী আৰু মুছলমানি দুই ধৰণৰ আদব-কায়দাৰ মাজত ডাঙৰ-দীঘল হৈছে। নবাব বাহাদুৰৰ ক্লাছফ্ৰেণ্ড আছিল ইংলণ্ডত। সেই তেতিয়াৰে পৰা দোস্তি। ফলত লালবাগৰ হাভেলিৰ পৰা মন্নুজান বাইজী এই ঘৰলৈ আহিল। কিবা বুজিলেনে? ক'লোঁ, নাই বুজা। মুন্সীজীয়ে হাঁহিলে— এতিয়াও বুজা নাই? এইখন ঘৰৰ চাকৰ-বাকৰ-আয়া-বাবুৰ্চি-খানচামা আৰু খোৱা-বোৱাৰ ধৰণ

সকলোতে ইংৰাজী-মুছলমানি আদব-কায়দা মিহলি হৈ আছে। অনন্তনাৰায়ণবাবুৰ আত্মীয়-স্বজনবোৰ গোড়া হিন্দু। তেওঁলোক বিহাৰত থাকে। তেওঁলোকে আজি বহুদিন আগৰ পৰাই এইখন ঘৰৰ লগত সম্পর্ক ছিঙিছে। তাৰ ফলত অনন্তনাৰায়ণবাবুৰ অধিক সুবিধাহে হৈছে। এইটো মুছলমানপ্রধান অঞ্চল। লাঠিয়াল-পাইক বৰকন্দাজ সকলো মুছলমান। কর্মচাৰীসকলৰো সৰহ সংখ্যকেই মুছলমান। প্রজা সাধাৰণেও ভাবে যে তেওঁলোকৰ 'ৰাজাবাবু' আধা মুছলমান। কলমা পঢ়িবলৈকেহে বাকী! মুন্সীজীয়ে হাঁহিলে। কিন্তু বেঁকা হাঁহি। তাৰ পিছত লাহেকৈ ক'লে, এজন ভণ্ড, লম্পট, মাতাল— জিন্দা চয়তান! তেনেহ'লে তেওঁৰ তলত চাকৰি কিয় কৰিছোঁ বুলি যদি সোধে, কওঁ শুনক। জহৰত-আৰাৰ কাৰণে! জহৰত-আৰা কোন? মুন্সীজীয়ে বেজাৰ মনেৰে ক'লে, আপুনি পীৰৰ খান্দান। মুছলমান। তথাপিও সুধিলে? ইচ্ছা গৈছিল টানকৈ এষাৰ উত্তৰ দিওঁ। কিন্তু বুঢ়া মানুহজনৰ প্ৰতি কিয় জানো মোৰ পুতৌ জন্মিল। মনে মনে থাকিলোঁ। তেতিয়া মুন্সীজীয়ে ক'লে, জহৰত-আৰা ফাৰ্চি শব্দ। জহৰত মানে ৰত্ন। আৰু আৰা মানে দীপ্তি। এইবাৰ হাঁহিলোঁ। ক'লোঁ, বুজিলোঁ। মুন্সীজীয়ে ক'লে, কণমানি অৱস্থাৰ পৰাই নিজৰ ছোৱালী যেন জ্ঞান কৰি আহিছোঁ। তাইৰ সাত বছৰ বয়সতেই মাকে ঘৰৰ চটিত ফাঁচি লয়— বাধা দি ক'লোঁ, ৰত্নময়ীয়ে ভাবে তাইৰ মাকক দেউতাকে হত্যা কৰিছে। মুন্সীজীয়ে অলপ পৰ মনে মনে থাকি ক'লে, ৰাজবাৰীত বু বু বা বা চলিছিল। বাহিৰতো কথাটো ওলাইছিল। জহৰত-আৰাৰ কাণতো পৰিছিল। অৱশ্যে অনন্তবাবুৱে তাইক লালন-পালন কৰাৰ ক্ষেত্ৰত অকণো অৱহেলা কৰা নাছিল। মেমচাহেব ৰাখি ঘৰতে ইংৰাজী শিকাইছে। মোৰ ওচৰত তাই নিজ ইচ্ছাৰে আৰ্বি শিকিছে। এজন হিন্দু পণ্ডিতে কিছুদিন বাংলা-সংস্কৃত শিকাইছিল। পিছত জাত যোৱাৰ ভয়ত তেওঁ পলাল। কিন্তু জহৰতআৰা বৰ বুদ্ধিমতী! খুব মেধাবী। সকলো কথাই অলপ সময়ৰ ভিতৰতে আয়ত্ত কৰাৰ ক্ষমতা আছে। সুধিলোঁ, বাবু গোবিন্দৰাম মানুহজন কেনেকুৱা? মুন্সীজীয়ে গহীন মুখেৰে ক'লে, সঁচাকৈয়ে এজন খাঁটি মানুহ। কিন্তু যি বুজিছোঁ, তেৰোঁ আৰু সৰহ দিন নাথাকিব। মোৰ দৰে তেৰোঁ মালিকৰ ওপৰত অসন্তুষ্ট! তেওঁ এজন বৰ উদাৰমনা হিন্দু। তেৰোঁ জহৰত আৰাক মোৰ দৰেই স্নেহ কৰে। আমি দুয়োজনে আলাপ-আলোচনা কৰিয়েই তাইক আপোনাৰ দেউতাকৰ ওচৰলৈ চিকিৎসাৰ কাৰণে পঠাইছিলোঁ। জমিদাৰ বাবুৰ হতুৱাই চিঠি লিখাই লৈছিলোঁ। জানেনে, তেখেতে খুব সুন্দৰ ফাৰ্চি জানে? মুন্সী আব্দুৰ ৰহিমে নিজৰ হাতৰ আঙুলিবোৰ মোহাৰি থাকিল। অলপ পিছত হুমুনিয়াহ কাঢ়ি ক'লে, আপোনাৰ দেউতাক হজৰতৰ দয়াত জহৰত আৰাৰ বেমাৰ সমূলি নাইকিয়া হৈছিল। কিন্তু আজি কিছুদিনৰ পৰা আকৌ আগৰ দৰে বেহুচ হৈ যায়। বেহুচ অৱস্থাত আগৰ দৰে দেউতাকক আৰ্বি ভাষাত খুব বেয়া মাত মাতে। মাঘ মাহত ব্ৰহ্মপুৰত— আকৌ লৰালৰিকৈ বাধা দি ক'লোঁ, ৰত্নময়ীৰ ককায়েকৰ কথা কওঁকচোন, শুনো! মুন্সীজীয়ে চক খাই মোৰ ফালে চালে। তাৰ পিছত ক'লে, জহৰতে আপোনাক কিমানখিনি ক'লে নাজানোঁ। সদৰ চহৰত কলেজত পঢ়াৰ সময়ত হৰিনাৰায়ণে স্বদেশীহঁতৰ সঙ্গ ললে।

কালেক্টৰক গুলীয়াবলৈ গৈছিল। গুলী খাই এজন ডাৰোগা মৰিল। ক'ত লুকাই ফুৰিছিল নাজানোঁ। পুলিচে তেওঁক গ্রেপ্তাৰ কৰে। বিচাৰ চলি থকা অৱস্থাতে তেওঁ জেলৰ পৰা পলাল। কেনেকৈ পলাল কোনে জানে? অনন্তনাৰায়ণবাবুৰ কথাতো কলোৱেই। ইংৰাজৰ লগতো তেওঁৰ খুব হলিগলি। গতিকে ল'ৰাক ত্যজ্যপুত্র বুলি ঢোল পিটি দিলে। ইংৰাজী খবৰৰ কাগজতো সেই কথা ওলাইছিল। বুজিলেনে? ক'লোঁ, বুজিলোঁ। হৰিবাবু ক'ত আছে জানেনে? মুন্সীজীয়ে বিষণ্ণ হাঁহি মাৰি ক'লে, মাঘমাহত ব্রহ্মপুৰৰ পৰা উভতি আহি জহৰতে মোক সকলো কথা কৈছে। মোৰ বোধেৰে ককায়েকৰ লগত দেখা সাক্ষাৎ কৰাটো বৰ ভাল কথা নহ'ল। আগেয়ে জনা হ'লে গোবিন্দবাবুক হাক দিলোহেঁতেন। ব্রহ্মপুৰৰ পৰা ঘূৰি অহাৰ পিছৰ পৰাই অসুখটোৱে আকৌ উক দিছে। ভয় হৈছে এতিয়া বেহুচ অৱস্থাত যদি বঙালী ভাষাতেই ককায়েক ক'ত কেনেকৈ আছে আদি কথাবোৰ কৈ দিয়ে, বৰ ডাঙৰ কথা হ'ব। চৰকাৰে হৰিনাৰায়ণক ফাঁচি কাঠত যে ওলোমাবই সেয়া ধ্ৰুপ। আৰু চাওঁক চফিচাব, এই জীৱনত বহুত ঠেকি শিকিছোঁ, নৰহত্যা কৰি মানৱৰ কল্যাণ সাধিব নোৱাৰি। আপুনি কিমানজনক হত্যা কৰিব? ইমান বিশাল পৃথিৱী, ইমান কোটি মানুহ! কিমানৰ মঙ্গলৰ কাৰণে কিমানক হত্যা কৰিব লাগিব? মূঢ়মতি মানুহে কিয় এই কথাটো বুজি নাপায় যে হত্যাকাৰীৰ হাতৰ তেজ কোনোমতেই ধুই নিকা কৰিব নোৱাৰি! যিয়েই নকৰক তেজৰ চেকা হাতৰ পৰা মচ নাখায়। দাৰ্শনিক বুঢ়াৰ ফালে কৰুণা আৰু বিদ্রুপৰ দৃষ্টিৰে চাইছিলোঁ। হঠাতেই ৰোমান কবি ওভিদৰ এটা কবিতাৰ দুটা শাৰী মনত পৰিল ঃ 'হায়! যিয়ে ভাৱে হত্যাৰ দৰে ঘৃণ্য কদৰ্য অপৰাধ অতি সহজে নৈৰ পানীৰে ধুই পেলাব পাৰি, সিহঁত যে কিমান নিৰ্বোধ!' জিকাৰ খাই উঠিলোঁ। ক'লোঁ পালোৱানক চহিচক আনিবলৈ কওঁক। মই এপাক নৈৰ চাপৰিৰ পৰা ঘূৰি আহোঁ। মুন্সীজীয়েও থিয় হ'ল। বুজিলোঁ, তেওঁৰ ওঁঠত ক'বলৈ আৰু কথা আছিল—

'Love begins in shadow and end in light'

পদ্মাৰ এঢলীয়া পাৰত দুবৰি বনৰ শ্যামল কোমলতা আৰু তাৰ নিম্নভাগত এসোঁতা নীলাভ পানীৰ অধিক কোমলতাৰ পিছত চৰৰ ধূসৰ বালিৰ মিশ্রিত কোমলতা এটা ক'লা চতুস্পদ প্ৰাণীৰ কঠিন খুড়াৰ আঘাতত বিক্ষত হৈছিল। পালোৱান, তই বৰ্বৰ। তই এজন ভেন্‌ডাল্! পালোৱানে সুধিলে, কাক গালি পাৰিছ? মই নিমিত্তহে মাথোন। পালোৱানৰ লগত নিজানত এনে ধৰণৰ কথোপকথন আৰম্ভ হ'ল। চৰটো ক্ৰমান্বয়ে কাছৰ পিঠিৰ আকৃতি যেন লাগিল। আঁতৰলৈ বালি দৃঢ়তম হৈ মাটিত পৰিণত হৈছে। আগত এজোপা গছ দেখিলোঁ। গছজোপা চাই থাকোতে পালোৱানে সুধিলে, কি চাই আছ? ক'লোঁ, এজোপা গছ। এইবাৰ পালোৱানে এটা আচৰিত কথা ক'লে। যেতিয়া প্রান্তৰত কিবা গছ দেখ, তেতিয়া প্রান্তৰ দৃষ্টিৰ আঁৰত থাকে। ক'লোঁ, তই ঠিকেই কৈছ। গছ আৰু প্রান্তৰ একেলগে দেখা অসম্ভৱ। পালোৱানে ক'লে, অথচ তই চা, প্রান্তৰ নাথাকিলে গছ নাথাকে। প্রান্তৰেহে গছজোপাক প্ৰকাশ কৰিছে। সুধিলোঁ, এনেকুৱা কেলেই হয়? কৃষ্ণকায় ঘোঁৰাটো মুন্সী আব্দুৰ ৰহমানত পৰিণত

হ'ল। ক'লে, পিঠিৰ পৰা নাম। তোক কওঁ বাৰু। তাৰ পিঠিৰ পৰা নামিলত সি ক'লে, পৰিপ্ৰেক্ষিত ব্যতিৰেকে সকলো বস্তুৱেই— সি জড়ই হওক বা চেতনেই হওক, মায়া বিভ্ৰম মাথোন। তই সাৱধান হ। মায়াবিভ্ৰম— সেয়া মৰীচিকা। তাক খেদি নুফুৰিবি। শূন্যতাত বিলীন হৈ যাবি! ক্ৰুদ্ধ হৈ সুধিলোঁ, ইয়াৰ মানে কি? এই কথা কোৱাৰ উদ্দেশ্যইবা কি? ৰূপান্তৰিত সত্তাটোৱে ক'লে, তোৰ বাবে দুখ লাগে। তই পৰিপ্ৰেক্ষিত ব্যতিৰেকে সকলো দেখ। তই চিতাৰা বেগম, স্বাধীনবালা মজুমদাৰ বা ৰত্নময়ী ত্ৰিবেদীক সৌ গছজোপাৰ দৰে দেখিছ। আৰু ভাবিবলগীয়া আছে। চা, চা! গছজোপাত এটা চৰাই আহি পৰিল। এতিয়া গছজোপা একান্ত এজোপা গছ হৈয়েই থাকিলনে? গছজোপা পক্ষীময় হ'ল। এতিয়া চা, এজন মানুহ আহি গছজোপাৰ গুৰিত থিয় হ'ল। গছজোপাৰ আৰু পৰিবৰ্তন হ'ল। তাৰ নিৰ্জনতাৰ মাত্ৰা লোপ পালে। চা, চা! মানুহজনৰ কান্ধত এটা বন্দুক! গছজোপাই নিজস্বতা হেৰুৱালে। চৰাই, মানুহ, বন্দুক আৰু গছ মিলি এক জটিল বিভ্ৰম। মই খঙেৰে ক'লোঁ, বিভ্ৰম চূৰ্ণ কৰিছোঁ ৰবি। চা কি কৰোঁ এতিয়া! বুলি কৈ আগুৱাই গ'লোঁ। নৈখন পূৱলৈ বৈছে। পশ্চিমৰ সূৰ্যাস্তৰ হেঙুলী আভাত মানুহজন দেখি উচাপ খাই উঠিলোঁ। এজন বগা চাহাব। সি গছজোপাত আউজি বহি উত্তৰফালে কিবা চাই আছে। মই আৰু পালোৱান তাৰ দক্ষিণ ফালে নামনিত থকা বাবে আমাক দেখা নাই যেন লাগিল। ওচৰ পোৱাত সি খোজৰ শব্দ শুনি চক খাই ঘূৰি চালে। তাৰ পিছত ধম্‌কি দি ক'লে, হেই বাবু! ইদাৰ মাত আও! গো আৱে! সি মোক আঁতৰি যাবলৈ ক'লে। বোধহয় সি হাঁহ চিকাৰ কৰিবলৈ আহিছে! তথাপি মই তাৰ ওচৰ চাপি গৈ থকা দেখি সি মোলৈ বন্দুক টোৱাই ক'লে, ইউ ডেম নেটিভ কুত্তা! হাঁহি হাঁহি ক'লোঁ, চাৰ! আই মে হেল্প ইউ টু ফাইণ্ড আউট এ প্লেচ হোৱেৰ ইউ উইল চি থাউজেণ্ড্চ্ এণ্ড থাউজেণ্ড্চ্ অব্ ৱাইল্ড ডাক। গোৰা চিকাৰীয়ে বন্দুক নমালে। চাৰিওকাষে চকু ফুৰালোঁ। চৰটোৰ উত্তৰ-পূৱ অংশ এঢলীয়া হৈ কজলা জলৰাশিত মিলিছে। দূৰৈত কেইখনমান গাওঁ। পশ্চিম ফালেও পানী। কিন্তু সূৰ্যাস্তৰ অনুজ্বল পোহৰত ঈষৎ ৰঞ্জিত। দক্ষিণ ফালে দূৰৈত ওখ পাৰটো জনপ্ৰাণীহীন। দক্ষিণ-পূৱত দূৰৈত কৃষ্ণপুৰ দিগন্তৰেখাত মিলি আছে। গোৰা চাহাবজন থিয় হ'ল। ক'লে, ডোণ্ট মাইণ্ড বাবু! আই এম ডেম টায়াৰ্ড। লেট্চ্ গো দেয়াৰ! ও মাই গড্! সি বন্দুক তুলি লোৱাৰ আগেয়ে মাটিত বাগৰি পৰিল। তাৰ বুকুত মাথোন এহাত দূৰৰ পৰা পিস্তলৰ গুলী সোমাইছিল। তাৰ তলপেটত গছকি ধৰি মই হাউলি গ'লোঁ। দ্বিতীয় গুলীটো কপালৰ সোঁমাজেৰে গ'ল। বন্দুকটোৰ লোভ সামৰিলোঁ। আকৌ চাৰিওফালে সতৰ্ক দৃষ্টি ঘূৰাই ধীৰ-স্থিৰ পালোৱানৰ কাষলৈ গ'লোঁ। দেখিলোঁ তাৰ দাৰ্শনিক সত্তা লোপ পাই পুনৰ চতুস্পদ বাহনত পৰিণত হৈছে। পাৰলৈ উঠি অহাৰ পিছত অলপ চিন্তা হ'ল। পালোৱান আৰু মোৰ খোজৰ চিন এৰি আহিলোঁ যে! সি যি কি নহওক হৰিবাবু আৰু স্বাধীনবালাৰ আগত বুকু ফিন্দাই বিশদ ভাবে ক'ব পৰাকৈ এটি কীৰ্ত্তি হ'ল! পাৰৰ পৰা অলপ দূৰ বাকৰি আৰু জোপোহা, তাৰ পিছত কেঁচা আলিত উঠি ভাবিলোঁ, ৰত্নময়ীক কথাটো কম জানো? তৎক্ষণাৎ মনলৈ প্ৰশ্ন

আহিল, কিন্তু কিয় বাৰু মই এই লেতেৰা কামটো কৰিলোঁ? মুন্সীজীৰ সেই কথাষাৰৰ উপযুক্ত প্ৰত্যুত্তৰ দিয়া হ'ল নেকি? ষ্টেন্‌লিৰ পিস্তলটোত আৰু চৈধ্যটা গুলী বাকী আছে। গুলী নুফুটা হ'লে, গোৰা চয়তানটোৰ বন্দুকটো যে মই কাঢ়ি ললোঁহেঁতেন তাত অকণো সন্দেহ নাই। কিন্তু কিয় এই কামটো কৰিলোঁ? পালোৱান! কচোন ভাই, কিয় বাৰু মোৰ আকৌ এই দুৰ্মতি হ'ল? পালোৱান মনে মনে থাকিল। তেতিয়া ক'লোঁ, সি চালাই মোক নেটিভ কুত্তা বুলি গালি পাৰি বন্দুক টোঁৱাইছিল। উত্তৰৰ নঙলাৰে 'ৰাজবাৰী'ত সোমালোঁ। ঘৰৰ সন্মুখতেই ৰত্নময়ীক পালোঁ। পাতল আন্ধাৰত ফোৱাৰাৰ বৃত্তাকাৰ বেদীত অকলে বহি আছে। মোক দেখি ঘোঁৰা-ছহিচজন দৌৰি আহিল। পালোৱানক অলপ সময় চৰাই আনিবলৈ কৈ ৰত্নময়ীৰ কাষলৈ গ'লোঁ। তাই ঈষৎ হাঁহি ক'লে, তোমাৰ সতে মোৰ প্ৰিয়তমৰ দেখা সাক্ষাৎ নহ'লনে? অলপ আঁতৰত বহি ক'লোঁ, এজন গোৰা চাহাবক দেখিলোঁ। সি নিশ্চয় তোমাৰ মনৰ মানুহজন নহয়? ৰত্নময়ীয়ে ক'লে, বুজিলোঁ। তুমি মতিগঞ্জৰ কুঠিয়াল ৰিজ্‌লিক দেখিছা। সুধিলোঁ, কোন সি? ৰত্নময়ীয়ে ক'লে, ৰেছমৰ বেপাৰী। তাঁতী আৰু জোলাহঁতক অবতৰত দাদন দিয়ে। ৰেছমী থান ৰেলেৰে কলিকতালৈ পঠায়। দেউতাৰ লগত তাৰ খুব বন্ধুত্ব। লাহেকৈ সুধিলোঁ, মানুহজনৰ স্বভাৱ চৰিত্ৰ কেনে ধৰণৰ? ৰত্নময়ীয়ে মাথোন ক'লে, দেউতাৰ বন্ধু! তাইৰ কথাৰ অৰ্থ মই বুজিলোঁ। অলপ পিছত ক'লোঁ, আবেলি শুনিলোঁ তোমাৰ হেনো গা বেয়া? বাহিৰলৈ ওলাইছা কিয়? ৰত্নময়ীয়ে লাহেকৈ ক'লে, তোমাৰ বাবেই বাট চাই আছোঁ। তাই ক্ষন্তেকপৰ নিৰৱ হৈ থাকিল। মই ক'লোঁ, মই এই মুহূৰ্ততে ৰাওনা হম। নিমন্ত্ৰণ কৰিছিলা, নিমন্ত্ৰণ ৰক্ষা কৰিলোঁ। এতিয়া বিদায় মাগিছোঁ। ৰত্নময়ীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, নিমন্ত্ৰণ শব্দটোৰ অৰ্থ মাথোন খাদ্য বিষয়ক নহয়। তোমাক মই মোৰ জিনটোৰ লগত দুৱেল যুঁজিবলৈ মাতিছিলোঁ। দেখিছোঁ, কথাটো তুমি পাহৰি গৈছা। হঁহাৰ চেষ্টা কৰি সুধিলোঁ, সি ক'ত? তাক মাতা। চাওঁ এঘৰি যুঁজিব পাৰোঁ নে নাই। ৰত্নময়ী থিয় হ'ল। ক'লে, মোৰ সতে আহা। দেখুৱাই দিওঁ। এনেতে ফোৱাৰাৰ পিছফালে অস্পষ্ট এটা মূৰ্তি চকুত পৰিল। সুধিলোঁ, কোন? সঁহাৰি দি মুন্সীজীয়ে ক'লে, কিমান দূৰ ঘূৰিলে? ধাৰণা হ'ল মানুহজনে আঁৰৰ পৰা কাণপাতি আছিল। ক'লোঁ, বিহাৰৰ মাটি গছকি আহিলোঁ। মুন্সীজীয়ে সুধিলে, চৰলৈ গ'লনে? ক'লোঁ, নগলোঁ। ঘোঁৰা লৈ যোৱাৰ ৰাস্তা নেদেখিলোঁ। পাৰ্লাৰৰ চটিকাঠত ওলোমাই থোৱা এটা ঝাড়বাতি জ্বলিছিল। মুন্সীজীয়ে কাষ চাপি আহি মাতিলে, মা জহৰত! ৰত্নময়ীয়ে মাতিলে, জী? মুন্সীজীৰ মুখখন দেখি ধাৰণা হৈছিল, আন কিবা ক'ব। কিন্তু ক'লে, বেছিকৈ ফুৰা-চকা নকৰিবা। বেছি কথা-বতৰা পতাও ঠিক নহয়। কথাখিনি কৈয়েই মুন্সীজী আঁতৰি গ'ল। হলঘৰতো 'ঝাড়বাতি' জ্বলিছিল। ৰত্নময়ীয়ে গালিচাৰে ঢকা কাঠৰ চিৰিয়েদি কণমানি ছোৱালী এজনীৰ নিচিনাকৈ উঠিল— চঞ্চল আৰু দ্ৰুত খোজেৰে। উত্তৰ-পূৱ কোণত হৰিবাবুৰ সেই কোঠাৰ বাৰাণ্ডাত এজনী পৰিচাৰিকা থিয় হৈ আছিল। ৰত্নময়ীয়ে ক'লে, দুখন চকী পাতি দে। আৰু আলহীৰ বাবে চাহ লৈ আহ। লগত কিবা খোৱা বস্তুও অলপ

আনিবি। আপত্তি দৰ্শোৱাৰ সুযোগেই নাপালোঁ। ৰত্নময়ীয়ে চকীত বহি ক'লে, বহা। জোনাক ৰাতি দাদা আৰু মই ইয়াতে বহি পদ্মাৰ শোভা চাইছিলোঁ। অলপ পিছতেই জোন ওলাব। তাই হাঁহিলে। আকৌ ক'লে, সেইখিনিতে মোৰ প্ৰিয়তম জিনটোৱে মোক এটা শুকুলা ঘোঁৰাত তুলি খেলি ফুৰে। কি হ'ল? মনে মনে থাকিলা যে? তুমি মোক মিছলীয়া বুলি ভাবিছা নেকি? ৰত্নময়ীৰ মাতত তীক্ষ্ণতা আছিল। ক'লোঁ, নাই ভবা। তোমাৰ কথা মই সঁচা বুলিয়েই মানি লম। ৰত্নময়ীয়ে উচ্চকণ্ঠে ক'লে, মই কিবা ক'লেই সি সত্য নহয়। তুমি ক'লেও নহয়। যি সঁচা সি সঁচাই। ইংৰাজী কথাষাৰ মনত আছে নিশ্চয়, 'ট্ৰুথ্ ইজ্ ষ্ট্ৰেঞ্জাৰ্ দেন্ ফিকছন্'। তোমাক দেখুৱাও ৰ'বা। কৈ তাই বাৰাণ্ডাৰে গৈ আন্ধাৰত মিলি গ'ল। মই সোনকালেই এই ঠাই এৰি গুছি যাব লাগিব। মোৰ মানসিক অস্থিৰতা ক্ৰমাৎ বাঢ়িছে। চৰত পালোৱান আৰু মোৰ খোজৰ চিন এৰি আহিছোঁ। খোজৰ চিনবোৰে ফুচ্‌ফুচাই ষড়যন্ত্ৰপূৰ্ণ কথা-বতৰা পাতিব লাগিছে। পৰিচাৰিকাই বিলাতী ট্ৰেত জলপান আৰু চাহৰ কাপ প্লেটবোৰ মেজৰ ওপৰত থৈ গুছি গ'ল। এইখন ঘৰৰ মানুহবোৰ পুতলাৰ দৰে। যেন কোনোবা অদৃশ্য হাতেহে সিহঁতক চালনা কৰিব লাগিছে। সেই অদৃশ্য হাতৰ ইঙ্গিতত ফটক খোল খাই যায়, ছহিচ দৌৰি আছে, লগুৱা লিকচৌৱে হুকুম তামিল কৰাত এক মুহূৰ্তও পলম নকৰে। এনে লাগে যেন ঘৰখন এটা কাৰখানাহে। হয়তো এই প্ৰথমবাৰৰ কাৰণে জমিদাৰ পৰিয়ালৰ ভিতৰ চ'ৰাত প্ৰৱেশ কৰাৰ বাবে এনে ভাৱ হৈছে। সম্ভৱতঃ ৰজা-নবাব-জমিদাৰ আঢ্যৱন্তসকলৰ গাৰ্হস্থ্য জীৱন যাত্ৰা এনেদৰে ঘড়ীৰ কাঁটাৰ নিয়মত চলে। কোঠাৰ ভিতৰৰ লেমটোৰ পোহৰত বাৰাণ্ডাখনো অলপ আলোকিত হৈছিল। অলপ পিছত ৰত্নময়ীয়ে আহি লেমটো মেজৰ ওপৰত থলে। তাইৰ হাতত এখিলা ডাঙৰ কাগজ। চকীত বহি ক'লে, এয়া চোৱা। ইয়াতে সত্য চিত্ৰিত কৰিছোঁ। কাগজখিলা হাতত লৈ লেমৰ পোহৰত চালোঁ। তাত এনেকৈ অংকিত আছে ঃ



গহীন মাতেৰে ৰত্নময়ীয়ে সুধিলে, কিবা বুজি পালা নে? চিন্তা কৰা। চাহ জলপান খাই খাই চিন্তা কৰা। গভীৰ মনযোগ দিয়াৰ নিচিনা দেখুৱাই ক'লোঁ, আহাৰ চিন্তাৰ প্ৰতিকূল। বৰং পানীয়— বিশেষকৈ উষ্ণ পানীয়ই মগজুক সক্ৰিয় কৰাত সহায়ক। ৰত্নময়ীয়ে লৰালৰিকৈ পিয়লাত চাহ বাকিলে। চাহত সোহা মাৰি সুধিলোঁ, 'মই'টো কোন বাৰু? ৰত্নময়ীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, সেই মই দেখিলে মই! এতিয়া তুমি দেখিছা। গতিকে এই সময়ত তুমিয়েই 'মই'টো হৈ আছা। গহীন ভাবেৰে সুধিলোঁ, 'মই' ৰক্তবৰ্ণ হ'ল কিয়? ৰত্নময়ীয়ে চক্ৰান্তসংকুল অথচ যন্ত্ৰণাভৰা মাতেৰে ক'লে, 'মই' সকলো সময়তে আক্ৰান্ত। শৰবিদ্ধ। তেজ নিগৰি আছে। তাইৰ পিনে চালোঁ। তাই মোৰ পিনে চাই আছে। চকুযুৰিত নিঃশব্দ অশ্ৰুজনিত সিক্ততা। বিস্মিত হৈ সুধিলোঁ, তুমি কান্দিছা কিয়, ৰত্নময়ী? (বঙ্কিমচন্দ্ৰৰ 'কপালকুণ্ডলা' নোভেলৰ প্ৰখ্যাত উক্তিটোৰ প্ৰতিধ্বনি কৰিছিলোঁ যদিও উক্তিটো সেই সময়ত মনলৈ অহা নাছিল)। ৰত্নময়ীয়ে ক'লে, মোক উদ্ধাৰ কৰোতা কোনো নথকাৰ দুখত কান্দিছোঁ। তাই কথা বন্ধ কৰিলত সুধিলোঁ, কি ভাবিছা? তাই উত্তৰ নিদিলে। তেতিয়া ক'লোঁ, তুমি ধনীৰ জীয়ৰী। কোনোবা নহয় কোনোবাই এদিন তোমাক বিয়া কৰাব। ধন-ঐশ্বৰ্য এনে বস্তু, যি জাত-পাতৰ সংস্কাৰ মোহাৰি পেলায়। ডোজটো বেচ কঢ়াই হ'ল! মই তেনে হোৱাটোৰেই বিচাৰিছিলোঁ। ৰত্নময়ীয়ে সহ্য কৰিব নোৱাৰিলে। হুংকাৰ মাৰি বেতৰ মেজখন বগৰাই দিলে। সুদৃশ্য লেম আৰু চীনা মাটিৰ পাত্ৰবোৰ খণ্ড-বিখণ্ড হ'ল। আন্ধাৰত তাই খুব জোৰেৰে ফোপাইছিল। তাৰ পিছত মূৰ্ছা গ'ল। মুহূৰ্ততে মই তাইক মাটিত পৰি যোৱাৰ পৰা ধৰি ৰক্ষা কৰিলোঁ। অতি বিস্ময়কৰ কথা এইখন ঘৰৰ অদৃশ্য যাদুকৰৰ হাত ইমানেই পকা যে তৎক্ষণাৎ পৰিচাৰিকাই হাতত লেম লৈ হাজিৰ হ'ল। সিহঁতে বাৰু প্ৰতি মুহূৰ্ততে এই জিনগ্ৰস্ত ৰাজকন্যাৰ গতিবিধি আঁৰৰ পৰা লক্ষ্য কৰি সহায়ৰ কাৰণে সাজু হৈ থাকে নেকি? সিহঁতৰ হাতত কম্পিত শীৰ্ণকায় গাভৰুজনীৰ দেহটো চমজাই দি মই লৰালৰিকৈ আঁতৰি আহিলোঁ। হলঘৰলৈ নামি আহোতে মুন্সীজীৰ মুখা-মুখি হ'লোঁ। ক'লোঁ, মই যাবলৈ ওলালোঁ, আহক পালোৱানৰ আস্তাবলটো দেখুৱাই দিয়ক। মুন্সীজীয়ে পলম নকৰিলে! বুজিলোঁ তেওঁ এই অবাঞ্চিত আপদ-বিদায়ৰ কাৰণে বিয়াকুল হৈ আছিল।

"Stand out of my way you are blocking the sun."

—Diogenes to Alexander, the Great.

এদিন হাজাৰিলালৰ পঁজালৈ যোৱাৰ সময়ত বিজয়পল্লীৰ ওচৰত বান্ধৰ কাষত এজোপা বিয়াগোম বটগছৰ তলত মানুহৰ জুম দেখিলোঁ। মানুহৰ ভীৰ হোৱাৰ কাৰণ এজন সাধু বা ফকিৰ। মূৰত জঁটা আছে। পিন্ধনত ক'লা আলখেল্লা। ডিঙিত ডাঙৰ ডাঙৰ পাথৰৰ এধাৰি মণি। হাতত লোৰ প্ৰকাণ্ড চিমটা এপাট। চিমটাপাতৰ গুৰিত তামৰ আঙুঠি লগোৱা। সি চিমটাপাতেৰে বুকুত খুন্দিয়াইছে। জুন্ জুন্ শব্দ হৈছে। বেঁকা চৰ্দাৰ আৰু কেইজনমান সম্মুখত বহি আছে। বেঁকাই ভাং মোহাৰিছে। অলপ পিছত বুজিলোঁ, সাধু নহয়, মুছলমান ফকিৰ। মানুহে তাক মস্তানবাবা বোলে। সি

চকুহাল মুদি বিৰ্‌বিৰকৈ কিবা আওৰাইছে। অলপ পৰ থিয় হৈ চাই মই আঁতৰি আহিলোঁ। হাজাৰিলাল পঁজাত নাই। পালোৱানৰ চালি ঘৰটো খালি। ইফালে সিফালে চাই দেখোঁ আঁতৰত পালোৱানে পানীৰ দাঁতিত ঘাঁহ খাই আছে। তাৰ পিছ ঠেং দুখন বন্ধা। সি জঁপিয়াই জঁপিয়াই ইফালে সিফালে যায় আৰু তাৰ পচণ্ড অনুসৰি বাচি বাচি ঘাঁহ খায়। অলপ পৰ বাঁহৰ চাংখনত অকলে বহি থাকিলোঁ। গোটেই সময়খিনি অস্বস্তিকৰ ভাবে পাৰ হ'ল। পদ্মাৰ চৰত খোজৰ চিন এৰি আহিছোঁ। পিছদিনা আবেলিৰ ধুমুহা বৰষুণত সেইবোৰৰ হয়তো চিন মোকাম নোহোৱা হৈছিল। কিন্তু তাৰ আগতেই যদি কোনোবা ধূৰ্ত্ত ডাৰোগাই দেখিছে? এটা ক'লা ঘোঁৰা আৰু তাৰ আৰোহীজন যদিহে কৃষ্ণপুৰৰ অসংখ্য ঘোঁৰা আৰু ঘোঁৰা-ছৰাৰিৰ মাজত হেৰাই যোৱা নাই? চাঙৰ পৰা নামিলোঁ। কিনকিনিয়া বৰষুণ আৰম্ভ হ'ল। উপায় নাপাই পঁজাৰ কাঠিত থিয় হ'লোঁ। বৰষুণ এৰিলত জোতাযোৰ খুলি চুৰীয়াখন কোচাই উভতিলোঁ। বিজয়পল্লীৰ ওচৰলৈ গৈ দেখোঁ মস্তানবাবাই অকলে অকলে তাত থিয় হৈ বৰষুণত তিতিব লাগিছে। মোক দেখাৰ লগে লগে সি তাৰ ক'লা আলখেল্লা দুকাষে আঁতৰাই তাৰ নগ্ন দেহাটো মোক দেখুৱালে! থমকি ৰ'লোঁ। মানুহজনৰ গাত ঘন নোম। কিন্তু গাৰ ছাল শেতা, বগা। মুখৰ ৰঙৰ লগত অকণো মিল নাই। খৰা নাক। ৰঙা চকু! চকুৰ ভ্ৰু আধা পকা। মুখত শিশুৰ হাঁহি। সি খিল্‌খিলাই হাঁহিছিল। গলগলীয়া মাতেৰে সুধিলে, কি দেখিলি? উত্তৰ নিদি আঁতৰি আহিলোঁ। বান্ধৰ বিপৰীত ফালৰ এটা ঘৰৰ পিৰালিৰ পৰা নামি আহি এজন মানুহে হাঁহি মাৰি ক'লে, বৰ বেয়া স্বভাৱ, ডাঙৰীয়া! কাকোৱেই ভয় নকৰে। সকলোকে তেনে কৰে। বেঁকাৰ বাবেহে সি বাচি আছে। নহ'লে মানুহে কাহানিবাই মাৰি পিটি খেদিলেহেঁতেন। সি কথা কৈ কৈ মোৰ লগ ললে। তাৰ মূৰত এটা টকৌ পাতৰ জাপি। মানুহজনে কৈ গৈছে, টকা-পইচাৰ লোভ কিন্তু তাৰ নাই। খোৱা-বোৱাও তেনেকুৱাই। কোনোবাই কিবা দিলে খায়, নিদিলে নাই। বুজিছেনে, সিদ্ধ পুৰুষ যেন লাগে কিন্তু। ল'ৰা-ছোৱালীবোৰক বৰ মৰম কৰে। সি হাঁহিব ধৰিলে। মৰমো কৰে, আকৌ সেই দুষ্টামিও কৰে। বুজিলেনে? যদি সিহঁতে কয়, অ' মস্তানবাবা চু-চু কৰাচোন, চাওঁ! আৰু কোনে পায়, তৎক্ষণাৎ চু-চু কৰি দেখুৱায়। অৱশ্যে সাধু-ফকিৰ-সিদ্ধ পুৰুষবোৰ তেনেকুৱাই হয়। দেবনাৰায়ণদাৰ স্বৰ্গৰাজ্যৰ চেহেৰা এনেদৰে নিতৌ সলনি হ'ব লাগিছে। সিদিনাই তেখেতক মস্তানবাবাৰ কথাটো ক'লোঁ। অলপ পৰ মনে মনে থাকি ক'লে, মানুহজন দেখিছোঁ। এদিন সন্ধিয়াৰ প্ৰাৰ্থনাসভাত চকুত পৰিল, একাষত থিয় হৈ আছে। ব্ৰহ্মকীৰ্ত্তনৰ সময়ত বুকুত চিমটা বজাই তাল ৰাখি ৰাখি নাচিলে। কীৰ্ত্তন শেষ হ'লত সি গান জুৰিলে। মাতটো ভাং খোৱা বাবে বেয়া হৈছে। কিন্তু সুৰীয়া। সঁচা কথা ক'বলৈ গ'লে, গোটেই সভাস্থলী স্তব্ধ, নিষ্পন্দ। তুমি ক'ত আছিলা ক'ব নোৱাৰোঁ। আছিলানে? নাছিলোঁ নিশ্চয়। থকাহলেতো শুনিলোহেঁতেন। দেবনাৰায়ণদাই ক'লে, এটা মাৰফতি গান গালে। ধাৰণা হ'ল, জীৱাত্মা-পৰমাত্মাৰ কথাই কৈছে। গানৰ কথাখিনি শুনা। পিছত লিখি লৈছোঁ! কৈয়েই তেওঁ এটা ডায়েৰি উলিয়াই পঢ়ি শুনালে ঃ

"সবে বলে আল্লা-আল্লা আমি জানি দুই।
লা-ইলাহা ইল্লাল্লা মিছা জানি মুই।।
একদেশেতে দুজন ৰাজা
কেউ কাৰুৰো নয়কো প্ৰজা
আৰশে প্ৰেমেৰ খেলা বুঝলি না গো তুই।।"

ফকিৰবোৰৰ ভিতৰতো অদ্বৈতবাদী, দ্বৈতবাদী, দ্বৈতা-দ্বৈতবাদী আদিবোৰ আছে, জানানে? এইটো এটা গভীৰ গৱেষণা আৰু চিন্তাৰ বিষয়। বহু বছৰ আগেয়ে আৰু এজন মাৰফতি ফকিৰৰ লগত কথা-বতৰা হৈছিলোঁ। তেওঁ অৱশ্যে এইজনৰ দৰে বলিয়া প্ৰকৃতিৰ নাছিল। গম্ভীৰ মানুহ। তেওঁৰো এটা গান লিখা আছে।

"যাৰ আকাৰ নাই তাৰ খুঁজলে কী পাই বল আমাৰে।
নিৰাকাৰ নিৰঞ্জন সে ভাই শুনি সৰ্বশাস্ত্ৰে।।
কী দেখে নাম প্ৰচাৰ হয়
যাৰ নাই কিছু তাহাৰ পিছু কী হবে দৌড়ে-দৌড়ে।।"

দেবনাৰায়ণদাৰ কাষলৈ যোৱাই ভুল। তেওঁৰ হাতত পৰিলে সহজে নিস্তাৰ নাই। এইবাৰ তেওঁ গুণগুণাই ব্ৰাহ্মসঙ্গীত গাবলৈ আৰম্ভ কৰিলে। শাস্ত্ৰীজী আহিলতহে উদ্ধাৰ পালোঁ। ডাকঘৰলৈ গৈছিল। আশ্ৰমৰ চিঠি, কাগজ-আলোচনী এবোজা লৈ আহিছে। বাহিৰতে তিতা ছাটিটো থৈ ক'লে, বতৰৰ লক্ষণ মই ভাল দেখা নাই। দেবনাৰায়ণদাই চিঠি-পত্ৰ আৰু কাগজ-আলোচনীবোৰৰ ওপৰত উবুৰি খাই পৰিল। সেই সুযোগতে মই পলালোঁ। পুথিভড়ালৰ খিড়িকীৰ কাষত বহি স্বাধীনবালাই বৰ মনযোগেৰে কিবা এখন কিতাপ পঢ়ি আছিল। মূৰ তুলি চাই অকণমান হাঁহিলে। সুধিলোঁ, হাঁহিছা কিয়? স্বাধীনবালাই ক'লে, দেবুজেঠাই তোমাক গান শিকোৱা কাণত পৰিছিল! ক'লোঁ, নহয়, নহয়— মস্তানবাবা! স্বাধীনে ভ্ৰূ কোঁচাই ক'লে, মস্তানবাবা? তাৰ পিছত হাঁহিলে। অ' বুজিছোঁ, মানুহজন বৰ অদ্ভুত, জানানে? সিদিনা ব্ৰাহ্মমন্দিৰৰ নঙলাৰ কাষত দেখোঁ, মূৰ দাঙি থিয় দি আছে। সুধিলোঁ, এনেদৰে কি চাই আছা? সি তেতিয়া কি ক'লে জানা? মা! বাবুক গৈ এতিয়াই কোৱা, দুৱাৰখন বৰ ডাঙৰ হৈছে, এতিয়াই জপাই দিয়ক। নহ'লে সেই বাটেৰে মন্দিৰ-চন্দিৰ সকলো পলাই যাব। বিস্মিত হৈ ক'লোঁ, কি আচৰিত! স্বাধীনে সুধিলে, আচৰিত কিয়? ক'লোঁ তোমাক দেখুৱাও ৰ'বা। আলমাৰিৰ পৰা এখন প্ৰকাণ্ড পকাবন্ধা কিতাপ উলিয়াই আনিলোঁ। খৰকৈ পাতবোৰ লুটিয়ালোঁ। স্বাধীনবালাই কেবাবাৰো প্ৰশ্ন কৰি চাই থাকিল। অৱশেষত পৃষ্ঠাটো বিচাৰি পালোঁ। ক'লোঁ, সমাচাৰ দৰ্পণ পত্ৰিকাৰ এই পৃষ্ঠাটো পঢ়ি চোৱা। ১৮১৮ খৃষ্টাব্দৰ ২২ ডিচেম্বৰ শনিবাৰৰ সংখ্যাত দ্বিতীয় পৃষ্ঠাত 'দৈঅজিনিছ' সম্পৰ্কে কি লিখিছে চোৱা। তুমিও আচৰিত হ'বা। স্বাধীনে পকা-বন্ধা পত্ৰিকাৰ কিতাপখন পঢ়িবলৈ ধৰিলে। ক'লোঁ, দিও-জেনিচ। চিনিচিজম প্ৰসঙ্গত ইংৰাজীতে লিখা তেওঁৰ কথা পঢ়িছোঁ। তেৱেঁই হেনো আলেকজেণ্ডাৰক কৈছিল, "আঁতৰি যোৱা! ৰ'দ নাঢাকিবা।" স্বাধীনবালাই বিৰক্ত হৈ ক'লে, পণ্ডিতালি এৰাচোন। মোক পঢ়িবলৈ দিয়া! অলপ পিছতেই তাই উত্তেজিতভাৱে ক'লে, শুনা, শুনা!

"সেই দৈঅজিনিচে এদিন এখন সৰু চহৰৰ সুউচ্চ প্ৰাচীৰ আৰু তাত ওখ দুৱাৰ দেখি চহৰৰ বৰমূৰীয়াহঁতক ক'লে যে তোমালোকে দুৱাৰ বন্ধ কৰা নহ'লে চহৰখন পলাই যাব।"

ইয়াৰ কেইদিনমান পিছত স্বাধীনক সুধিলোঁ, কি হ'ল খুকু, মনে মনে জ্ঞানী মস্তানবাবাৰ দীক্ষা ল'লা নেকি? তাই দাং খাই উঠিল, মানুহজন বৰ অসভ্য। পাগল। ছিঃ!

মই হাঁহিলো। মস্তানবাবাই তেওঁৰ 'বেটি'ক কি দেখুৱালে বুজি পালোঁ।

কাৰোবাৰ শিৰচ্ছেদ কৰা মানে হত্যা নহয়; এটা উপাদানক আন এটা উপাদানলৈ পৰিৱৰ্তন কৰাহে মাথোন।

—পকুধ কচ্চায়ন (দীঘনিকায়)

আশ্ৰমৰ বয়ন সমিতিৰ মেনেজাৰ বসন্তবাবুক মোৰ ভাল নালাগে। তথাপি মানুহজনে মোৰ লগ নেৰে। এই ধৰণৰ মানুহবোৰ সাধাৰণতে ছিদ্ৰান্বেষী হয়। সকলোতে খুঁত দেখে আৰু সেইটো আনক দেখুৱাই দিবলৈ উচ্‌পিচাই থাকে। গাত পৰা স্বভাৱৰ কাৰণ হয়তো এইটোৱেই। ময়ো এইটো বিশ্বাস কৰোঁ যে জীৱনৰ প্ৰাত্যহিক বাস্তৱতা ত্ৰুটিপূৰ্ণ। প্ৰতিক্ৰিয়াত আক্ৰান্তও হওঁ। কিন্তু মই বসন্তবাবু নহওঁ। কিছুদিন আগেয়ে তেওঁ এটা আচৰিত ধৰণৰ ছিদ্ৰৰ ফালে মোৰ দৃষ্টি আকৰ্ষণ কৰে। সেইটো দেখুৱালে সূতা কাটোতা কৰুণা ওৰফে ইকৰাতনৰ মধ্যাঙ্গত। গৰ্ভ ওফন্দিছে। বসন্তবাবুৱে বহুদিন আগেয়ে এই তিৰোতাজনীক 'বেড্ কেৰেক্টাৰ'ৰ চাপ মাৰি দিছিল। এতিয়া ক'লে, মেথেমেটিক্স্ চফিবাবু! ২+২=৪ হোৱাটো অবধাৰিত। বাৰিষাৰ এক সন্ধিয়া বসন্তবাবুৱে মোক ক'লে, ছিদ্ৰটো মেৰামতি কৰা হৈছে। গৰ্ভৱতী ইকৰা দেবনাৰায়ণদাৰ হুকুম অনুযায়ী স্বৰ্গলোকৰ পৰা নিৰ্বাসিত হৈছে আৰু এতিয়া বিজয়পল্লীত আশ্ৰয় লৈছে। দেবনাৰায়ণদাৰ লগত তৰ্ক যুদ্ধত নামিম নে নাই ভাবিছিলোঁ। কিন্তু তেওঁৰ নীতিবাদ, জেদ আৰু খেয়ালৰ কথা মই জানোঁ। মোৰ নিজৰ স্বভাৱ সম্পৰ্কেও মই খুব সচেতন। ভালেমান কাৰণতে এতিয়া মোক এই নিৰাপদ সুদৃঢ় আশ্ৰয় লাগে। গতিকে মই মনে মনে থাকিলোঁ। বসন্তবাবুৱে মাজে মাজে গা ঘঁহাই কৈ যায়, বেঁকা চৰ্দাৰে এজনী ভাবী ৰক্ষিতা পাইছে। তিৰোতাজনীক সি এটা পঁজা সাজি দিছে। তেতিয়াও বিষয়টোৰ গভীৰতা আৰু ৰহস্য মই ধৰিব পৰা নাছিলোঁ। শাওন মাহত হঠাতেই বৰষুণ নোহোৱা হ'ল। আকাশখন ভয় লগা ধৰণে নীলা। সেই সময়তে পাঁচ ক্ৰোশ দূৰৈৰ ৰায়দীঘি গাৱঁৰ পুলিচ থানা আক্ৰমণৰ পৰিকল্পনা কৰিলে হৰিবাবুৱে। দাৰোগা চন্দ্ৰনাথ হাটি আৰু জমাদাৰ ফাৰাকত খাঁ আছিল আক্ৰমণৰ লক্ষ্য। স্টেন্‌লিক হত্যা কৰাৰ পিছত গোটেই মহকুমাতে অসংখ্য নিৰ্দোষী মানুহক পুলিচে পিটি পঙ্গু কৰিছিল। এই কাৰ্যত এই দুজন বীৰ পুঙ্গৱো জড়িত আছিল। আমি ৰাতিয়েই যাত্ৰা কৰাৰ কথা। সান্ধ্য ভ্ৰমণৰ অজুহাত লৈ কেশৱপল্লীৰ হৰিবাবুৰ ওচৰলৈ বুলি গৈ আছিলোঁ। বিজয়পল্লীৰ সন্মুখৰ বটগছজোপাৰ তলত প্ৰায়েই মস্তানবাবাক ঘেৰি মানুহৰ জুম এটা থাকেই। এটা দৃশ্য দেখি থমকি ৰ'লোঁ। মস্তানবাবাই আঁঠু ভাঁজ

কৰি বহি আছে। তাৰ সন্মুখত ফটাকানিৰে মেৰিয়াই কেঁচুৱা এটা লৈ এজনী তিৰোতা বহি আছে। সেইজনী কৰুণা নহয়। কৰুণাই তাইৰ কাষতহে বহি আছে। মস্তানবাবাই চকু মুদি কিবা বিৰবিৰাইছিল। হঠাতে হাউলি কেঁচুৱাটোৰ বুকুত জোৰকৈ ফু মাৰি দি ক'লে, যা। এইবাৰ তিৰোতা দুগৰাকী থিয় হ'ল। কৰুণাৰ কোলাত কেঁচুৱাটো তুলি দিয়াৰ লগে লগে তিৰোতাজনীক চিনি পালোঁ। আজিফামামী। মন গৈছিল চিঞৰি চিঞৰি কওঁ, ভুল! মিছা! অসম্ভৱ! কিন্তু ডিঙিৰে মাত নোলাল। লৰালৰিকৈ তাৰ পৰা আঁতৰি গ'লোঁ। তিৰোতাৰ স্বভাৱ সঁচাই বৰ বিচিত্ৰ! হাজাৰিলালে মোক দেখি সুধিলে, কি হৈছে তোমাৰ? এনেকুৱা লাগিছে কেলৈ? গা বেয়া নেকি? ক'লোঁ, নাই। খবৰ লবলৈ আহিলোঁ। হৰিবাবুৱে চেপা মাতেৰে ক'লে, আমাৰ ভিতৰত কোনোবা চোৰাংচোৱা সোমাইছে যেন পাওঁ। খবৰ পালোঁ যে যোৱা নিশা ৰায়দীঘি থানালৈ এজন গোৰা চাৰ্কেল অফিচাৰে পঞ্চাশ ষাঠিজন চিপাহী লৈ আহি শিবিৰ পাতিছেহি। গতিকে আমাৰ পৰিকল্পনা স্থগিত ৰখা হৈছে। সংঘৰ সদস্যসকলক সম্প্ৰতি কিছুদিনৰ বাবে ঠাই সলনি কৰি আত্মগোপন কৰিবলৈ নিৰ্দেশ দিছোঁ। এইমাত্ৰ স্বাধীনৰ হতুৱাই তোমালৈ খবৰ পঠিয়াইছিলোঁ। ৰাষ্টাত তাইক নাপালা? ক'লোঁ, নাই। হৰিবাবুৱে ক'লে, তেনেহ'লে তাই পথাৰেৰে পোনাই গ'ল। তুমি ইয়াত নাথাকিবা। মই কিছুদিন বিলৰ হাবিত কটাম। আৰু শুনা, ঘোঁৰাটোৰ কিবা এটা ব্যৱস্থা কৰা দৰকাৰ। তুমি আশ্ৰমত আছা। দেবুবাবুৱে তোমাৰ পিঠি বচাব। কিন্তু ঘোঁৰাটো হৈছে তোমাৰ মোৰ সংযোগ সূত্ৰ। এতিয়া সোনকালে তাক বিক্ৰী কৰাৰ দিহা কৰা। অলপ পৰ তভক মাৰি থাকি ক'লোঁ, কিয় নাজানোঁ, দেবনাৰায়ণদাৰ ঘোঁৰা সম্পৰ্কত অলপ কুসংস্কাৰ আছে যেন লাগে। হৰিবাবুৱে হাঁহি হাঁহি ক'লে, ঋক্‌বেদৰ অশ্বসূক্তৰ কথা উল্লেখ কৰিবা। ক'লোঁ, সুধন্যক যদি দৰমহা দিওঁ, সি পালোৱানৰ চোৱা-চিতা নকৰিবনে? চিন্তিতভাবে হৰিবাবুৱে ক'লে, ল'ৰাজন বৰ অন্যমনস্ক। বাৰু চাওঁচোন কি কৰিব পাৰোঁ। বুলি তেওঁ মাতিলে, হো সুধনিয়া! সুধন্যই তাৰ পঁজাৰ পৰা সঁহাৰি দিলে। তাৰ পিছত দৌৰি আহিল। 'হাজাৰিলালে' ক'লে, আৰে সুধনিয়া! বাত শুনো। হাম্ কোই ৰোজকে লিয়ে আপনা মুল্লুক গৈ আছো। তু চফিবাবুৰ ঘোঁৰাকা জিম্মাদাৰি লো। মাহিনামে তনখা মিলেগা। মোৰ ফালে চাই চকুৰে ইঙ্গিত দিয়াত ক'লোঁ, পাঁচ টকা পাবা। হাজাৰিলাল জাপ মাৰি উঠিল, আৰে বচ্। পাঁচ ৰূপৈয়া! ছালে তু বড়া আদমি বন জায়েগা। পা—চ ৰূপৈয়া! ঢাইমোন চাৱল কা দাম! জয় বজৰঙ্গৱলী। আনন্দত সুধন্যৰ চকু মুখ উজলি উঠিল। জীৱনত কোনোবা দিনা সি পাঁচ টকা একেলগে দেখিছেনে নাই সন্দেহ। তাক দুটকা আগধন হিচাপে দিয়াত সি স্বপ্নাচ্ছন্নভাৱে দুহাত পাতি ল'লে। 'হাজাৰিলালে' চকু নচুৱাই ক'লে, তবতো চফিবাবু সমাধান হৈ গ'ল। এই সুধনিয়া, উও দেখো পাহ্‌লোৱান ঘাঁস খাতা হেয়। দোস্তি উস্তি কৰিব লাগিবতো, নে কি কোৱা? সুধন্য বান্ধৰ তললৈ দৌৰি নামি গ'ল। এই আদিম জগতখনত ঘোঁৰাটো দিনে দিনে ক্ৰমশঃ অলপ বন্য স্বভাৱৰ হৈছে। কিন্তু কৰিবলৈ একো উপায় নাই। মাজে সময়ে আহি তাক সঙ্গ দিওঁ। বান্ধৰ ৰাষ্টাৰে ভালেখিনি আঁতৰলৈ যাওঁ। মন কৰোঁ কদম ভুল

কৰিছে। কেতিয়াবা অবাধ্যতাৰ লক্ষণো দেখোঁ। ভাব হয়, প্ৰকৃতিয়ে তাক বশ কৰিলে। সি এসময়ত মোৰ লগত চমৎকাৰ বাক্যালাপ কৰিছিল। তাক দাৰ্শনিক যেন লাগিছিল। এতিয়া এনে লাগে সি যেন দিওজিনিচলৈ ৰূপান্তৰিত হৈছে। স্বাধীনতাময়, চিনিক, উন্মাৰ্গী এটি কৃষ্ণপ্ৰবাহ। সভ্যতাক ভৰিৰে গছকি চূৰ্ণ-বিচূৰ্ণ কৰি সি দৌৰিব খোজে। মোৰ দৰেইনে?

এৰা, মোৰ দৰেই। উদ্দেশ্যহীনতাত আক্ৰান্ত দুটা প্ৰাণী। সিদিনা উভতি অহাৰ পথত বিজয়পল্লীত দেখো মস্তানবাবাই বুকুত চিমটা বজাই গান গাই আছে। মানুহবোৰে জুম বান্ধি তাৰ গান শুনিছে। বাওঁফালে এটা চালিঘৰৰ চোতালত ভৰি মেলি বহি আফিজামামীয়ে কেঁচুৱাটোৰ গাত তেল-হালধি সানিব লাগিছে। স্বৰ্গভ্ৰষ্টা সেই তিৰোতাজনীয়ে চোতালৰ এচুকত কেৰাহিৰ তলত জুই দি দি মুখ ঘূৰাই শিশুটোলৈ চাইছে। তাইৰ মুখত কি যে হাঁহি! তেতিয়াই ঠিৰাং কৰিলোঁ, শিশুটো বধযোগ্য। হত্যা কি? এটা উপাদানক অইন বেলেগ এটা উপাদানলৈ পৰিৱৰ্তিত কৰা মাথোন! প্ৰকৃতিৰ বুকুত ই নিৰন্তৰ ঘটিয়েই আছে। সকলোবোৰেই স্বাভাৱিক নিয়মৰ অভিব্যক্তি। 'স্বভাবতঃ সৰ্ব্বমিদং প্ৰবৃত্তম্।' পুথিভড়ালত সোমাই বৌদ্ধ গ্ৰন্থ 'দীঘনিকায়'খন মেলি বহিলোঁ। স্বাধীনে লেম জ্বলাই থৈ গৈছিল। উভতি আহি লাহেকৈ ক'লে, হৰিদাই খবৰ দিছে— তাইক থমাই ক'লোঁ, জানোঁ। এতিয়া মই হৰিবাবুৰ ওচৰৰ পৰাই আহিছোঁ। স্বাধীনে সুধিলে, কি কিতাপ পঢ়িছা? ক'লোঁ, শুনা!

'মহাৰাজ! যিয়ে কৰে আৰু কৰায়, যিয়ে ছেদন কৰে আৰু ছেদন কৰায়, যিয়ে অঙ্গহীন কৰে আৰু অঙ্গহীন কৰায়, যিজন শোক আৰু নিৰ্যাতনৰ কাৰণ হয়, যিয়ে কঁপে আৰু কঁপায়, যিয়ে প্ৰাণনাশ কৰে, যিয়ে সন্ধি ছিন্ন কৰে, যিয়ে অদত্ত গ্ৰহণ কৰে, যিয়ে লুণ্ঠন কৰে, যিয়ে চুৰি কাৰ্যত প্ৰবৃত্ত হয়, যিয়ে হঠাতে গুপ্ত স্থানৰ পৰা পথচাৰীক আক্ৰমণ কৰে, যিয়ে পৰদাৰ গমন কৰে, মিছা কয়, তাৰ এইবোৰ কৰ্ম বিনে পাপ নহয়। যদি কোনোবাই ক্ষুৰধাৰ চক্ৰৰে জগতৰ প্ৰাণীসমূহক এক মাংসখণ্ডত, এক মাংসপুঞ্জত পৰিণত কৰে, তাৰ বাবে একো পাপ নহয়, পাপৰ আগমণ নহয়। যদি সেইজন লোকে আঘাত কৰিবলৈ, ছেদন কৰিবলৈ, হত্যা কৰিবলৈ, ছেদন কৰাবলৈ, অঙ্গহীন কৰাবলৈ, গঙ্গাৰ দক্ষিণ পাৰেৰে গমন কৰে তাৰ বাবে একো পাপ নহ'ব, পাপৰ আগমণ নহ'ব।'—

স্বাধীনে শ্বাসৰুদ্ধ কণ্ঠে সুধিলে, এইবোৰ কাৰ কথা? ক'লোঁ, অক্ৰিয়াবাদী দাৰ্শনিক পূৰণ কচ্চপৰ। তেওঁ বুদ্ধ আৰু মহাবীৰৰ সমসাময়িক। স্বাধীনে ক'লে, কি ভয়ানক কথা! ক'লোঁ, খুকু, তুমি এদিন ষ্টেন্‌লিক হত্যা কৰিবলৈ মোৰ ওচৰত পিস্তল বিচাৰিছিলা। অৱশ্যে সি তোমাৰ দেউতাৰাৰ হত্যাকাৰী আছিল। মই আৰু হৰিবাবুৱে তাক হত্যা কৰিছিলোঁ। ষ্টেন্‌লিৰ ল'ৰা-তিৰোতাৰ দৃষ্টিৰে চোৱাচোন। সিহঁতৰ মনৰ বেদনাৰ কথা ভাবাচোন। পাতঞ্জল দৰ্শনত কোৱা হৈছে, 'অস্মিতা' অৰ্থাৎ মইবৰ ভাব যাবতীয় দুখৰ অন্যতম প্ৰধান কাৰণ। বৌদ্ধ মিলিন্দপঞ্হ্ গ্ৰন্থত হয়তো সেই কাৰণেই কোৱা হৈছে, 'পুদ্‌গলো নূপলব্‌ভতি।' 'পুদ্‌গল' অৰ্থাৎ আত্মা নাই। স্বাধীনে টানকৈ

ক'লে, মনে মনে থাকা! পণ্ডিতালি অসহ্য লাগে। বুজিলোঁ, স্বাধীনে এই মুহূৰ্তত মোক চিনি পালে। তাইৰ চকুত ভয়ৰ চাৱনি। মুখখন শেঁতা পৰিছে। এটি দীঘল হুমুনিয়াহ কাঢ়ি তাই ওলাই গ'ল। কিতাপখন জপাই বহি থাকিলোঁ। ব্ৰহ্মমন্দিৰত উপাসনা আৰম্ভ হৈছে। দেবনাৰায়ণদাৰ গলগলীয়া মাত ভাঁহি আহিছে। কাণত পৰিল, 'আত্মানং ৱিদ্ধি।' মনত পৰিল দেউতাৰ শাস্ত্ৰীয় ভাষণত দাঙি ধৰা পয়গম্বৰৰ উক্তি, 'যিয়ে নিজক চিনিছে, সি আল্লাহক চিনিছে।' আৰু গ্ৰীক দাৰ্শনিক ছক্ৰেটিছেও কৈছিল, 'নিজকে জানা।' কিন্তু মই কোন? কিছুমান আকস্মিক ঘটনাৰ ক্ৰিয়া প্ৰতিক্ৰিয়া স্বৰূপ এটি চেতনা মাথোন। মোৰ 'পুদ্‌গল' নাই। পদ্মাৰ চৰত পালোৱানে কৈছিল, 'মই নিমিত্তহে মাথোন।' মাজনিশা ওলাই গ'লোঁ। বিজয়পল্লীত এফাল মুকলি এটা চালিঘৰৰ বধ্য ক্ষুদ্ৰ মাংসপুঞ্জ অইন এক বৃহৎ মাংসপুঞ্জৰ সংলগ্ন হৈ জৈৱিক আৰু প্ৰাকৃতিক নিয়মত যথাক্ৰমে নিদ্ৰিত আৰু ভূতলস্থিত। এইবাৰ আৰু এটা জৈৱিক আৰু প্ৰাকৃতিক নিয়ম ক্ৰিয়াশীল হ'বলৈ গৈ আছে। কিন্তু চালিঘৰটোৰ কাষলৈ যোৱাৰ লগে লগেই আৰু এটা জৈৱিক আৰু প্ৰাকৃতিক নিয়ম ক্ৰিয়াশীল হ'ল। এটা অস্পষ্ট হুঙ্কাৰ, খোজৰ শব্দ, অন্ধকাৰত এটা ক'লা জীৱ, জুন্ জুন্ কোমল শব্দ, আকৌ হুঙ্কাৰ। ঘূৰি চাই দেখোঁ মস্তানবাবা! জোপোহা জাৰণিৰ মাজেৰে যাবলৈ ধৰিলোঁ। ধাননিত বোকা-পানী। বোকা-পানী ভাঙি গৈ থাকোতেও পিছফালে পুনৰ হুঙ্কাৰ শুনিলোঁ। তৎক্ষণাৎ বুজিলোঁ, ক্ষুদ্ৰ সেই মাংসপুঞ্জ মোৰ বাবে বধ্য নহয়।....

> Then the sluices of the sky opened and
> everything human was transformed into mud.....
>
> —Epic of Gilgamesh.

এদিনাখন বৰষুণ বতৰত শাস্ত্ৰীজীৰ মাত শুনা গ'ল, দেববাবু! এয়া কি আৰম্ভ হ'ল? যেন আকাশৰ বুকুত ফাটহে মেলিছে। অইন কোনোবাই ক'লে, ফাট মেলা বুলি কৈছে কেলেই, শাস্ত্ৰীজী? তাতকৈ কওঁক, ভগৱানে আকাশৰ দুৱাৰ খুলি দিছে। ঘৰৰ দুৱাৰমুখেৰে ভুমুকি মাৰি দেখোঁ, প্ৰভাসৰঞ্জনবাবু। দুয়োজনে ছাটি জপাই বৰষুণ চাইছে। প্ৰভাসৰঞ্জন এজন আশ্ৰমিক। শুনিছোঁ দেবনাৰায়ণদাক দিয়া ঋণৰ টকাৰ সুদ হিচাবে বহুত মাটি হস্তগত কৰিলে। তেওঁক দেখিলেই মস্তানবাবা অথবা দিওজেনিচৰ উক্তিটো মনত পৰে, ব্ৰহ্মমন্দিৰৰ দুৱাৰেদি এদিন সঁচাকৈয়ে মন্দিৰটো পলাই যাব। অথচ তেওঁ দেৱনাৰায়ণদাৰ প্ৰিয়পাত্ৰ। আৰু শুনিছোঁ, প্ৰভাসৰঞ্জনৰ ডাঙৰ পুতেক নৰেশৰঞ্জনৰ লগত স্বাধীনবালাৰ বিয়াৰ প্ৰস্তাৱ উত্থাপন হৈছে। স্বাধীনৰ লগত এই বিষয়ে মোৰ কথা পাতিবলগীয়া একো নাই। কিন্তু বৰষুণ দিয়াৰ দিনা প্ৰভাসৰঞ্জনক দেখি ভাব হ'ল, স্বাধীনক দুই এষাৰ কথা কোৱা উচিত হ'ব। নৰেশক মই বেঁকা চৰ্দাৰৰ লগত ভাঙৰ চিলিম হুপা দেখিছিলোঁ।

গোটেই ভাদ মাহটোত বৰষুণ নাই। আহিনৰ মাজভাগত এই বৰষুণ আৰম্ভ হৈছে। মাথোন বৰষুণেই নহয়, ধুমুহাও। ঘৰৰ ভিতৰত মনে মনে বহি আছিলোঁ। হঠাতে মনলৈ আহিল, পালোৱানৰ অৱস্থা কেনে বাৰু? ছাটি লৈ এই আপদীয়া বতৰত আধা

ক্ৰোশ বাট যোৱাটো কিমান কষ্টকৰ হ'ব তাকে হিচাব কৰি থাকিলোঁ। তেনেতে দেবনাৰায়ণদাৰ ঘৰত তৰ্ক-বিতৰ্ক হৈ থকা কাণত পৰিল। শাস্ত্ৰীজীৰ মতে আকাশ মহাশূন্য, নিৰবয়ব, পদাৰ্থহীন সত্তা। গতিকে আকাশৰ ফাট মেলা বা দুৱাৰ খোল খোৱা কথা নিতান্তই আলঙ্কাৰিক প্ৰয়োগ। প্ৰভাসৰঞ্জনে ক'লে, আমি আধুনিক যুগত যেনেকৈ ব্যাখ্যা কৰিছোঁ মোক্ষমূলাৰ মহোদয়েও বৈদিক মন্ত্ৰবোৰৰ তেনেকৈ ব্যাখ্যা কৰিছে। কিন্তু মোৰ বোধেৰে তেতিয়াৰ দিনৰ মানুহৰ তেনে ধৰণৰ বিশ্বাস আছিল। দেবনাৰায়ণদাই ক'লে, মহাভাৰতত থকা মহাপ্লাবণৰ বৃত্তান্ত মনত পৰেনে? 'প্ৰলয়পয়োধি জলে ধৃতবানসি বেদম্....' কেশৱে মাছৰ ৰূপ ধাৰণ কৰি বেদ ৰক্ষা কৰে। প্ৰভাসৰঞ্জনে ক'লে, এনে মহাপ্ৰলয়ৰ কাহিনী গ্ৰীচ, চুমেৰ সকলোতে কিতাপত আছে। শাস্ত্ৰীজীয়ে ক'লে, বাইবেল আৰু কোৰাণতো আছে। এইবোৰ ৰূপক। গীতাৰ উক্তি মনত পেলাওকচোন, 'যদা যদাহি ধৰ্মস্য গ্লানিঃ......'

বাহিৰত দুৰ্যোগ। আৰু এই বিদ্বান মানুহবোৰে ইয়াত তত্ত্ব কথা আলোচনা কৰিছে! লাহে লাহে ছাটি লৈ আৰু কেইজনমান মানুহ আচাৰ্যৰ ঘৰলৈ আহিল। আলোচনা আৰু ৰসাল হৈ উঠিছে। কোনোবাই ক'লে, শুনিছোঁ, সুনয়নী দেবীয়ে হেনো বেচ বঢ়িয়া খিচুৰি ৰান্ধিব জানে। তেওঁকেই খবৰটো দিয়া হওঁক। আন এজনে ক'লে, ৰান্ধনিশালৰ পৰা খবৰটো লৈয়েই আহাচোন বাৰু। উদুলি-মুদুলি লাগিল।

দেবনাৰায়ণদাৰ মাত শুনিলোঁ, খনাৰ বচনটো কি আছিল জানো? 'মঙ্গলে পাঁচ। শনিয়ে সাত। বুধে তিন। বাকী চব দিন দিন।' কোনবাৰে ধৰিছে অ', ভবেশ? ভবেশে ক'লে, বুধবাৰে! দেবনাৰায়ণদাই ক'লে, ধূৰ! আজিতো তিনি দিন হ'ল। এৰাৰ লক্ষণ ক'তা? প্ৰভাসৰঞ্জনে অট্টহাঁহি মাৰি ক'লে, বিভিন্ন শাস্ত্ৰত আছে যে পৰমেশ্বৰে পাপৰ শাস্তি বিহিবলৈ নেচাৰক উচটাই দিয়ে। ব্ৰহ্মপুৰত স্বামীজী সংঘই এইবাৰ দুৰ্গা পূজাৰ আয়োজন কৰা নাইনে? কোনোবাই ক'লে, শুনিছোঁ, শিৱনাথপল্লীতো বাৰোৱাৰী দুৰ্গা পূজা হ'ব। দেববাবু স্পৰ্দ্ধা মাৰ্জনা কৰিব। নিজ হাতেৰে বিষবৃক্ষ ৰুলে। দেবনাৰায়ণদাই ক'লে, মই নিৰুপায়, মধুবাবু! আশ্ৰমবাসীৰ মাজত অনেক অ-ব্ৰাহ্ম আছে। তেওঁলোকৰ পৰিয়াল আছে। হৈজ্জতি হওক, পুলিচ-ডাৰোগাৰ বুট জোতাই আশ্ৰমৰ পৱিত্ৰ ভূমি কলুষিত কৰক, এয়া মই কামনা নকৰোঁ। প্ৰভাসৰঞ্জনে ক'লে, ওৱেইট এণ্ড চি। পৰমেশ্বৰে পাপীসকলক নিজ হাতেৰে শাস্তি বিহিব।

পালোৱানৰ কাৰণে মই অস্থিৰ হৈ আছোঁ। ছাতি লৈ আশ্ৰমৰ সীমা পাৰ হোৱাৰ পিছত এজাক ছাটি মৰা বতাহে মোৰ ছাতিটো লুটিয়াই দিলে। বৰষুণৰ কোবো চৰিলহে। এজোপা গছৰ তললৈ বুলি লৰ মাৰিলোঁ। এনেতে ক'ৰবাত প্ৰচণ্ড শব্দ কৰি বজ্ৰপাত হ'ল। লগে লগে কুঁজা হৈ দৌৰি আশ্ৰমলৈ উভতি আহিলোঁ। ওলোটা ছাতিটো ঠিক কৰি ঘৰৰ ভিতৰত সোমাই তিতা কাপোৰযোৰ সলালোঁ। অস্থিৰ মনেৰে পুথিভঁড়ালত সোমাই দেখিলোঁ স্বাধীনবালাই সাৰ-সুৰ নকৰি অকলে বহি আছে।

মোক দেখি তাই হাঁহিলে। ক'লে, তোমাৰ দুৰ্দশা দেখিলোঁ। পিছে ক'লৈনো যাবলৈ ওলাইছিলা? ক'লোঁ, পালোৱানক চাবলৈ। স্বাধীনে ক'লে, সি দেখোন বান্ধৰ ওপৰত হৰিদাই সজা ঘোঁৰাশালত আছে। সুধন্য আছে। তাৰ কাৰণে ভাবিবলগীয়া কি আছে?

যাৰ কাৰণে ভাবিব লাগে, তেওঁৰ কথা তোমাৰ হ'বপায় মনতেই নাই? তৎক্ষণাৎ মনত পৰিল, হৰিবাবুৱে অনাবাদি অঞ্চলৰ হাবিৰ মাজত ক'ৰবাত গা-ঢকা দি আছে। ক'লোঁ, সেয়াইতো! স্বাধীনে লাহেকৈ ক'লে, ক্লাবত খবৰটো জনোৱা উচিত। দেখিছোঁ, কেইজনমান ল'ৰা উভতি আহিছে। সিহঁতে হৰিদাৰ খা-খবৰ লোৱা উচিত। অলপ চিন্তা কৰি ক'লোঁ, হৰিবাবু নিৰ্বোধ নহয়। স্বাধীনে হুমুনিয়াহ কাঢ়ি ক'লে, কোনে জানে! যদি বান্ধ ভাঙি যায়?

ময়ো যে কি ধৰণৰ মানুহ! স্বাধীনে হৰিবাবুৰ কাৰণে কৰা দুশ্চিন্তাক প্ৰেম বুলি ভাবি লৈ ঈৰ্ষাত জ্বলি-পুৰি মৰিলোঁ। তাই কৈছিল, তাইৰ হৃদয়ত পুৰুষৰ প্ৰতি প্ৰেম নাই। তেতিয়া হ'লে এয়া কি? পিছ মুহূৰ্তে মোৰ মনত পৰিল, ও! মোৰ পুদ্‌গল নাই। গতিকে মোৰ হৃদয়তো আৰু প্ৰেম নাই। তেনেস্থলত মই ঈৰ্ষা কৰা নিৰৰ্থক।

স্বাধীনে ঘপহ্‌কৈ থিয় হ'ল। ক'লে, তোমাৰ ছাতিটো আনি দিয়া। সুধিলোঁ, পঁজালৈ যোৱা নেকি ? কঠিন মাতেৰে ক'লে, নহয়, ক্লাবলৈ। চাওঁ, সিহঁতেই কিবা এটা কৰে নেকি?

মোৰ আত্মা নাই। তাইক ছাতিটো আনি দিলোঁ। আত্মা নথকা বাবে শিভালৰিও মোৰ বাবে নঞৰ্থক। মই মাথোন ক'লোঁ, চাবা, ছাতিটো যাতে লুটি নাখায়। স্বাধীনে ছাতিটোৰে নিজকে আঁৰ কৰি লৈ গৈ থাকিল। এনেতে দেবনাৰায়ণদাৰ ঘৰৰ সন্মুখত কোনোবাই চিঞৰি ক'লে, শঙ্খিনীৰ পাৰৰ নতুন বান্ধটো ভাঙিল। আবাদত ঢল নামিছে।.....

'And now we have come to the place, where I toldst thee, thou shouldst see, the wretched men and women, who have lost the good of their intellect...."

—Inferno—Dante

ও'মালি চাহাবৰ জিলা গেজেটিয়াৰত এই ভয়ঙ্কৰ বানৰ বিবৰণ আছে। পদ্মা-ভৈৰব-জলঙ্গী-ভাগীৰথী-ব্ৰাহ্মণী-দ্বাৰকা-ময়ূৰাক্ষী, জিলাখনৰ এই মূল নৈকেইখনে অৱবাহিকা অঞ্চলৰ সমস্ত জনপ্ৰাণী নিশ্চিহ্ন কৰিছিল। পুৰুষানুক্ৰমে জিলাখনৰ মানুহে 'বৰবানৰ বছৰ' বুলি বিভীষিকাটোৰ স্মৃতি বহন কৰি আহিছে। আৰু শা ফৰিদ মস্তানবাবাই কৈছিল, দুৱাৰেদি মন্দিৰ পলাই যাব। পলাই গৈছিলো। ব্ৰহ্মপুৰলৈ সেই প্ৰথম ৰামকৃষ্ণ মিছনৰ সেৱাব্ৰতীসকলৰ আগমণ হৈছিল আৰু এটা মিছনো প্ৰতিষ্ঠা হৈছিল। ব্ৰাহ্মসকলে কোনো কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰিলে। দেবনাৰায়ণ স্বপ্নদ্ৰষ্টা মানুহ। বস্তুজগতৰ এই ভয়ানক উপদ্ৰৱৰ প্ৰতি অলপো সচেতন নাছিল। গতিকে তেওঁৰ কোনো সেৱাদল নাছিল। সমগ্ৰ আবাদ অঞ্চলত মৰাশৰ দুৰ্গন্ধ। যি দুই চাৰিজন কেনেবাকৈ বাচিল, সিহঁতো গভাইত চোৰ, দুৰ্দ্ধৰ্ষ ডকাইত হৈ উঠিল। বানৰ গৰাহত নপৰা অঞ্চলবোৰত লুটপাত আৰম্ভ হয়। বেঁকা চৰ্দাৰৰ স্বৰূপটো ভালকৈ প্ৰকাশ পালে। ব্ৰহ্মপুৰৰ অস্থায়ী পুলিচ চকীটো থানালৈ ৰূপান্তৰিত হয়। পঢ়াশালিৰ দায়িত্ব দেবনাৰায়ণৰ হাতৰ পৰা গুছি যায়। পিছে, এইবোৰ হৈছে পৰৱৰ্তী কালৰ

কথা। স্বামীজী সঙ্ঘৰ ডেকাহঁতে ৰামকৃষ্ণ মিছনৰ সাধুহঁতৰ লগত ত্ৰাণকাৰ্য্যত নামিছিল। আবাদৰ বুকুত তেতিয়া মহাসুমদ্ৰ। এখন নাৱেৰে এটা উদ্ধাৰকাৰীৰ দলে হাবিৰ গছবোৰৰ পৰা অনেকক উদ্ধাৰ কৰে। সেই নাৱত স্বাধীনবালাও আছিল। সন্ধিয়াপৰত তেওঁলোক উভতিবলৈ লৈছে। এনেতে এজোপা বটগছৰ পৰা এটা চিঞৰৰ ভঁাহি আহে। গছত চফি। ধৰাধৰি কৰি তাক নাৱলৈ নমাই অনা হয়। সি মাথোন 'পালোৱান' শব্দটো কৈয়েই মূৰ্ছা যায়। স্বাধীনে বুজিলে, চফিয়ে ঘোঁৰাটোক বিচাৰি গৈ পানীত উটি গৈছিল। সেৱা শুশ্ৰূষা আৰু চিকিৎসাৰ পিছত সুস্থ হ'লত এদিন স্বাধীনে তাক হৰিনাৰায়ণৰ বিষয়ে সুধিলে। ঈষৎ হাঁহি চফিয়ে ক'লে, তেওঁ এতিয়া এটা কঙ্কাল। স্বাধীনে সুধিলে, দেখিছিলা? চফিয়ে ক'লে, বটগছৰ শিপাত তেওঁৰ শৰটো লাগি আছিল। টানি গছৰ ওপৰলৈ তুলিবলৈ চেষ্টা কৰোতে বুজিলোঁ তেওঁ তেতিয়া জড়পদাৰ্থ এটা মাথোন। খুকু, সেই বটজোপাৰ তলত এনিশা মই, হৰিবাবু, কালিমোহন, সত্যচৰণ—

স্বাধীন তৎক্ষণাৎ তাৰ পৰা বেগাই গুছি গ'ল। সেইবাৰ মাঘোৎসৱ নহ'ল। দেবনাৰায়ণবাবু কলিকতালৈ গুছি যায়। তেতিয়াৰ পৰা মাজে সময়েহে তেওঁ আহে। খাজনা আদায়ৰ চেষ্টা কৰে। হৃদয়নাথ শাস্ত্ৰীয়ে আশ্ৰম চলাবলৈ ব্যৰ্থ চেষ্টা কৰিছিল। কিন্তু আচৰিত কথা, চফিয়ে তাৰ মাহেকীয়া দৰমহা নিয়মিত ভাবে পাই আছিল। এদিনাখন সুনয়নীয়ে ব্যস্তভাবে আহি চফিক মাতি মনে মনে সুধিলে, খুকুৰ কি হৈছে? তুমি কিবা গম পোৱা নেকি? চফিয়ে ক'লে, নাই! কি হৈছে, মাহী? সুনয়নীয়ে থোকাথুকি মাতেৰে ক'লে, ব'লাচোন তুমি নিজে চাই আহিবা। সুনয়নীৰ পঁজালৈ গৈ দেখোঁ স্বাধীনে বগা থান কাপোৰ পিন্ধি থিয় হৈ আছে। সুধিলোঁ, কি হৈছে তোমাৰ, খুকু? স্বাধীনে নিলাজীৰ দৰে দ্বিধাহীন ভাবে ক'লে, মই বিধবা হৈছোঁ। সুনয়নীয়ে ঠাঁচকৈ তাইৰ গালত এটা চৰ মাৰিলে। তথাপি এজোপা গছৰ দৰে ঋজু আৰু স্থিৰ সেই গাভৰুজনীয়ে খোলাখুলিকৈ ক'লে, মোৰ স্বামী বানত উটি গৈছে। মই বিধবা নহম কেলেই? চফিয়ে ক'লে, খুকু! তুমি কৈছিলা তোমাৰ হৃদয়ত— স্বাধীনবালাই তাক বাধা দি ক'লে, প্ৰেম আৰু বিবাহ সম্পৰ্কবিহীন। সেই নিশা সুনয়নীয়ে জীয়েকক এৰি গুছি যায়। শুনা কথা, তেওঁ ৰামকৃষ্ণ মিছনৰ সাধুসকলৰ লগত গুছি যায়। ইয়াৰ পিছত এদিন বহাগ মাহৰ দুপৰীয়া হৃদয়নাথ শাস্ত্ৰীয়ে ডাকঘৰৰ পৰা উভতি আহি আতঙ্কিত ভাবেৰে ক'লে, কাণ্ড দেখিছানে চফি? দেববাবুই গাখীৰ খুৱাই সাপহে পুহিছিল, চোৱা। 'জিলা সমাচাৰ' পত্ৰিকাত ডাঙৰ ডাঙৰ হৰফৰ খবৰ ঃ কালেক্টৰৰ ওপৰত পুনৰ আক্ৰমণ, পিস্তলসহ যুৱতী গ্ৰেপ্তাৰ।' চফিয়ে ভেবা লাগি চাই থকা দেখি শাস্ত্ৰীয়ে চেপা মাতেৰে ক'লে, গোটেই খবৰটো ভালকৈ পঢ়াচোন! স্বাধীনবালাৰ কীৰ্ত্তি চোৱা। চফি, প্ৰত্যাঘাত আহিব লাগিছে। আশ্ৰমৰ পৱিত্ৰ মাটি কলুষিত হ'ব। মই বুঢ়া হৈছোঁ। কিন্তু তুমি ডেকা মানুহ। ততালিকে পলোৱা। চফিয়ে সন্দেহ হেতু লৰালৰিকৈ ঘৰত সোমাই পিস্তলটো বিচাৰিলে। নাই। নিৰ্বোধ খুকুই নাজানে যে পিস্তলটোৰ দুবাৰ ঘোঁৰা নিটিপিলে গুলী নুফুটে। শাস্ত্ৰীজীয়ে উত্তেজিত ভাবে সুধিলে, কি কৰি আছা? পলোৱা। নৰক আহিব লাগিছে।....

# তেইশ

I will do such things—
What they are yet I know not—
but they shall be
The terror of the earth.....

বলিয়া হোৱাৰ আগেয়ে ৰজা লিয়েৰে এই কথাখিনি কৈছিল। কিন্তু মই বলিয়া হোৱা নাই। অৱশ্যে বলিয়ালি থাকিব পাৰে।

তাতেই নীৎচেৰ দৰ্শনৰ বীজ নিহিত আছে।

আৰু ছোপেনহাৱাৰ, বাকুনিন.......

আৰু পকুধ কচ্চায়ন, পূৰণ কচ্চপ.....

গঙ্গাৰ দক্ষিণ পাৰত ছেদন কৰিবলৈ, ছেদন কৰাবলৈ,

অঙ্গহীন কৰিবলৈ, অঙ্গহীন কৰাবলৈ......

সেয়া তোমাৰ পৰিকল্পনা, তেতিয়াৰ মানসিক কৰ্ম।

পৰিকল্পনা হেতু কৃষ্ণপুৰত উপস্থিত হ'লোঁ।

পূৱ ফালৰ তোৰণৰ প্ৰহৰী দুজনে তোমাক হকা-বধা কৰিছিল। কিয়নো তোমাৰ পোছাক-পাটি লেতেৰা, ভৰিত ধূলি, ভিকস্থৰ চেহেৰা, কোটৰগত চকুত কৰুণা প্ৰাৰ্থনাৰ ভাষা।

উত্তৰফালৰ তোৰণখনলৈ গৈছিলোঁ, য'ত প্ৰজাসকলক অবাধ অপমানিত প্ৰবাহ বোধ হৈছিল।

খাজাঞ্চিখানা, দৰখাস্ত, গোমস্তা, মহৰী, শৰদেহত পোক, কদৰ্য ক্লেদপুঞ্জ ওপঙিছিল।

মুন্সী আব্দুৰ ৰহিমে ইঙ্গিতেৰে গুছি যাবলৈ ক'লে।

তুমি বাবু গোবিন্দৰামৰ ওচৰলৈ যোৱা।

তেওঁ সাদৰে গ্ৰহণ কৰিলে।

পদ্মাৰ পাৰত তেওঁৰ বাসগৃহ।

পদ্মাৰ পাৰত এটা সৰু এমহলীয়া ঘৰত আড়ম্বৰহীন জীৱন-যাপন কৰে।

তুমি চাকৰি বিচাৰিলা। ছবিলাল গোমস্তা হ'লা। সাত টকা দৰমহা।

মহললৈ গৈছিলোঁ। ডাড়ি ৰাখিছিলোঁ।

তুমি খেতিয়কবোৰক কৈছিলা, যি মাটি তুমি চহাইছা, সেয়া তোমাৰেই।

কৈছিলোঁ, কোনো কাৰো প্ৰজা নহয়। ৰজা হৈছে পেষণকাৰী। ৰাষ্ট্ৰ হৈছে জাঁত। পিয়াদা-পাইক বৰকন্দাজ-পুলিচ-সেনাবাহিনী আটাইবোৰ বেতনভোগী দুৰ্বৃত্ত। খাজনা নিদিবা।

সিহঁতে বুজা নাছিল।

লাহে লাহে বুজিছিল।

কি আচৰিত কথা, চোৱা, খেতিয়কসকলে তোমাক সাধু বুলি ভাবি সন্মান জনাইছিল। আৰু গাৱঁলৈ পুলিচ অহাৰ খবৰটো আগেয়ে সংগ্ৰহ কৰিছিল।

চকীদাৰহঁত মাংসপুঞ্জ হ'লহেঁতেন! পকুধ কচ্চায়নে যেনেদৰে কৈছে, এটা উপাদান অন্য এটা উপাদানলৈ পৰিৱৰ্তিত হোৱাৰ কথা, তেনেদৰে বাবু গোবিন্দৰাম সিংহই কৈছিল, জ্বলাই দিয়া! ভাঙি পেলোৱা! পুণ্য হ'ব।

দোভাগ ৰাতি তেওঁৰ ঘৰলৈ গৈছিলোঁ। তেওঁ প্ৰতীক্ষা কৰিছিল। পৰামৰ্শ দিছিল। এদিন তেওঁ ক'লে, জমিদাৰবাবুৰে নিতৌ আবেলি ঘোঁৰাত উঠি গঙ্গাৰ পাৰলৈ যায়।

এইটো তেওঁৰ বহুদিনীয়া বিলাস।

মোক সেই নিৰ্জন ঠাইত থিয় হৈ থকা দেখি অনন্তনাৰায়ণে ক'লে, হেৰৌ, লেকামডাল ধৰচোন। মই পেচাব কৰোঁ।

তেওঁ জোপোহাৰ মাজত যোধপুৰী ব্ৰিচেছৰ বুতাম খুলি থিয় দি পেচাব কৰিবলৈ ধৰিলে। কিন্তু কাণত লগুণডাল আঁৰিবলৈ পাহৰা নাই।

জোপোহাটো ফুলেৰে জক্‌মকাইছিল।

পৃথিৱীত প্ৰকৃতিৰ চুমাৰ পৰশ।

প্ৰকৃতিয়ে অপমানত দেই-পুৰি মৰা দেখি ঘোঁৰাৰ লেকামডাল এৰি দি কাষলৈ গলোঁ আৰু মুখ ঘূৰোৱাৰ লগে লগে........

খুকুৰিৰে ডিঙিত ঘাপ মৰা হ'ল। ঘোঁৰাটোও সন্তুষ্ট হ'ল। কাৰণ সি চিত্ৰাৰ্পিত আছিল।

গঙ্গাৰ উত্তৰ ফালৰ পৰা গোৰ্খাসকলে চাকৰি বিচাৰি আহে। এজন ভোকাতুৰ বুঢ়া গোৰ্খাৰ পৰা চাৰি অনা পইচাৰে খুকুৰিখন কিনিছিলোঁ। সেইখন চামৰাৰ খাপত সুমুৱাই থৈছিলোঁ, কাৰুকাৰ্যখচিত সুন্দৰ বিভীষিকা!

আকৌ চোৱা, তুমি খেতিয়কসকলক কৈছিলা, ভাইসকল! তোমালোকেই পৃথিৱীখন সজাই পৰাই শুৱনি কৰিছা। তোমালোক ৰূপকাৰ! কৈছিলোঁ, তোমালোক প্ৰকৃতিৰ মহৎ সন্তান। সেয়েহে প্ৰকৃতিৰ স্বাধীনতা প্ৰবাহত ভাহিছা।

গছ-লতা-ৰ'দ-বৰষুণ-নৈ-শইচ-মেঘ যেনে স্বাধীনতাময়।

বাবু গোবিন্দৰামে মোক পলাবলৈ পৰামৰ্শ দিয়ে। কিয়নো মুন্সী আব্দুৰ ৰহমানে মোক চিনি পাইছিল।

তুমি ৰত্নময়ীক লগ পাবলৈ বিচাৰিছিলা!

সাময়িক মোহ মাথোন। অথবা তেওঁক এইটো জনাবলৈ মন গৈছিল যে মই তেওঁৰ মনোবাঞ্ছা পূৰণ কৰিলোঁ।—

দক্ষিণমুৰাকৈ গৈ থাকোতে বাদশ্বাহী আলিত এটা পান্থশালাত উপস্থিত হ'লা। তেতিয়া ৰাতি হৈছে।

পান্থশালাৰ পিছফালে পুখুৰীৰ ওখ পাৰত পোহৰ জিলিকিছিল। পান্থশালাৰ গৰাকীয়ে ক'লে, 'মুছলমান সাধুৰ সৌ পঁজালৈ গ'লে তাতে থাকিব পাৰিবা।'

তাত আজিফামামী আৰু মস্তানবাবাক পালোঁ।

তিৰোতাজনীৰ কোলাত এটা ধুনীয়া শিশু। কন্যা শিশু।

এদিন এই ক্ষুদ্ৰ বৰ্ণাঢ্য মাংসপুঞ্জৰূপী উপাদানক বেলেগ উপাদানলৈ সলনি কৰিবলৈ গৈছিলোঁ। কথাষাৰ ভাবি তীব্ৰ অনুশোচনা হ'ল। তোমাৰ চকু সেয়াই প্ৰথম অশ্ৰুসিক্ত হয়। জীৱনত মাথোন সেই এবাৰেই। মস্তানবাবাক সজাগপ্ৰহৰী বুলি জানিছিলোঁ বাবে ভয়ে ভয়ে আঁতৰি আহিলোঁ। বাদশ্বাহী আলিয়েদি গৈ থাকোতে মনত পৰিল, এই ৰাস্তাটো মৌলাহাটলৈ গৈছে। তাৰ পিছত তুমি পূৰমুৰা হ'লা।

তেতিয়া দোকমোকালি। চৰাইজাকে প্ৰকৃতিৰ জয়গান কৰি আছিল। সিহঁতৰ কণ্ঠ ৰোধ কৰাৰ ক্ষমতা নাই। অথচ নিতৌ মানুহৰ কণ্ঠ চেপি ধৰা হয়।

ৰাষ্ট্ৰ পেষণকাৰী যন্ত্ৰ। শাসকসকল পাদুকাবাহী। পুলিচ আৰু সেনাবাহিনী হৈছে ভাড়াতীয়া গুণ্ডা।

সিহঁতৰ মাজত সন্ত্ৰাস সৃষ্টি কৰা কৰ্ত্তব্য।

যেতিয়ালৈকে সেইবোৰ বিলুপ্ত নহয়, তেতিয়ালৈকে নিৰ্বাণ দূৰ পৰাহত।

সেয়াই নিৰ্বাণ, সেয়াই মোক্ষ, যিয়ে ব্যক্তিক স্বৰাট কৰে, সাৰ্বভৌম সত্তাত পৰিণত কৰে।

যুগ যুগ বছৰ আগৰ পৰা যুঁজ চলিছে—

মুক্তিৰ বাবে যুঁজ, নিৰ্বাণৰ বাবে যুঁজ, পুদ্গলক শূন্যতাৰ পৰা ওভোতাই আনি প্ৰতিষ্ঠা কৰাৰ বাবে যুঁজ।

যথেষ্ট হ'ল। এইবাৰ আকৌ পূৱফালে যোৱা। সেয়াও গঙ্গাৰ দক্ষিণ পাৰ।

ছেদন কৰিবলৈ, ছেদন কৰাবলৈ, অঙ্গহীন কৰিবলৈ, অঙ্গহীন কৰাবলৈ।

গাৱঁৰ পৰা নগৰলৈ, গাৱঁলৈ.....

প্ৰথমে লালবাগ।

কালিমোহনহঁতে কি কৰিছে চাই যোৱাৰ কাৰণে.....

আৰু সহপাঠী অমলকান্তি, অনুশীলন সমিতি আদি মনত পৰিছিল।

এৰা, ঠিকেই মনত পৰিছিল।

কিন্তু তাত চিতাৰা আছে।

হায় দিওতিমা! তাই গছ হ'ল।

কাল্লু চিপাহী আছে।

সি বধ্য প্ৰাণী। কিয়নো সি চিতাৰাক ঘৰৰ আচবাবৰ সামগ্ৰীত পৰিণত কৰিছে। আৰু তাইক প্ৰেমহীনা কৰিলে বাবে সি বধ্য।

'Thou, Nature, art my goddess, to thy law my services are bound'....

অমলকান্তিয়ে ক'লে, অনুশীলন সমিতিত ভাঙোন ধৰিছে। আটায়ে ছত্ৰভঙ্গ দিলে।

সি কেল্লাবাৰীত কেৰাণি হৈছে।

চুল্লু নাই। ৰহিম বখ্চ নাই। মাথোন কাল্লু আছে।

আৰু চিতাৰা আছে।

চিতাৰাই বৃক্ষৰ দৰে মৌন ভাষাৰে সন্মান যাচিলে। কিন্তু কাল্লু আহি বিস্মিত হৈ ক'লে, চফিচাব ওৰফে ছবিলালৰ নামত হুলিয়াজাৰি বাহিৰ হৈছে।

সতৰ্কতাৰ বাবে ৰাতি কাল্লু কাষত শুলে।

আৰু নিঃশব্দে নিধন হ'ল।......

We live but a fraction of our life

—Thoreau

ঝাড়ুদাৰজনে মোক দেখি প্ৰথমতে পাগল বুলি ভাবিলে। সি গলিৰ আবৰ্জনা সাৰি সাৰি ক'লে, যাও! ঝামেলা মত কৰো। অলপ হাঁহি ক'লো, ভাই একঠো আন্নি (এক অনা) লো। সি পোন হৈ থিয় দি পইচাটোলৈ চালে। লোভত তাৰ চকুযুৰি তিৰবিৰাই উঠিল। এই ৰাতিপুৱাতেই চক্‌চকীয়া বস্তুটোৰ বাস্তৱতা পৰীক্ষা কৰোতে তাৰ অলপ সময় লাগিল। আকৌ সুধিলোঁ, আব্দুল বাৰি চৌধুৰী কা মোকাম? জজকোৰ্টকা ৱকিল চাব? বহুত নামজাদা আদমি। এক অনাটো হাতত লৈয়েই সি গোলামলৈ ৰূপান্তৰিত হ'ল। মানুহ এনেকুৱাই চুৱৰৰ বাচ্ছা। সি নিজেই নাজানে সি কি। ৰূপান্তৰিত ঝাড়ুদাৰে চালাম জনাই ক'লে, ৰাম ৰাম বাবুজী! হাম মেহনতি আদমি— দেখিয়ে, ইয়ে কিতনি লম্বি গলি হামকো চাফ কৰণা পড়তা। মিজাজ—! বাধা দি ক'লোঁ, আব্দুল বাৰি চৌধুৰী, ৱকিলচাব। শুনা ইয়ে নিমতল্লা গলিমে উনকা মোকাম। ঝাড়ুদাৰজনে খিক্‌খিক্‌কৈ হাঁহি সন্মুখৰ বাৰাণ্ডা থকা ঘৰটো দেখুৱাই ক'লে, ৱহি তো ৱকিলচাবকা মোকাম। উও দেখিয়ে, নাম লিখ্‌খা হেয়। মোৰ মনৰ ভিতৰত অস্থিৰতা। তদুপৰি জীৱনত এনেকুৱা হয় যাক গোটেই জীৱন বিচাৰি হাবাথুৰি খাইছোঁ, সি মোৰ নিচেই কাষতেই আছে। মই বন্ধ ঘৰটোৰ দুৱাৰমুখ পোৱাৰ আগেয়েই ঝাড়ুদাৰজনে জন্তুৰ গতিৰে দৌৰ মাৰি দুৱাৰৰ ৰিঙত খট্‌খটাবলৈ ধৰিলে। অলপ পিছত ভিতৰৰ পৰা দুৱাৰ খুলিলে। ঝাড়ুদাৰে হেঁ হেঁকৈ হাঁহি চালাম জনাই ক'লে, বাবুজী আপকা মোকাম ঢুড় ৰহা। সি নামি আহি আকৌ নিজৰ কামত ধৰিলে। আমি পৰস্পৰক চিনি পোৱা নাছিলোঁ। ৰুগীয়া, বয়সস্থ, পকা ঠৰঙা চুলি, গাত পাঞ্জাবি আৰু লুঙি— এইজন কোন? তাৰ পিছত চিনি পালোঁ। কিন্তু তেওঁ মোক চিনি পোৱা নাই। ক'লে, আঠ বজে আও, আভি মহুৰীবাবু নেহি হেয়। মোৰ চেহেৰাত নিশ্চয় হিন্দুস্থানী চাপ আছিল। ডাঢ়ি-গোফে ভোবোকাৰ। অৱশিষ্ট চুৰীয়া-কামিজযোৰ পিন্ধিছিলোঁ। তেজ লগা কাপোৰ-কাণিবোৰ আৰু খুকুৰিখন ভাগীৰথীত বিসৰ্জন দি আহিছোঁ। অমলকান্তিৰ মুখত শুনিছিলোঁ, বাৰিচাচাজী বৰহমপুৰৰ গোৰাবজাৰত থাকি ওকালতি কৰে। মই

বাৰাণ্ডালৈ উঠি গৈ ক'লোঁ, মই চফি— চফিউজ্জামান। বাৰি চৌধুৰীয়ে নিষ্পলক দৃষ্টিৰে অলপ পৰ মোলৈ চাই সুধিলে, কোৰ্টত চাৰেনদাৰ কৰিবলৈ আহিছ? বুকুৰ ভিতৰত খুন্দা মৰাৰ বাবেই মুখেৰে ওলাল, হয়। কেইমুহূৰ্তমান তেনেদৰে থকাৰ পিছত হঠাতে মোক হাতত ধৰি টানি ঘৰৰ ভিতৰলৈ নিলে। দুৱাৰখন বন্ধ কৰিলে। সম্মুখত থিয় হৈ থোকাথুকি মাতেৰে ক'লে, কিয় তই এনে হ'লি, চফি? কিহৰ অভিমান তোৰ? মনে মনে থাকিলোঁ। এয়া কেনে অদ্ভুত প্ৰশ্ন চাচাজীৰ? হঠাতেই তেওঁ প্ৰায় চিঞৰি উঠিল, উই লিভ্ বাত এ ফ্ৰেক্‌চন অব্ আৱাৰ লাইফ! পিছ মুহূৰ্ততে আবেগ দমন কৰি পাঞ্জাবিৰ হাতত চকুপানী মচিলে। মোৰ কাষত বহিল। লাহেকৈ সুধিলে, চাৰেনদাৰ কৰাৰ আগেয়ে মাৰক দেখা কৰি আহিছনে? ক'লোঁ, নাই। অলপ পৰ মনে মনে থাকি ক'লে, তোৰ বিৰুদ্ধে গঙ্গাৰ পশ্চিম পাৰৰ জমিদাৰসকলে দিয়া অসংখ্য নালিছ কালেক্টৰৰ ওচৰত জমা আছে। কৃষ্ণপুৰৰ জমিদাৰক হত্যা কৰাৰ অভিযোগ উত্থাপন হৈছে। শুনিছো, তোৰ বিৰুদ্ধে আৰু কিছুমান হত্যাৰ অভিযোগ উঠিছে। নাজানোঁ তোক বচাব পাৰো নে নাই। সকলো কথা খুটি নাটিকৈ জানিহে চাৰেনদাৰ কৰা নকৰাৰ কথাটো তোক জনাম। সম্প্ৰতি তই এবাৰ মনে মনে মৌলাহাটলৈ গৈ মাৰক লগ কৰি আহ। ক'লোঁ, কালি ৰাতি লালবাগত কাল্লু চিপাহীক হত্যা কৰিলোঁ। চাচাজীয়ে চক্ খাই উঠি সুধিলে, কিয় বাৰু? সিনো তোৰ কি অন্যায় কৰিলে? ক'লোঁ, নাজানোঁ। কিন্তু ভাব হৈছিল যে তাক বধ কৰা প্ৰয়োজন। বাৰি চাচাই হুমুনিয়াহ কাঢ়ি ক'লে, দেন্ ইউ আৰ এ হোমিচাইদেল মেনিয়াক। তোক বচোৱাৰ একমাত্ৰ উপায় হ'ল তোক মানসিক ৰোগী বুলি প্ৰমাণ কৰা। আৰু তইতো মানসিক ৰোগী দৰাচলতে হয়েই। ভ্ৰু কোঁচাই অলপ সময় চিন্তা কৰাৰ পিছত বাৰি চৌধুৰীয়ে আকৌ ক'লে, তই গম পাৱ নে হৰিণমাৰাৰ বৰগাজি জিলা বোৰ্ডৰ চেয়াৰমেন হৈছে? তেওঁ এইটো মহল্লাতে আছে। চৰকাৰী বৰমূৰীয়াসকলৰ লগত খুব সনা পিটিকা। তেওঁৰ লগত আলোচনা কৰা দৰকাৰ। কিন্তু তই প্ৰথমে মাৰক চাই আহ। ক'লোঁ, আপুনি ক'লে যেতিয়া যাম বাৰু। চাচাজীয়ে বেজাৰ মনেৰে ক'লে, যি জীৱন তই পালি, যি জীৱনৰ বলত দুনিয়াত বাহাদুৰি দেখুৱাই ফুৰিছ, সেয়া কেনেকৈ পালি এবাৰ ভাবি চাইছনে? তলমূৰ হৈ ক'লোঁ, দুনিয়ালৈ অহাৰ বাবে মই দায়ী নে? মোৰ জীৱনৰ বাবে মই দায়ী নহওঁ। বাৰি চৌধুৰীয়ে কষ্টেৰে হাঁহিলে। সুধিলে, জীৱনে তোক একোৱেই নিদিলেনে? আগেয়ে এই প্ৰশ্নটোৰ উত্তৰ দে। ক'লোঁ, জগত যাতনাময়। বাসযোগ্য নহয়। চাচাজীয়ে ক'লে, ঠিক আছে। তেনেহ'লে বাসযোগ্য কৰি গঢ়িবলৈ যুঁজ কৰ। ক'লোঁ, তাকেইতো কৰিছিলোঁ। বাৰি চাচাজীয়ে ক'লে, নীৎচে নামৰ এগৰাকী ইউৰোপীয় দাৰ্শনিকে চুপাৰমেনৰ পৰিকল্পনা দাঙি ধৰি গৈছে। আজিৰ পৰা পাঁচ বছৰমান আগেয়ে তেওঁ ঢুকাল। তই নিজকে চুপাৰমেন বুলি ভাব নেকি? একো মাত নামাতিলোঁ। দৰ্শন বিষয়ত তৰ্ক কৰাৰ মোৰ ইচ্ছা নাছিল। চাচাজীয়ে গম নাপায় যে এইবোৰ বিষয় তেওঁতকৈ মই বেছি বিশদভাৱে জানোঁ আৰু বুজোঁ। মনে মনে থকা দেখি চাচাজীয়ে আৰু কথা নবঢ়ালে। মাতিলে, কৰিম! কৰিম বক্স! দেখি আচৰিত

হ'লোঁ। এইজনেই কেল্লাবাৰীত লগ পোৱা সেই কৰিম বক্স! সি মোক চিনি নাপালে। চাচাজীয়ে ক'লে, নাস্তাৰ দিহা কৰা। আগে দুই পিয়লা চাহ দিলে ভাল হয়! কৰিম বক্স গুছি গ'ল। বৰষুণ আৰম্ভ হৈছে। আহিন মাহ। উলূৱনিৰ মাজৰ বিলৰ পাৰেৰে গ'লে মৌলাহাটলৈ দহ ক্রোশ, কিন্তু এতিয়া সেই পথ দুৰ্গম। সুধিলোঁ, আপোনাৰ ঘোঁৰাটো আছেনে? চাচাজীয়ে অন্যফালে চাই সুধিলে, কিয়? ক'লোঁ, মৌলাহাটলৈ—। মোৰ মুখৰ পৰা কথাষাৰ কাঢ়ি নি চাচাজীয়ে মূৰ জোকাৰি ক'লে, নাই, নহ'ব। প্ৰকাশ্যে ঘোঁৰাৰ পিঠিত উঠি সেই অঞ্চলৰ মাজেৰে যোৱা ঠিক নহ'ব। তাতকৈ বৰং মই এখন দোলা বন্দোবস্ত কৰি দিম। তেনেকৈ যোৱাহে অধিক নিৰাপদ।

মই দোলাত নগ'লোঁ। খোজকাঢ়ি ৰাওণা হৈছিলোঁ। সেই নিশা ডবা-পিটা বৰষুণ। সেয়া এক অবিশ্বাস্য যাত্ৰা। এটা ক'লা জিনে অশ্বৰূপেৰে মোক বহন কৰিছিল।

## 'জিলা সমাচাৰ' পত্ৰিকাৰ সম্পাদকীয় (আংশিক উদ্ধৃতি)

"........যোৱা ১৭ জুন তাৰিখে জিলাখনৰ কুখ্যাত দুৰ্বৃত্ত ছফিজামান ওৰফে ছবিলালক ছেছন জজ শ্ৰীযুত জৰ্জ নীল মহোদয়ে বেকচুৰ খালাছ দিয়া বুলি শুনি স্তম্ভিত হৈছিলোঁ। ইংৰাজসকলৰ বিচাৰ ব্যৱস্থা সম্পৰ্কে আমালোকৰ উচ্চ ধাৰণা লোৱাৰ যে যুক্তি নাই, সেয়া পুনৰ প্ৰমাণিত হ'ল। যোৱা বছৰ বঙ্গভঙ্গৰ দৰে ঘটনাত মুছলমানৰ লগত ইংৰাজ শাসনকৰ্তাসকলৰ কেনে ধৰণৰ ষড়যন্ত্ৰ হৈছিল তাক আমি ৰাইজক সকীয়াই দিছিলোঁ। আজি আকৌ এই দুৰ্বৃত্ত দস্যু আৰু নৰঘাতকৰ মুক্তি লাভৰ ঘটনা আন এটা উজ্জ্বল দৃষ্টান্ত। গতিকে, সাধুসকল! সাৱধান হওক! এই মুছলমান অধ্যুষিত জিলাখনত পৰৱৰ্তী সময়ত হিন্দুসকলৰ মান-সন্ত্ৰম নিৰাপদ নহয় বুলি বিবেচনা কৰি অৱশেষত বিভিন্ন এলেকাৰ ৰজা-জমিদাৰসকলে জিলাৰ কালেক্টৰ শ্ৰীযুত মেক্‌ফাৰ্চন চাহাবৰ ওচৰত প্ৰতিকাৰৰ উপায় বিচাৰি প্ৰাৰ্থনা নকৰা হ'লে কি পৰিণতি যে হ'লহেঁতেন, ভাবিলেই বুকু কঁপি উঠে। আনন্দৰ কথা এই যে মুছলমান হোৱা সত্ত্বেও সেই আবেদন পত্ৰত নবাবেও দস্তখত দিছে। ইয়াৰ ফলস্বৰূপেই কালেক্টৰ চাহাবে উক্ত দস্যুজনক সাত বছৰৰ কাৰণে জিলাৰ পৰা নিৰ্বাসন দণ্ড দিছে। এই সাত বছৰৰ ভিতৰত চফি ওৰফে ছবিলালে জিলাৰ মাটিত পদাৰ্পণ কৰা দৃষ্টিগোচৰ হ'লেই তাক কোনোবাই হত্যা কৰিব পাৰিব আৰু সেই কাৰ্য্যৰ পুৰস্কাৰ হিচাপে দুইহাজাৰ টকা পাব। ইয়াক নাই মোমাইতকৈ কণা মোমাই ভাল বুলিব লাগিব। জিলাৰ সজ্জন আৰু অৱস্থাবানসকলে কালেক্টৰৰ প্ৰশংসাত পঞ্চমুখ। কিন্তু বিশ্বস্ত সূত্ৰৰ পৰা জানিব পৰা গৈছে যে এমুঠিমান নেতৃস্থানীয় মুছলমান মানুহে, আৰু অতি দুখ আৰু পৰিতাপৰ বিষয় যে তেওঁলোকৰ সতে দুজনমান বিশ্বাসঘাতক জাতিদ্ৰোহী জয়চন্দ্ৰ আৰু কালাপাহাৰে সেই নিৰ্বাসন দণ্ড প্ৰত্যাহাৰ কৰাৰ কাৰণে ষড়যন্ত্ৰ কৰিব লাগিছে। আকৌ কওঁ, হে সাধুসকল, সাৱধান হওক!......'

'And behold! a Messiah comes unto them.'

কথিত আছে, এবাৰ পশ্চিমৰ মানুহবোৰে পূব দিগন্তত এটা ক'লা বিন্দু দেখিবলৈ পায়। বিন্দুটো শূন্যত ভাসমান আৰু কম্পমান। ক্ৰমান্বয়ে বিন্দুটোৰ কলেবৰ বাঢ়ি মাটি স্পৰ্শ কৰিলে। 'তেওঁ' এক কৃষ্ণকায় অশ্বৰ আৰোহী। মানুহবোৰে শিৰ নত কৰাত 'তেওঁ' ভৰ্ৎসনা কৰি ক'লে, সৌ গছজোপালৈ চোৱা, যিয়ে মাটিৰ বাবে কাকো খাজনা নিদিয়ে। তোমালোকে গছৰ পৰা শিকা। তোমালোকে নদীৰ পৰা শিকা, যি গতিশীল। তোমালোকে মেঘৰ পৰা শিকা, যিয়ে নিজকে নিঃশেষ কৰি পৃথিৱীক জীৱন দিয়ে, কিন্তু বুকুৰ মাজত বজ্ৰ বহন কৰি ফুৰে আৰু গৰ্জন কৰে।

কথিত আছে 'তেওঁ' কঠিন শিলাখণ্ডৰ দৰে দুৰ্ভেদ্য আছিল। আৰু 'তেওঁ' অগ্নিবৰ্ণ আছিল। মানুহক উত্তপ্ত কৰিছিল। তেওঁলোকে তেওঁক অনুসৰণ কৰাত 'তেওঁ কৈছিল, যি কৈছো পালন কৰা। আৰু এদিন এটা গোৰাপল্টন সেই অশ্বৰ ভয়ঙ্কৰ মূত্ৰস্ৰোতত উটি গৈছিল। ডাৰোগাবাবুহঁতক দেখিলে 'তেওঁ' কৈছিল, পুলিচৰ সাজ খুলি পেলোৱা। সেয়া শৃঙ্খল। সেয়া আনুগত্যৰ হেতু। সি বিদ্ৰোহক আগভেটা দিয়ে! কিন্তু বিদ্ৰোহেই হৈছে স্বাধীনতাৰ পথ আৰু স্বাধীনতাই জীৱন।

কথিত আছে এনেদৰে 'তেওঁ' অসংখ্য গাওঁ পৰিক্ৰমা কৰে। সেই গাওঁবোৰ হৈ উঠিছিল স্বাধীনতাময়। সেই গাৱঁৰ মাটি আৰু নিসৰ্গৰ পৰা 'স্বাধীনতা! স্বাধীনতা!' এই ধ্বনি ভাঁহি আহিছিল।

আৰু কথিত আছে, মানুহবোৰক সপোনত দেখা দি 'তেওঁ' কৈছিল, 'ময়েই সেই ছবিলাল।' পৰৱৰ্তী দিনত জনা-বুজা গাৱঁলীয়া মানুহবোৰে ব্যাখ্যা কৰিছিল, 'তেওঁ ছবিৰ দৰে ৰঙা আছিল, সেইবাবে ছবিলাল।'....

'I will go no more to Apollo's inviolate shrine..... The old prophecies about Laius are losing their power; already men are dismissing them from mind, and Apollo is nowhere glorified with honours. Religion is dying.....'

—Oedipus the king —Sophocles

"বীৰভূম জিলাৰ নলহাটি অঞ্চলৰ দস্যুচৰ্দাৰ গোবৰ্দ্ধন ওৰফে গোবৰা আছিল হাড়ি সম্প্ৰদায়ৰ লোক। মানুহে তাক গোবৰা হাড়ি বুলি জানে। সি মোক 'ঠাকুৰ' বুলি মানিছিল! সি ভাবে মোৰ কিছুমান অলৌকিক ক্ষমতা আছে। কিয়নো মই লাঠি আৰু তৰোৱাল চালনাত দহজন গোবৰা হাড়িতকৈ অধিক পাকৈত। ত্ৰিশ চল্লিশ বিঘা আঁতৰৰ পৰা যাঠি দলিয়াই লক্ষ্যভেদ কৰাত মই সিদ্ধহস্ত। তাৰ এটা গাজিমৰা বন্দুক আছিল। সেইটোৰে আকাশেৰে উৰি যোৱা চৰাই মাৰি তাক তবধ মনাই দিছিলোঁ। কিন্তু সি মোক সেৱা কৰিবলৈ নত হ'লেই তাৰ দীঘল চুলিত ধৰি পোন কৰি দি কৈছিলোঁ, খবৰদাৰ! নিজকে অপমানিত নকৰিবি। সি কৈছিল, আপুনি ঠাকুৰ! মই কৈছিলোঁ, হেৰ নিৰ্বোধ! ঠাকুৰ মুছলমানৰো পদবী হয়। তই জধামূৰ্খ, সেইবাবে নাজান, সেয়া মুছলমানী শব্দ। তুৰ্কী বাদশ্বাহসকলৰ আমোলত আমদানি হয়। তুৰ্কী ভাষাত 'ষ্টাগৰি'ৰ অৰ্থ ঈশ্বৰ আৰু ঈশ্বৰৰ মৰ্ত্ত্যৰ, প্ৰতিনিধি দ্বিপদ প্ৰাণী বিশেষ, যিসকলে

বাদশ্বাহ আৰু প্ৰজাসাধাৰণৰ মাজত থাকি চকু পকায়। সিহঁত গছৰ ওপৰত গজা ৰঘুমলা। সিহঁতক শীঘ্ৰেই উভালিব লাগে।

"গোবৰাই একো বুজা নাছিল। মাথোন কৈছিল, সেয়া যিয়েই কওঁক, আপুনি ঠাকুৰ। স্বীকাৰ কৰোঁ, সি ৰবিন হুড্ নাছিল। ৰাষ্টাত ৰাজস্ব কঢ়িয়াই নিয়া গাড়ী আৰু বণিক সকল বণিজৰ পৰা টকা পইচা লৈ ঘূৰি অহাৰ খবৰ পালেই সি লুণ্ঠন কৰিছিল। এয়াও ৰাষ্ট্ৰৰ ওপৰত এক ধৰণৰ আঘাত বুলি ধৰি লৈ তাৰ প্ৰতি সন্তুষ্ট আছিলোঁ।....

এদিন গোবৰাৰ ঘৈণীয়েক হীৰাৰ কোলাত তাইৰ ছোৱালীজনী দেখি কৰুণা ওৰফে ইকৰাৰ ছোৱালীজনীৰ কথা মনত পৰিল। চঞ্চল হৈ উঠিলোঁ। বাদশ্বাহী আলিৰ দাঁতিৰ সেই পান্থশালাত উপস্থিত হ'লোঁ। লগত স্বয়ং গোবৰা আছিল। প্ৰয়োজনত সি চকু দিব। শিশুটি হৰণ কৰাৰ মতলব আছিল। সন্ধিয়া হোৱাৰ অলপ পিছত পান্থশালাৰ এমূৰত পুখুৰীৰ পাৰত অৱস্থিত মস্তানবাবাৰ পঁজাটো এদল পথিকে অধিকাৰ কৰা দেখিলোঁ। পান্থশালাৰ মালিকক সোধাত সি ক'লে, মস্তানবাবাই তেওঁৰ সাধনসঙ্গিনীৰ মৃত্যুৰ পিছত সেই ঘৰ এৰি গুছি যায়। প্ৰায় তিনি বছৰেই হ'ল। খণ্ডত ক্ষিপ্ত হৈ সুধিলোঁ, তুমি সেই ঘৰটো দখল কৰি মানুহক থাকিবলৈ দিছা নেকি? সি নিৰ্বিকাৰ ভাবে ক'লে, ঠিকেই কৰিছোঁ। সুধিলোঁ, ভাড়া লোৱা নেকি? একেই সুৰতে সি ক'লে, লওঁ। আপোনালোকে ৰাতি থাকিবলৈ হ'লে এক অনাকৈ ভাড়া দিব লাগিব। এতিয়াও চাৰিজনৰ কাৰণে ঠাই আছে। লগে লগে তাক এটা চৰ সোধালোঁ। পান্থশালাত ভাত খাই থকা কেইজনমান মানুহে মুখ ঘূৰাই চাই থাকিল। মালিকে চৰ খাই সাউৎকৈ কোঠাত সোমাই এখন প্ৰকাণ্ড তৰোৱাল লৈ আহি হুঙ্কাৰ দিবলৈ ধৰিলে। এজন লেংপেঙীয়া মানুহৰ এনে তীক্ষ্ণ গৰ্জন! গোবৰাই তাৰ পিছফালে থিয় হৈ মিচিক-মাচাককৈ হাঁহি আছিল। মুহূৰ্ততে তাক পিছফালৰ পৰা গবা মাৰি ধৰি মাটিত বগৰাই দিলে। তৰোৱালখন কাঢ়ি আনিলোঁ। গোবৰাই তাক এৰি দিলে। তাৰ পিছত ছবিৰ দৰে স্থিৰ আৰু ভাত খাই থকা মানুহবোৰৰ উদ্দেশ্যে ক'লে, মই গোবৰা হাড়ি। ইতিমধ্যে পুখুৰীৰ পাৰৰ জুপুৰিটোৰ মানুহবোৰে হাই উৰুমি শুনি আহিবলৈ ধৰিছিল। কথাষাৰ শুনাৰ লগে লগে সিহঁত আৰু ভাতৰ পাতত বহি থকা মানুহকেইজন ফৰিং ছিটিকা দি ৰাতিৰ আন্ধাৰত মিলি গ'ল। পান্থশালাৰ মালিকে কঁপি-কঁপি গোবৰাৰ সম্মুখত আঁঠু লৈ ক'লে, মাফ কৰিব দেউতা ঈশ্বৰ! গোবৰাই ক'লে, টকা দে। মই তাক ইঙ্গিতেৰে বাধা দি ক'লোঁ, যথেষ্ট হ'ল।......

'ইয়াৰ পিছত কিছুদিন মস্তানবাবাক বিচাৰি ঘূৰি ফুৰিলোঁ। মানুহজন যেন পৃথিৱীৰ বুকুৰ পৰা অন্তৰ্দ্ধানহে হ'ল! আজি অকপটে লিখিছোঁ, মোৰ গভীৰ বিশ্বাস যে সেই শিশু কন্যাজনী মোৰ দেউতাৰ ঔৰসজাত! গতিকে তাইৰ লগত মোৰ তেজৰ সম্পৰ্ক আছিল। যদি প্ৰমাণৰ কথা সোধা, দিব নোৱাৰিম। কিন্তু ছোৱালীজনীৰ গাৰ ৰং তাইৰ মাকৰ তুলনাত বহুগুণে উজ্জ্বল আছিল, এইটো হ'লে ক'ব পাৰোঁ। আৰু এটা কথা ক'বলৈ আছে। সেই মস্তানবাবা বোধহয় আ......"

## এটি কথোপকথন

আইচানা ঃ এয়া কি কথা দাদিমা! হঠাৎ ইয়াতেই শেষ হ'ল কিয়? 'আ' লিখিয়েই শেষ।

দি. বেগম ঃ নাজানোঁ।

আইচানা ঃ (উত্তেজিত হৈ) কথা হ'ল নে? 'আ' লিখিয়েই কলম থমকি ৰ'ল! মিষ্ট্ৰিয়াচ! কামালচাৰক দেখুৱাব লাগিব।

দি. বেগম ঃ (ৰূঢ় কণ্ঠে) নাই। মই মৰাৰ পিছতহে সেইখন বাহিৰলৈ নিব পাৰিবি!

আইচানা ঃ (আচৰিত হৈ) কি অদ্ভুত! কথাখিনি তোমাক পঢ়ি শুনাও ৰ'বা। তেতিয়াহে বুজিবা—

দি. বেগম ঃ মই বুজিব নিবিচাৰোঁ। তই মনে মনে থাক! বাকচত ভৰাই থ! আৰু কেতিয়াও বাকচত হাত নিদিবি।

আইচানা ঃ (অলপ পিছত বেজাৰ মনেৰে) এটা কাৰণ ভাবিব পৰা যায়। হয়তো ঠিক সেই মুহূৰ্তত ছেন্ট্ৰিহঁতে আহি সৰু ককাক ফাঁচি দিবলৈ লৈ গৈছিল। ফাঁচি শেষ নিশা বা দোকমোকালি পৰত দিয়া হয়। এৰা— সেয়াই হ'ব। ব্ৰুট্! কাওৱাৰ্ড! সিহঁতে কথাটো লিখিবলৈকো সময় নিদিলে। দাদিমা, মই ল'ৰা হোৱা হ'লে ইয়াৰ প্ৰতিশোধ ল'লোহেঁতেন! এতিয়া বুজিছোঁ, পোনাই যি কৰিছে ঠিকেই কৰিছে। তাক মই চাপোৰ্ট কৰোঁ। দুনিয়া জ্বলাই ছাৰখাৰ কৰি দিয়া দৰকাৰ।

দি. বেগম ঃ (হুমুনিয়াহ কাঢ়ি) তেনে কথাতো কবিয়েই। তহঁতৰ গাত যে বেয়া তেজ আছে!

আইচানা ঃ (অন্যমনস্কভাৱে) সেই মস্তানবাবা সম্ভৱতঃ (হঠাৎ জঁপিয়াই উঠি) দাদিমা! দাদিমা! সেই মস্তানবাবা আজোককাৰ সৰু ভায়েক ফৰিদুজ্জামান নহয়নে? শা ফৰিদ, অ' দাদিমা, সেই শা ফৰিদ!

দি. বেগম ঃ (উচুপি উঠে) মই নাজানোঁ! মোৰে শপত সোণ, তই মনে মনে থাক।

আইচানা ঃ কন্দা-কটাখন কৰিছা কেলেই? কি হৈছে তোমাৰ? অ' দাদিমা!

দি. বেগম ঃ কবৰ খান্দিব নাপায়। গোনাহ হ'ব।

আইচানা ঃ কি আচৰিত! ফেমিলিৰ হিস্ট্ৰি জানিলে গোনাহ হয়? বাদ দিয়া তোমাৰ গোনাহ।

দি. বেগম ঃ মোৰ বৰ ভয় লাগে! খোজ দিলে ভেটিৰ মাটি টলমল কৰে।

ঘৰৰ বেৰবোৰ যেন খহি পৰিব। চালখন যেন মৰ্মৰ্কৈ ভাঙি পৰিব। ওৰে নিশা ঘৰৰ চৌপাশে ফুচ্‌ফুচাই যেন কোনোবাই কথা পাতে।

আইচানা ঃ ডিলিৰিয়াম!

দি. বেগম ঃ মৰতীজনী! দেখা নাই নে চাৰিওফালৰ পৰা জঙ্ঘলে ঘৰটো ঘেৰি ধৰিছে? কিল্‌বিলাই থকা সাপৰ দৰে লতাবোৰ আগুৱাই আহিছে। জোনৰ পোহৰত চোতালত থিয় হৈ চাবিচোন। চাৰিওফালৰ পৰা! চাৰিফালৰ পৰা!

আইচানা ঃ চাৰিওফালৰ পৰা কি?

দি. বেগম ঃ ক'লা জিনে ঘৰটো ঘেৰি ধৰিছে। চৌপাশে মকৰাৰ দৰে জাল গুথিঁছে।

আইচানা ঃ (হাঁহি হাঁহি) বোগাচ! দাৰিদ্র্য! পোনাই পঢ়া-শুনা নকৰিলে। পাছ কৰিলে চাকৰি পালেহেঁতেন। মই পাছ কৰি ওলাম। চাকৰি কৰিম। ঘৰ মেৰামতি কৰিম। বচ্।

দি. বেগম ঃ সেয়া চা, সেয়া কি চা।

আইচানা ঃ (জঁপিয়াই উঠে) সৰ্বনাশ! সাপৰ মোট ক'ৰপৰা আহিল? (ঘৰৰ কোণলৈ আগুৱাই গৈ) ঐ আই! এন্দুৰৰ গাঁত দেখোন! ইয়াতে সাপৰ মোট— বুজিলোঁ। নিশ্চয় গাঁতত সাপ আছে। ওজা মাতিব লাগিব। ৰ'বা বহীখন থৈ আহোঁ। মই এতিয়াই ৰচুল ওজাক মাতি আনিম।

## '....স হোবাচ গার্গি মাতি প্রাক্ষীর্মা তে মূর্ধা ব্যপপ্তৎ—'

কৃষ্ণপুৰত চ'তৰ সংক্ৰান্তিত শিৱ মেলা বহিছে। বুঢ়া শিৱৰ মন্দিৰৰ সম্মুখৰ চোতালত ভক্ত সন্যাসীৰ দলটোৱে ৰঙা কাপোৰ পিন্ধি হাতত বেতৰ লাঠি লৈ ঘূৰি ঘূৰি নাচিব লাগিছে। উপবাসী ভক্তসকলে ঢোলৰ ছেৱে ছেৱে নাচি গাইছে 'শিবো নামে পুইন্যো কৰে বোল শিবো বো—ও-ল!' 'বৰবানৰ বছৰ' আইগঙ্গাই এডোখৰ মাটি কামুৰি খালে, বুঢ়া শিৱক তেওঁৰ বুকুৰ মাজলৈ টানি নিব খুজিছিল— বুঢ়াই চিৰ যৌৱনা কইনাৰ ছলনা বুজি পায়। সেইকাৰণে পিছফালে সেই মজবুত বটগছৰ ঢোকা। মেলাত খুব ভীৰ। এশ আঠোটা পঠা গঙ্গাৰ পানীত জুবুৰিয়াই বলিশালৰ কাষলৈ আনি মানুহবোৰে হৈ-চৈ লগাইছে। বিশজন বলিকটা মানুহে তেজ লগা বলিকটা দা লৈ নাচিছে। চকু ৰঙা, কপালত তেজৰ ফোট। চোতালৰ মাটি আৰু ঘাঁহনি তেজেৰে চপচপীয়া হৈছে। শৃঙ্খলাহীন, অসংবদ্ধ, জোৰ যাৰ বলি তাৰ নীতি, কাৰ পঠাৰ [illegible]। কাৰ কান্ধত তোলে, কাৰ পঠাৰ মূৰ কোনে বোটলে— ভুমুকি মাৰি চাই আছিল [illegible]ন 'অফচৰ বাবুৱে'। মূৰত বেতৰ টুপী, প্ৰকাণ্ড এযোৰ গোফ, বগা চার্ট, খাকি হাফ-[illegible]ণ্ট, ভৰিত জোতা। পিছফালে হৈ হৈ চিঞৰ-বাখৰ। আঁতৰ হোৱা! আঁতৰ হোৱা! পাইকহঁতে লাঠিৰে ঠেলি ভীৰ দুভাগ কৰি দি আগুৱাই আহিছে। ৰাজবাৰীৰ পঠা আহিছে। নোদোকা আৰু নিখুঁত ক'লা পঠা এটা প্ৰকাণ্ড এটা ক'লা জীৱন্ত অসুৰৰ বুকুত। সেইজন লখনা কমাৰ, যিজনে মন কৰিলে এশ আঠোটা পঠাৰ মূৰ ক্ৰমাগত ঘঁপিয়াই বগৰাই দিব পাৰে। লখনা এতিয়া ৰাজবাৰীৰ মানুহ। পিছফালে পাটৰ শাৰী পিন্ধি স্বয়ং ৰাণী বাইদেউ। তেৱেঁই মালিকনী। ৰাজবাৰীত পূজা-পাৰ্বন তেওঁৰ আমোলত পুনৰ আৰম্ভ হৈছে। ৰজা দেউতাক আছিল মেলেছ। স্বৰ্গৰ পৰা দেবতা নামি আহি সুদৰ্শন চক্ৰেৰে তেওঁৰ শিৰচ্ছেদ কৰিছিল। আহা! আজি কিমান দিনৰ পিছত ৰাজবাৰীৰ পঠা খাইছে বুঢ়া শিৱ বাবাই! চৌপাশে ঢাকৰ শব্দ হ'ল, ঢেং, ঢেং, ঢেং। ৰাইজ মাটিত দীঘল দি পৰিল। ৰাণী বাইদেউৰ নাকটো জোঙা। কোটৰগত চকুত

জেউতি আছে। গাৰ ৰং বগা, খোলা চুলিটাৰিত দুটি ৰঙা জবা গুজি লৈছে। অলপ পিছতেই ভ্ৰূযুগলৰ মাজত আঁকি দিব সেই ৰাজ পঠাৰ ৰক্ত তিলক। আহা,— কিমান দিনৰ মূৰত, মনতেই নপৰে! ৰাণী বাইদেউৰ শীৰ্ণ দেহত পিছল পাটৰ শাৰী। দুবাহু অনাবৃত। দুহাতেৰে বুকুৰ ওচৰত ডাঙি লৈ থকা ৰূপৰ প্ৰকাণ্ড থালত নৈবেদ্য। ওচৰত পাণ্ডা, গেৰুৱা বসন আৰু উত্তৰীয়, ডিঙিত ৰুদ্ৰাক্ষ, কমণ্ডলুত গঙ্গাজল। 'হায় প্ৰভু, ইমান দিন ক'ত যে আছিলা তুমি?' এই ব্যাকুল প্ৰশ্নটো অনেক চকুত ভাঁহিব লাগিছে। 'অফচৰ বাবু'ৰে চকুৰ পলক নেপেলোৱাকৈ এই ৰূপ বা মায়া দৰ্শন কৰি দূৰলৈ গুছি যায়। খেপা-থেপি ঘৰ-দুৱাৰ, দোকান-পোহাৰৰ মাজেৰে তেওঁ খোজ কাঢ়ি গ'ল। সোঁফালে গঙ্গা বা পদ্মা, মাছমৰীয়াবোৰৰ বসতি, তাৰ পিছত জেওৰা দিয়া বাগিছা। বাগিছাখনৰ কোনো যতন লোৱা হোৱা নাই। মাজত এমহলীয়া জৰাজীৰ্ণ এটা দালান। বাৰাণ্ডাত এখন খাটিয়া। আসন্ন সন্ধিয়াৰ পাতল এন্ধাৰত খাটিয়াখন শ্মশানলৈ নিবলৈ উলিওৱা বুলি ভ্ৰম হয়। খাটিয়াখনত শুই থকা মানুহজনক মৰা শ বুলি ভাব হয়। মৃতকে জী উঠাৰ চেষ্টা কৰি ঘেৰ্‌ঘেৰীয়া মাতেৰে সুধিলে, কোন?

'অফচৰ বাবু'ৰে টুপিটো কাষলটিত লৈ বাৰাণ্ডাত উঠি লাহেকৈ ক'লে, মই ছবিলাল। গোবিন্দৰামে তালৈ চালে। তাৰ পিছত উঠি বহিল। হুমুনিয়াহ কাঢ়ি ক'লে, বহা।

আপোনাৰ অসুখ নেকি?

হাঁপানি। অলপ পিছতেই গোবিন্দবাবুৱে ক'লে, তুমি অহাটো ভাল হোৱা নাই। তোমাৰ চেহেৰাও লুকাব পৰা ধৰণৰ নহয়, তুমি নিজে নাজানা!

'ছবিলালে' ক'লে, ৰত্নময়ীক দেখিলোঁ— পূজা দিবলৈ গৈছে।

হিন্দুৰ সংস্কাৰ। এয়া তুমি বুজি নাপাবা— তোমাক কৈছিলোঁ!

মই তেওঁৰ লগত দেখা-সাক্ষাৎ কৰিবলৈ আহিছিলোঁ।

আকৌ অলপ পৰ মনে মনে থাকি গোবিন্দৰামে সুধিলে, কিয়?

মোৰ অলপ কথা আছিল।

মোক ক'ব পাৰা, মই জনাই দিম। মই ৰাজবাৰীৰ কাম বাদ দিছোঁ। তথাপি এই ক্ষেত্ৰত অসুবিধা নহয়। মুন্সীজীৰ যোগেদি—

ৰত্নময়ীৰ মুখা-মুখি হৈ ক'বলগীয়া কথা।

গোবিন্দৰামে হঁহাৰ চেষ্টা কৰিলে। ডিঙিৰ ঘৰ্ ঘৰ্ শব্দ হ'ল। ক'লে, চফি! বেচেৰীয়ে আজি ইমান দিনৰ মূৰত হওঁতে আশ্ৰয় এটা পাইছে। তাইক তুমি আশ্ৰয়হীনা কৰা উচিত নহ'ব।

চফিয়েও হাঁহিলে। ক'লে, সেয়া কেনে ধৰণৰ আশ্ৰয়, যে মোক দেখাৰ লগে লগে ভাগি পৰিব?

তোমাৰ কথাত যুক্তি আছে ঠিকেই, কিন্তু তাই তোমাক দেখিলে কষ্ট পাব। কাৰণ, হয়তো তাই—

কওঁক।

মোৰ ভুলো হ'ব পাৰে, কিন্তু তোমাৰ মাজত কিবা এটা যেন আছে, শক্তিশালী চুম্বক! তুমি জানানে তোমাক লৈ গাৱেঁ-ভূঞেঁ বহুত অদ্ভুত অদ্ভুত গল্প সৃষ্টি হৈছে? হয়তো বীৰ পূজা মানুহৰ সহজাত বৃত্তি। বীৰ মানুহবোৰে ইয়াৰে সুযোগ লৈ দস্যুগিৰি কৰিছে, কোনোবাজন ৰজাও হৈছে। তোমাৰ লগত সিহঁতৰ বহল পাৰ্থক্য আছে। তুমি বাসনাহীন, উদ্দেশ্যহীন, অকপট।

তেতিয়াহ'লে ৰত্নময়ীৰ লগত দেখা কৰাই দিয়াত ভয় কিহৰ, গোবিন্দবাবু? ভয় তোমাৰ কাৰণে নহয়, তাইৰ কাৰণেহে। তাই সঁচাকৈয়ে মানসিক বিকাৰগ্ৰস্ত। সেইবাবে ধাৰণা হয় একমাত্ৰ ধৰ্মৰ আশ্ৰয় অবিহনে তাইৰ বিকাৰ নাঁতৰিব। কিন্তু তাই মন্দিৰত খোজ দিছেহে মাথোন; এতিয়াই পিছলৈ নামাতিবা, চফি! চফি মনে মনে থাকিল। গোবিন্দৰামে খাটিয়াৰ তলৰ পৰা এটা লেম উলিয়াই আনিলত চফিয়ে ক'লে, থাওক। মই যাওঁ।

কিবা এটা মুখত দি যোৱা, চফি। অলপ জিৰণি লোৱা। ৰাতি হ'লে যাবা। কথাখিনি কৈ গোবিন্দৰামে জুইশলাৰে লেমটো জ্বলাই ঘৰৰ ভিতৰত সোমাল। অলপ পিছতেই এখন শিলৰ কাঁহীত চিৰা, গুড়, পকা কল লৈ আহিল। ক'লে, ৰাতি মই একো নাখাওঁ। গতিকে এইখিনিকেই খোৱা।

চফিৰ ভোক লাগিছিল। সি নিমিষতে খাই পেলালে। ঘটিটো মুখৰ ওপৰলৈ দাঙি মুখত পানী ঢালি খালে। সাধাৰণ মুছলমান মানুহে অনভ্যাসৰ কাৰণে এনেকৈ পানী খাব নোৱাৰে। কিন্তু চফি যে হিন্দু জীৱন পদ্ধতিত অভ্যস্ত। সি চোতালৰ কোণলৈ গ'ল। কিন্তু গোবিন্দৰামে তাক কাঁহীখন ধুবলৈ নিদিলে। চফিয়ে মৃদু হাঁহি মাৰি ক'লে, ব্ৰহ্মপুৰ আশ্ৰমত দেখোন নিজৰ কাঁহী-বাতিবোৰ আমি নিজেই ধুইছিলোঁ!

গোবিন্দৰামে ক'লে, তোমাৰ সপক্ষত দিয়া দৰ্খাস্তত হৃদয়লাল শাস্ত্ৰীয়ে চহী দিয়া নাই, গম পোৱা নে? দেবুবাবুতো কলিকতাতেই থাকে। মাথোন মাঘোৎসৱত আহে! উদ্দেশ্য কিন্তু খাজনা আদায় কৰাহে।

চফিয়ে সুধিলে, কিহৰ দৰ্খাস্ত?

তুমি নাজানা? উকীল বাৰি চৌধুৰী, জিলা বোৰ্ডৰ চেয়াৰমেন গাজি চাহাব, হৰিণমাৰাৰ জমিদাৰ বিজয়েন্দুবাবু আৰু বহুত মানুহে তোমাৰ নিৰ্বাসন দণ্ড প্ৰত্যাহাৰৰ কাৰণে দৰ্খাস্ত দিছিল। ৰত্নময়ীয়েও চহী দিছিল। মাথোন তোমাৰ—

উঁ? চফিয়ে ভ্ৰূ কোঁচাই চালে!

গোবিন্দবাবুৱে লাহেকৈ ক'লে, পীৰচাহাবে চহী নিদিলে। মই গৈছিলোঁ, বিমুখ কৰিলে। উকীল চাহাবকো বিমুখ কৰিলে। কৈছিল, চফি হিন্দু। সেয়ে মুৰ্দা। কিন্তু আমি বুজি পাওঁ তুমি কি।

চফিয়ে ক'লে, মই উঠোঁ।

অলপ পিছত যাবা।

নাই। এতিয়াই যাব লাগিব। বুলি এক মুহূৰ্ত ইতস্ততঃ কৰিলে। তাৰ পিছত ক'লে, মই ভালেমান বছৰৰ পৰা কাৰো ওচৰত নত হোৱা নাই। সেৱা কৰা নাই। কিন্তু আজি

আপোনাক সেৱা কৰিবলৈ মোৰ মন গৈছে। গোবিন্দৰামে মুহূৰ্ত্ততে চফিক বুকুৰ মাজত সাৰটি ধৰি ক'লে, মই তোমাৰ সেৱাৰ যোগ্য নহওঁ। তুমি বয়সত মোতকৈ ডাঙৰ হোৱা হ'লে ময়েই তোমাক সেৱা কৰিলোহেঁতেন।

চফিয়ে নিজকে মুকলি কৰি বাৰাণ্ডাৰ পৰা বেগাই নামি গ'ল। পদুলিমুখলৈ গৈ টুপিটো আকৌ পিন্ধিলে। সি পূজাৰ থলীলৈ গ'ল। তেতিয়াও বলিদান চলি আছে। কিন্তু ৰত্নময়ী নাই। তেওঁৰ পাইকবোৰ নাই। খুটাবোৰত জোৰবোৰ জ্বলি আছে। আৰু সেই জুইৰ পোহৰত মাতাল বিশৃঙ্খল ভীৰ, হাজাৰ হাজাৰ বছৰৰ পুৰণি মন্দিৰৰ বেৰৰ টেৰাকোটা খণ্ডবোৰৰ ক্ষয়প্ৰাপ্ত মূৰ্তিবোৰৰ অঙ্গিভঙ্গী— ৰাতি দোভাগ হ'লে যিবোৰ ফিৰি যাব বেৰৰ গাৰ চতুষ্কোণ, স্তৰবদ্ধ, পৌৰাণিক চৰিত্ৰসমূহৰ সংঘলৈ— অতীতলৈ। আচৰিত কথা, এইবোৰৰ মাজত অলপ আগলৈকে ৰত্নময়ীও আছিল! বিমূৰ্ত্ত, ধূসৰ, অথচ চকুত লগা ধৰণৰ গঠন, দেশজ শৈলী-বহিৰ্ভূত চিত্ৰ ভঙ্গিত ধৰি ৰখা চেমিতীয় সাদৃশ্য কেনেকৈ যে আৰোপিত হৈছিল সেই হিন্দু টেৰাকোটাত আৰু ক্ৰমশঃ সময়ৰ প্ৰহাৰত জৰ্জৰিত হৈ ওলাই পৰিল আদি ৰূপ আৰু সিও সমষ্টিৰ অনুগামী হ'ল, নামি আহিল পুৰণি দেৱালৰ বুকুৰ পৰা জীৱন্ত হৈ— ভাবিলে আচৰিত লাগে। মুন্সী আব্দুৰ ৰহিম! এই সকলোবোৰ আপোনাৰেই ষড়যন্ত্ৰ— হে চেমিতীয় ৰূপ আৰোপকাৰী ক্ৰান্তদৰ্শী বৃদ্ধ, এইবাৰ ডাঢ়ি উভালি পেলাওক, নিজৰ গালত নিজেই চৰ মাৰক, আপোনাৰ চেমিতীয় নমস্যজনক কওঁক, 'এয়া কি হ'ল, দেউতা?' চফিয়ে নিঃশব্দে হাঁহি হাঁহি ভীৰ ঠেলি আগুৱালে। Love begins in shadow, ends in light ?

ৰাজবাৰীৰ উত্তৰৰ দুৱাৰ খোলা আছিল। দুকাষে দুটা কাঠৰ খুটাৰ ওপৰত চাকি জ্বলি আছিল। চফিয়ে দাৰোৱানজনক চিনে। তাৰ নাম মুঙ্গেশ্বৰ সিং, দাৰভাঙ্গাৰ মানুহ, ভাঙুৰী। দুৱাৰমুখৰ গাতে লাগি থকা জুপুৰি ঘৰৰ খাটিয়াত বহি প্ৰচুৰ ঘোতা খাই পেট ঢোল যেন কৰি টোপনিত হালি জালি পৰিছে। চফিৰ মনত পৰিল, গোবৰা হাড়িয়ে কিমানবাৰ যে কৈছে যে কৃষ্ণপুৰৰ ৰাজবাৰীত যেতিয়াই তেতিয়াই ডকাইতি কৰা এটা মামুলি কাম। কিন্তু কথাটো কি জানেনে ঠাকুৰ? মৌলাহাটৰ পীৰচাহাবৰ পোহনীয়া দেৱতাবোৰে ৰাজবাৰীত পহৰা দিয়ে। সিহঁতৰ লগত পৰা টান। কিয়নো সিহঁত যে দেৱতা! সিহঁতক আঘাত কৰিব নোৱাৰি। নহ'লে ইমান দিনে হেঃ হেঃ হেঃ..... গোবৰাই অদ্ভুত ধৰণে হাঁহি মাৰে।

ডকাইত! ডকাইতেও ঘৰ সংসাৰ পাতে। প্ৰেমিক হয়। দেউতাক হয়। চেনেহ ঢালি সন্তানৰ গালে-মুখে চুমা খায়। কথাবোৰ ভাবি খুব আচৰিত লাগে।

Oh! faciles minimum qui tristia crimina Caedis
Ilumina tolli posse putatis aqua !

মেনেজাৰ বাবু নেকি?

শুকান ফোৰাৰাৰ কাষলৈ আন্ধাৰৰ পৰা চিনাকি মাত ভাঁহি আহিল। চফিয়ে মাতিলে, মুন্সীজী!

কোন? কোন আপুনি?

ছবিলাল।

খন্তেক পিছত মুন্সী আব্দুৰ ৰহিম কাষ চাপি আহি ৰূঢ় মাতেৰে সুধিলে, কি লাগে?

আপোনাৰ জহৰত-আৰাক।

বেছৰম!

খবৰ দিয়ক, মই আহিছোঁ।

গুছি যাওঁক! নহ'লে দাৰোৱানক মাতিম।

ৰত্নময়ীক খবৰ দিয়ক, মই আহিছোঁ।

মোৰ মাতৰ সুৰ শুনি মুন্সীজীয়ে অলপ ভয় খালে। লাহেকৈ সুধিলে, কিয়? কি দৰকাৰ?

প্ৰশ্ন নকৰিব, খবৰ দিয়ক।

কিয়, আগেয়ে কওঁক!

জানিবলৈ নিবিচাৰিব। সকলো কথা জানিব নালাগে। বেছি জানিব খুজিলে মূৰ সুলকি পৰে। মুৰ্খা ব্যপপ্তুৎ! মুন্সী আব্দুৰ ৰহিমে কষ্টেৰে উশাহ টানি গৰ্জি উঠিল, ক'ব লাগিব! তুমি কিয় আহিছা? কাৰণ কি?..... তাৰ পিছত সঁচাকৈয়ে তেওঁৰ মূৰটো ফোৱাৰাৰ বেদীৰ তলত বাগৰি পৰিছিল। শুকান ঘাঁহনি তেজেৰে চপচপীয়া হৈছিল। চূড়ান্ত প্ৰশ্নৰ মুখলৈ ধাবিত হোৱাৰ কাৰণে ১৯১৩ খৃষ্টাব্দৰ ১৩ এপ্ৰিলৰ নিশা ৮-১০ বজাত এজন চেমিতীয় বৃদ্ধ দাৰ্শনিক শ্বহীদ হয়।....

# চৌবিশ

'O Satan, prends pitie de ma longue misere!'

"ৰফিকুজ্জামানৰ লগত জুলেখাৰ বিয়াৰ দিনা এটা আশ্চৰ্যজনক ঘটনা ঘটিছিল। ইয়াত তাৰেই এটি বিবৰণ দিবলৈ লৈছোঁ। কিয়নো সেই ঘটনাটোৱে মোৰ মনত সন্দেহ উদ্রেক কৰিছিল। চয়তানে সকলো সময়তে ফন্দি কৰি থাকে। বনু আদমৰ জীৱনৰ প্রতিটো খোজতে সি ফান্দ পাতে।'

"জোহৰৰ নামাজৰ সময়ত ছাদিৰ মজলিছ বহিছিল। মছজিদৰ ভিতৰে বাহিৰে অঞ্চলটোৰ নিমন্ত্রিত অনিমন্ত্রিত মানুহ ঠাহ খাই পৰিছিল। হৰিণমাৰাৰ সৰুগাজি মইদুৰ ৰহমানে সকলো আয়োজনৰ তদাৰক কৰিছিল। বৰগাজি চইদুৰ ৰহমান সেই সময়ত কলিকতাত আছিল। তেওঁ চিঠি লিখি জনাইছে যে পিছত আহি দৰা-কইনাক আশীৰ্বাদ দি যাবহি। ক'বলৈ গ'লে এতিমখানাৰ এই ধুনীয়া ছোৱালীজনীক দেখি কোনোৱেই আকৃষ্ট নোহোৱাকৈ থকা নাই।........

"বিয়াৰ সময়ত কইনাজনী আনিচুৰ ৰহমানৰ ঘৰত আছিল। তেৱেঁই তাইৰ অভিভাৱক। গতিকে কইনা (দুলহিন)ৰ এজিন (সন্মতি) লোৱাৰ বাবে উকিল আৰু দুজন গাৱাহ (সাক্ষী) তেওঁৰ ঘৰলৈ ৰাওণা হৈছে। এনেতে বাহিৰত চিঞৰ-বাখৰ শুনিবলৈ পালোঁ। মানুহবোৰে 'ধৰ! ধৰ! মাৰ! মাৰ!' বুলি চিঞৰিছে। কথাটো কি জানিবলৈ খোজাত সৰু গাজি বাহিৰলৈ ওলাই গ'ল আৰু অলপ পিছত উভতি আহি ক'লে, এজন যাযাবৰ মস্তানে বলেৰে মছজিদত সোমাব খুজিছিল। তেতিয়া মানুহবোৰে তাক ঢকিয়াই ঢকিয়াই খেদি পঠায়। কিন্তু দুখৰ কথা হ'ল, মস্তানজন ৰুগীয়া আছিল বাবেই কিজানি মৰিল।...'

"কথাষাৰ শুনাৰ লগে লগে বুকুখন চিৰিংকৈ গ'ল। যেন কলিজাত কিহবাই খুচিহে দিলে। মোৰ মুখৰ অভিব্যক্তি সৰু গাজিৰ চকুত পৰিল। তেওঁ মোৰ কাষত বহি সৰু সৰুকৈ ক'লে, কোনো গণ্ডগোলৰ ভয় নাই, হুজুৰ। বাদশ্বাহী আলিত এনেকুৱা দৃশ্য অচিনাকি নহয়। মাজে সময়ে ফকিৰ মস্তানা বা হিন্দু সাধু সন্যাসী আলিত মৰি থকা দেখা যায়। বেমাৰ-আজাৰ, কষ্ট বা অইন বহু কাৰণত সিহঁত ৰাষ্টাতেই মৰি থাকে। কথাখিনি কৈ সৰু গাজিয়ে ডাঙৰকৈ হাঁহি মাৰিলে। মজলিছৰ মানুহবোৰলৈ উদ্দেশ্য কৰি ক'লে, যাযাবৰ মস্তান দেখিলেই হজৰতে খেদি পঠোৱাৰ ফটোৱা জাৰি কৰা নাই জানো? উপস্থিত আটায়ে কথাটো শলাগিলে।'.........

"বিয়া শেষ হ'লত মানুহবোৰ খাবলৈ বহিল। সেই সময়তে সৰু গাজিক একাষৰীয়াকৈ মাতি আনি ক'লোঁ, মস্তানৰ শৱটো মই চাবলৈ ইচ্ছা কৰিছোঁ। তেওঁ অলপ আচৰিত হৈছিল। কিন্তু সম্ভৱতঃ কিবা মোজেজা দৰ্শনৰ হেপাহতে ক'লে, হজৰতে মন কৰিলে মোৰনো আপত্তি কৰিবলৈ সাধ্য ক'ত? পিছে মস্তানজন অৰ্দ্ধ-নাঙঠ! অলপ অপেক্ষা কৰক। লাছটো ঢাকিবলৈ কাপোৰ এখন অনাও। তাৰ পিছত আপুনি যাব।........

"হে খোদা! মই কাক দেখিলোঁ? কাপোৰ গুচাই মুখখন চোৱাৰ লগে লগে মোৰ মূৰত যেন সৰগ ভাগি পৰিল। মই শিয়ৰি উঠিলোঁ। বৰ কষ্টেৰে মোৰ মনৰ ভাব লুকালোঁ। সৰুগাজিয়ে ছাগে ভাবিছিল যে মই মৃতদেহত প্ৰাণ সঞ্চাৰ কৰিম! তেওঁক হতাশ দেখা গৈছিল। মুখ ঘূৰাই থিয় দি মই মাথোন আত্মসম্বৰণ কৰিছোঁ। সৰুগাজিয়ে লাহেকৈ ক'লে, শৱটো এনেকৈ ইয়াত পৰি থাকিলে ৰাতি শিয়াল-কুকুৰে টানি-আজুৰি খাব। মই ক'লোঁ, মই নিশ্চিত যে জন্মৰ সময়ত ইয়াৰ কাণত আজান দিয়া হৈছিল। সেইবাবে মানুহজন মুছলমান বুলি বিবেচিত হ'ব। এওঁৰ দাফন-কাফণ কৰাটো আমাৰ কৰ্ত্তব্য। সৰু গাজিয়ে ঘনাই মূৰ দুপিয়াই মোৰ কথা সমৰ্থন কৰিলে।'........

"সিদিনা সন্ধিয়াৰ ভিতৰতে পথভ্ৰষ্ট যাযাবৰ ফৰিদ-উদ্-জামানৰ শৱদেহৰ দাফন-কাফন হ'ল। বিয়ালৈ অহা মানুহবোৰেও জানাজাত সমবেত হৈছিল। তেওঁলোক ছাগে মোৰ এই ফতোৱা শুনি বৰ আচৰিত হৈছিল। এছাৰ নামাজত ইয়াৰ কৈফিয়ৎ দিম বুলি ঠিক কৰিছিলোঁ। কিন্তু মুখেৰে কথাই নোলাল। বেৰাদানে ইছলাম। সম্বোধন কৰাৰ লগে লগে মোৰ কান্দোন ওলাল। তাকে দেখি আটায়ে কান্দিব ধৰিলে।......

"জোনাক ৰাতি। এবাদতখানাত থিয় হৈ থাকোতে দেখোঁ পুখুৰীৰ পানীৰ ওপৰেৰে এটি ছায়ামূৰ্তি খোজ কাঢ়ি আহি আছে! ঘাটৰ চিৰিত উঠি ছায়া মূৰ্তিটোৱে বতাহৰ মাতেৰে ক'লে, এইবাৰ তুমি সঁচাই বদিউজ্জামান হ'লা।.....'

সুধিলোঁ, কিয় ক'লা তেনেদৰে?

সি ক'লে, তুমি আলেম পুৰুষ। বদি শব্দৰ অৰ্থ নাজানানে? বদি মানে পাপ! তুমি এতিয়া জমানাৰ পাপ হ'লা।

খঙেৰে ক'লোঁ, মোৰ নাম ওৱাদি-উজ্-জামান। জমানাৰ (কালৰ) নৈ। বাংলাত ওৱাদি গুচি বদি হৈছে। ওৱাদি মানে নৈ। মোৰ নামৰ মানে হৈছে.....

সি বাধা দি আগৰ দৰে বতাহৰ মাতেৰে ক'লে, খামোছ।

তুমি কি কৰি আছা নিজেই নাজানা।

মই কি কৰি আছোঁ তুমিয়েই কোৱাচোন।

সেই ছোৱালীজনীৰ ফালে চালেই গম পাবা। তাইৰ চুলি, তাইৰ চকু, তাইৰ চাৱনি......

এয়া কি কৈছা?

বদি-উজ্-জামান! তুমি আজিৰ পৰা জমানাৰ বদি। তোমাৰ কাৰণে দোজখ সুনিশ্চিত।

মই চিঞৰি উঠিলোঁ, ফৰিদুজ্জামান! তুমি সেই কথা ক'বলৈকে মজলিছত সোমাবলৈ চেষ্টা কৰিছিলা নেকি বাৰু?

ছায়ামূৰ্তিটো হাঁহি হাঁহি অদৃশ্য হ'ল। দুহাতেৰে মুখ ঢাকি মই বহি পৰিলোঁ।

ভাবিছিলোঁ, চাইদাক এই গোপন কথাষাৰ জনাওঁ আৰু ৰফিকুজ্জামানক জুলেখাক তালাক দিবলৈ নিৰ্দেশ দিওঁ। কিন্তু ইয়াৰ কৈফিয়ৎ দিবলৈ মই একো কথা ভাবি উলিয়াব নোৱাৰিলোঁ। ৰফিকুজ্জামানে মোৰ হুকুম তামিল কৰিব জানো? সি যদি মোৰ কথা মানিবও খোজে, চাইদাই বাধা দিব। চাইদাই সেই ছোৱালীজনীক প্ৰাণ দি হ'লেও ৰক্ষা কৰিব। চাইদা আৰু সেই আগৰ চাইদা নহয়। বৰং এই গোপন কথা শুনি অধিক হিংস্ৰ হৈহে উঠিব পাৰে আৰু কিবা কলঙ্ক ঘটাব পাৰে।

"পবিত্ৰ গ্ৰন্থত লিখা আছে যে এনেকুৱা গোনাহৰ কাৰণে চাদ আৰু গোমৰাহ নামৰ দুখন নগৰ খোদাই জ্বলাই ছাৰখাৰ কৰিছিল। ময়ো তেনে গোনাহ কৰিছো বুলি সন্দেহ হয়। নে নিতান্তই মানসিক ভ্ৰম?.....

"পিছদিনাৰ পৰাই এবাদতখানাত ইত্তেকাফ ল'লোঁ। চাইদা আচৰিত হৈছিল নেকি বাৰু? নাজানিলোঁ। ক'লা আঠুৱাৰ ভিতৰত সোমাই থাকিলোঁ। চাইদা বা অইন কোনোবাই আহি ভাত-পানী দি থৈ গৈছিল। খাব পৰা নাছিলোঁ। দুনিয়াখন আন্ধাৰে আবৰিব ধৰিছিল।..........

"ক'লা আঠুৱাৰ তলত গোপনে হিয়া ঢাকুৰি কান্দিছিলোঁ। কামনা কৰিছিলোঁ, মোৰ বাবে মৃত্যু নামি আহক। কিয়নো, জিন্দেগিত ফাঁকি ডাঙৰ কলঙ্ক সদৃশ। তেনে ক্ষেত্ৰত মৰণেই নিস্কৃতি।"

## জিলা সমাচাৰ পত্ৰিকাৰ সম্পাদকীয়

"এয়া দেখিছো হৰিষত বিষাদ নামিল! আগৰ সংখ্যাত আমি পৰম আহ্লাদিত হৈ পাঠকসকলক জনাইছিলোঁ যে কুখ্যাত নৰঘাতক দস্যু ছফিজামান ওৰফে ছবিলালৰ ফাঁচিৰ হুকুম মহামান্য উচ্চ ন্যায়ালয়ে বাহাল ৰাখিছে আৰু এমুঠিমান নিলাজ চক্ৰান্তকাৰীৰ সকলো চেষ্টা বিফল হৈছে। কালি সেই নৰাধমৰ ফাঁচিৰূপ পুণ্য কৰ্ম হৈ যোৱাত আমি আনন্দৰ খবৰটো পাঠকক জনোৱাৰ কাৰণে কলম তুলি লওঁ। কিন্তু বৰ পৰিতাপৰ কথা, নগৰৰ ৰাজপথত এয়া কি অদ্ভুত দৃশ্য আমি দেখিবলগীয়া হ'লোঁ! দেশ শাসনৰ নামত দুঃশাসন চলিব ধৰিছে। অথবা শাসকসকলৰ কুম্ভকৰ্ণ দশা হৈছে বুলিব লাগিব। অন্যথা এনে নহ'লহেঁতেন। আমি ভালকৈ জানো যে সেই ছবিলালে বহু কিংবদন্তীৰ নায়কৰূপে নিজকে গাৱঁলীয়া নিৰক্ষৰ হোজাসকলৰ আদিম মানসত প্ৰতিষ্ঠা কৰিছিল। এইটোও সঁচা হ'ব পাৰে যে সি হয়তো যাদু বিদ্যাত বেচ পাকৈত আছিল। সেই বুলি ছবিলালৰ ঘৃণনীয় শৱদেহৰ ওপৰত ফুলৰ মালা, মৃতদেহ লৈ শোভাযাত্ৰা, নানা ধ্বনি দিয়া ইত্যাদি ঘটনা আমি কল্পনাও কৰা নাছিলোঁ। দূৰ দূৰণিৰ গাৱঁৰ চহা আৰু বন্য প্ৰকৃতিৰ মানুহবোৰ আহি এই মহানগৰত সমবেত হয়। সিহঁতৰ

লগতে ভালেমান তথাকথিত শিক্ষিত ভদ্ৰলোককো দেখা গ'ল। তাতোকৈ দুখৰ কথা, শৱদেহৰ ওপৰত মানুহে ফুল আৰু আখৈ দলিয়াই শ্ৰদ্ধা নিবেদন কৰিছিল। আমি উৰুলি আৰু শঙ্খধ্বনি শুনা বুলিও ভ্ৰম হয়। অবলা নিৰ্বোধ তিৰোতাবোৰে কাৰ প্ৰৰোচনাত কুখ্যাত নৰঘাতকক বীৰ বুলি গণ্য কৰিলে, সেয়া বুজা বৰ টান। ইয়াৰ মাজত মীৰ্জাফৰ-জয়চন্দ্ৰ-বদনহঁতৰ ভূমিকা অনুমান কৰিব পাৰি। আচৰিত কথা যে, এনে ধৰণৰ কথাও খেনোৰে উলিয়াই ফুৰিছে যে ছবিলালৰ মৃতদেহটোৱে জীৱন্ত মানুহৰ দৰে কোনো কোনো ঠাইত থিয় হৈছিল আৰু মৃদু হাঁহি মাৰি মানুহৰ অভিবাদন গ্ৰহণ কৰিছিল। বুজিব পাৰি যে দেশত গাঁজাখুৰী গল্প কোৱা মানুহৰ সংখ্যা বাঢ়িব লাগিছে। তাতোকৈ মৰ্মান্তিক দৃশ্য দেখিছে আমি স্তম্ভিত হৈছোঁ। পুলিচবোৰে ছবিৰ গছৰ দৰে থৰ লাগি থিয় দি আছিল। মাননীয় কালেক্টৰক আমি ইয়াৰ কাৰণ সুধিছিলোঁ। শুনা কথা, দস্যু ছবিলালৰ পিতাক হেনো মৌলাহাট গাৱঁৰ এজন মুছলমান ধৰ্মগুৰু পীৰ আছিল আৰু তেওঁ হেনো বহুত কেৰামতি দেখুৱাব পাৰিছিল। সেয়েহে অনুমান কৰিব পৰা যায়, তেওঁৰ দ্বাৰা প্ৰভাৱিত শিষ্যসকলে বোধহয় এই দুষ্কাৰ্যৰ আয়োজন কৰিছিল। ইয়াত বাদে এই ঘটনাৰ অইন ব্যাখ্যা দিব পৰা নাযায়। ধৰ্মগুৰু পীৰ এতিয়া জীৱিত নাই বুলি শুনা যায়। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজতে তেওঁৰ প্ৰভাৱ আছিল। তেওঁ অৱশ্যে ধন্যবাদৰ পাত্ৰ। তেওঁ তেওঁৰ দস্যু পুত্ৰক ভালেমান দিন আগতেই মৃত বুলি গণ্য কৰিছিল। এনে অৱস্থাত আমি অলপ বিভ্ৰান্ত হৈছোঁ। যি দৃশ্য দেখিলোঁ, তাৰ অন্তৰ্হিত প্ৰকৃত কাৰণবোৰ কি? পৰৱৰ্তী সংখ্যাত এই ৰহস্য ভেদ কৰাৰ আশা ৰাখিছোঁ। পাঠকসকললৈ অনুৰোধ কৰিছোঁ, আপোনাসৱে ধৈৰ্য ধৰক। শীঘ্ৰেই দস্যু ছবিলালৰ মৃতদেহ লৈ পৈশাচিক শোভাযাত্ৰা আৰু বিলাপৰ ৰহস্য উদ্ঘাটন কৰিম বুলি আমি প্ৰতিশ্ৰুতিবদ্ধ হৈ থাকিলোঁ।.......'

In strange and hidden places thou dost move
Where women cry for torture in their love.
Satan! at last take pity on our pain.

—Baudelaire

বৃদ্ধা দিলৰুখ বেগমে আজিকালি ঘূৰা-পকা কৰিবলৈ বৰ কষ্ট পায়। নাতিনীয়েক আইচানাৰ বকনিৰ কাৰণে খৰি-খেৰ বুটলি ফুৰা স্বভাৱটো এৰিব লগা হৈছে। তথাপি শহুৰেকৰ এবাদতখানাৰ ধ্বংস্তূপ আৰু হাবিখনলৈ নিতৌ দুপৰীয়া মনে মনে এপাক মাৰি আহে। নিশ্চুপ হৈ বহি থাকে লাইমকংক্ৰিটৰ ভঙা টুকুৰা এডোখৰৰ ওপৰত। পুখুৰীৰ পকা ঘাটটো ভাগি ছিগি যোৱাত তাত ঘাঁহ-বন গজি হাবি হৈছে। সেইফালে চকু দিবলৈ তেওঁৰ ভয় লাগে। পানীৰ তলত যে এখন ওলোটা জগত আছে! সেই ওলোটা জগতখনলৈ চালেই যদি সেই ওলোটা মানুহজনক দেখা পায়!

হাবিয়ে ঢাকি থোৱা ধ্বংসস্তূপটোৰ ফালে দিলৰুখ বেগমে একেথৰে চাই থাকে। সন্মুখতেই শহুৰেক হজৰতৰ কবৰটো। মানুহে সেইটোক 'মাজাৰ' বোলে। মাজাৰৰ উত্তৰ মূৰত সেই অচিন ওখ গছজোপাৰ ফালে চাওতে তেওঁৰ গা-মূৰ জিকাৰ খাই

উঠিল। আইচানাই কৈছিল, গছজোপাৰ গাত হাত দি চালে জীৱন্ত যেন লাগে। হয়তো সঁচা। বৃদ্ধাই মূৰ নত কৰি নিঃশব্দে কান্দে। এয়া অপৰাধবোধত ওলোৱা কান্দোন। খোৱা মানুহজন এই এবাদতখানাত পৰি থাকিছিল। এদিন ৰাতিপুৱা তেওঁক মৃত অৱস্থাত পোৱা গৈছিল। সেই মৃত্যুৰ ঘটনাক কেন্দ্ৰ কৰি কিমান যে কথা ওলাইছিল! ক'লা জিনৰ হাতত মৃত্যু। সঁচাকৈয়ে সুযোগ পালেই ক'লা জিনে মানুহ বধ কৰে নেকি? তেনেহ'লে তেওঁকচোন মাৰিব পৰা নাই। কিয়? এনেদৰে বৃদ্ধাই তাতে বহি থাকে। মনতে পাঙি থাকে, ক'লা জিনবোৰে তেওঁক মাৰি পেলাওক। হঠাতে পূৱপিনৰ হাবিৰ পৰা এচাটি বতাহ বলিল। শীতৰ শেষৰ গছবোৰৰ পৰা জৰজৰকৈ পাতবোৰ সৰি পৰিল। চঁক খাই উঠে, সিহঁত তেনেহ'লে আহিল নেকি? বতাহ থামে। হঠাতে আকৌ শুকান পাতৰ খৰমৰ শব্দ। ঘূৰি চাই দেখে কেৰ্কেটুৱা এটা। কোনো কোনো মুহূৰ্তত এই জনহীন নিসৰ্গত কোনোবাই ফুচফুচাই কিবা কোৱা যেন শুনে। কোনোবাই কিবা ক'ব খুজিছে। তেওঁ বুজি নাপায় সেই ভাষা।

দিলৰুখ বেগম তলমূৰকৈ বহি থাকে। ইমান দিনৰ পিছত আজি বুজিলে যে তেওঁৰ অৰ্দ্ধমানৱ গিৰিয়েকে তেওঁক প্ৰকৃততে পৰিত্যাগ কৰিছিল। শিৰ নত কৰাৰ দৰে থাকি মনে মনে ক'লে, মোক ক্ষমা কৰা! মোক ক্ষমা কৰা!..... তুমি সন্দেহ কৰিছিলা নেকি, মই তোমাৰ ভায়েৰাৰ প্ৰতি অনুৰক্ত বুলি? চোৱা, ফাঁচিৰ আগেয়ে তেওঁ মাথোন মোকহে চাব খুজিছিল! মইতো যোৱা নাই! বাৰি চাচাজীয়ে কৈছিল, নিজ মুখেৰে সকলো দোষ কবুল কৰিলে আমি কোনখন আইনেৰে তেওঁক বচাব পাৰো? আনকি জজে তেওঁক যেতিয়া সোধে, আপুনি কৰা কামবোৰৰ কাৰণে অনুতপ্ত নেকি, তেতিয়া তেওঁ কয়, যি কৰিছোঁ সজ্ঞানে কৰিছোঁ। কয়, জজ চাহাব! আপোনাকো হত্যা কৰিবলৈ মোৰ খুব মন গৈছে, কিন্তু মোৰ ভৰি-হাতকেইখন যে শিকলিৰে বন্ধা। তাতোকৈ ডাঙৰ কথা চফিয়ে জজ চাহাবৰ গাত থুৱাইছিল।

মৌলানা ভাইশহুৰে ফতোৱা জাৰি কৰিছিল, চফি হিন্দু ছবিলাল। তাৰ দাফন-কাফন হাৰাম। তাৰ লাছ যাতে মৌলাহাটলৈ অনা নহয়। খবৰ পাই গোলমাল হোৱাৰ ভয়ত চাচাজীয়ে দেওৰৰ লাছটো চহৰতে দাফন কাফন কৰে। তেখেতে মোক কাণে কাণে সুধিছিল, ৰুকু, তই কবৰ-জেৱাৰতলৈ (মৃতকৰ বাবে অনুষ্ঠিত শান্তি প্ৰাৰ্থনা) যাব খোজ নেকি? চোৱা, মই নগ'লোঁ। শাহু আই জীয়াই থকা হ'লে হয়তো গ'লহেঁতেন। কিন্তু মোক লগত নিব খোজা হ'লে মই নগলোহেঁতেন। তুমি বিশ্বাস কৰা, মই নগলোহেঁতেন। তুমি বিশ্বাস কৰা, মই নগলোহেঁতেন। তেওঁক মই ঘিণ কৰিছিলোঁ।

বৃদ্ধাই মনে মনে নিজৰ লগতে এইবোৰ কথা-বতৰা পাতিছিল। শেষত প্ৰাৰ্থনা কৰাৰ দৰে নিজকে নত কৰি ক'লে, মোক মাফ কৰা! মোক মাফ কৰা! কেতিয়াবা শুকান পাতৰ দ'মত বহি বৃদ্ধাই বিৰামহীন ভাবে কান্দে। গোপন, শব্দহীন কান্দোন। হঠাতে আকৌ পিছফালে খচ্‌মচ্‌ কিহবাৰ শব্দ শুনে। ঘূৰি চোৱাৰ চেষ্টা কৰে। কিন্তু দেহটো যেন শিলৰ দৰে গধূৰ লাগে! উশাহ-নিশাহ বন্ধ হ'ব খোজে। আৰু এনেদৰে

তাত বহি থাকোতে এদিন দুপৰীয়া চৌপাশৰ ফুচ্‌ফুচনিৰ ভাষা তেওঁ বুজি পালে। স্পষ্টকৈ শুনিবলৈ পালে চফিৰ মাত, ৰুকু! ৰুকু! ৰুকু!

দিলৰুখ বেগম চিঞৰি উঠিল, নহয়! তাৰ পিছত শুকান ঘাঁহ-পাতৰ ওপৰত বৃদ্ধা লুটি খাই পৰিল।......

## উপসংহাৰ

আইচানাই কোচিং ক্লাছ কৰি উভতি আহি আছিল। বজাৰত পিয়নজনে তাইক এখন পোষ্ট কার্ড দিলে। চিঠিখন পঢ়ি তাই অলপ পৰ থৰ লাগি ৰ'ল। তাইৰ ডাঙৰ ককাক মওলানা নুৰুজ্জামানে লিখিছে চিঠিখন। চিঠিখন বাংলা ভাষাত লিখিছে। কিন্তু নাম-চহী উর্দু ভাষাত। যোৱা বছৰ তেওঁলোকে সা-সম্পত্তি বিনিময় কৰি খুলনালৈ উঠি গৈছে। যোৱাৰ আগেয়ে দিল আফৰোজ বেগমে ভনীয়েকক মাতি পঠাইছিল। দিলৰুখ বেগম নগ'ল। পিছত লোকৰ মুখে শুনিছে পূৱৰ পথাৰৰ তিনি বিঘা মাটি দিল আফৰোজে ভনীয়েকৰ বাবে দি থৈ গৈছে। দিলৰুখে দৃঢ় কণ্ঠে কৈছিল, সেই মাটি হাৰাম। শহুৰ-হজৰতৰ হুকুম মই অমান্য কৰিব নোৱাৰোঁ। আইচানাই গোপনে কামালচাৰৰ লগ হৈ মাটিখিনি আধি দিছিল। এইবাৰ সেই মাটিৰ ধান বিক্ৰী কৰি পোৱা টকাখিনি তাই ডাকঘৰত জমা থৈছে। মাজে সময়ে প্ৰয়োজনত তাই সেই টকা উলিয়ায় আৰু আইতাকক চৰকাৰী বৃত্তিৰ টকা বুলি ফাঁকি দিয়ে। বুঢ়ীয়ে গমেই নাপায়। পুৰণিকলীয়া মানুহ। পৃথিৱীৰ একো খা-খবৰেই নাৰাখে। মাথোন সোঁৱৰণীৰ গর্ভত বিচৰণ কৰে। স্মৃতিৰ ভিতৰৰ পৰা কথা কয়। কিন্তু এই চিঠিখনৰ কথাখিনি এতিয়া আইতাকক কেনেকৈ জনাব, তাকে ভাবি উৱাদিহ পোৱা নাই। খুলনাত দিল আফৰোজ বেগমৰ মৃত্যু হৈছে।

ঘৰৰ ওচৰ পাই আইচানাই চিঠিখন ফালি টুকুৰা টুকুৰি কৰি পেলাই দিলে।

ঘৰৰ আবুৰ ৰক্ষা কৰা দেৱালকেইখন ভাগি পৰিছে। সেই মাটিৰ খেৰেৰে কেনেবাকৈ ঘৰটোৰ ছাল দুখন ছাইছে। খেৰ ক'ত পালে আইতাকক জনোৱা নাই। চৌহদৰ দেৱাল ভাঙি যোৱাত চোতালখন আঁতৰৰ পৰাই দেখা পোৱা যায়। তাই থমকি ৰ'ল। পোনাই বাল্টিৰে পানী আনি চোতালত পানী চটিয়াব লাগিছে। বহু দিনৰ মূৰত ঘৰলৈ ঘূৰি অহাৰ বাবে নহয়, তাৰ কাণ্ড দেখিহে আইচানা খুব আচৰিত হৈছিল। দৌৰি ঘৰলৈ  গৈ তাই আকৌ এবাৰ থমকি ৰ'ল।

গোটেই চোতালখনত ছাঁই। পোনাই খঙেৰে ক'লে, মই হঠাতে আহি নোপোৱা হ'লে  কি হ'লহেঁতেন দেখিছানে? দাদিমা একদম বেহিচাবী মানুহ, বুইছনে? চোতালত কিবা কাগজ-পত্ৰ পুৰিছে। আহি দেখো দপ্ দপ্‌কৈ জুই জ্বলিব লাগিছে। জুই ওপৰলৈ উঠিছিল। অলপমানৰ কাৰণেহে জুই গৈ ঘৰৰ ছাল নাপালে। লগাহেঁতেন, বচ, সকলো শেষ!

আইচানাই ওঁঠ কামুৰি ধৰিলে। দৌৰি ঘৰৰ ভিতৰ সোমাল। ঘৰৰ সন্মুখৰ দুৱাৰখন

বহলকৈ মেলি থোৱা। ভিতৰত দাদিমা নাই। কাষৰ ঘৰটোও খোলা। তাতো নাই। তাই চিএঞৰি মাতিলে, দাদিমা!

একো সঁহাৰি নাপাই আকৌ ঘৰৰ ভিতৰত সোমাল। চাই দেখে বাকচটো খোলা। ভিতৰত হাত দি প্ৰথমে সেই ডায়েৰীকেইখন খেপিয়াই চালে। তাইৰ সন্দেহ হৈছিল।

সেইবোৰ নাই। তাৰ মানে দাদিমাই পুৰি পেলালে। তাই মাতিলে, পোনা!

পোনাই উত্তৰ দিবলৈ লওঁতেই এজন মানুহে হেপাই-ফেপাই আহি ক'লে, কণ মিএঞা! এবাদতখানাৰ হাবিৰ মাজত তোমালোকৰ আইতাৰা মৰি আছে। ততালিকে যোৱা!

ভাই-ভনী দুয়ো ঘৰৰ পৰা দৌৰি ওলাই গ'ল।

নিঃশব্দ নিৰ্জন আৰু অতি গোপন এক মৃত্যু, অথবা চৰম আত্মসমৰ্পণ। অতৰ্কিত এক পতনৰ সন্মুখত বিমূঢ় আৰু বাকহাৰা হৈ থমকি ৰ'ল দুই ভাই-ভনী। আৰু ভীৰটোও আছিল সৰু। মেলেৰিয়া বিভাগৰ এজন শ্ৰমিক, জৈৱকাৰ্য সমাধানৰ কাৰণে এই হাবিখনত সোমাইছিল, এজনী খৰিকটীয়া ছোৱালী, অন্যমনস্ক ভাবেৰে খোজ পেলাই ডালিম গছজোপাৰ কাষত থিয় হৈছিল দুজন কৃষি মজুৰ, বজাৰৰ পৰা এই ফালেৰে বাট চমুৱাইছিল, আৰু এজন বুঢ়া মানুহ, হুজুৰৰ ভগ্ন সমাধিত ভক্তি জনাবলৈ আহিছিল। বুঢ়াৰ মূৰত এটা টুপি। মুঠতে মানুহ এই পাঁচজনেই। আটায়ে স্তব্ধ; মৃত্যুৰ তীব্ৰ গোন্ধত জৰ্জৰিত। ঘাঁহনিৰ ওপৰত লুটি খাই পৰা এখন শীৰ্ণ হাত প্ৰতিবন্ধী গিৰিয়েকৰ কবৰৰ ফালে প্ৰসাৰিত। মৃতদেহটো সিহঁতে তৎক্ষণাৎ চিনাক্ত কৰিছিল। বহু বছৰৰ পিছত আকৌ এটা 'মোজেজা' ঘটিছিল, অথবা বিভ্ৰম, হুজুৰ হজৰত মৌলানা চৈয়দ বদিউজ্জামান আল-হুচায়নি আল-খোৰাচানিৰ পৱিত্ৰ মাজাৰৰ ওচৰত থিয় হৈ থকা পোন আৰু উদ্ধত সেই অচিন গছজোপাৰ পৰা ক'লা সাপ এডাল নামি আহি মৃতদেহৰ কপালত চুমা খাই গুছি যায়, তাৰ পিছত এচাটি আকস্মিক ঘূৰ্ণিবতাহ বয় আৰু শুকান পাতবোৰ মৃতদেহক কেন্দ্ৰ কৰি ঘূৰিবলৈ ধৰে, পাৰিপাৰ্শ্বিক, গছ-লতিকা আৰু উশাহ-নিশাহত কি যেন এক বাৰ্ত্তা ঘোষিত হৈছিল। প্ৰকৃতিৰ গভীৰতৰ কেন্দ্ৰৰ পৰা কিবা উচ্ছাস অনুভূত হয়। তাৰ পিছত সেই অমৰ্ত্য মায়াৰ ওপৰত আফালি পৰে 'দাদিমা' এই মানবিক আৰু তীব্ৰ বাস্তৱতাৰ আৰ্ত্ত চিৎকাৰ, আইচানাই তাইৰ আইতাকৰ ওচৰত মূৰ দোৱায় আৰু তেতিয়া সেই বুঢ়া মানুহজনে অনুচ্চ কণ্ঠে আবৃত্তি কৰিছিল মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰি আৰ্বি শান্তিবাক্য, তেওঁ হাত দুখন ঈশ্বৰৰ উদ্দেশ্যে ওপৰলৈ তুলিছিল।

আইচানাৰ কথা অনুসৰি দিলৰুখ বেগমৰ মৃতদেহ তেওঁৰ প্ৰতিবন্ধী গিৰিয়েকৰ কবৰৰ দক্ষিণে ভৰিৰ ফালে কবৰ দিয়া হৈছিল। বুঢ়া মানুহজন শেষ সময়লৈকে উপস্থিত আছিল। কবৰ দিয়া শেষ হওঁতে বেলি লহিয়ায়। মানুহবোৰ কবৰখানাৰ পৰা উভতি যোৱাৰ পৰত বুঢ়াই পোণাৰ কান্ধত হাত থৈ লাহেকৈ ক'লে, মই জালালুদ্দিন। পোণা আচৰিত হৈ বুঢ়াৰ ফালে চাই থাকিল। এটা কৰুণ হাঁহি মাৰি বুঢ়াই আকৌ ক'লে, হুজুৰে মোকেই তোমাৰ মাৰাক লিখা-পঢ়া শিকোৱাৰ দায়িত্ব দিছিল। তোমাৰ মাৰা জুলেখা বেগম—

পোণাই হুমুনিয়াহ কাঢ়ি তপৰাই ক'লে, শুনিছোঁ।

মানুহবোৰ ইতিমধ্যে মাজাৰৰ কাষৰ পৰা গৈ ৰাষ্টাত উঠিছে। এসময়ত য'ত এবাদতখানাৰ পদুলিমুখ আছিল, তাতেই ধ্বংসস্তূপৰ মাজত এজোপা ডাঙৰ মল্লিকা ফুলৰ গছে মূৰ তুলি আছে। বুঢ়া জালালুদ্দিনে হঠাতেই পোণাৰ হাত দুখনত ধৰি ক'লে, মোক ক্ষমা কৰা। মই এজন গোনাহ্গাৰ।

বুঢ়াৰ চকুত পানী। আত্মসম্বৰণৰ চেষ্টা কৰিছিল। বিস্মিত পোণাই সুধিলে, কিয় এনে কথা কৈছা?

জালালুদ্দিনে ক'লে, মোৰ মনত পাপ আছিল। তোমাৰ সৰু ককাদেউতাৰা চফিউজ্জামানে এদিন ৰাতি মৌলাহাটলৈ আহিছিল। এতিমখানাত মোৰ কোঠাতে তেওঁক আশ্ৰয় দিছিলোঁ। তেওঁ হুজুৰক লগ পাব বিচাৰিছিল। কিন্তু হুজুৰ সেই সময়ত এবাদতখানাত 'ইত্তেকাফ' পালন কৰি আছে। দেখা কৰা অসম্ভৱ। কিন্তু চফিচাহাবক দেখি মোৰ খুব ভয় লাগিছিল। জালালুদ্দিনে থোকাথুকি মাতেৰে ক'লে, তেওঁ নৰহত্যাকাৰী বুলি জানিছিলোঁ। তেওঁৰ নামত হুলিয়াজাৰি ওলাইছিল। মই পুলিচক খবৰ দি তেওঁক ধৰাই দিছিলোঁ। ভাবিছিলোঁ, তেওঁ হুজুৰৰ কিবা অনিষ্ট কৰিবলৈকে আহিছে।

পোণাই বুঢ়ালৈ হাত দাঙি আকৌ নমালে। তাৰ পিছত বেগাই গুছি যায়। জালালুদ্দিনে তাক মাতিছিল, আৰু ক'বলগীয়া আছিল, কিন্তু পোণাই ঘূৰিয়েই নাচালে। বুঢ়াই অলপ পৰ থিয় হৈ থাকি এটা দীঘল হুমুনিয়াহ কাঢ়ি খোজ ল'লে। সন্ধিয়াৰ বাছেৰে বহৰমপুৰলৈ, তাৰ পিছত ৰেলেৰে ৰাণাঘাট হৈ কুষ্টিয়ালৈ যাব। তাত তেওঁৰ এখন ডাঙৰ সংসাৰ আছে। বহু বছৰৰ মূৰত তেওঁ হুজুৰৰ মাজাৰ দৰ্শন কৰিবলৈ আহিছিল। হুজুৰক সপোনত দেখি লৰালৰিকৈ আহিছিল। আচল কথাটো হৈছে এই যে তেওঁৰ হাতত পাছপোৰ্ট, ভিচা একো নাছিল। গতিকে এই ভ্ৰমণটোও আছিল খুব গোপনীয়।

□

Lasertypeset at Saraighat Phototypes, Guwahati-781021
and printed at Modern Printers, Delhi-110032